১০। ভিন ভিন সংস্কৃত ব্যাকৰণমতে বৰ্ণৰ সংখ্যাও ভিন ভিন। কলাপ ব্যাকৰণমতে বৰ্ণৰ সংখ্যা ৫৩টা, মুগ্ধবোধমতে ৫১টা, ৰত্নমালামতে ৫২ আৰু শম্ভুমতে ৬৩ বা ৬৪টা[১]।

পাণিনিমতে মূল বৰ্ণ ৪২টি, যথা :—

স্বৰ—অ, ই, উ, ঋ, ঌ, এ, ও, ঐ, ঔ—৯টি।

ব্যঞ্জন—হ, য, ৱ, ৰ, ল, ঞ, ম, ঙ, ণ, ন, ঝ, ভ, ঘ, ঢ, ধ, জ, ব, গ, ড, দ, খ, ফ, ছ, ঠ, থ, চ, ট, ত, ক, প, শ, ষ, স—৩৩টি[২]। ং আৰু ঃ বিলগ আখৰ নহয়। ইহঁত যথাক্রমে—ন্ বা ম্ আৰু ৰ বা স্-ৰ ৰূপান্তৰ মাত্ৰ। পৌৰাণিক যুগৰ সংস্কৃতত ৠ, ळ আৰু ळह-ৰ ব্যৱহাৰ নাছিল।

১১। পালিত ঐ, ঔ, ঋ, ৠ, ঌ, ৡ, শ, ষ, এই কেইটি বৰ্ণ নাই। কিন্তু তাত ळ (l) আৰু আন সংস্কৃত বৰ্ণ আছিল[৩]। প্রাকৃতত ঋ, ৠ, ঌ, ৡ, ঐ, ঔ, ঙ, ঞ, শ, ষ, বিসৰ্গ আৰু প্লুত (§১৬) স্বৰৰব্যৱহাৰ নাই। হেমচন্দ্ৰৰ মতে 'ঙ' আৰু 'ঞ' ৰ স্বকীয় ব্যৱহাৰ নাথাকিলেও সিহঁত স্ববৰ্গ সংযুক্ত হয়। সেইদৰে 'ঐ', 'ঔ' অকলে নবহি ব্যঞ্জনবৰ্ণ সংযুক্ত হয়[৪]। কাৰো

---

১। স্বৰ্গীয় লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতীৰ নোটৰপৰা এই সংখ্যা দিয়া হ'ল।

২। "অ ই উ ণ্ ।১। ঋ ঌ ক্ ।২। এ ও ঙ ।৩। ঐ ঔ চ্ ।৪। হ য ৱ ৰ ট্ ।৫। ল ণ্ ।৬। ঞ ম ঙ ণ ন ম্ ।৭। ঝ ভ ঞ্ ।৮। ঘ ঢ ধ ষ্ ।৯। জ ব গ ড দ শ্ ।১০। খ ফ ছ ঠ থ চ ট ত ব্ ।১১। ক প য্ ।১২। শ ষ স ৰ্ ।১৩। হ ল ।১৪।"—পাণিনি।

এই চতুৰ্দশ সূত্ৰৰ অন্ত্য ব্যঞ্জন বৰ্ণ ইৎ (লোপ) হয় ("হলন্ত্যম্", পাঃ ১।৩।৩)। আৰু পিছৰ (অন্ত) ইৎ সংজ্ঞাবালা বৰ্ণৰ লগত উচ্চাৰিত হোৱা যি পহিলা আখৰ আছে সেই আখৰ আৰু মাজৰ সকলো আখৰ ধৰিব লাগে ("আদিৰন্ত্যেন সহেতা"। পাঃ, ১।১।৭১)। যেনে—অন্ বোলোতে 'অ' আৰু 'ন'ৰ মাজৰ আখৰ আৰু 'অ' বুজিব লাগে। অৰ্থাৎ অ, ই, উ ধৰিব লাগে। 'অচ্' বুলিলে অ, ই, উ, ঋ, ঌ, এ, ও ঐ, ঔ বুজিব লাগে। যন্ প্ৰত্যাহাৰৰ আখৰ বুলিলে য, ৱ, ৰ, ল বুজিব লাগে। সেইদৰে শল্ প্ৰত্যাহাৰৰ আখৰ শ, ষ, স, হ। হল্ প্ৰত্যাহাৰৰ সমুদায় ব্যঞ্জন বৰ্ণ।

৩। Kachchayano's Pali Grammar, p. 15 : §4.

কাচ্ছায়নৰ মতে বৰ্ণৰ সংখ্যা ৪১টি—যথা, ক খ গ ঘ ঙ চ ছ জ ঝ ঞ ট ঠ ড ঢ ণ
9 ত থ দ ধ ন প ফ ব ভ ম য ৰ ল ৱ স হ। অ আ ই ঈ উ ঊ এ ও।

৪। "তেন ঋ ৠ ঌ ৡ ঐ ঔ ঙ ঞ শ ষ বিসৰ্জনীয় প্লুত ৰৰ্জোবৰ্ণ সমাম্নায়ো লোকাদৱগন্তব্যঃ। ঙঞৌ স্ববৰ্গসংযুক্তৌ ভবত এব ঐদৌতৌ চ কেষাংচিৎ। কৈতৱম্ কৈঅৱম্। সৌন্দৰ্য্যম্ সৌংঅৰিঅম্। কৌৰৱাঃ কৌৰৱা"।—হেমচ ১।১

কাৰো মতে স্বতন্ত্র 'ঐ' কাৰৰ ব্যৱহাৰ প্ৰাকৃতত হয়[১]। কিন্তু মাৰ্কণ্ডেয়ৰ প্ৰাকৃত সৰ্বস্বমৰপৰা জানিব পাৰি প্ৰাকৃতত কেতিয়াও স্বতন্ত্র 'ঐ' কাৰৰ প্ৰচলন নাছিল। ইয়াৰ ব্যৱহাৰ অপভ্ৰংশ প্ৰাকৃতত হে সম্ভৱ[২]। কোনো কোনোৱে আকৌ 'ন' আৰু 'য'-ৰো স্বতন্ত্র ব্যৱহাৰ প্ৰাকৃতত নাই বুলি কয়[৩]। মাগধী প্ৰাকৃতত 'শ'[৪] আছে। সি যি হক প্ৰাকৃতত এই কেইটা বৰ্ণৰ চলন আছিল বুলি ধৰিব পাৰি :—

স্বৰ—অ, আ, ই, ঈ, উ, ঊ, এ, ও, ঐ, ঔ—১০টি।

ব্যঞ্জন—ক, খ, গ, ঘ, ঙ, চ, ছ, জ, ঝ, ঞ, ট, ঠ, ড, ঢ, ণ, ত, থ, দ, ধ, ন, প, ফ, ব, ভ, ম, য, ৰ, ল, ৱ, স, হ, ড়, ঢ়—৩৩টি। সৰ্বমুঠ—৪৩টি।

প্ৰাকৃত বোলোঁতে আমি মহাৰাষ্ট্ৰী প্ৰাকৃতকে ধৰিম। মহাৰাষ্ট্ৰী প্ৰাকৃতত ळ-ৰ ব্যৱহাৰ থকা দেখা যায়[৫]। এতেকে প্ৰাকৃতৰ সময়তো এই বৰ্ণৰ ব্যৱহাৰ আছিল বুলি ধৰিলে ভুল নহব। হেমচন্দ্ৰ তাৰু আৰু বৰৰুচিৰ (কলিকতীয়া সংস্কৰণ) মতে ळ-ৰ ব্যৱহাৰ প্ৰাকৃতত নাছিল। সি যি হওক্ অসমীয়া বৰ্ণমালা বৈদিক সংস্কৃতৰপৰা প্ৰাকৃতৰ মাজেদি আহিছে বুলি বোধ হয়। অসমীয়া লিখিত ভাষাত সংস্কৃত বৰ্ণমালা প্ৰচলিত থাকিলেও উচ্চাৰণত সম্পূৰ্ণ নাই। প্ৰাকৃত ভাষা সংস্কৃতৰপৰা নহয় বৈদিক বা প্ৰাকবৈদিক যুগৰ ভাষাৰপৰা হে ওলাইছে। ই কথ্য ভাষাৰ পৰা কথ্য ভাষা ৰূপে নামিছে।

---

১। "ঐৰাৱন ঐৰাৱত ইত্যুভয়ম্ অপি প্ৰাকৃতে সাধু"।—জয়মঙ্গল।

"ঐৰাৱত ঐৰাৱন্ ইত্যুভয়ম্ প্ৰাকৃতে সাধু। যদ্যপ্যৈকাৰস্য প্ৰাকৃতে নিত্যম্ একাৰাদেশ উক্তস্তথাপ্যো দেত্তা চ কেষাংচিদিত্যুক্তত্বাৎ তন্মতেনেদমুদাহৃতম্"।—ভৰত মল্লিক। Pischel. p. 2.

২। ভট্টিকাব্যে ঐৰাৱন মদ পৰিমল গন্ধবহাবদ্ধদন্তি সত্ৰস্তৰসম্ ইত্যপভ্ৰংশ ভাষায়া এব সমাবেশো ন প্ৰাকৃতস্য। প্ৰাকৃতে সৰ্বথাপৈ কাৰা সম্ভবাৎ"। মাৰ্কণ্ডেয়ৰ প্ৰাকৃতসৰ্ব্বস্বম্। Pischel. P. 2.

৩। "সিদ্ধি সংস্কৃত শব্দানাং ভবেৎ পঞ্চাশ দক্ষৰৈঃ।
প্ৰাকৃতানাং তু সিদ্ধিঃ স্যাত্তৈশ্চত্বাৰিংশদক্ষৰৈঃ॥" মুকুন্দ শৰ্মা। কাত্যায়নৰ প্ৰাকৃত মঞ্জৰী।

৪। হেমচ ৪।২৮৭—৩০১। "ঋন্‌ৃবৰ্ণৌ বিনৈকাৰৌকাৰাভ্যাং চ দশ স্বৰাঃ।
শষাৱসংযুক্তঙঞৌ নযাভ্যাং চ বিনা হলঃ॥
নযোঃ স্থানে ন জৌ স্যাতাং ঙঞৌ বৰ্গযুজৌ কচিৎ।
কচিদ্ব্যাখ্যাংস্ত যুপ্ৰায়োঽস্ত্ৰবৰ্গীয়ৈৰ্যুজোঽত্ৰ ন।" ইতি মুকুন্দ শৰ্মা
—কাত্যায়ন প্ৰাকৃত মঞ্জৰী।

৫। "পাটেঃ ফাळঃ।" "ঘূৰ্ণোৰ্ঘোळঃ।" "স্ফুদোৰ্ণোळঃ।" কাত্যায়নস্য প্ৰাকৃত মঞ্জৰী ৭।৮,৫৬।

# দ্বিতীয় আধ্যা

## উচ্চাৰণ ( Pronunciation )

### (ক) স্বৰবৰ্ণৰ উচ্চাৰণ ( Pronunciation of Vowels )

১২। মূল স্বৰবৰ্ণৰ উচ্চাৰণ—অ, ই, উ, এই তিনিটা মূল হ্রস্ব স্বৰ। 'অ'ৰ উচ্চাৰণ অসমীয়াত তিনি ৰকম বুলি ধৰিব পাৰি—হ্রস্ব উচ্চাৰণ, যেনে—সংস্কৃত ঘট, অসমীয়া ছট্‌ফট্। ইংৰাজী 'but' শব্দৰ 'উ' আৰু 'ঘট'ৰ আৰু 'চট্‌ফট্'ৰ 'অ'ৰ উচ্চাৰণ একে। আৰু এটি উচ্চাৰণ 'ও'ৰ ফালে ঢাল খোৱা: যেনে—অকঠিন, অকটুৰ, এই দুই শব্দৰ 'অ' আৰু ক্+অ। তাতোকৈ 'ও'ৰ বেচি ওচৰ চাপা উচ্চাৰণ, যেনে—ক'লা, ল'ৰা, খৰি ইত্যাদিৰ 'অ'। 'ই'ৰ হ্রস্ব উচ্চাৰণ "বিক্", "মিল" ইতাদিত পোৱা যায়। ই কেতিয়াবা 'এ'ৰ নিম্ন স্তৰৰ উচ্চাৰণ নিৰ্দেশ কৰে; যেনে—সেচক, সেচন, সিচনী ( স. সেচনী ), সিচ্: দে, দিওঁ ( স. দা ধাতু )। 'উ'ৰ হ্রস্ব উচ্চাৰণ—সাধু, মুনি আদি শব্দত পোৱা যায়। ই কেতিয়াবা 'ও'ৰ নিম্ন স্তৰৰ উচ্চাৰণো নিৰ্দেশ কৰে; যেনে—শো, শুলে, ঘোৰা, ঘুৰিলে : যুগ্, যোগ্।

আ, ঈ, ঊ এই তিনিটি বৰ্ণ যথাক্রমে অ, ই, উ-ৰ দীৰ্ঘ উচ্চাৰণ বুজোৱা স্বৰ। এই তিনি স্বৰ কেতিয়াবা সংযোগৰ সময়ত কোনো স্বৰ লোপ পালে উচ্চাৰিত হয়। ইহঁতৰ মৌলিক উচ্চাৰণ ভাই, শ্ৰী, সূতা আদি শব্দত পোৱা যায়। আৰু সংযোগৰ ফলত লোপ হোৱা অৱস্থাত পোৱা উচ্চাৰণ আছিলো ( অ+অছ্ বা অস্+ইলো ), মুনীন্দ্ৰ ( মুনি+ইন্দ্ৰ ), কাঁহী ( =স. কাংসিক প্ৰা. কংসিও=অ. কাঁহী ), ভূৰ্ধ ( =ভূ+ঊৰ্ধ ) আদি শব্দত পোৱা যায়।

১৩। যুক্ত স্বৰ ( Dipthongs )—কোনো কোনোৱে 'এ' আৰু 'ও'-ক মূল স্বৰ বুলি ধৰে। কিন্তু এই দুই বৰ্ণ আৰু ঐ, ঔ, বাস্তৱিকে যুক্ত-স্বৰ। আদিতে 'এ'টো অ+ই আৰু 'ও'টো অ+উ ভিন্ন আন একো নাছিল। এই দুই আখৰ 'ই' আৰু 'উ'ৰ উচ্চ স্তৰৰ উচ্চাৰণ: যেনে—সেচক আৰু সিক্ত; ভোগ আৰু ভুগিছে। আকৌ এই দুই আখৰ অ ( বা আ )-ৰ লগত ই ( বা ঈ ) আৰু উ ( বা ঊ ) সংযোগত উৎপন্ন হয়। যেনে—বঙ্গেশ্বৰ

২

( বঙ্গ + ঈশ্বৰ ) : মঘোন ( মঘ + উন )। 'এ' আৰু 'ও'ক গুণ স্বৰ বোলে। গুণ বুলিলে স্বৰৰ ( বিশেষকৈ 'ই' আৰু 'উ'ৰ ) আগত এটা 'অ' যোগ কৰা বুজায় আৰু এই সংযোগৰ ফলত 'ই'ৰ ঠাইত 'এ' আৰু 'উ'ৰ ঠাইত 'ও' হয়।

আমি পোণতে ঐ আৰু ঔ-ক অ + ই আৰু অ + উ বুলি ভাবো, কিয়নো স্বৰবিকৃতিৰ নিয়মে 'নদী'ৰপৰা 'নঈ' আৰু 'মধু'ৰপৰা 'মউ' হয় দেখি এই দুই শব্দক "নৈ" বা "নই" আৰু "মউ" বা "মৌ" কৈ লিখোঁ। কিন্তু বাস্তৱিকে এই দুই আখৰ যথাক্রমে আ + ই আৰু আ + উ। সন্ধিৰ 'ঐ'ৰ ঠাইত আয় আৰু 'ঔ'ৰ ঠাইত আৱ হোৱা নিয়মৰপৰাই ইয়াৰ সত্যতা উপলব্ধি কৰিব পাৰি। যেনে—( নৈ + অক = নায়ক ; পৌ + অক = পাৱক। সন্ধিৰ আৰু এটি নিয়মে 'অ'ৰ পাছত 'এ' ( অৰ্থাৎ অ + ই ) আৰু 'ও' ( অৰ্থাৎ অ + উ ) থাকিলে উভয়ে মিলি ঐ আৰু ঔ হয়। যেনে—জন + এক = জনৈক, মহা + ওষধি = মহৌষধি। 'ঐ' আৰু 'ঔ'-ক বৃদ্ধি স্বৰ বোলে। বৃদ্ধি বুলিলে স্বৰৰ ( বিশেষকৈ ই আৰু উ-ৰ ) আগত এটা 'আ' যোগ কৰা বুজায় ; যেনে— আ + ই ( বা ঈ ) = ঐ আৰু আ + উ ( বা উ ) = ঔ।

১৪। ঋ ( ṛi ), ৠ ( ṛī ) ঌ ( ḷri ), ৡ ( ḷrí )-ৰ উচ্চাৰণ অসমীয়া ভাষাত নাই। প্ৰাকৃততো নাছিল। সংস্কৃততো কম। সংস্কৃতৰপৰা আমাৰ ভাষালৈ অহা শব্দবিলাক লেখিব লাগিলে আমি ঋ আৰু ৠ-ৰ ব্যৱহাৰ কৰোঁ, কিন্তু তাৰ প্ৰকৃত উচ্চাৰণ কেতিয়াও নকৰোঁ। তেনে শব্দ পঢ়িবৰ বা কবৰ সময়ত ঋ ( বা ৠ )-ৰ ঠাইত 'ৰি' 'ইৰ' বা 'ইৰি' উচ্চাৰিত কৰোঁ। যেনে—ঋতু (season) ( উচ্চাৰণ-ৰিতু ), অদৃষ্ট ( luck ) ( উ—অদ্ৰিষ্ট ), কৃপণ ( miser ) ( উ— ক্ৰিপণ বা কিৰ্‌পণ ), কৃষি ( cultivation ) ( উ—ক্ৰিষি বা কিৰিষি ), কৃপা ( favour ) ( উ—ক্ৰিপা, কিৰ্পা বা কিৰিপা ), তৃণ ( grass ) ( উ—ত্ৰিণ বা তিৰিণ ), ইত্যাদি। তথাপি আমাৰ ভাষাত থকা বহুত সংস্কৃত শব্দৰ মূল ৰক্ষাৰ কাৰণে লেখাত 'ঋ'ৰ ব্যৱহাৰ হয়। আৰু সেই দেখি 'ঋ'টোকৃও অসমীয়া বৰ্ণমালাৰ ভিতৰত ধৰা হৈছে ( §৬ )।

১৫। অনুনাসিক ( Nasalization )—বহু অসমীয়া শব্দৰ স্বৰ উচ্চাৰিত কৰোঁতে নাকেদি মাত উলিওৱা হয়। এই মাতৰ নাম অনুনাসিক[১]। বৰ্ণৰ

১। "মুখ-নাসিকা-বচনোঽনুনাসিকঃ"। পাণিনি, ১।১।৮।

ওপৰত এটা অৰ্ধচন্দ্ৰ (বা চন্দ্ৰবিন্দু ँ) চিন দি এই উচ্চাৰণ লেখা হয়। এই অনুনাসিক অনুসাস্বৰৰ দৰে এটা পৃথক বৰ্ণ নহয়। তাৰ স্বকীয়া ধ্বনিও নাই। ই কোনো বৰ্ণৰ অনুনাসিক (নাকেদি উচ্চাৰণ কৰা) স্বৰ মাত্ৰ। আমাৰ শ্বাস যদি সম্পূৰ্ণৰূপে মুখেদি বাহিৰ কৰি দিওঁ তেন্তে আমি স্বৰ বা ব্যঞ্জন বৰ্ণ উচ্চাৰিত কৰোঁ। তকে নকৰি যদি তাৰ কোনো এক অংশ উলিয়াও আৰু বাকীখিনি তাৰ লগে লগে নাকেদি উলিয়াও তেন্তে আমি স্বৰ বা ব্যঞ্জনৰ অনুনাসিক উচ্চাৰণ পাওঁ। মুখখন একেবাৰে বন্ধ কৰি শ্বাস কেৱল নাকেদি উলিয়ালে আমি অনুস্বাৰ পাওঁ। অসমীয়াত অনুনাসিক স্বৰ বহুল পৰিমাণে প্ৰচলিত আছে।

সাধাৰণতঃ দুই স্বৰৰ মাজত কোনো ব্যঞ্জন বৰ্ণ বিশেষকৈ ঙ, ঞ, ম, ণ, ন বা ং লোপ হলে তাৰ ঠাইত অনুনাসিক হয়; যেনে—গাওঁ village (গ্ৰাম), চঁক sudden fright (চমক), কোঁৱৰ prince (কুমাৰ), ভুঁইকঁপ earth-quake (ভূমিকম্প), কুঁৱা well (স. কূপক) ইত্যাদি। ব্যঞ্জনৰ আগত থকা ঙ, ঞ, ণ, ন, ম লোপ হলেও অনুনাসিক উচ্চাৰিত হয়; যেনে—কুঁজ hunch (কুব্জ), ভাঁজ bend (ভঞ্জ), সঁচা true (স. সত্যম্ প্ৰা. সচ্চম্), পেঁক mud (স পঙ্ক), কাঁটা thorn (স. কণ্টক) ইত্যাদি। কেতিয়াবা 'হ'ৰ আগত উচ্চাৰণ শ্ৰুতিমধুৰ কৰিবৰ নিমিত্তেও অনুনাসিক যোগ কৰা হয়: যেনে—হাঁহি, ঘাঁহ ইত্যাদি।

১৬। মূল—অসমীয়া স্বৰৰ উচ্চাৰণৰ মূল সংস্কৃত। সংস্কৃত বৈয়াকৰণিক-সকলে তলত লিখাদৰে স্বৰবৰ্ণৰ উচ্চাৰণ নিৰ্দেশ কৰিছে। অ-কাৰ, ই-কাৰ, উ-কাৰ আৰু ঋ-কাৰ এই কেই বৰ্ণৰ প্ৰতিটোৰ হ্ৰস্ব, দীৰ্ঘ আৰু প্লুত ভেদে তিনি তিনি ৰকম উচ্চাৰণ হয়[1]। যেনে—'উ' 'ঊ' আৰু 'উ৩' বা হ্ৰস্ব উ-কাৰ দীৰ্ঘ উ-কাৰ আৰু প্লুত উ-কাৰ। এই তিনি উ-কাৰৰ উচ্চাৰণ কালৰ সমান আন যি অচৰ (স্বৰৰ) উচ্চাৰণ হয় তাৰো যথাক্ৰমে হ্ৰস্ব, দীৰ্ঘ আৰু প্লুত সংজ্ঞা হয়। অৰ্থাৎ প্ৰথমে 'উ'ৰ সমান বোলোঁতে হ্ৰস্ব, দ্বিতীয়ত 'ঊ'ৰ তুল্য বোলোঁতে দীৰ্ঘ আৰু তৃতীয়ত উ৩'ৰ দৰে বোলোঁতে প্লুত বুজিব লাগে।

১। "ঊকালোঽজ্ হ্ৰস্ব দীৰ্ঘ প্লুত।" পাণিনি, ১।২ ২৭।

"উশ্চ, ঊশ্চ, উ৩শ্চ বঃ, বাং, কাল ইব কালো যস্য সোঽচ্ ক্ৰমাদ্ হ্ৰস্বদীৰ্ঘ প্লু-তসংজ্ঞঃস্যাৎ।" সি, কৌমুদী। উ ঊ উ৩ এই তিনি আখৰক 'ব' বোলে অৰ্থাৎ উ-ৰ বহুবচন 'বঃ'।

এইদৰে স্বৰৰ ভিন্ ভিন্ ভেদ হয়। তাৰ ভিতৰত প্ৰতিস্বৰ উদাত্ত, অনুদাত্ত আৰু স্বৰিতভেদে আকৌ ভিন্ ভিন্ প্ৰকাৰৰ হয়[১]। উচাঁ স্বৰ অৰ্থাৎ মুখৰ তালু আদি স্থানৰ ওপৰ ভাগৰপৰা যি বৰ্ণৰ উচ্চাৰণ হয় সি "উদাত্ত"[২]। তালু আদি স্থানৰ নীচ ভাগৰপৰা যি স্বৰৰ উচ্চাৰণ হয় তাৰ "অনুদাত্ত" সংজ্ঞা হয়[৩]। আৰু য'ত উদাত্ত আৰু অনুদাত্ত এই দুই বৰ্ণধৰ্ম সমানভাৱৰপৰা মিল হয় তাকে স্বৰিত স্বৰ বোলে[৪]। এইদৰে প্ৰতি স্বৰৰ ন ন প্ৰকাৰ হৈ যোৱাৰ পিছত সিহঁত অনুনাসিক (§ ১৫) আৰু অননুনাসিক ভেদে আকৌ দুই ৰকমৰ হয়[৫]। এই বিধিমতে স্বৰ অঠৰ প্ৰকাৰৰ হয়। যি অনুনাসিক নহয় সি অননুনাসিক। এইদৰে অ, ই, উ আৰু ঋ এই কেইটা বৰ্ণৰ প্ৰতিটো অঠৰ অঠৰ প্ৰকাৰৰ হয়[৬]। ঌ বৰ্ণৰ উচ্চাৰণ কেৱল বাৰ ৰকম, কিয়নো তাৰ দীৰ্ঘ নাই[৭]। এচ্ (অৰ্থাৎ এ, ও, ঐ, ঔ) এই কেইটা বৰ্ণৰো পৃথক পৃথক বাৰ ৰকম উচ্চাৰণ হয়, কিয়নো ইহঁতৰো হ্ৰস্ব নাই[৮]।

ওপৰৰ কথাৰপৰা বুজা যাব যে অসমীয়াত অ, ই, আদি বৰ্ণৰ পৃথক পৃথক দুই, তিনি ৰকমৰ উচ্চাৰণ থাকিলেও সংস্কৃতৰ সমান বাহুল্য নহয় আৰু সেই সেই উচ্চাৰণ ওপৰত কোৱা উচ্চাৰণৰ অন্তৰ্ভুক্ত। ওপৰত যি মূল স্বৰৰ উচ্চাৰণ দিয়া হৈছে সি বৈদিক যুগৰপৰা চলি আহিছে[৯]। বাহুল্যৰ ভয়ত তাৰ উদাহৰণ ইয়াত দিয়া নহল।

১৭। **শব্দ** (Sound)—শ্ৰবণেন্দ্ৰিয়ৰ প্ৰত্যক্ষীভূত স্থিতিস্থাপক বস্তুৰ কম্পন বা আন্দোলন-সম্ভূত চৈতন্যৰ নাম শব্দ বা ধ্বনি। ই স্পন্দনশীল গতিৰপৰা জন্মে। একোটা স্পন্দনৰপৰা বতাহত একোটা বৰ্তুলাকাৰ ঢৌ উঠি শব্দৰ বেগত চাৰিওফালে বিস্তৃত হয়। এই বায়ুতৰঙ্গ আহি আমাৰ

---

১। "স প্ৰত্যেক উদাত্তাদিভেদেন ত্ৰিধা।" সি, কৌ § ৯ (ক)।
২। "উচ্চৈৰুদাত্তঃ।" পাণিনি, ১৷২৷২৯।
৩। "নীচৈৰণুদাত্তঃ।" পাণিনি, ১৷২৷৩০।
৪। "সমাহাৰঃ স্বৰিতঃ।" পা ১৷২৷৩১।
৫। "স নববিধোঽপি প্ৰত্যেকমনুনাসিকানুনাসিকত্বাভ্যাং দ্বিধা।" সি, কৌ, § ১২ (ক)।
৬। "তদস্মিন্—অ, ই, উ, ঋ, এষাং বৰ্ণানাং প্ৰত্যেকমষ্টাদশভেদাঃ।" সি, কৌ, § ১৩(ক)।
৭। "ঌ বৰ্ণস্য দ্বাদশঃ তস্যদীৰ্ঘাভাবাৎ" সি, কৌ § ১৩ (খ)।
৮। "এচামপি দ্বাদশ, তেষাং হ্ৰস্বাভাবাৎ।" সি, কৌ § ১৩ (গ)।
৯। See Macdonell's Vedic Grammar, § § 4-8.

কাণ-মাদলত খুন্দা মাৰে। এইদৰে বহুত ঢৌ আহি আমাৰ কাণত পুনঃ পুনঃ খুন্দা মাৰিলে আমি শব্দ শুনো। কিন্তু যেই সেই স্পন্দনে আমাৰ কাণৰ প্ৰত্যক্ষীভূত হব নোৱাৰে। বৈজ্ঞানিক পণ্ডিতসকলে কয় যে প্ৰতি চেকেণ্ডত ৩০টাত কৰি কম বা ৪০০০টাত কৈ বেচি স্পন্দন হলে কোনো শব্দ শুনা নাযায়।

জগতৰ সকলো ধ্বনি এই দুই সংখ্যাৰ স্পন্দনৰ মাজত সীমাবদ্ধ। আমি যি শুনোঁ তাক দুই শ্ৰেণীত ভাগ কৰিব পাৰি—কোলাহল বা হাই ( noise ) আৰু স্বৰ বা সংগীত ( tone or music )। বতাহত বৃক্ষ-পত্ৰৰ কম্পন, বজ্ৰনিৰ্ঘোষ, হাট-বজাৰত বহু মানুহৰ কণ্ঠধ্বনি আদি হাই। ই অসাময়িক কম্পনৰ ফল। ই কিছুমান অসমান তৰঙ্গ দ্বাৰা অসমান সময়ত আমাৰ কাণৰ প্ৰত্যক্ষীভূত উত্তেজনা মাত্ৰ। ঠিক ভাগ নোহোৱা কৰি অলপ সময়তে নানা ৰকম অসমান ঢৌৱে অশৃঙ্খলভাৱে আমাৰ কাণ-মাদলত খুন্দিয়াৰ ফল স্বৰূপে আমি হাই শুনো। বেহেলা, বাঁহী আদি বাদ্য যন্ত্ৰৰ ধ্বনি, গীত, আদিক আমি স্বৰ ( বা সংগীত ) বোলোঁ। ই সাময়িক কম্পনৰ ফল। সমান সময়ত সমান সমান ঢৌ এটাৰ পিছত আন এটা আহি আমাৰ কাণত খুন্দা মাৰিলে আমি সংগীত শুনো।

১৮। **মানৱ বাগ্‌যন্ত্ৰ ( Human organ of speech )**—ঢোল, খোল, বাঁহী, পেঁপা, বেহেলা, চেৰেঙা আদি বাদ্য-যন্ত্ৰ বজালে শব্দৰ উৎপত্তি হয়। আমাৰ মুখখনো এক ৰকম বাদ্য-যন্ত্ৰ। আমি কথা কওঁতে এই বাদ্য-যন্ত্ৰৰ সহায়ত মাত উলিয়াওঁ। এই বাগ্‌যন্ত্ৰ পৃথিবীৰ সকলো বাদ্য-যন্ত্ৰৰ ভিতৰত শ্ৰেষ্ঠ ; কিয়নো আমি ইয়াৰে অশেষবিধ মাত উলিয়াব পাৰোঁ। বাগ্‌যন্ত্ৰৰ লগতে আমাৰ মাত ডাঙৰ কৰিবৰ নিমিত্তে মুখ-গহ্বৰ আৰু অলেখ ৰকমৰ মাত উলিয়াবৰ নিমিত্তে তালু, জিভা, দাঁত আদি আছে। মানুহৰ মুখ-গহ্বৰ বাস্তৱিকে এটি শব্দবৰ্ধক চুঙা ( resonance tube )। সকলোৱে জানে যে শুদা স্বৰ-কাঁটা ( tuning fork ) এটা বজালে তাৰপৰা নিলগত কোনো শব্দ শুনা নাযায়। কিন্তু তাক সেই অৱস্থাত বাকচ এটাৰ ওপৰত বহুৱাই দিলে বাকচৰ ভিতৰৰ বায়ুখিনি তাৰ লগে লগে কঁপিব ধৰে, আৰু স্বৰ-কাঁটাৰ মাত টান কৰি ভোঁ ভোঁ কৰে গম্ভীৰ মাত উলিয়ায়। আমাৰ কণ্ঠও স্বৰ-কাঁটাৰ নিচিনা এবিধ বাদ্য-যন্ত্ৰ। শব্দবৰ্ধক চুঙা ( resonance tube )-ৰ দৰে আমাৰ মুখ-গহ্বৰ নথকা হলে কণ্ঠত ওলোৱা শব্দ শুনা নগল হয়।

মুখ-গহ্বৰৰ বায়ু কণ্ঠৰ লগে লগে কম্পিত হোৱাৰ কাৰণে মাত ডাঙৰ হয় আৰু তেতিয়া আমি তাক শুনিবলৈ পাওঁ। মানৱ বাগ্‌যন্ত্ৰৰ বিষয়ে সংক্ষেপে ইয়াকে কব পাৰি :—

১৯। বুক (thorax) অৰু পৰ্দাছাল ( diaphragm )-ৰ মাজত আমাৰ হাওঁফাওঁ থাকে। তাত কণ্ঠনালী বা ঢোৰ ( trachea )-ৰ নিম্ন অংশ আহি লাগিছে। বুকৰ মাংসপেশী আৰু পৰ্দাছালে ফুচ্‌ফুচত হেঁচা দি হাঠিনা ( bellow )-ৰ কাম কৰে অৰ্থাৎ কণ্ঠনালী দি বতাহ উলিয়াই দিয়ে বা ভিতৰলৈ নিয়ে। কণ্ঠ-নালীৰ ( trachea ) ওপৰ মূৰৰ নাম কণ্ঠ-দ্বাৰ ( বা glottis )। কথা কওঁতে ইয়াৰ মুখ খুলি যায় আৰু আৱশ্যকমতে জিভাৰ গুৰিত লাগি থকা গিলিপ খানে ( epiglottis ) এই কণ্ঠদ্বাৰ বন্ধ কৰিব খোজে। কোনো বস্তু খাওঁতে কথা কলে কণ্ঠদ্বাৰ কেতিয়াবা মেলা যায়। তেতিয়া খোৱা বস্তু তাত সোমালে আমি বেহুঁ খাওঁ। কণ্ঠদ্বাৰৰ তলতেই আচল কণ্ঠ ( larynx ) আছে। গলৰ উঠঙ্গা অংশৰ পোণে পোণে আৰু কণ্ঠ-নালীৰ পথালি ভাজে কণ্ঠত দুখান ছাল প্ৰায় লাগালাগি কৰি থাকে। এই ছালৰ নাম শব্দ-ৰজ্জু ( vocal-cords )। ইহঁত কণ্ঠ ( larynx )-ৰ অংশ আৰু ইহঁতৰ প্ৰত্যেকে কণ্ঠৰ একো কাষে থাকে। কথা কওঁতে মাংসপেশীৰ সহায়ত আমি শব্দ-ৰজ্জু দুডাল টান কৰি প্ৰায় সমান্তৰাল অৱস্থালৈ আনো। তেতিয়া ইহঁত পৰস্পৰ চুওঁ চুওঁ হয় আৰু আমাৰ কণ্ঠ ( larynx ) প্ৰায় বন্ধ হয়। সেই অৱস্থাত ফুচ্‌ফুচৰপৰা বতাহ ঠেলি ইয়াৰ মাজেদি উলিয়াই দিলে শব্দ ৰজ্জু কঁপিব ধৰে। তেতিয়া আমাৰ কণ্ঠই পেঁপা, শিঙা, আদি দুপতীয়া ( double-reed ) যন্ত্ৰৰদৰে মাত উলিয়ায়। তাৰ পাচত আমাৰ মুখ-গহ্বৰ আৰু নাকে শব্দ-বৰ্ধক চুঙা ( resonance tube )ৰ নিচিনাকৈ সেই মাত বৰ্ধিত আৰু স্পষ্ট কৰে। তেতিয়া কথা শুনা যায়।

২০। আমি কথা কওঁতে যিবিলাক বৰ্ণ উচ্চাৰিত কৰোঁ সেই বিলাকক দুই শ্ৰেণীত ভাগ কৰিব পাৰিব। সংগীত আৰু কোলাহল। স্বৰবৰ্ণবিলাক সংগীত বা স্বৰ আৰু বৰ্গীয় বৰ্ণবিলাক কোলাহল বা হল। অন্তঃস্থ আৰু উষ্ম বৰ্ণ এই দুই শ্ৰেণীৰ মাজত পৰে। আমি অনুমান কৰিব পাৰোঁ যে সকলো স্বৰৰ পৃথক পৃথক উচ্চতা ( pitch ) আছে অৰ্থাৎ বাগ্‌যন্ত্ৰ কোনো নিৰূপিত বাৰ কঁপিলেহে সেই সেই স্বৰ ওলায়। তথাপি স্বৰবৰ্ণৰ উচ্চাৰণ দেশ, জাতি আৰু মানুহ ভেদে ইমান লৰচৰ হয় যে পৃথিবীত অসংখ্য স্বৰ

প্ৰচলিত আছে বুলি কলেও অত্যুক্তি নহয়। আমি 'অ', 'ও', আৰু 'এ'ৰ উচ্চাৰণ দুই তিনি ৰকমে কৰোঁ। যেনে—খৰ, চোঁচ, কেন্ কেনা ( হ্ৰস্ব ), ল'বি, ল'বা, গুনো, এটা ( দীৰ্ঘ )। স্বৰৰ দৰে ব্যঞ্জন বৰ্ণৰো উচ্চাৰণ লৰচৰ হোৱা দেখা যায়। কিন্তু অসমীয়া বৰ্ণমালাত আমাৰ মাত লিপিবদ্ধ কৰিবলৈ সকলো ৰকমৰ আখৰ আছে। কোৱা বাহুল্য যে বহু বৰ্ণমালাত অসমীয়া ৰ, স আৰু য-ৰ উচ্চাৰণ বুজুৱা আখৰ নাই।

২১। **শব্দবিজ্ঞান মতে স্বৰবৰ্ণৰ উচ্চাৰণ (Accoustics of vowels)** —স্বৰবৰ্ণৰ উচ্চাৰণ নানাবিধ ( §১৬,২০ ) হলেও সকলো ভাষাতে পণ্ডিতসকলে প্ৰাদেশিক উচ্চাৰণৰ নিমিত্তে অলপ স্থান ৰাখি কিছুমান আদৰ্শ স্বৰবৰ্ণ ঠিক কৰি লৈছে। অসমীয়া ভাষাতো সেইদৰে ওপৰত কোৱা ( § ৬ ) স্বৰবৰ্ণ কেইটাহে প্ৰচলিত আছে। প্ৰাদেশিক উচ্চাৰণৰ হেচ্‌পেচৰ নিমিত্তে স্বৰৰ উচ্চতা ( pitch ) লৰচৰ হোৱা দেখা নাযায়। সকলো মানুহে একেটা শব্দ উচ্চাৰণ কৰোঁতে জিভা, তালু আদি বাগ্‌যন্ত্ৰৰ অংশবিলাক একে স্থানত বা একেভাৱে নাৰাখে। দুজন মানুহৰ মুখ-গহ্বৰ বা শব্দ-বৰ্ধক চুঙা ( resonance cavity ) ঠিক একে ৰকম কেতিয়াও হব নোৱাৰে। প্ৰতি মানুহৰ শব্দ-বৰ্ধক গহ্বৰ অলপ নহয় অলপ লৰ হবই হব। কিন্তু মুখ-গহ্বৰ ভিন মানুহৰ ভিন ৰকম হলেও সাধাৰণ আকৃতি প্ৰায় সকলোৰে একে থাকে আৰু সেই দেখি উচ্চাৰণো প্ৰায় একে ৰকম হয়। হেল্‌ম্‌হোজ্[১] নামে বৈজ্ঞানিক পণ্ডিতে প্ৰধান স্বৰ কেইটাৰ উচ্চাৰণ তলত লিখা দৰে নিৰ্দেশ কৰিছে—




'আ' ( যেনে—মাত, মালা )-ৰ পৰা স্বৰবিলাক ওপৰত কোৱা তিনি ভাগত বিভক্ত হৈ ওলাইছে। ইংৰাজী father শব্দৰ aটোৰ উচ্চাৰণ ঠিক 'আ'ৰ দৰে। এই তিনি ভাগ স্বৰৰ আদি স্থান 'আ'কে ধৰিব পাৰি। ইইঁতৰ উচ্চাৰণৰ উদাহৰণ আৰু সংক্ষেপ বিৱৰণ তলত দিয়া হ'ল।

---

১। Helmholz—Sensation of Tones.

| স্বৰৰ বিভাগ | বৰ্ণ | উচ্চাৰণ বুজোৱা শব্দ | উচ্চাৰণৰ সময়ত মুখ-গহ্বৰৰ আকৃতি |
|---|---|---|---|
| প্ৰথম বিধ | আ | মাতৃ, মালা মায়া। ইং father. | মঠ বা পগৰ আকৃতিৰ শব্দ-বৰ্ধক গহ্বৰ ( resonance cavity ) এটা। সি কণ্ঠৰপৰা ওঠলৈ ক্ৰমাৎ বহল। |
| | অ<br>অ̄<br>ও<br>উ,(ঊ) | ঘট ( ইং cot )<br>অ̄কটুৰ যদি<br>ভোজ কেৰোণ, ইং more<br>ভুজ, মুগ, শুভ্ৰ, জম্বু ইং Poor. | 'আ' এৰি 'ও' আৰু 'উ'ৰ উচ্চাৰণ কৰিব খোজোঁতে মুখৰ দুৱাৰখন ওঠ দুটা চেপি অলপ কোচোৱা হয়,—'ও'ত কৰি 'উ'ত বেচি কোচাব লাগে। আৰু লগে সগে জিভাখনক তলৰ ফালে হেঁচি দি গহ্বৰটো ডাঙৰ কৰা হয়। মুখৰ আকৃতি 'উ' ( যেনে—জম্বু )-ৰপৰা 'ও' ( যেনে—ভোজ ) লৈ আৰু তাৰ পাচে "অ" ( যেনে—অকটুৰ ) লৈ আৰু তাৰ পিচত 'অ' ( যেনে—ঘট ) লৈ পৰিবৰ্তিত হয়। ইংৰাজী শব্দ poor, more, cot, caught আৰু fatherত যথাক্ৰমে এইবিলাক উচ্চাৰণ পোৱা যায়। মুখৰ সাধাৰণ আকৃতি এই উচ্চাৰণবিলাকত একে থাকে। এই আকৃতি এটা গল-শূন্য সংকীৰ্ণ মুখৰ লালী নিচিঙা গহ্বৰবিশিষ্ট বতলৰ নিচিনা। |

| স্বৰৰ বিভাগ | বৰ্ণ | উচ্চাৰণ বুজুৱা শব্দ | উচ্চাৰণ কৰোঁতে মুখ-গহ্বৰৰ আকৃতি |
| --- | --- | --- | --- |
| দ্বিতীয় বিধ | আ | মাতৃ, মালা, মায়া। ইং father | পূৰ্ব্বোক্তৰূপ funnel-shaped resonance cavity কণ্ঠৰপৰা ওঠলৈ ক্ৰমাৎ বহল। |
| | এ̅<br>এ<br>ই (ঈ) | এটা, হেৰা, ইং bat.<br>খেৰ, লেজ, নৱেন্দ্ৰ। ইং there.<br>সি, কিন্তু, বৈৰাগী, জীৱন। ইং machine. | 'আ' এৰি 'এ̅', এ বা 'ই'-ৰ উচ্চাৰণ কৰিব খোজোঁতে ওঠ দুটা আগত থাকি বেচিকৈ মেলি দিয়া হয়; কিন্তু জিভাৰ মাজ ভোখৰ কোঁচাই নি তালুৰ কাষ চপাই জিভা আৰু তালুৰ মাজৰ ঠাই ঠেক কৰা হয়। লগে লগে জিভাৰ গোৰ তলৰ ফালে হেঁচি দি আচল কণ্ঠৰ ( বা larynx ) ওপৰৰ ঠাই-খিনি বিস্তৃত কৰা হয়। মুখৰ এই আকৃতি ঠিক এটা সংকীৰ্ণ গল বিশিষ্ট বতলৰ নিচিনা। |
| তৃতীয় বিধ | আ | মাতৃ, মায়া, মালা। | পূৰ্ব্বোক্তৰূপ funnel-shaped resonance cavity. |
| | অ, অ' | মতি, ফণী, যদি French-peu. | মুখ-গহ্বৰৰ আকৃতি দ্বিতীয় বিধ বতলৰ নিচিনাই। কিন্তু ওপৰত কোৱা নিয়মে তালুৰ মাজৰ ঠাই সংকীৰ্ণ কৰাৰ বাহিৰে ওঠ দুটাইও কোঁচ খাই মাজৰ ঠাই ঠেক কৰে আৰু তালুৰ লগত হোৱা চুঙাৰ আকৃতিকো দীঘল কৰি তোলে। মুখৰ এই আকৃতি ঠিক এটা গল থকা বতলৰ দৰে; কিন্তু ইয়াৰ গল দ্বিতীয় বিধ স্বৰৰ বতলত কৰি বেচি দীঘল। |
| | ই উ | অসমীয়াত নাই। French-Pu. | |

প্ৰথম বিধ স্বৰৰ 'অ' আৰু তৃতীয় বিধ স্বৰৰ 'অ'ৰ উচ্চাৰণ একে নহয়। উভয়ৰে মাজত অলপ পাৰ্থক্য আছে।

**(খ) ব্যঞ্জন বৰ্ণৰ উচ্চাৰণ ( Pronunciation of Consonants )**

২২। ওপৰত কৈ অহা হৈছে যে 'ক'-ৰপৰা 'ম'লৈ ২৫টি বৰ্ণৰ নাম স্পৰ্শ বা বৰ্গীয় বৰ্ণ ( § ৭ )। বাগ্‌যন্ত্ৰ সম্পূৰ্ণ বা ঈষৎ স্পৃষ্ট হলে ব্যঞ্জন বৰ্ণৰ উচ্চাৰণ হয়। কিন্তু প্ৰকৃত পক্ষে বৰ্গীয় বৰ্ণ উচ্চাৰিত কৰোঁতেহে বাগ্‌যন্ত্ৰৰ উদ্যোগী ( active ) আৰু নিশ্চেষ্ট ( passive ) অঙ্গ ওচৰা-ওচৰি হৈ শ্বাস খন্তেকৰ কাৰণে একেবাৰে বন্ধ কৰে। যেনে, 'অক্' বোলোঁতে জিভা আৰু তালুৰ মাজৰ বাট হঠাতে বন্ধ হয়, আৰু 'ক' ( অৰ্থাৎ ক্ + অ ) বোলোঁতে আগে বন্ধ হৈ থকা বাট হঠাতে খুলি যায়। এই বৰ্ণৰাশিৰ কোনো ধ্বনি নাই আৰু উচ্চাৰণ কৰোঁতে মুহূৰ্তৰ নিমিত্তে শ্বাস সম্পূৰ্ণ বন্ধ হয়। এই নিমিত্তে বৰ্গীয় বৰ্ণক স্পৰ্শ বা নিমাত ( mute ) বৰ্ণও বোলে। য, ৰ, ল, ব এই কেইটাৰ নাম অন্তঃস্থ বৰ্ণ ( Semi-vowels )। ইহঁত স্বৰ আৰু ব্যঞ্জনৰ মধ্যবৰ্তী; সেই দেখি এই নাম। শ, ষ, স, হ এই কেইটি উষ্ম বৰ্ণ। ইহঁত শ্বাসৰ ৰূপান্তৰ।

২৩। বৰ্ণ উচ্চাৰণ কৰিবৰ প্ৰযত্ন দুবিধ—(ক) আভ্যন্তৰ ( কণ্ঠত ) আৰু (খ) বাহ্য ( বা কণ্ঠৰ বাহিৰ বা মুখ আদিত )। ইয়াৰ ভিতৰত (ক) আভ্যন্তৰ প্ৰযত্ন পাঁচ প্ৰকাৰ—(১) স্পৃষ্ট ( অৰ্থাৎ য'ত শব্দ-ৰজ্জুৰ স্পৰ্শ হয় ), (২) ঈষৎ স্পৃষ্ট ( কিঞ্চিৎ স্পৰ্শ কৰে ), (৩) ঈষদ্‌বিবৃত ( য'ত শব্দ-ৰজ্জু উচ্চাৰণ স্থানৰ পৰা কিছু আঁতৰত থাকে ), (৪) বিবৃত ( য'ত শব্দ-ৰজ্জু উচ্চাৰণ স্থানৰ কিঞ্চিৎমাত্ৰ ওচৰ নাচাপে ) আৰু (৫) সংবৃত ( য'ত শব্দ-ৰজ্জু কোঁচ খাই থাকে )। ইহঁতৰ ভিতৰত স্পৃষ্ট প্ৰযত্ন স্পৰ্শ বৰ্ণৰ হয়। অন্তঃস্থ বৰ্ণৰ ঈষৎস্পৃষ্ট প্ৰযত্ন হয় আৰু উষ্ম বৰ্ণৰ ঈষদ্‌বিবৃত প্ৰযত্ন হয়। স্বৰৰ বিবৃত প্ৰযত্ন হয়। প্ৰয়োগত হ্ৰস্ব অকাৰৰ সংবৃত প্ৰযত্ন হয়। আৰু সাধনি অৱস্থাত বিবৃত প্ৰযত্ন হয়[১]। (খ) বাহ্য প্ৰযত্ন এঘাৰ বিধ—(১) বিবাৰ, (২) সংবাৰ, (৩) শ্বাস, (৪) নাদ, (৫) ঘোষ, (৬) অঘোষ, (৭) অল্পপ্ৰাণ, (৮) মহাপ্ৰাণ, (৯) উদাত্ত, (১০) অনুদাত্ত আৰু (১১) স্বৰিত। খ, ফ, ছ, ঠ, থ, চ, ট, ত, ক, প, শ, ষ, স, এই কেই বৰ্ণৰ বিবাৰ, শ্বাস আৰু অঘোষ প্ৰযত্ন হয়। হ, য, ৰ, ল, ব, ঞ, ম, ঙ,

১। "যত্নো দ্বিধা। আভ্যন্তৰো বাহ্যশ্চ। আদ্যঃ পংচধা। স্পৃষ্টেষৎস্পৃষ্টেষদ্বিবৃত বিবৃত সংবৃত ভেদাৎ। তত্ৰ স্পৃষ্টং প্ৰযত্নং স্পৰ্শানাম্। ঈষৎ স্পৃষ্টমন্তঃস্থানাম্। ঈষদ্বিবৃতমূষ্মনাম্। বিবৃতং স্বৰাণাম্। হ্ৰস্বস্য বৰ্ণস্য প্ৰয়োগে সংবৃতম্। প্ৰক্ৰিয়া দশায়াম্ভ বিবৃতমেব"। সি. কৌ. § ১৩।

ণ, ন, ঋ, ভ, ঘ, ঢ, ধ, জ, ব, গ, ড, দ এই কেইটা আখৰৰ সংসাৰ, নাদ আৰু ঘোষ প্ৰযত্ন হয়। বৰ্গৰ প্ৰথম, তৃতীয়, আৰু পঞ্চম আখৰ আৰু য, ৰ, ল, ব— ৰ অল্পপ্ৰাণ প্ৰযত্ন হয়। আৰু বৰ্গৰ দ্বিতীয় আৰু চতুৰ্থ বৰ্ণ আৰু শ, ষ, স, হ— ৰ মহাপ্ৰাণ প্ৰযত্ন হয়[১]।

২৪। মহামতি মেক্সমূলাৰৰ মতে বৰ্ণৰ ধৰ্ম বুলিলে তিনটি বিষয় ধৰিব লাগে অৰ্থাৎ (ক) কিহৰপৰা বৰ্ণৰ উদ্ভৱ হয়, (খ) কেনে কৰি বৰ্ণৰ উদ্ভৱ হয় আৰু (গ) ক'ত বৰ্ণৰ জন্ম হয়। উক্ত পণ্ডিতৰ মতে (ঘ) তলত লিখা কাৰণৰপৰা বৰ্ণৰ উদ্ভৱ হয়:

(১) স্বৰিত বা ধ্বনিত শ্বাসৰপৰা ( of vocalised breath )। ইসৱক স্বৰবৰ্ণ বোলে। বিবৃত বা অস্পৃষ্ট ( no contact )। ( ইয়াত শ্বাস বুলিলেও নিঃশ্বাস হে বুজিব লাগে )।

(২) স্বৰিত বা ধ্বনিত নোহোৱা শ্বাসৰপৰা ( of breath not vocalised )। ইসৱক অন্তঃস্থ-উষ্মবৰ্ণ বোলে। ঈষৎ স্পৃষ্ট বা ইষদ্বিবৃত ( slight contact )।

(৩, স্পষ্ট কোলাহল ( ধ্বনি )-ৰপৰা ( of articulate noise )। ইইঁতক স্পৰ্শ বা বৰ্গীয় বৰ্ণ বোলে। স্পৃষ্ট ( complete contact )।

(খ) তলত লেখাদৰে বৰ্ণৰ উদ্ভৱ হয়—(১) শব্দ-ৰজ্জু ( vocal cords ) সম্পূৰ্ণ খোলা ৰাখি। ইসৱক বিবাৰশ্বাসাঘোষ ( § ২৩ ) বা উচ্চাৰণ কঠিন বৰ্ণ বোলে ( surd, tenues, hard or sharp )।

(২) শব্দ-ৰজ্জু ওচৰা-ওচৰি কৰি। ইসৱক সম্বাৰনাদঘোষ ( § ২৩ ) বা উচ্চাৰণ কোমল বৰ্ণ বোলে ( sonant, mediæ, soft or blunt )। এই পাৰ্থক্য অন্তঃস্থা, উষ্ম আৰু স্পৰ্শ বৰ্ণ উভয়তে খাটে।

(গ) তলত লিখা ঠাইত বৰ্ণৰ উদ্ভৱ হয়:

নানা ঠাইত উদ্যমশীল আৰু নিশ্চেষ্ট অঙ্গ লগলাগি বৰ্ণৰ উদ্ভৱ কৰে। সচৰাচৰ জিভাৰ গুৰি, আৰু তালুৰ তলভাগ, জিভাৰ আগ আৰু দাঁত আৰু

---

১। "বাহ্যপ্ৰযত্নস্তেকাদশধা। বিবাৰঃ সংবাৰঃ শ্বাসো নাদো ঘোষোঽ-ঘোষোঽল্পপ্ৰাণো মহাপ্ৰাণ উদাত্তোঽনুদাত্তঃ স্বৰিতশ্চেতি। খৰো বিবাৰাঃ শ্বাসা অঘোষাশ্চ। হশঃ সংবাৰা নাদা ঘোষাশ্চ। বৰ্গানাং প্ৰথমতৃতীয়পংচমা যণশ্চাল্পপ্ৰাণাঃ। বৰ্গানাং দ্বিতীয় চতুৰ্থৌ শলশ্চ মহাপ্ৰাণাঃ"। সি. কৌ. § ১৩ক।

See § 10 note, for explanation of খৰ, হশ, যণ আৰু শল।

ওপৰ ওঠ আৰু তল ওঠ নানা ৰকমে স্পৃষ্ট হয়[১]। স্বৰবৰ্ণৰ বিষয়েহে এই নিয়ম নাখাটে।

২৫। আমি নিশ্বাস পেলাওঁতে আমাৰ কণ্ঠৰদ্বাৰ ( glottis ) তেনেই মেল খায় আৰু তেতিয়া শ্বাসৰ ধ্বনি স্পষ্ট শুনা যায়। আমি ইচ্ছা কৰিলে কণ্ঠ যৎকিঞ্চিৎ কোঁচাই নি টান কৰি আৰু কণ্ঠদ্বাৰ একেবাৰে খোলা ৰাখি সেই শ্বাসকে ঠেলি উলিয়াই 'হ'ৰ উচ্চাৰণত পৰিণত কৰিব পাৰোঁ। কণ্ঠদ্বাৰ এই দৰে খোলা থকা আৰু শব্দ-ৰজ্জু নিলগে নিলগে থাকা অৱস্থাত আমাৰ শ্বাসে বাটত সম্পূৰ্ণৰূপে প্ৰতিবন্ধক নাপায় ( বন্ধ নহয় ): তেতিয়া উচ্চাৰিত বৰ্ণ ভালকৈ ফুটি নোলায়। ইহঁতক "বিবাৰশ্বাসাঘোষ" ( § ২৪ ) বা উচ্চাৰণ কঠিন বৰ্ণ ( surd or hard ) বোলে। কণ্ঠদ্বাৰ অলপ বা বেচি বন্ধ অৱস্থাত যদি শব্দ-ৰজ্জু দুডাল ওচৰা-ওচৰি কৰি সিহঁতক কঁপাই শ্বাস ঈষৎ ঘৰ্ষিত বা স্পন্দিত কৰি বাহিৰকৈ দি শব্দ উলিবা যায় তেন্তে আমি অসমীয়া 'স'ৰ উচ্চাৰণ পাওঁ। এই 'স' সংস্কৃত 'স' আৰু 'হ'ৰ নিকটবৰ্তী, কিন্তু উভয়তকৈ কোমল। গ্ৰীক ভাষাতো এই উচ্চাৰণ আছে[২]। এইদৰে কণ্ঠদ্বাৰ বন্ধ আৰু শব্দ-ৰজ্জু পৰস্পৰ নিকটবৰ্তী হৈ ঈষৎ কম্পিত হলে আমাৰ শ্বাসে বাটত অলপ বাধা পায়। এই অৱস্থাত উচ্চাৰিত ব্যঞ্জন বৰ্ণ স্পষ্টৰূপে ফুটি ওলায়। ইহঁতৰ নাম "সম্বাৰনাদঘোষ" বা উচ্চাৰণ-কোমল বৰ্ণ ( sonant or soft )। বৰ্গৰ প্ৰথম আৰু দ্বিতীয় বৰ্ণ বিবাৰশ্বাসাঘোষ আৰু তৃতীয়, চতুৰ্থ আৰু পঞ্চম বৰ্ণ সম্বাৰনাদঘোষ ( § ২৩ )। আমাৰ শ্বাস উপৰ্যুক্ত দুই ৰকমে উলিয়াওঁতে বাটত নানা ৰকম ভেটা দি তাক লৰচৰ কৰিব আৰু ভিন ভিন বৰ্ণৰ উচ্চাৰণ কৰিব পাৰি। মহামতি মেক্সমূলাৰে জিভা, মূৰ্ধা, তালু, দন্ত আৰু ওষ্ঠৰ সহায়ে আঠ ৰকমে বাট ভেটি ভিন ভিন ব্যঞ্জন বৰ্ণৰ উচ্চাৰণ কৰিব পাৰি বুলি কয়।

২৬। বিবাৰশ্বাসাঘোষ আৰু সম্বাৰনাদঘোষ উভয়কে কৰ্কশ আৰু মিহি ভাৱে উচ্চাৰিত কৰিব পাৰি। বিবাৰশ্বাসাঘোষৰ স্বাভাৱিক উচ্চাৰণ নকৰি

---

১। See Max Muller's Science of Language, vol. 11, p. 163.

*Cf.* also :—অষ্টৌ স্থানানি বৰ্ণানাম্ উৰঃ কণ্ঠঃ শিৰস্তথা।
জিহ্বামূলঞ্চ দন্তাশ্চ নাসিকোষ্ঠৌচ তালুচ ॥
পাণিনি সাৰ ২ পৃষ্ঠা

২। ব্ৰাউন চাহাবৰ মতে অসমীয়া 'স'ৰ উচ্চাৰণ গ্ৰীক x আখৰৰ নিচিনা। *See* his Grammar, p. 12.

অৰ্থাৎ শ্বাস হঠাতে বন্ধ নকৰি যদি খন্তেকৰ নিমিত্তে জমা কৰি ৰাখি তাৰ পাছত কণ্ঠদ্বাৰ খোলা আৰু শব্দ-ৰজ্জু পৰস্পৰে কিঞ্চিৎ নিকটবৰ্ত্তী হৈ থকা অৱস্থাতে তাক সশব্দে তীব্ৰগতিত ওলাব দিয়া যায় তেন্তে আমি বিবাৰশ্বাসাঘোষৰ কৰ্কশ স্বৰ পাওঁ। এই অৱস্থাত বিবাৰশ্বাসাঘোষ বৰ্ণৰ উচ্চাৰণ কৰোঁতে শ্বাস জমা হৈ বেচি জোৰে ওলায়। ইহঁতৰ নাম "মহাপ্ৰাণ" ( aspirate ) বৰ্ণ। আৰু যদি কণ্ঠদ্বাৰ বন্ধ বা অলপ খোলা অৱস্থাত শব্দ-ৰজ্জু দুডাল ওচৰা-ওচৰি কৰি আৰু শ্বাস শব্দযুক্ত কৰি স্পষ্টভাৱে উলিয়াওঁ তেন্তে সম্বাৰনাদঘোষ বৰ্ণৰ কৰ্কশ উচ্চাৰণ পাওঁ। এই অৱস্থাতো সম্বাৰনাদঘোষ উচ্চাৰণ কৰোঁতে শ্বাস জমা হৈ বেচি জোৰে ওলায়। ইহঁতো মহাপ্ৰাণ বৰ্ণ ( aspirates )। বিবাৰশ্বাসাঘোষ আৰু সম্বাৰনাদঘোষ বৰ্ণ স্বাভাবিক অৰ্থাৎ শ্ৰুতিমধুৰকৈ উচ্চাৰিত কৰিলে অল্প-প্ৰাণ ( unaspirate ) বৰ্ণ ওলায়। বৰ্গৰ প্ৰথম আৰু তৃতীয় বৰ্ণ অল্প-প্ৰাণ ( unaspirate ) আৰু দ্বিতীয় আৰু চতুৰ্থ বৰ্ণ মহাপ্ৰাণ ( aspirate )। বৰ্গীয় পঞ্চম বৰ্ণৰ উচ্চাৰণ কৰোঁতে বাগ্‌যন্ত্ৰৰ পৰিশ্ৰমী আৰু নিশ্চেষ্ট অঙ্গ সম্পূৰ্ণৰূপে স্পৃষ্ট হয় বা লগ লাগে, কিন্তু আমাৰ শ্বাস বিবাৰশ্বাসাঘোষৰ দৰে হঠাতে বন্ধ নহৈ সম্বাৰনাদঘোষৰ দৰেহে বন্ধ হয়। তেতিয়া শ্বাস মুখেদি সুলিয়াই সাধাৰণতঃ নাকেদি উলিওৱা হয়। ইহঁতো অল্প-প্ৰাণ বৰ্ণ। অল্প-প্ৰাণ আৰু মহাপ্ৰাণ উভয়কে বিবাৰশ্বাসাঘোষ আৰু সম্বাৰনাদঘোষৰ বিশেষ ধ্বনি বুলিব পাৰি। বৰ্গৰ প্ৰথম আৰু তৃতীয় বৰ্ণৰ লগত 'হ' উচ্চাৰিত কৰিলে অৰ্থাৎ সেই সেই বৰ্ণৰ লগতে শ্বাস বৰ কোৰে উলিয়ালে যথাক্ৰমে দ্বিতীয় আৰু চতুৰ্থ বৰ্ণ ওলায়। বস্তুত ভাষাত বৰ্গীয় দ্বিতীয় আৰু চতুৰ্থ বৰ্ণ নাই। প্ৰথম আৰু তৃতীয় বৰ্ণৰ লগত 'হ' উচ্চাৰিত কৰি তেনে ভাষাভাষী সকলে দ্বিতীয় আৰু চতুৰ্থ বৰ্ণৰ কাম চলায়; যেনে, ইংৰাজীত খ, ঘ, ছ, ঝ, থ আদি বৰ্ণ নাই। তাত ক, গ আদি অল্প-প্ৰাণ বৰ্ণৰ পিছতে 'হ' উচ্চাৰিত কৰি খ, ঘ আদি মহাপ্ৰাণ বৰ্ণ উলিয়ায়।

২৭ **কণ্ঠ্য বৰ্ণ বা জিহ্বামূলীয়া বৰ্ণ** ( **Gutturals** )[১]। ক, খ, গ,

---

১। "অকুহবিসৰ্জনীয়ানাং কণ্ঠঃ। ইচুযশানাং তালু। ঋটুৰষানাং মূৰ্ধা। ৯তুলসানাং দন্তাঃ। উপূপধ্মানীয়ানামোষ্ঠৌ। ঞমঙণনানাং নাসিকাচ। এদৈতোঃ কণ্ঠতালু। ওদৌতোঃ কণ্ঠোষ্ঠম্। ৱকাৰস্য দন্তোষ্ঠম্। জিহ্বামূলীয়স্য জিহ্বামূলম্। নাসিকানুস্বাৰস্য"। সি. কৌ. (১১৫)

N. B. "ককাৰচকাৰাদিষুকাৰঃ পংচৰ্বৰ্ণ পৰিগ্ৰহনাৰ্থঃ।"

ঘ, ঙ, হ আৰু স্বৰৰ অ, আ এই কেইটা আখৰৰ উচ্চাৰণ স্থান কণ্ঠ বা জিহ্বামূল বুলি ইহঁতক জিহ্বামূলীয়া বা কণ্ঠ্যবর্ণ বোলে। আমাৰ জিভাৰ গোৰ নি কোমল তালুত লগালে আমাৰ শ্বাস 'ক' ৰূপে উচ্চাৰিত হয়। সেই শ্বাসকে স্পষ্ট কৰি শুনা ধ্বনিত পৰিণত কৰিলে 'গ' ওলায় 'ক'ৰ লগত 'হ'ৰ উচ্চাৰণ কৰিলে 'খ' হয়। বা ক্+জিহ্বামূল শ্বাস (বা 'হ')='খ'। সেইদৰে গ+জিহ্বামূল শ্বাস (বা 'হ')=ঘ। 'গ'ৰ-পৰা 'ঙ' উচ্চাৰিত হয়। 'গ' উচ্চাৰিত কৰোঁতে যদি জিভাৰ গোৰ আৰু তালু একেবাৰে স্পৃষ্ট হয় আৰু শ্বাস বিবাৰশ্বাসাঘোষৰ নিচিনা হঠাতে বন্ধ নহৈ সম্বাৰনাদঘোষৰ দৰে কোমলভাৱে বন্ধ হয় আৰু লগে লগে শ্বাস মুখেদি নোলাই নাকেদি ওলায় তেন্তে আমি 'ঙ'ৰ উচ্চাৰণ পাওঁ। 'হ'ৰ উচ্চাৰণ স্বৰিত বা ধ্বনিত শ্বাস ভিন্ন আন একো নহয়। মহাপ্ৰাণ বৰ্ণৰ দ্বিতীয় অংশটোৱে 'হ'। ইয়াৰ উচ্চাৰণ আদিতে 'ঘ'ৰপৰা ওলাইছিল। যেনে, সিঙ্ঘ সং. সিংহ lion, বৈদিক—হন্তি, ঘ্নন্তি, দ্রুহ্, দ্রোঘ আদিত তাৰ প্ৰমাণ পোৱা যায়। প্ৰাতিশাখ্যমতে এই বৰ্ণ কেইটি জিভাৰ মূলত উদ্ভৱ হয়। 'হ' টোক তাত ধ্বনিত শ্বাস বুলি ধৰিছে। আৰু মহাপ্ৰাণ বৰ্ণ ঘ, ধ, আৰু ভ-ৰ দ্বিতীয়াংশ বুলি নিৰ্দেশ কৰিছে। 'ক্ষ' অৰ্থাৎ ক্+ষ টো 'স'-ৰ আগত থকা তালব্য বৰ্ণৰ স্বৰৰ বিকৃতি মাত্ৰ, যেনে—ৱচ্ (speak), বক্ষ্যতি (will speak)।

২৮। **তালব্য বৰ্ণ (Palatals)**—চ, ছ, জ, ঞ, য, সংযুক্ত শ আৰু স্বৰৰ ই, ঈ-ৰ উচ্চাৰণ তালুৰপৰা হয় বুলি সেই নাম। জিভাখন দাঙি নি তালুত হঠাতে লগাই শ্বাস বাহিৰ কৰিলে যি উচ্চাৰণ হয় তাক অলপ লৰচৰ কৰি এই বৰ্ণকেইটিৰ উচ্চাৰণ কৰিব পাৰি। আদিতে সংস্কৃত 'চ' আৰু 'ছ'ৰ উচ্চাৰণ কি আছিল এতিয়াও পণ্ডিতসকলে ঠিক কৰিব পৰা নাই। ইংৰাজী c-ৰ উচ্চাৰণ বঙ্গলা আৰু হিন্দী 'চ'-ৰ অৰ্থাৎ "ট+শ"ৰ উচ্চাৰণৰ দৰে। অসমীয়াত 'চ'ৰ উচ্চাৰণ সদায় হিন্দী 'স'ৰ নিচিনা। ই ফোচফোচনি বা ঘৰ্ষণ-সূচক (sibilant or fricative) ধ্বনিৰ নিকটবৰ্তী; 'ছ'ৰ উচ্চাৰণ তাত কৰি কঠিন। প্ৰমাণ পোৱা যায় যে প্ৰাকৃতত 'ছ' টোক সাধাৰণতঃ 'শ' কৰি লেখিছিল; আৰু তাক হিন্দী 'স'ৰ দৰে উচ্চাৰিত কৰিছিল, যেনে—মা. প্ৰা.—'সূৰী' (knife), অ. 'ছুৰী'। অসমীয়াত চিন, চাব, ছাত্ৰ, ছায়া আদি শব্দৰ উচ্চাৰণ কেতিয়াবা অদলবদল হলেও

অসমীয়াই কৰ্কশ আৰু কোমল ছ, চ উভয়ৰে উচ্চাৰণ কৰে। কিন্তু ইহঁতৰ ভিতৰত পাৰ্থক্য ধৰা বৰ সহজ নহয়। জিভাৰ আগ দাঁতৰ ফাঁলে আগবঢ়াই দি শ্বাস উলিয়ালে 'চ'ৰ উচ্চাৰণ হয় আৰু তাক স্পষ্ট কৰিলে 'জ' হয়। 'চ' আৰু 'জ'ৰ পাছত একে লগে 'হ'ৰ উচ্চাৰণ কৰিলে যথাক্ৰমে 'ছ' আৰু 'ঝ' হয়। জিভাখন ওপৰফালে কুঁজ উলিয়াই কোঁচাই নি তালু আৰু মূৰ্ধাৰ মাজখিনিৰ ওচৰ চপাই সেই সংকীৰ্ণ বাটেদি শ্বাস উলিয়ালে 'ছ'ৰ উচ্চাৰণ ওলায়। সেই অৱস্থাতে জিভা অলপ ঢিলাই দি শ্বাসৰ ধ্বনি স্পৃষ্ট কৰিলে 'য' ওলায়। 'য'-ক (কেতিয়াবা 'জ' ক) উপৰ্যুক্তৰূপে অনুনাসিক কৰিলে 'ঞ' হয়। যেনে—কয়াঁ (কঞা), কুয়াঁ (কুঞা), ভুয়াঁ (ভুঞা) ইত্যাদি। ইয়াৰ উচ্চাৰণ কেতিয়াবা অনুনাসিক (nasalised) 'ও'-ৰ উচ্চাৰণৰ লগত মিলে; যেনে—"কঞ", "থঞ" (বা কওঁ, থওঁ)—নামমালিকা। জিভাখন কোঁচাই নি কাষ চপাই ওপৰ দাঁতৰ গুৰিত জিভাৰ আগৰ তলিখান লাগোঁ লাগোঁ কৰিলে জিভাৰ তল দেখা যায়; তেতিয়া শ্বাস বাহিৰ কৰিলে সংযুক্ত 'শ'-ৰ উচ্চাৰণ ওলায়; যেনে—শ্ৰী, শ্ৰেণী, পশ্চিম, ইত্যাদি। 'ছ'-ৰ উচ্চাৰণ অলপ কোমল কৰিলে বা 'চ'-ৰ উচ্চাৰণ কৰিলে ইয়াৰ ওচৰ চাপে। অকলে থাকিলে 'শ'-ৰ উচ্চাৰণ অসমীয়া 'স'-ৰ দৰে হয়; যেনে—শিং, শিৱ, ইত্যাদি। বৰ্ণবিন্যাসৰ ভুলত প্ৰাকৃত 'স'-ৰ দৰেও উচ্চাৰিত হয়: যেনে—পঞ্চাশ, ত্ৰিশ, ইত্যাদি। পালি আৰু প্ৰাকৃতত[১] 'শ'-ৰ পৃথক উচ্চাৰণ নাই। এনেকি 'শ'-ৰ ব্যৱহাৰ একেবাৰে নাই বুলিলেও হয় (§ ১১)। সেই দেখিয়ে হব পায় অসমীয়াত ইয়াৰ পৃথক উচ্চাৰণ নাই। 'শ'-ৰ বিশেষ লক্ষণ তলত দিয়া হ'ল (§ ৩৩)।

২৯। **মূৰ্দ্ধন্য বৰ্ণ (Cerebrals), দন্ত্য বৰ্ণ (Dentals)**—ট, ঠ, ড, ঢ, ণ, ষ আৰু স্বৰৰ ঋ এই কেইটি মূৰ্ধন্য বৰ্ণ আৰু ত, থ, দ, ধ, ন, ৰ, ল আৰু স এই কেইটি দন্ত্য বৰ্ণ। জিহ্বাগ্ৰ দ্বাৰা কঠিন তালুৰ মাজখিনিতে আঘাত কৰিলে মূৰ্ধন্য বৰ্ণ আৰু ওপৰ দাঁতৰ আগত আঘাত কৰিলে দন্ত্য বৰ্ণৰ উচ্চাৰণ হয়। মূৰ্ধন্য বৰ্ণৰ উচ্চাৰণ টান; দন্ত্য বৰ্ণৰ সহজ আৰু কোমল। অসমীয়াই দন্ত্য
10 বৰ্ণৰ হে সচৰাচৰ উচ্চাৰণ কৰে। কিন্তু সেই বুলি যে অসমীয়াই

১। মাগধী প্ৰাকৃতত 'শ'-ৰ ব্যৱহাৰ আছিল। ই 'স'-ৰ ঠাই অধিকাৰ কৰিছিল; যেনে—এশে; মেশে=স. এষ মেষঃ (That is a ram)। হমশে=স. হংস: (goose)।

মূৰ্ধন্য বৰ্ণৰ উচ্চাৰণ নকৰে এনে নহয়। মূৰ্ধন্য ও উচ্চাৰিত কৰে; কিন্তু কথা কোৱাত দন্ত্য আৰু মূৰ্ধন্য বৰ্ণৰ বৰ প্ৰভেদ নাৰাখে। লেখাত উভয় বৰ্ণৰে প্ৰচলন আছে। সংস্কৃতৰপৰা অহা শব্দৰ বৰ্ণ-বিন্যাস যথাসম্ভৱ সংস্কৃতৰ নিচিনা কৰি লেখা যায়। কোনো কোনো ঠাইত প্ৰাকৃতৰ অনুকৰণেও বৰ্ণবিন্যাস কৰা হয়। কিন্তু পালি আৰু প্ৰাকৃতৰ উচ্চাৰণ স্থান বিশেষে লৰচৰ হৈছিল। এতেকে এনেস্থলত সংস্কৃত বৰ্ণ-বিন্যাস লৰচৰ কৰাতকৈ প্ৰাকৃত বৰ্ণ-বিন্যাস লৰচৰ কৰাই যুক্তিযুক্ত। 'থান' আৰু 'ঠাই' শব্দৰ আদি বৰ্ণ সংস্কৃতত 'থ'। আমি লেখোঁতে দুই ৰকমে লেখোঁ, কিন্তু উচ্চাৰণত একো পাৰ্থক্য নাৰাখোঁ। সংস্কৃত কৰ্ণ শব্দ অসমীয়াত কাণ হয়। সংস্কৃতত ণত্ববিধানৰ নিয়মমতে 'ৰ'-ৰ পিছত থকাৰ কাৰণে মূৰ্ধন্য ণ হৈছে। অসমীয়াত ণত্ববিধানৰ নিয়ম নাখাটে, কিয়নো তাত 'ৰ' নাই। এতেকে "কাণ" নেলেখি "কান" লেখাহে উচিত। কিন্তু মূৰ্ধন্য ণ ৰাখিলে শব্দটোৰ মূল বিচাৰিবলৈ সহজ হয়। এতেকে প্ৰচলিত বৰ্ণ-বিন্যাস থকাত আমাৰ অসুবিধা নাই।

শব্দৰ আদিতে বহিলে 'ড' আৰু 'ঢ'-উচ্চাৰণ লৰচৰ নহয়; যেনে—ডাক, ঢাক, ইত্যাদি। 'ড' আৰু 'ঢ'ৰ লগত 'য' যোগ হলে বা দুটা পদ লগলাগি এটা শব্দ হলেও ইহঁতৰ উচ্চাৰণ একে থাকে; যেনে—ডগ্‌ডগী, ঢক্‌ঢক্‌, আঢ্য, জাড্য, ইত্যাদি। আন ঠাইত বহিলে 'ড' আৰু 'ঢ'-ৰ উচ্চাৰণ যথাক্ৰমে কঠিন 'ৰ' আৰু 'হ্‌'-ৰ নিচিনা হয়; তেতিয়া সেই উচ্চাৰণ বুজাবৰ কাৰণে সিহঁতৰ তলত এটি ফুট দিয়া হয়; যেনে—'গড়', গঢ়, ষাঁড়, জাড় বা জাৰ (স. জাড্য), পঢ়া, ইত্যাদি। 'ডেডা', লাঢো আদিৰ বৰ্ণ-বিন্যাস এই নিয়মে ভুল। অসমীয়া 'ড়' আৰু 'ঢ়'-ৰ উচ্চাৰণ হিন্দী উচ্চাৰণৰ লগত মিলে।

ত, থ, দ, ধ-ৰ সংস্কৃত উচ্চাৰণ আমাৰ নাই; সংস্কৃত ট, ত, ঠ, থ আদিৰ মধ্যবৰ্তী উচ্চাৰণ হে আমি গ্ৰহণ কৰিছোঁ। 'ত' আদিৰ উচ্চাৰণ কৰোঁতে আমি জিভাৰ আগ দাঁতৰ আগতো নলগাওঁ, তালুৰ মাজতো নলগাওঁ। জিভাৰ আগ বাস্তৱিকে দাঁতৰ আলুত হে লগাওঁ। এতেকে আমাৰ উচ্চাৰণ অৰ্ধ মূৰ্ধন্য অৰ্ধ দন্ত্যহে হয়। পালি গ্ৰন্থত অতি প্ৰাচীন কালৰেপৰা মূৰ্ধন্য আৰু দন্ত্যবৰ্ণৰ ব্যৱহাৰ অদল-বদল হৈ চলি আহিছে; আৰু তাৰপৰা ভাবিব পাৰি যে উভয়ৰ উচ্চাৰণৰ পাৰ্থক্যও নাছিল। অশোকৰ প্ৰস্তৰলিপিত একেটা শব্দৰ একে শাৰীতে

উভয় বৰ্ণ-বিন্যাস পোৱা গৈছে; যেনে—'ডসং' বা 'দসং'=দহ (ten)[১]। এই অদল-বদল পুৰণি অসমীয়া সাহিত্যৰ অনুৰূপ আৰু ই বৰ্তমান অসমীয়া উচ্চাৰণৰ পৰিচায়ক। বঙ্গালীৰ দৰে জোৰ কৰি মূৰ্ধন্য আৰু দন্ত্য বৰ্ণৰ উচ্চাৰণ কৰা অভ্যাস অসমীয়াৰ নাই। বাস্তৱিকে ভাষাৰ ক্ৰমবিকাশ হৈ পালি প্ৰাকৃত আদিৰ মাজেদি অহা প্ৰাকৃতিক ভাষাৰ দন্ত্য আৰু মূৰ্ধন্য বৰ্ণৰ সূক্ষ্ম পাৰ্থক্য থকা অসম্ভৱ আৰু অসমীয়া ভাষাত নাই। ইংৰাজী ত, দ আদিৰ উচ্চাৰণ অসমীয়াৰ নিচিনা। বৈদিক যুগতো বৰ্তমান মূৰ্ধন্য উচ্চাৰণ নাছিল। তেতিয়া ইংৰাজী t, d, n-ৰ নিচিনা ট, ড আৰু ণ উচ্চাৰিত হৈছিল, কেৱল জিভাৰ আগটো ঘূৰাই অলপ তালুৰ ফাললৈ নিয়া হৈছিল[২]। প্ৰাতিশাখ্য মতে দন্ত্য বৰ্ণবিলাক বাস্তৱিকে মূৰ্ধন্যৰ ফালে ঢাল খোৱা দন্ত্যবৰ্ণ আছিল আৰু সিহঁত দন্ত্য-মূলত উদ্ভৱ হৈছিল অৰ্থাৎ জিভাৰ আগটোৱে দাঁতৰ আগ নহয় গুৰি হে স্পৰ্শ কৰিছিল[৩]। ইয়াৰপৰা বুজিব পৰা যাব যে অসমীয়া দন্ত্য বৰ্ণৰ উচ্চাৰণ বৈদিক দন্ত্য বৰ্ণৰ অনুৰূপ।

প্ৰফেচাৰ মনিয়েৰ উইলিয়মচে ( Prof. Monier Williams ) কয় যে সংস্কৃতত থকা মূৰ্ধন্য বৰ্ণ আদিতে অনাৰ্য জাতিৰ মাজত হে চলিত আছিল। হিন্দুসকলে এই উচ্চাৰণ অনাৰ্য জাতিৰপৰা ধাৰ কৰা যেন লাগে। মূৰ্ধন্য বৰ্ণ দ্ৰাবিড়ী ( যেনে তেলেগু, তামিল ) ভাষাৰ প্ৰধান বিশেষত্ব আৰু আৰ্য ভাষাৰাশিৰ ভিতৰত কেৱল ভাৰতীয় ভাষাত হে মূৰ্ধন্য বৰ্ণ প্ৰচলিত থকা দেখা যায়। এতেকে হিন্দুসকলে দ্ৰাবিড়ী ভাষাৰপৰাই মূৰ্ধন্য বৰ্ণ ধাৰ কৰা সম্ভৱ[৪]। প্ৰফেচাৰ মেকডনেলো এই মতৰ পক্ষপাতী। তেওঁ কয় যে হিন্দু-ইৰাণ সমাজ একে লগে থকা যুগত মূৰ্ধন্য বৰ্ণৰ অস্তিত্ব নাছিল; আৰু ভাৰতীয় আৰ্যসকলেহে শেষত মূৰ্ধন্য বৰ্ণৰ উচ্চাৰণ গ্ৰহণ কৰিছিল। ঋগ্বেদত মূৰ্ধন্য বৰ্ণৰ ব্যৱহাৰ বৰ কম। তাত আদি বৰ্ণ কেতিয়াও মূৰ্ধন্য নহয়। শব্দৰ মাজত-আৰু শেষতহে তেনে বৰ্ণ পোৱা যায়[৫]। ডাক্তৰ হৰ্ণলি আৰু জন্ বিম্‌চে এই মত স্বীকাৰ কৰিব নোখোজে। তেওঁলোকে কয় যে কোনো

১। Kachchayano's Pali Grammar, B. 1. Page 18 ( §15 ).

২। Macdonell's Vedic Grammar, p. 16 (§ 15).

৩। *Ibid.*, p. 17 (§ 15).

৪। See his Sans. Grammar, p. XXIV. Also Caldwell's Comp. Gramm. of Dravidian Languages.

৫। *See* his Vedic Grammar, p. 8 (§ ৮).

এক ৰকম অৰ্ধ মূৰ্ধন্য বৰ্ণ আদিম আৰ্য ভাষাত চলিত থাকিব পায় ; কাল-ক্ৰমে সিয়ে দুই শ্ৰেণীত বিভক্ত হৈ প্ৰকৃত দন্ত্য আৰু মূৰ্ধন্য বৰ্ণ হ'ল[১]। ৰ, ল, স আৰু ষ'ৰ আলোচনা তলত দেখা ( § ৩২।৩৩ )।

৩০। **ওষ্ঠ্য বৰ্ণ** ( Labials )—প, ফ, ব, ভ, ম, ৱ আৰু স্বৰৰ উ, ঊ এই কেইটি ওষ্ঠ্য বৰ্ণ। তলৰ ওঠ আনি ওপৰৰ ওঠত লগ লগাই আমাৰ শ্বাস বন্ধ কৰিলে 'প'ৰ ধ্বনি বা হাই ( noise ) ওলায়। তাক স্পষ্ট কৰিলে 'ব' ওলায়। 'প' আৰু 'ব'ৰ পাচতে নেৰা-নেপৰাকৈ 'হ'ৰ উচ্চাৰণ কৰিলে যথাক্ৰমে 'ফ' আৰু 'ভ' ওলায়। সংস্কৃত উপাধ্মানীয় (প≍ফ≍) অসমীয়াত নাই।

৩১। **অনুনাসিক বৰ্ণ** ( Nasals )—বৰ্গীয় পঞ্চম বৰ্ণৰ ভিতৰত 'ণ'ৰ ব্যৱহাৰ অসমীয়াত কম ; কিন্তু ঙ, ঞ আৰু ন'ৰ ব্যৱহাৰ বেচি। হিন্দী, বঙ্গালী আদি ভাষাত 'ঙ' অকলশৰে কদাচিত হে ব্যৱহৃত হয় . সেই সেই ভাষাত 'ঙ' প্ৰায়ে ক বৰ্গৰ আন কোনো বৰ্ণৰ লগত যুক্ত হৈ আগত বহে। অসমীয়াত হলে 'ঙ'ৰ সুকীয়া ব্যৱহাৰ প্ৰচুৰ দেখা যায় ; যেনে, হিন্দী—মঙ্গল, গঙ্গা ( উ-মংগল, গংগা ) অ. মঙ্গল ( মঙল ), গঙ্গা ( গঙা ) ; ডাঙ্গৰ ( ডাঙৰ ) ; কোঙ্গা ( কোঙা ) ; চুঙ্গা ( চুঙা )। 'ঙ'ৰ স্বকীয় ব্যৱহাৰ সিন্ধীতো যথেষ্ট আছে[২]। যেনে—

| সংস্কৃত | হিন্দী | সিন্ধী | অসমীয়া |
|---|---|---|---|
| শৃঙ্গ ( horn ) | সিংগ ( সিঙ্গ ) | সিঙ্ | শিঙ্ |
| অঙ্গন ( courtyard ) | অংগন ( অঙ্গন ) | অঙণু | অঙন (?) |
| অঙ্গাৰ ( charcoal ) | অংগাৰ ( অঙ্গাৰ ) | অঙৰু | আঙাৰ, ইত্যাদি। |

সেইদৰে 'ঞ'ৰো সুকীয়া ব্যৱহাৰ অসমীয়াত যথেষ্ট দেখা যায় ; যেনে—ভূঞা, তিঞহু, কুঞা, কঞা ইত্যাদি। পুৰণি অসমীয়াতো তদ্ৰূপ ; যেনে—"হে অচ্যুত ! অয়ি উভয় সেনাৰ মধ্যত মোৰ ৰথক থাপিয়োঁ, জাৱে যুঝন্তা বিৰসৱ চাঞো ; বুলিবা তুমি যুঝন্তাসে যুদ্ধ-চাৱা নহা, তাত শুনা, মঞি কাৰ সমে এই সঙ্গ্ৰাম মাঝত যুদ্ধ কৰিম"...( ভট্টদেৱ )। বঙ্গালী, উড়িয়া আদি ভাষাত 'ঞ' ৰ এনে ব্যৱহাৰ কদাচিত হে দেখা যায়। হিন্দীত এনে ব্যৱহাৰ কথঞ্চিত আছে। মাগধী প্ৰাকৃতত 'ঞ' ৰ সুকীয়া ব্যৱহাৰ যথেষ্ট

১। Hornle: Comp. Gramm. § 12. *See* also Kellogg's Hindi Grammar, p. 38.

২। Beams: Comp. Gramm. vol. I, p. 78.

আছিল[1]। ডাক্তৰ হৰ্ণলিয়ে অনুমান কৰে যে শেষৰ কালত তাৰ ব্যৱহাৰ ক্ৰমাৎ কমি আহিছিল আৰু মহাৰাষ্ট্ৰ-শৌৰসেনীত নাইকিয়া হৈছিল[2]।

অনুনাসিকৰ ভিতৰত কেৱল ন আৰু ম হে স্বকীয়াকৈ আৰু শব্দৰ য'তে ত'তে বহে; যেনে—মাতৃ, নাম ইত্যাদি। ঙ, ঞ আৰু ণ শব্দৰ আদিতে কেতিয়াও নবহে আৰু ণ কেতিয়াও শেষ বৰ্ণ হ'ব নোৱাৰে। অসমীয়াৰ দৰে সংস্কৃততো প্ৰত্যঙ্, কীদৃঙ্ আদি শব্দত 'ঙ' শেষ বৰ্ণ স্বৰূপে বহা দেখা যায়। ণ টোক কেৱল শব্দৰ মাজত হে পোৱা যায়। ই মূৰ্ধন্য বৰ্ণৰ আগত বহে নাইবা ঋ, ৰ, ষ এই কেই বৰ্ণৰ পিছত দন্ত্য ন-ৰ ঠাই অধিকাৰ কৰে। শেষোক্ত নিয়ম স্বৰবৰ্ণ, ক-বৰ্গ, প-বৰ্গ, য, ব, হ আৰু ং ( অনুস্বাৰ ) মাজত ব্যৱধান থাকিলেও খাটিব।

৩২। **অন্তঃস্থ বৰ্ণ (Semi-vowels)**—ওপৰত কৈ অহা হৈছে (§ ২৪) যে বাগ্‌যন্ত্ৰৰ পৰিশ্ৰমী আৰু নিশ্চেষ্ট অংশ স্পৃষ্ট হোৱাৰ ফল স্বৰূপে বৰ্গীয় বৰ্ণ উচ্চাৰিত হয়। এই দুই অংশ ঈষৎ স্পৃষ্ট হলে অন্তঃস্থ বৰ্ণ ওলায় আৰু বাগ্‌যন্ত্ৰ বিবৃত ( খোলা ) বা ঈষদ বিবৃত ( অস্পৃষ্ট ) থাকিলে উষ্ম বৰ্ণ উচ্চাৰিত হয় ( § ২৪ )।

'ৰ'ৰ উচ্চাৰণ সাধাৰণতঃ মূৰ্ধন্য। 'ল'ৰ উচ্চাৰণ দন্ত্য: কিন্তু কেতিয়াবা মূৰ্ধন্য হয়। উভয় আখৰেই অল্পপ্ৰাণ। ইহঁতৰ মহাপ্ৰাণ বৰ্ণ যথাক্ৰমে 'ঢ়' আৰু 'ল্হ'। আমি 'পঢ়া', 'বুঢ়া' আদি শব্দৰ 'ঢ়'ৰ ঠাইত বাস্তৱিকে 'ঢ়'ৰ উচ্চাৰণ হে কৰোঁ; অৰ্থাৎ অসমীয়া 'ঢ়'ৰ উচ্চাৰণ আজিকালি প্ৰায় দন্ত্য, মূৰ্ধন্য নহয়। পণ্ডিতসকলে কয় আদিতে 'ৰ' মূৰ্ধন্য বৰ্ণ আছিল। সংস্কৃত নৰ, নাৰায়ণ, ৰাত্ৰি আদি শব্দৰ 'ৰ' দন্ত্য নহয়, মূৰ্ধন্য হে আছিল[3]। তেতিয়া তাৰ মহাপ্ৰাণ বৰ্ণ অৰ্থাৎ মূৰ্ধন্য 'ঢ়' নিশ্চয় আছিল। এই 'ঢ়' কোনো এসময়ত অসমীয়াত থকা সম্ভৱ।

বৈদিক-যুগতো 'ৰ' মূৰ্ধন্য হে আছিল বুলি বোধ হয়, কিয়নো ণত্ব বিধানৰ নিয়মমতে 'ৰ'ৰ পাচত থকা দন্ত্য 'ন' মূৰ্ধন্য 'ণ' হোৱা নিয়ম আদিৰেপৰা চলি আহিছে। শেষৰ কালত ই মূৰ্ধন্য গুচি দন্ত্য বৰ্ণৰ ওচৰা-ওচৰি হৈছিল। ঋগ্বেদ প্ৰাতিশাখ্যৰপৰা জনা যায় যে 'ৰ'টো কেতিয়াও মূৰ্ধন্য নাছিল; কেৱল

---

১। হেমচ, ৪।২৯৩।

২। Hornle: Comp. Gramm. p. 11; *See* also footnote to § 11.

৩। Hornle: Comp. Gramm., § 16.

দন্ত্যৰ পৰা আঁতৰা আৰু মূৰ্ধন্যৰ ওচৰ চাপা অৰ্ধ দন্ত্য বৰ্ণৰূপে উচ্চাৰিত হৈছিল। প্ৰাতিশাখ্যমতে 'ল'ৰ উচ্চাৰণ দন্ত্য বৰ্ণৰ উচ্চাৰণৰ ঠাইৰপৰা হৈছিল, অৰ্থাৎ দন্ত্যৰপৰা কিঞ্চিৎ আঁতৰা বৰ্ণ আছিল[১]। অসমীয়া 'ল' আৰু 'ৰ'ৰ উচ্চাৰণ যে প্ৰাতিশাখ্যৰ উচ্চাৰণৰ অনুৰূপ তাক সহজে বুজিব পৰা যায়। 'ড়'ৰ উচ্চাৰণ কঠিন 'ৰ'ৰ উচ্চাৰণৰ ৰূপান্তৰ মাত্ৰ। 'য়' আৰু 'ৱ' স্বৰমিশ্ৰণে উৎপন্ন ; মৌলিক বৰ্ণ নহয়। ইহঁতক শব্দ শ্ৰুতিমধুৰ কৰিবৰ নিমিত্তে এনেই বহুৱা হয়, নাইবা উচ্চাৰণৰ কৰ্কশতা দূৰ কৰিবৰ নিমিত্তে সন্ধিৰ নিয়মে যোগ কৰা হয়। যেনে—পিএ, পিয়ে = পি + এ ( প্ৰা.-পীঅই,হিন্দী-পীয়ৈ ), হুৱা বা হোৱা = হ + আ ( হি-হুৱা ), হুৱে বা হোৱে = হ + এ ( হি. হোৱে )। এই কাৰণে সিহঁত শব্দৰ আদিতে বহিব নোৱাৰে। সাধাৰণতঃ 'য়' শব্দৰ আদিতে বহিলে তাৰ উচ্চাৰণ 'জ' আৰু 'ৱ' শব্দৰ আদিতে বহিলে তাৰ উচ্চাৰণ 'ব'ৰ নিচিনা হয়। তেতিয়া সিহঁত মৌলিক। ডাক্তৰ হৰ্ণলিয়ে অনুমান কৰে যে প্ৰাকৃতৰ সময়ত 'য়'ৰ উচ্চাৰণ ইংৰাজী y আৰু j-ৰ মধ্যৱৰ্তী আৰু 'ৱ'ৰ উচ্চাৰণ v আৰু b-ৰ মধ্যৱৰ্তী আছিল। সেই দেখি তেওঁ সেই দুই বৰ্ণক অৰ্ধ ব্যঞ্জন বুলিছে[২]। পালিতো 'য়'ৰ উচ্চাৰণ কেতিয়াবা 'জ'ৰ দৰে হয় ; যেনে—গৱয়ো = গৱজো ( gayal )[৩]।

মহাৰাষ্ট্ৰ-শৌৰসেনী ভাষাত শব্দৰ আদিতে থকা অৰ্ধস্বৰ 'ৱ' আৰু ব্যঞ্জন 'ব'ৰ কোনো পৰিবৰ্তন নহয়। কিন্তু শব্দৰ মাজত থাকিলে উভয়ৰে অৰ্ধব্যঞ্জন 'ৱ'ৰ ( অৰ্থাৎ ইংৰাজী b আৰু v-ৰ মধ্যৱৰ্তী আখৰৰ ) নিচিনা উচ্চাৰণ হয়। মাগধী প্ৰাকৃতত শব্দৰ আদিতে হওক বা মধ্যতে হওক বা শেষতে হওক ই সদায় অৰ্ধ ব্যঞ্জন 'ৱ'ৰ নিচিনা উচ্চাৰিত হয়। অসমীয়া ভাষাত 'ৱ' শব্দৰ আদিতে বহিলে কঠিন হৈ সম্পূৰ্ণ ব্যঞ্জন 'ব' হয় আৰু পদমধ্যস্থ অৰ্ধব্যঞ্জন 'ৱ' মাগধীত কৰিও বেচি কোমল হৈ সংস্কৃত অৰ্ধস্বৰ 'ৱ'ত ( অৰ্থাৎ ইংৰাজী w-ত ) পৰিণত হয় আৰু স্বৰৰ নিচিনা তাৰ উচ্চাৰণ হয় বা ই নিকটবৰ্তী স্বৰৰ লগত যুক্ত হয়। যেনে—আওখাল বা আৱখাল ( স. অৱস্খালন ) ; বিকট ( স. ৱিকট ) ; বন ( স. ৱন ) ; চৈ ( স. চৱিক ) ; দেৱানী ( ইচলা. 'দিওয়ানী' ) ; ইত্যাদি।

---

১। Macdonell : Vedic Grammar, § 15 (2) (*g*).

২। Semi-Consonants, *see* his Comp. Gramm., § 18.

৩। Kachch : Pali Grammar, § 31.

পদমধ্যস্থিত 'ৱ'ক এনেকৈ কোমল কৰা হয় যে কেতিয়াবা সংস্কৃত ব্যঞ্জন 'ব'কো অৰ্ধস্বৰ 'ৱ' ( w ) কৰা দেখা যায়। যেনে—স. অবলা ( woman ), অ. অৱলা ; স. পৰিবাৰ ( retinue attendants ), অ. পৰিৱাৰ, ইত্যাদি। কদাচিত হে এই নিয়মৰ ব্যতিক্ৰম হোৱা দেখা যায়। যেনে—স. নৈবেদ্য, অ. নৈবেদ্য। 'য়' আৰু 'ৱ'ৰ কথাও ঠিক 'ৰ' আৰু 'ৱ'ৰ নিচিনা। যেনে—বিদায়, চৈতান ( ইচলা. চয়তান ), ইত্যাদি।

ইয়াৰপৰা জানিব পাৰি যে অসমীয়া 'ৱ'ৰ উচ্চাৰণ সংস্কৃত অৰ্ধস্বৰ ( semi-vowel ) 'ৱ'ৰ নিচিনা আৰু ইংৰাজী 'w' আখৰৰ অনুৰূপ। হিন্দী 'ৱ'ৰ উচ্চাৰণ অসমীয়াৰ ওচৰ চাপে। যেনে—ৱহ, কৰনেৱালা, ইত্যাদি। বঙ্গালী আৰু উড়িয়া আদি ভাষাত এই উচ্চাৰণ নাই। কিন্তু 'য়'ৰ উচ্চাৰণ হলে হিন্দী, উড়িয়া, বঙ্গলা আৰু অসমীয়া ভাষাত একে অৰ্থাৎ 'ইঅ'ৰ ( বা ইংৰাজী y-ৰ ) নিচিনা। অসমীয়া 'য়' আৰু 'ৱ'ৰ উচ্চাৰণ একে ঠাইতে এনেকৈ দেখুৱাব পাৰি। যেনে—"জে জে বীৰসৱ আসিছে তাৰাক যাৱত চাঞো, তাৱত তুমি সেনাৰ মধ্যত ৰথ ৰাখিবা। কুন্তি-পুত্ৰ অৰ্জুনে শ্ৰীকৃষ্ণক এই বাক্য বুলিলা, হে কৃষ্ণ! এই জ্ঞাতিসৱক যুঝিবে ইচায়ে যুদ্ধত উপস্থিত দেখি মোৰ কৰ চৰণাদি অঙ্গসৱ ভাগি যাই, মুখো শুখাই··· শ্ৰীগালেৱো আৱাৱ কৰে"–( ভট্টদেৱ )। য, ৰ, ল, ৱ এই কেইটি বৰ্ণৰ প্ৰতিটোৰে অনুৰূপ স্বৰবৰ্ণ আছে; সিহঁত যথাক্ৰমে ই, ঋ, ( ঌ ), উ। প্ৰাতিশাখ্যমতে এই কেইটি বৰ্ণ স্বৰ আৰু ব্যঞ্জনৰ মধ্যৱৰ্তী বুলি "অন্তঃস্থা" নাম দিয়া হৈছে। বৈদিক যুগত 'য়'টো ধ্বনিত তালব্য শ্বাস আছিল আৰু তালব্য বৰ্ণ 'ই' ওপজা ঠাইতে ইয়াৰো উৎপত্তি হৈছিল। প্ৰাতিশাখ্যমতে 'ৱ'টো দন্তোষ্ঠ বৰ্ণ আৰু ইংৰাজী v আখৰৰ অনুৰূপ। আন স্বৰৰ আগত বহিলে বৈদিক যুগত 'য়'টো 'ই' আৰু 'ৱ'টো 'উ' হৈছিল। 'য়'টো কেতিয়াবা বিনা কাৰণেও ( যেনে—আকাৰান্ত ধাতুৰ পিছত ) যোগ হৈছিল। যেনে—বৈ. দায়ী ( দা ধাতু )[১]। অসমীয়া দিআ, দিয়া = দি + আ শব্দৰ 'য়' ও এনেকৈ যোগ হৈছে।

৩৩। **উষ্ম বৰ্ণ ( Sibilants )**—অসমীয়া 'স'ৰ উচ্চাৰণ হিন্দী বা বঙ্গলা 'স'ৰ নিচিনা নহয়। অসমীয়া 'স'ৰ উচ্চাৰণ 'হ' আৰু হিন্দী 'স'ৰ

১। Macdonell : Vedic Grammar, P. 10 (§ 11).

মধ্যৱৰ্তী [ § ২৫ ]। এই 'স'ৰ আদি সংস্কৃত উচ্চাৰণ কি আছিল তাক ঠিক কৰা সহজ নহয়। কিন্তু ই যে অসমীয়া 'স'ৰ নিকটবৰ্তী আছিল তাৰ কোনো ভুল নাই। 'স' জাত বিসৰ্গৰ উচ্চাৰণ প্ৰায় 'হ'ৰ নিচিনা। ইৰাণী ভাষাত সংস্কৃত 'স'ৰ উচ্চাৰণ 'হ'ৰ দৰে আৰু তাত 'স'ৰ ঠাই 'হ'ই অধিকাৰ কৰিছিল[১]। ইৰাণী ভাষা আৰু আদি বৈদিক ভাষা আদিতে একে আছিল। পুৰণি ইৰাণী ভাষা জেণ্ড-অৱেষ্টা গ্ৰন্থত পোৱা যায়। তাৰপৰা তলত লিখা শব্দৰ তালিকা দিব পাৰি।

| বৈদিক শব্দ | ইৰাণী শব্দ |
|---|---|
| অসি ( Thou art ) | অহি |
| অসুৰ ( Demon or Supreme Spirit ) | অহুৰ ( God ) |
| দস্যু ( Robber : Non-Aryan ) | দহ্যু, দন্হু |
| ৰসা ( Sap, juice : a river ) | ৰন্হা ( cf অ. ৰহা ) |
| সোম ( Nectar : beverage of the gods ) | হওম ( হোম ) |
| সপ্ত সিন্ধৱঃ ( seven seas ) | হপ্ত হেন্দু |
| অস্মি ( I am ) | অহ্‌মি |
| সস্য ( Corn ) | হহ্য |
| সুৰা ( spirituous liquor ) | হুৰা |
| সিন্ধু ( sea, river ) | হিন্দু |
| সৰস্বতী ( name of a river ) | হৰকৈতি |
| বিৱস্বৎ ( sun : a god ) | বিৱন্হন্ত[২] |

জন্ বিম্‌চে কয় যে পাঞ্জাবী আৰু গুজৰাটী এই দুই প্ৰাকৃতিক ভাষাত 'স'-ৰ উচ্চাৰণ প্ৰায় 'হ'ৰ নিচিনা আৰু এই দুই ভাষাত 'শ' 'ষ' আৰু 'স' এই তিনি আখৰৰ ঠাইত সচৰাচৰ 'হ' উচ্চাৰিত হোৱা দেখা যায়[৩]। অসমীয়াই হলে স ( আৰু শ ) আখৰৰ নিমিত্তে 'হ'ত কৰিও কোমল অসমীয়া 'স'ৰ উচ্চাৰণ কৰে। অৱশ্যে এইটো স্বীকাৰ্য্য যে কিছুমান সংস্কৃত আৰু প্ৰাকৃত শব্দৰ স আৰু শ উভয়ৰে ঠাইত মাগধী প্ৰাকৃতৰ নিচিনা 'চ', 'ছ' উচ্চাৰিত কৰা হয়; যেনে—উৎসাহ, ছাৰিশ, অসমীয়া ইত্যাদি। কিন্তু

---

১। Max Muller's India, What Can It Teach Us.

২। See Ragozin's Vedic India and Macdonell & Keith's Vedic Index of Names and Subjects.

৩। Beames : Comp. Gramm., Vol. I, P. 77.

অসমীয়াত 'স', আৰু 'শ'ৰ এনে উচ্চাৰণ অতি বিৰল। 'স'ৰ এই উচ্চাৰণ প্ৰাকৃত আৰু বঙ্গলাত নাই। অসমীয়া 'স'ৰ উচ্চাৰণ গ্ৰীক ভাষাত আছে।[১]

অসমীয়া ভাষাত 'শ'ৰ উচ্চাৰণ বেচি ভাগেই অসমীয়া 'স'ৰ নিচিনা, কদাচিত হে 'হ'ৰ দৰে হয়। যেনে—শিব, শেতা, বিশ্ ইত্যাদি। বৈদিক আৰু সংস্কৃত যুগতো ঠিক তেনে আছিল। যেনে—শিকিয়া ( শিক্য, carrying sling, অথ. বে. ৯।৩।৬ ), শেলুক ( শালুক, root of water lily, অথ. বে. ৫।৩৪।৫ ), শিমলা বা শিমলু ( শিম্বল, silk-cotton tree, ঋ. বে. ৩।৫৩।২২ ) ইত্যাদি। সংহিতা বিলাকত শ, ষ আৰু স কেতিয়াবা অদল-বদল হোৱা দেখা যায়। কিন্তু সচৰাচৰ 'শ'টো 'স'ৰ লগতহে বেচি অদল-বদল হয়। যেনে—সস ( for শস্—herb, grass, ঋগ্বেদ ১।৫১।৩ ), সস্য ( for শস্য, অথ. বে. ৭।২।১ ) ইত্যাদি। অকল সেয়ে নহয়। সন্ধিৰ নিয়মে 'চ'ৰ আগত থকা 'স'টো 'শ' হয়; যেনে—ইন্দ্ৰশ্চ। আৰু কেতিয়াবা শব্দৰ মাজৰ 'স'টো 'শ' হয়; যেনে— শ্বশুৰ, কেসৰ ( কেশৰ ), ইত্যাদি।[২] 'শ'ৰ এনে উচ্চাৰণ প্ৰাকৃতৰ স্বৰ বিকৃতিৰ নিয়মৰপৰাও জনা যায়। বহুত সংস্কৃত শব্দৰ 'শ' প্ৰাকৃতৰ সময়তে 'হ'ৰ দৰে উচ্চাৰিত হৈছিল; যেনে—

| সংস্কৃত | প্ৰাকৃত | অসমীয়া |
|---|---|---|
| দ্বাদশ ( twelfth ) | বাৰহ | বাৰ |
| দশ ( ten ) | দহ | দহ |
| বুধ্যস্ব ( know thou ) | বুজ্‌হ | বুজ। ইত্যাদি |

বহুত সংস্কৃত বা বৈদিক শব্দৰ 'শ'ও অসমীয়াত 'হ'ৰ দৰে উচ্চাৰিত হয়। যেনে—

| শব্দ | অৰ্থ | অসমীয়া |
|---|---|---|
| দংশ ( স ) | Gad-fly | ডাঁহ |
| শশ ( স ) | Hare | শহা |
| শিশুক, শিশুমাৰ, শুংশুমাৰঃ (স) | Porpoise | শিহ |
| শূল ( স ) | Pointed stick | হুল |
| শ্বশুৰ ( স ) | Father-in-law | শহুৰ |
| কুশাৰ ( বৈ ) | ( ঋক ১।১৯১।৩ ) a grass, sugarcane | কুঁহিয়াৰ, ইত্যাদি |

১। See Rev. Mr. Brown's Grammar, p. 12.

২। Macdonell's Vedic Grammar, p. 12 (§ 12).

সংযুক্ত হলে 'শ'ৰ উচ্চাৰণ সদায় 'চ' বা 'ছ'ৰ দৰে হয়। যেনে - শ্ৰেষ্ঠ, নিশ্চয়, ইত্যাদি। বহুত প্ৰাকৃত শব্দৰ প্ৰকৃত উচ্চাৰণ ৰক্ষাৰ নিমিত্তেও অসমীয়াত 'স' আৰু 'শ'ৰ পৰিবৰ্তে 'চ' বা 'ছ' লিখা হয়; যেনে—

| সংস্কৃত | প্ৰাকৃত | অসমীয়া |
|---|---|---|
| মৎস্য ( fish ) বা মচ্ছঃ | মচ্ছ | মাছ |
| শিৰস্ ( head ) | সিৰ | ছিৰা ( cf মাছৰ ছিৰা ) |
| পৃষ্টঃ ( questioned ) | পুচ্ছল | পুছিল |
| পশ্চাৎ ( behind ) ( বৈ-পশ্চা ) | পচ্ছা | পাছ। ইত্যাদি |

ইয়াতে এই কথা মনত ৰাখিব লাগে যে এনে শব্দৰ মূল সাধাৰণতঃ শ, ষ, বা স যুক্ত থকা সংস্কৃত শব্দ। প্ৰাকৃতত শ, স, আৰু কেতিয়াবা 'ষ' হিন্দী 'স'ৰ ( ইংৰাজী 's' in sin ) দৰে উচ্চাৰিত হৈছিল আৰু লেখোঁতেও 'স' লিখা হৈছিল; যেনে—

| সংস্কৃত | প্ৰাকৃত | অসমীয়া |
|---|---|---|
| শিৰস্ ( head ) | সিৰ | শিৰ, যেনে—মানৱ শিৰ; স. শিৰস্থান, শিথান; ছিৰা, মাছৰ ছিৰা |
| শশধৰ ( moon ) | সসধৰ | শশধৰ |
| শ্বেতঃ ( white ) | সেতা | শেতা |
| ষোড়শঃ ( sixteenth ) | সোলহ | ষোল, ( উ. সোল্ল ) |
| শুদ্ধা ( pure, unmixed ) | সুদ্‌ধা | শুধা বা শুদা |
| পাশঃ ( net, halter ) | ফাস | ফাঁচ |
| শ্ৰুত্বা ( hearing ) | সুন্নি | শুনি। ইত্যাদি |

কেতিয়াবা আকৌ 'শ'ৰ উচ্চাৰণ 'ষ' বা 'খ'ৰ উচ্চাৰণৰ নিচিনা হোৱাও দেখা যায়, যেনে—

| সংস্কৃত | প্ৰাকৃত | অসমীয়া |
|---|---|---|
| দৰ্শয়তি ( to cause to see ) | দিখাৱই | দেখায়, দেখুৱায় |
| দৃশ্যতে ( to be seen ) | দেক্‌খিয় | দেখি ( যেনে ফুলটো বগা দেখি ) |

বৈদিকতো এনে আছিল, যেনে দৃক্ষসে, দৃশ্ ধাতুৰ 'শ'ৰ ৰূপান্তৰ।

'ষ'ৰ উচ্চাৰণ অসমীয়া ভাষাত 'খ'ৰ ওচৰা-ওচৰি; কিন্তু 'খ'ত কৰি কোমল। আদিতে 'ষ'ৰ এই উচ্চাৰণ আছিল বুলি অনুমান হয়। যেনে—স.

পাষণ্ড, পাখণ্ড ( impious ), বৈদিক, উখা, উষা ( boiling pot ), ইত্যাদি শব্দত উভয়বিধ নামখৰি প্ৰচলিত। সংস্কৃত শব্দৰ 'ষ'ৰ ঠাইত প্ৰাকৃতত প্ৰায়ে 'খ' লেখা দেখা যায়। উদাহৰণ—

| সংস্কৃত | প্ৰাকৃত | অসমীয়া | উচ্চাৰণ |
|---|---|---|---|
| বৰ্ষণং ( বৈ. বৰ্ষ ) | বৰ্খণ | বৰ্ষণ ( rain ) | বৰ্খণ |
| ভূষণং | ভূখণ | ভূষণ ( ornament ) | ভুখন |
| অনিমিষ | অনিমিখ | অনিমিষ ( without wink ) | অনিমিখ |
| লক্ষ্যঃ | লক্‌খ্য | লক্ষ্য ( aim ) | লক্‌খ্য |
| বিষং | বিখ | বিষ ( pain ) | বিখ। ইত্যাদি |

কিন্তু আন বৰ্ণৰ লগত 'ষ' যোগ হলে তাৰ উচ্চাৰণ অসমীয়াৰ কোমল 'চ'ৰ দৰে হয় ; যেনে—সৃষ্টি, কষ্ট, ইত্যাদি। কিছুমান বৈদিক আৰু সংস্কৃত শব্দৰ উচ্চাৰণ অসমীয়াত 'ষ'ৰ ঠাইত 'হ' হয় , যেনে—

| বৈদিক বা সংস্কৃত | অসমীয়া |
|---|---|
| ইষা (স) ( pole of a chariot or plough : Rk x. 135. 3 ) | ঈহ্ |
| উষ } (স). ( salt ground : Matt. Sam. 1. 6. 3. ) উষ } | উহ্ |
| তুষ (স). ( husk : Ath. V. iv. 6.16. ) | তুহ |
| পোষং (স.) ( health, support : R. V. 1. 1. 3 ) | পোহ্ |
| মাষ (স.) ( a kind of bean : Ath. V. vi. 140. 2 ) | মাহ্ |
| বিষুবন্ত্ ( equinoctial day. Ath. V. vi. 7. 15 ) | বিহুবান্। ইত্যাদি[১] |

সংস্কৃত শব্দ লেখোঁতে উচ্চাৰণলৈ লক্ষ্য নকৰি হিন্দী আৰু বঙ্গলাৰ দৰে অসমীয়াতো স্, শ্ আৰু ষ্ লেখা হয়। একে ৰকম উচ্চাৰণৰ নিমিত্তে 'চ' আৰু 'ছ'ৰ লগত 'শ', 'ট' আৰু 'ঠ'ৰ লগত 'ষ' আৰু 'ত' আৰু 'থ'ৰ লগত 'স' সদায় যোগ হয়।

---

১। পালিত ষ আৰু শ-ৰ ঠাইত সাধাৰণতঃ 'স' হয় আৰু আনবৰ্ণৰ লগত যুক্ত থকা স বা ষ-ৰ ঠাইত হ হয়। যেনে, পা.—কেস ( hair ), স. কেশ : পা. উসিৰ ( a kind of fragnant grass ), স. উশীৰ : পা.—ইস্থ ( to wish ), স. ইষ্ : পা. ঈসন ( a little), স. ঈষণ, ঈষৎ : পা. কহ্ন ( Krishna ), স. কৃষ্ণ : পা. তহ্ণা ( thirst ), স. তৃষ্ণা : স. অহ্ম ( I ), স. ( বৈদিক ) অস্ম।

৩৪। এতিয়া উচ্চাৰণ ভেদে বৰ্ণমালাক তলত লেখা দৰে আমি শ্ৰেণীবদ্ধ কৰিব পাৰোঁ ; যথা—

| উচ্চাৰণৰ নাম | স্বৰ বৰ্ণ | ব্যঞ্জন বৰ্ণ | | | | | | | | | মন্তব্য |
|---|---|---|---|---|---|---|---|---|---|---|---|
| | | প্ৰকৃত ব্যঞ্জন | | | | অনুনাসিক | অৰ্ধস্বৰ | | উষ্মবৰ্ণ | | |
| | | বিবাৰশ্বাসাঘোষ surd or hard | | সম্বাৰনাদঘোষ sonant or soft | | সম্বাৰনাদ-ঘোষ sonant | সম্বাৰনাদঘোষ sonant | | সম্বাৰনাদঘোষ sonant | বিবাৰশ্বাসা-ঘোষ surd | |
| | | অল্পপ্ৰাণ unaspirate | মহা-প্ৰাণ aspirate | অল্পপ্ৰাণ unaspirate | মহা-প্ৰাণ aspirate | অল্পপ্ৰাণ unaspirate | অল্পপ্ৰাণ unaspirate | মহা-প্ৰাণ aspirate | অল্পপ্ৰাণ unaspirate | মহাপ্ৰাণ aspirate | |
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ | ১১ | |
| জিহ্বামূলীয় guttaral | অ, আ | ক | খ | গ | ঘ | ঙ | — | — | — | হ | |
| তালব্য palatal | ই, ঈ, এ, ঐ | চ | ছ | জ | ঝ | ঞ | য | — | — | শ | |
| মূৰ্ধন্য cerebral | ঋ (ৠ ?) | ট | ঠ | ড | ঢ | ণ | ড়, ৰ | ঢ়, ৰ্হ | — | ষ | 'ঋ'ৰ ব্যৱহাৰ নাই |
| দন্ত্য dental | (ঌ, ৡ) | ত | থ | দ | ধ | ন | ল | লহ্ | স | — | ঌ, ৡ অপ্ৰচলিত |
| ওষ্ঠ্য labial | উ, ঊ, ও, ঔ | প | ফ | ব | ভ | ম | ৱ | — | — | — | |

সংস্কৃত 'স' বিবাৰশ্বাসাঘোষ।

৩৫। **অনুৰূপ বৰ্ণ** ( **Cognate letters** )—ওপৰৰ তালিকাৰ (§ ৩৪) ৩য় আৰু ৪ৰ্থ ঘৰৰ কঠিন ( উচ্চাৰণৰ ) আখৰৰ অনুৰূপ কোমল ( উচ্চাৰণৰ ) আখৰ ৫ম আৰু ৬ষ্ঠ ঘৰত আছে। যেনে—তৃতীয় ঘৰৰ 'ক' আখৰ ৫ম ঘৰৰ 'গ' আখৰৰ অনুৰূপ। জিহ্বামূলীয় বৰ্ণক এড়ি ৫ম আৰু ৬ষ্ঠ ঘৰৰ প্ৰতি কোমল আখৰৰ আৰু ২য় ঘৰৰ প্ৰতি স্বৰবৰ্ণৰ অনুৰূপ বৰ্ণ অষ্টম আৰু নৱম ঘৰৰ অৰ্ধস্বৰত আছে। যেনে—তালব্য বৰ্ণৰ অৰ্ধস্বৰ 'য়' আখৰটো ৫ম ঘৰৰ 'জ' আৰু ২য় ঘৰৰ ই, ঈ—ৰ অনুৰূপ। আৰু 'জ' আৰু 'য়' উভয়ে ই, ঈ—ৰ অনুৰূপ। আকৌ ওষ্ঠ্য বৰ্ণ ভিন্ন আন সকলো ব্যঞ্জন বৰ্ণৰ নিজ নিজ উষ্ম বা ফোচ্-ফোচনি সূচক বৰ্ণ দশম আৰু একাদশ ঘৰত আছে।

## (গ) অনুস্বাৰ আৰু বিসৰ্গ

৩৬। **বিসৰ্গ ( Surd aspirate "ḥ" )** (ঃ)—এক কথাতে কব পাৰি অসমীয়া ভাষাত বিসৰ্গ (ঃ) নাই। প্ৰাকৃতৰ সময়তে বিসৰ্গ বহু ঠাইত পূৰ্ব স্বৰত বা পাছৰ ব্যঞ্জনত ভুক্ত হৈ লোপ হোৱাৰ প্ৰমাণ পোৱা যায়। অসমীয়া ভাষাতো সেইদৰে বিসৰ্গ লোপ পাইছে। কেৱল সেয়ে নহয় বিসৰ্গস্থানীয় স্বৰ বা ব্যঞ্জন বৰ্ণও অনেক সময়ত অসমীয়া ভাষাত লোপ হোৱা দেখা যায়। যেনে—

| সংস্কৃত | প্ৰাকৃত | অসমীয়া |
|---|---|---|
| দুৰ্বলঃ ( weak ) | দুব্বলে | দুবলা |
| দুঃখং ( pain ) | দুক্খং | দুখ। ইত্যাদি |

বিসৰ্গ মানে "পৰিত্যাগ" ( অৰ্থাৎ স্ বা ৰ্ ত্যাগ )।

আমি 'স' বা 'ৰ'—ৰ জোৰে উচ্চাৰণ নকৰি আমাৰ শ্বাস লাহে লাহে উলিয়াই উচ্চাৰিত ধ্বনি শ্ৰুতিমধুৰ কৰিলে বিসৰ্গৰ উচ্চাৰণ পাওঁ। কিন্তু বাস্তৱিক পক্ষে বিসৰ্গ সংস্কৃত শব্দত হে দেখা যায়; আন শব্দত বিসৰ্গ নাথাকে; যেনে—দুস্ + খ = দুঃখ। পুৰণি অসমীয়াত বিসৰ্গ বা বিসৰ্গ স্থানীয় বৰ্ণৰ অলপ ব্যৱহাৰ আছিল। যেনে—"যদি বোলা মই বন্ধুসৱক নকৰো শোক, কিন্তু তাৰাৰ বিয়োগে দুখ পাইবো বুলি আপোনাকে শোক কৰোঁ, তাত শুনা ঃ জেন অনিত্য অস্থিৰ বিষয়সৱ সুখ দুখ স্বভাৱে পুৰুষক শীত উষ্ণ সুখ দুখ দেয়ি তেমনে ইষ্ট বিয়োগ-সজোগাদিয়ো সুখ-দুখ দিব ঃ তাক সহন তুমি

বীৰৰ উচিত হয়”—ভট্ট। সি যি হওক নহওক বৰ্তমান অসমীয়া দেশজ কথাত তো বিসৰ্গ নাইয়েই তাত বাদে সংস্কৃতৰপৰা অহা বৰ্তমান অসমীয়া শব্দতো অতি বিৰল। তথাপি শেষোক্ত শব্দ কিছুমানৰপৰা এতিয়াও বিসৰ্গ আঁতৰা নাই। যেনে, অন্তঃকৰণ, প্ৰথমতঃ, অন্তঃপুৰ, ইত্যাদি।

আমি বিসৰ্গৰ উচ্চাৰণ প্ৰায় 'হ'ৰ নিচিনা কৰোঁ; যেনে—অন্তঃকৰণ (উ. অন্তহ্‌কৰণ)। বহুত ঠাইত 'স'ৰ ঠাইত বিসৰ্গ হয়। তেনে ঠাইত 'হ'ৰ উচ্চাৰণ আৰু পুৰুষ, বিস্ময় আদি শব্দৰ প্ৰাকৃত উচ্চাৰণ (পুহ্‌কৰ, বিহ্‌ময়) আদিৰপৰা অসমীয়া 'স'ৰ উচ্চাৰণ সম্বন্ধে আমাৰ উপৰোক্ত সিদ্ধান্ত (§ ৩৩) প্ৰমাণিত হয়।

৩৭। (ৎ) **অনুস্বাৰ** (**Nasal ṃ**)—অনুস্বাৰৰ প্ৰকৃত সংস্কৃত উচ্চাৰণ অসমীয়া ভাষাত নাই। তাৰ পৰিবৰ্তে 'ঙ'ৰ ওচৰা-ওচৰি উচ্চাৰণ এটিৰ হে প্ৰচলন আছে। সংস্কৃত অনুস্বাৰৰ উচ্চাৰণ অনুনাসিক বৰ্ণ "ম'ৰ অনুৰূপ। 'ম'ৰ উচ্চাৰণ কৰোঁতে আমাৰ ওঠ দুটা ক্ষন্তেকৰ নিমিত্তেহে লগ লাগে। কিন্তু অনুস্বাৰৰ উচ্চাৰণত ওঠ দুটা লগ নালাগে, কেৱল মাত বন্ধপৰলৈ থাকে। উদাহৰণ—সংস্কৃত—বনম্‌, ঘটম্‌; অসমীয়া—ৰঙ্‌ চঙ্‌।

অনুস্বাৰ মানে "পাছৰ মাত বা ধ্বনি"। আমি জানো (§ ১৫) আমাৰ শ্বাস কেৱল মুখেদি উলিয়ালে শুধা স্বৰ বা ব্যঞ্জন বৰ্ণ উচ্চাৰিত হয়; শ্বাস নাকে-মুখে উলিয়ালে অনুনাসিকৰ (চন্দ্ৰবিন্দুৰ) উচ্চাৰণ হয় আৰু তাক কেৱল নাকেদি উলিয়ালে নাসিক্য বৰ্ণ অৰ্থাৎ ঙ, ঞ, ন, ণ, ম আৰু অনুস্বাৰ উচ্চাৰিত হয়। অনুনাসিক উচ্চাৰণ অৰ্থাৎ "ঁ"ৰ উচ্চাৰণ এটা পৃথক ধ্বনি নহয়; ই স্বৰ বা ব্যঞ্জনৰ অংশ মাত্ৰ। কিন্তু নাসিক্য বা অনুনাসিক বৰ্ণৰ স্বকীয়া ধ্বনি আছে। অনুনাসিক উচ্চাৰণ আৰু অনুনাসিক বৰ্ণ একে নহয়। অনুনাসিক উচ্চাৰণ (ঁ) চন্দ্ৰবিন্দুৰ দ্বাৰা দেখুওৱা হয় আৰু অনুনাসিক বৰ্ণ দ্বাৰা ঙ, ঞ, ণ, ন, ম আৰু ং বুজুৱা হয়। অনুনাসিক উচ্চাৰণ আন এটা বৰ্ণৰ অংশ আৰু অনুনাসিক বৰ্ণ এটা পৃথক উচ্চাৰণ থকা বৰ্ণ; যেনে—ইঁ=অনুনাসিক (নাকেমুখে উচ্চাৰিত) ই=উভয়ে এটা আখৰ; কিন্তু ইং=ই (এটা ধ্বনি)+'ম্‌' বা 'ঙ'—ৰ (এটা ধ্বনি)=দুটা আখৰ। অনুস্বাৰৰ যে কেৱল এটা স্বকীয়া ধ্বনি হে আছে এনে নহয়, ই শ্বাস গোটাইখিনিকে অধিকাৰ কৰে। সেই দেখি ই অকলে উচ্চাৰিত হব নোৱাৰে; আন ধ্বনিৰ পাছত হে ইয়াৰ উচ্চাৰণ

হয়। ই কেতিয়াও শব্দৰ আদিতে বহিব নোৱাৰে। সেই দেখি ইয়াৰ নাম, 'অনুস্বাৰ' ( অর্থাৎ পাচৰ স্বৰ বা ধ্বনি )।

৩৮। অনুস্বাৰৰ লক্ষণ সংস্কৃত, প্রাকৃত আৰু অসমীয়া ভাষাত মোটামুটি ভাবে এনেকৈ দেখুৱাব পাৰি :—

| স্থান | সংস্কৃতত | প্রাকৃতত | অসমীয়াত |
|---|---|---|---|
| ১। শ, ষ, স আৰু 'হ' ৰ আগৰ অনুনাসিক বর্ণ। | অনুস্বাৰ হয়। | শ, ষ, স-ৰ আগৰ অনুনাসিক বর্ণ অনুস্বাৰ আৰু 'হ'ৰ আগৰ ঙেনে বর্ণ অনুস্বাৰ বা সেই শ্রেণীৰ অনুনাসিক বর্ণ হয়। শেষৰ বিধত 'হ' গুচি 'ঘ' হয়। | সচৰাচৰ চন্দ্রবিন্দু বা তাৰ আগৰ বর্ণৰ বর্গৰ অনুনাসিক হয়। |
| ২। বর্গীয় বর্ণৰ আগত থকা অনুনাসিক বর্ণ। | প্রায়ে সেই সেই বর্গৰ অনুনাসিক হয়। | অনুস্বাৰ বা সেই সেই বর্গৰ অনুনাসিক বর্ণ হয়। | তথা। |
| ৩। অনুনাসিক বর্ণ, অর্ধস্বৰ বা স্বৰৰ আগৰ অনুনাসিক বর্ণ। | ণ, ন, বা ম হয়। | সচৰাচৰ ণ, ন, বা ম হয়। কেতিয়াবা 'ম'ৰ আগত অনুস্বাৰ আৰু স্বৰৰ আগত 'এ' হয়। | প্রায়ে অর্ধস্বৰ আৰু স্বৰৰ আগত চন্দ্রবিন্দু হয় আৰু অতিৰিক্ত স্বৰৰ লোপ হয়। |

| উদাহৰণ— | সংস্কৃত | প্রাকৃত | অসমীয়া |
|---|---|---|---|
| (১)। | বংশঃ | বংসো | বাঁহ। |
| | সিংহ | সিংহো বা সিংঘো | সিংহ বা সিঙ্ঘ। |
| (২)। | পঙ্কঃ | পংকো বা পঙ্কো | পেঁক। |
| | মৃঞ্চ | মঞ্চহি | মুঁচ। |
| | পঙ্ক্তিঃ | পন্তি | পান্তি বা পাঁতি। |
| | কম্পিতং | কংপিঅ | কঁপা। |
| | পঞ্চ | পংচ | পাঁচ। |
| | চণ্ডালঃ | চংডাল | চঁড়াল |
| | সংস্থত্য | সংভালি | চম্ভালি। |
| | সম্ভবতি | সংভৱে | সম্ভৱে। |

| | সংস্কৃত | প্ৰাকৃত | অসমীয়া |
|---|---|---|---|
| | হংজে | হংজে | হঁঞে বা হঁয়ে বা হঁএ। |
| (৩)। | পুণ্যম্ | পুন্নাং, পুন্নং | পুণ, পুণ্য। |
| | কুমাৰ | কুমালে, কুমলে | কোঁঞৰ, কোঁৱৰ |
| | স্থানে | থানে | ঠাই, থানে। |

কেতিয়াবা এই নিয়মৰ ব্যতিক্ৰমো ঘটে ; যেনে,

| | | |
|---|---|---|
| ষড়বিংশতি | ছব্বীসা | ছাব্বিশ। |
| লগ্না | লগ্‌গা | লাগা, লগা। |
| লুণ্ঠিতা | লুট্টিআ | লুটিৱা। |
| মন্যতে | মন্নই | মানে। |
| সংতাৰ | সঁতাৰ | সাঁতৰ। |
| সংচাৰয়িত্বা | সংচাৰি | সঞ্চাৰি। |
| বন্ধ্যা | বঞ্‌ঝাই | বাঁজা, বজা। |
| ঝঞ্ঝা | জঞ্ঝা | জঁজা, ইত্যাদি। |

৩৯। উপৰোক্ত ( § ৩৮ ) নিয়ম আৰু উদাহৰণৰপৰা জানিব পাৰি যে সংস্কৃতৰপৰা অসমীয়ালৈ আহোঁতে শব্দবিলাক ক্ৰমাৎ অনুনাসিক বৰ্ণহীন হৈ আহিছে। সংস্কৃত শব্দৰ অনুনাসিক বৰ্ণ সাধাৰণতঃ প্ৰাকৃতত অনুস্বাৰ আৰু অসমীয়াত চন্দ্ৰবিন্দুত পৰিণত হয়। যেনে—বৈ. বংকু, স. বক্ৰং, প্ৰা. বংকং, পুৰণি অ. বঙ্ক, অ. বেঁকা ; বৈ. সঁচা, স. সত্যম্, প্ৰা. সচ্চং, পু. অ.—সঞ্চা, অ. সঁচা, ইত্যাদি। কিন্তু ওপৰত কোৱামতে অসমীয়া ভাষাত সংস্কৃতৰপৰা অহা শব্দ অনুনাসিক বৰ্ণবিহীন হলেও দেশজ শব্দৰ বিষয়ে তেনে নহয়। বহু দেশজ অসমীয়া শব্দত আৰু ধ্বন্যাত্মক ( Onomatopoeic ) শব্দত অনুস্বাৰ বহুল পৰিমাণে দেখা যায় ; যেনে—ফাইডাং ( কছাৰী. ফাইডাং to come ), দলং ( কছাৰী. দলং, গাৰো—জলং bridge ), টিংৰি ( ডফলা—টিংৰি steel ), চাংমাই ( আহোম—চাংমাই cook ), ধলং পলং, খচং মচং, ইত্যাদি।

---

# তৃতীয় আধ্যা

## সন্ধি প্ৰকৰণ ( Combination of Letters in Contact )

৪০। **সন্ধি** ( Euphonic combination of sounds )—ওচৰা-ওচৰি দুই বৰ্ণৰ মিলন ( euphonic combination ) বা স্বল্পায়াসসাধ্য উচ্চাৰণ উপযোগী মিলনৰ নাম সন্ধি। অসমীয়া ব্যাকৰণত যিবিলাক সন্ধিৰ নিয়ম দেখা যায় সেইবিলাক বাস্তৱিকে সংস্কৃতত খাটে। সংস্কৃতৰপৰা লৰচৰ নোহোৱাকৈ অহা অসমীয়া অৰ্থাৎ "তৎসম" ( § ২১০ ) শব্দত সংস্কৃত নিয়ম ৰক্ষা কৰা হয়। "তদ্ভৱ" বা "দেশজ" শব্দত এই নিয়ম নাখাটে। কিন্তু সংস্কৃত বা প্ৰাকৃতৰপৰা অসমীয়ালৈ শব্দ সিদ্ধ কৰি আনোতে অসমীয়া সন্ধিৰ নিয়মে শব্দ গঠিত কৰা হয়। অসমীয়া সন্ধিৰ নিয়ম বহুত তদ্ভৱ আৰু দেশজ শব্দতো খাটে। এই কাৰণে অসমীয়া শব্দৰ গঠন আৰু বিশেষত্ব জানিব খুজিলে অসমীয়া সন্ধিৰ নিয়ম জনা উচিত।

৪১। **গুণ আৰু বৃদ্ধি**—সন্ধিৰ কিছুমান নিয়মে গুণ আৰু বৃদ্ধি হয়। গুণ বুলিলে সাধাৰণ স্বৰৰ আগত এটা 'অ' যোগ কৰা বুজায়; যেনে—অ+ই ( বা ঈ )=এ; অ+উ ( বা ঊ )=ও; অ+ঋ ( বা ৠ )=অৰ্। এইদৰে 'ই' বা 'ঈ'ৰ ঠাইত 'এ', 'উ' বা 'ঊ'ৰ ঠাইত 'ও' আৰু 'ঋ' ( ৠ )ৰ ঠাইত অৰ্ হোৱাৰ নাম গুণ। বৃদ্ধি বুলিলে সাধাৰণ স্বৰৰ আগত এটা 'আ' যোগ হোৱা বুজায়; যেনে—আ+ই ( বা ঈ )=ঐ, আ+উ ( বা ঊ )=ঔ, আ+ঋ ( বা ৠ )=আৰ, বা অ+এ=ঐ, অ+ও=ঔ, অ+অৰ্=আৰ্। এইদৰে 'ই' বা 'ঈ'-ৰ ঠাইত ঐ, উ বা ঊ-ৰ ঠাইত ঔ আৰু 'ঋ'-ৰ ঠাইত আৰ্ হোৱাৰ নাম বৃদ্ধি। 'অ'টো নিজেই গুণ স্বৰ আৰু ইয়াৰ বৃদ্ধি হে হ'ব পাৰে।

৪২। **স্বৰৰ সম্বন্ধ** ( Mutual relations of vowels )—একে স্থান বা অঙ্গৰপৰা ওলোৱা সাধাৰণ স্বৰ বা যুক্তস্বৰক ( diphthong-ক ) "সবৰ্ণ"[১] বা একে ৰকম স্বৰ বোলে; যথা—ই, ঈ, এ, ঐ এই কেইটা সবৰ্ণ। ভিন

---

১। "তুল্যাস্যপ্ৰযত্নং সবৰ্ণম্"। পাণিনি ১।১।৯

ভিন্ন অঙ্গৰপৰা ওলোৱা স্বৰৰ নাম "অসবৰ্ণ" বা ভিন্ন ৰকম বৰ্ণ; যথা—অ, উ, ঐ এই কেইটা পৰস্পৰ অসবৰ্ণ।

আমি ওপৰত ( § ৩৪ ) পাই আহিছোঁ যে জিহ্বামূলীয় 'অ', 'আ' ভিন্ন সকলো অঙ্গৰপৰা ওলোৱা সকলো স্বৰৰ অনুৰূপ ( cognate ) অৰ্ধস্বৰ ৮ম আৰু ৯ম ঘৰত দিয়া আছে; যেনে—ই, ঈ, এ, ঐ ইহঁতৰ অনুৰূপ অৰ্ধস্বৰ 'য়'; উ, ঊ, ও, ঔ ইহঁতৰ অনুৰূপ অৰ্ধস্বৰ 'ৱ' আৰু 'ঋ'-ৰ অনুৰূপ অৰ্ধস্বৰ 'ৰ'। নিম্নলিখিত তালিকাত উপৰোক্ত গুণবৃদ্ধিৰ আৰু স্বৰৰ সম্বন্ধ দেখুওৱা হ'ল।

| সাধাৰণ হ্ৰস্ব স্বৰ | সাধাৰণ দীৰ্ঘ স্বৰ | গুণ | বৃদ্ধি | অনুৰূপ অৰ্ধস্বৰ |
|---|---|---|---|---|
| অ | আ | অ[১] | আ | — |
| ই | ঈ | এ | ঐ | য় |
| উ | ঊ | ও | ঔ | ৱ |
| ঋ | ৠ | অৰ্ | আৰ্ | ৰ |

সাধাৰণতঃ গুণ বা বৃদ্ধি বুলিলে সাধাৰণ স্বৰৰ গুণ বা বৃদ্ধি বুজিব লাগে।

## (ক) সংস্কৃত স্বৰ সন্ধি ( Combination of Vowels )

৪৩। সন্ধিৰ নিয়মত এটা শব্দৰ অন্ত্যস্বৰ আৰু আন এটা শব্দৰ আদি স্বৰৰ মিলনৰ কথাহে আমি কম। সাধাৰণ হ্ৰস্ব বা দীৰ্ঘ স্বৰৰ পাছত সাধাৰণ হ্ৰস্ব বা দীৰ্ঘ সবৰ্ণস্বৰ থাকিলে উভয়ে মিলি এটা দীৰ্ঘ হয়; যেনে—সৰ্ব্বস্ব+অন্ত=সৰ্ব্বস্বান্ত, পবিত্ৰ+আত্মা=পবিত্ৰাত্মা, মহা+আশয়=মহাশয়, গিৰি+ইন্দ্ৰ=গিৰীন্দ্ৰ, পৰি+ঈক্ষা=পৰীক্ষা, সতী+ঈশ=সতীশ, লঘু+উৎসৱ=লঘূৎসৱ, ভূ+ঊৰ্ধ=ভূৰ্ধ, পিতৃ+ঋণ=পিতৃণ, ইত্যাদি।

৪৪। 'অ' বা 'আ'-ৰ পাছত সাধাৰণ হ্ৰস্ব বা দীৰ্ঘ অসবৰ্ণ থাকিলে উভয়ৰ সংযোগত পৰবৰ্তী অসবৰ্ণৰ গুণ হয়; আৰু 'অ' বা 'আ'-ৰ পাছত গুণ বা বৃদ্ধি স্বৰ থাকিলে উভয়ৰ মিলনত শেষোক্ত স্বৰৰ বৃদ্ধি হয়। যেনে—কামৰূপ+ঈশ্বৰ=কামৰূপেশ্বৰ, মহা+ঈশ=মহেশ, নীল+উৎপল=

১। প্ৰকৃতিকে 'অ'টো কাৰো গুণ নহয়।

নীলোৎপল, মহা + ঋষি = মহৰ্ষি, জন + এক = জনৈক, তথা + এবচ = তথৈবচ, মহা + ওষধি = মহৌষধি, মহা + ঐৰাৱত = মহৈৰাৱত, ইত্যাদি।

৪৫। অ, আ ভিন্ন সাধাৰণ স্বৰ অৰ্থাৎ ই, ঈ, উ, ঊ, ঋ, ৠ, কোনো অসবৰ্ণৰ আগত থাকিলে সিহঁত স্ব স্ব অনুৰূপ অৰ্ধস্বৰত পৰিণত হয়; যেনে—ইতি + আদি = ইত্যাদি, নদী + অম্বু = নদ্যম্বু, বধূ + আদেশ = বধ্বাদেশ, সু + অল্প = স্বল্প, অনু + এষণ = অন্বেষণ, পিতৃ + আলয় = পিত্ৰালয়, ইত্যাদি।

৪৬। স্বৰবৰ্ণ পাছত থাকিলে গুণস্বৰ 'এ' আৰু 'ও'ৰ ঠাইত যথাক্ৰমে 'অয়' আৰু 'অৱ' আৰু বৃদ্ধিস্বৰ 'ঐ' আৰু 'ঔ'-ৰ ঠাইত যথাক্ৰমে 'আয়' আৰু 'আৱ' হয়। যেনে—শে + অন = শয়ন, পো + ইত্ৰ = পৱিত্ৰ, নৈ + এক = নায়ক, পৌ + অক = পাৱক, ইত্যাদি।

## (খ) সংস্কৃত ব্যঞ্জন সন্ধি ( Combination of Consonants )

৪৭। কোনো কোমল বা বৰ্গীয় সম্বাৰনাদঘোষ বৰ্ণৰ আগত বৰ্গীয় বিবাৰশ্বাসাঘোষ বৰ্ণ থাকিলে সি সেই বৰ্গৰ সম্বাৰনাদঘোষৰ অল্পপ্ৰাণ বৰ্ণত পৰিণত হয়। যেনে—জগৎ + ঈশ = জগদীশ, ভবিষ্যৎ + বক্তা = ভবিষ্যদ্বক্তা, জগৎ + জীৱন = জগজ্জীৱন, ইত্যাদি। উলটি বিবাৰশ্বাসাঘোষ বৰ্ণৰ আগত 'দ' থাকিলে সি সেই বৰ্গৰ বিবাৰশ্বাসাঘোষৰ অল্পপ্ৰাণ হয়। যেনে—বিপদ্ + চয় = বিপচ্চয়, তদ্ + ছবি = তচ্ছবি, ইত্যাদি। বিবাৰশ্বাসাঘোষৰ পাছত 'ত' থাকিলে প্ৰথমটো পৰবৰ্তী বৰ্ণৰ বৰ্গৰ অল্পপ্ৰাণ হয়। যেনে—মহৎ + ছত্ৰ = মহচ্ছত্ৰ, জগৎ + চক্ৰ = জগচ্চক্ৰ, ইত্যাদি।

৪৮। শেষৰ বৰ্ণটো অনুনাসিক হলে প্ৰথমটো নিজ বৰ্গৰ অনুনাসিক হয় আৰু বৰ্গীয় বৰ্ণ নাথাকিলে অনুস্বাৰ ( ং ) হয়। যেনে—তদ্ + মাত্ৰ = তন্মাত্ৰ, বাক্ + ময় = বাঙ্ময়, দন্ + শন = দংশন, ইত্যাদি। কিন্তু 'চ' বা 'জ'ৰ পাছত 'ন' থাকিলে 'ন'টো মাত্ৰ 'ঞ' হয়; যেনে—যাচ্ + না = যাচ্ঞা, ৰাজ্ + নী = ৰাজ্ঞী, ইত্যাদি। বৰ্গীয় বৰ্ণৰ আগত 'ম' থাকিলেও সি সেই পৰবৰ্তী বৰ্ণৰ বৰ্গৰ অনুনাসিক হয়। যেনে—সম্ + কল্প = সঙ্কল্প, ইত্যাদি।

৪৯। 'ত' আৰু 'দ'ৰ পাছত 'শ' থাকিলে উভয়ে মিলি 'চ্ছ', 'হ' থাকিলে 'দ্ধ' আৰু 'ল' থাকিলে 'ল্ল' হয়। যেনে—তদ্ + শব্দ = তচ্ছব্দ, তদ্ + হেতু = তদ্ধেতু, তদ্ + লিপি = তল্লিপি, ইত্যাদি।

৫০। চ, ছ পাছত থাকিলে বিসৰ্গৰ ঠাইত শ; ট, ঠ পাছত থাকিলে 'ষ'

আৰু ত, থ পাছত থাকিলে 'স' হয়। যেনে—নিঃ+চিন্ত=নিশ্চিন্ত, ধনুঃ+টঙ্কাৰ=ধনুষ্টঙ্কাৰ, মনঃ+তাপ=মনস্তাপ, ইত্যাদি।

৫১। ক, খ, প, ফ পাছত থাকিলে ইকাৰ বা উকাৰৰ পাছত থকা বিসর্গৰ ঠাইত 'ষ' হয়। যেনে—নিঃ+কণ্টক=নিষ্কণ্টক, নিঃ+পাপ=নিষ্পাপ, ইত্যাদি।

৫২। 'অ' বা সম্বাৰনাদঘোষ বর্ণৰ আগত থকা "অস্"ৰ ঠাইত 'ও' হয়; যেনে—মনস্+হৰ=মনোহৰ, ৰজস্+গুণ=ৰজোগুণ, ইত্যাদি।

৫৩। অ, আ ভিন্ন স্বৰৰ পাছত থকা 'স', স্বৰবর্ণ বা 'ৰ' ভিন্ন সম্বাৰনাদঘোষ বর্ণৰ আগত ৰহিলে সি 'ৰ' হয়; যেনে—দুস্+মতি=দুর্মতি, নিস্+আকাৰ=নিৰাকাৰ, ইত্যাদি।

৫৪। ণত্ব (Change of dental n to cerebral ṇ)

ঋ, ৰ, ষ, এই তিনি বর্ণৰ পাছত থকা 'ন', "স্বৰবর্ণ, ণ, ম, য, আৰু 'ৱ'"ৰ আগত ৰহিলে 'ণ' হয়। 'ন' আৰু 'ঋ, ৰ, ষ'ৰ মাজত স্বৰবর্ণ, কবর্গ, পবর্গ, য, ৱ, হ আৰু অনুস্বাৰ থাকিলেও 'ন'টো 'ণ' হয়। 'ন' টবর্গৰ লগত যোগ হলেও 'ণ' হয়। কিন্তু অসমীয়া শব্দত এইবিলাক নিয়ম সদায় মানা নহয়। যেনে—ৰমৰমনি, ৰহন, ইত্যাদি।

৫৫। ষত্ব (Change of dental s cerebral ṣ)

অ, আ ভিন্ন স্বৰ, 'ক' আৰু 'ৰ'-ৰ পাছত থকা পদমধ্যস্থিত 'স' 'ষ' হয়। 'ট, ঠ'ৰ লগত যোগ হলেও 'স' 'ষ' হয়। দেশজ বা তদ্ভৱ (§ ২১০) অসমীয়া শব্দত এই নিয়ম সদায় ৰক্ষা কৰা নহয়। যেনে—ইসাদ (witness)।

## (গ) পালি সন্ধি[১]

৫৬। পালি আৰু প্ৰাকৃত সন্ধি দিয়াৰ আৱশ্যকতা নাথাকিলেও অসমীয়া সন্ধিৰ নিয়ম বুজিবলৈ অলপ সহজ হ'ব ভাবি সংক্ষেপে পালি আৰু প্ৰাকৃত সন্ধিৰ অলপ আভাস দিলোঁ।

সবর্ণৰ পাছত সবর্ণ থাকিলে—

(ক) এটা স্বৰৰ লোপ হয়; যেনে—নত্থি=ন+অত্থি=ন+অত্থি

---

১। Kachchayano's Pali Grammar, edited by F. Mason.

(is not) ; ৰাজাসি = ৰাজা + অসি (thou art king) ; মূলন্তুসিৰন্ = মূলন্ + তু + উসিৰন্ (a root, khus-khus grass ) ; নেত্থনাগতা = নে + এত্থ + নাগতা (they not having arrived at that place) ; অধমোমক = অধমো + ওমক ( vile, inferior ) ; যোহন্ = যো + অহন্ ( I, who ) ; চত্তাৰোমে = চত্তাৰো + ইমে ( these four ) ; অথোপপতি = অথো + উপপতি ( again, a paramour ) ; জিন বুদ্ধিতি = জিন + বুদ্ধো + ইতি ( Jina—Buddha, it is said ) ; ইত্যাদি।

(খ) কেতিয়াবা উভয়ে মিলি দীৰ্ঘ হয়, যেনে—তত্ৰাবিৰতি = তত্ৰ + অবিৰতি ( great pleasure there )। মহাদানন্দস্সামীতি = মহা + দানন্ + দস্সামি + ইতি ( I will give the great gift, thus he said )।

৫৭। 'ই'ৰ পাছত 'উ' বা 'এ' থাকিলে, নাইবা 'ই' বা 'এ'ৰ পাছত 'অ' থাকিলে—

(ক) 'ই' বা 'এ'ৰ ঠাইত 'য়' হয়। যেনে—জলনিধ্যুদধি = জলনিধি + উদধি ( sea, ocean ) ; ইত্যাদি = ইতি + আদি ( so beginning ) ; অন্তৰিয্যাগ্ন্যন্তৰন্ = অন্তৰিয্যানি + অন্তৰন্ ( an upper garment, clothing ) ; ত্যস্সপহিলাহোন্তি = তে + অস্সপহিলাহোন্তি ( these things have been rejected of, or by, those persons )।

(খ) 'অ' বা 'উ' আগত থাকিলে এনে পৰিবৰ্তন নহয়। যেনে—সোতিন্দ্ৰে = সোত + ইন্দ্ৰে ( organ of hearing ) ; সজ্ঝন্ তস্সোৰসন্ = সজ্ঝন্ তস্স + ওৰসন্ ( his own son, the church ) ; তথেত্তিতন্ = তথা এত্তিতন্ ( besides teaching ) ; চক্খুন্দ্ৰে = চক্খু + ইন্দ্ৰে ( the faculty of sight, or eye ) ; সাধুতি = সাধু + ইতি ( good, this ) ; ইত্যাদি।

৫৮। 'উ'ৰ পাছত 'অ' বা 'এ' থাকিলে বা 'ও'ৰ পাছত 'অ' থাকিলে—

(ক) 'উ' বা 'ও'ৰ ঠাইত 'ৱ' হয়। যেনে—ধাত্বন্তস্স = ধাতু + অন্তস্স ( to the end of a root ) ; ৱত্ত্বেত্থ বিহিতম্ = ৱত্তু + এত্থ + বিহিতং ( landed professions are adjudged in this place ) ; স্বাহন্ = সো + অহন্ ( this person, I ) ; ইত্যাদি।

(খ) 'উ' বা 'ও'ৰ আগত 'অ' থাকিলে এই নিয়ম নাখাটে। কিন্তু 'অ'ৰ ঠাইত 'আ' হলে খাটে। যেনে—সিতুদকা = সিত + উদকা (white waters) ; সংখ্যান্নোপেতি = সংখ্যান্ + ন + উপেতি (enters not into number) ;

সন্সেদজোপপাতিকা = সন্সেদজা + ওপপাতিকা (produced by fifth, by a visible body); মাৱচা = মা + উচা (say not); ইত্যাদি।

## (ঘ) প্ৰাকৃত-সন্ধি

৫৯। সংস্কৃত সন্ধি বিকল্পে প্ৰাকৃততো হয়[১]; যেনে—ৱাসেসী, ৱাসঈসী = ব্যাস + ঋষিঃ; ৱিসমায়ৱো, ৱিসমআয়ৱো = ৱিসম + আতপঃ; দহীসৰো, দহিঈসৰো = দধি + ঈশ্বৰঃ; সাউঅয়ম্ সাউউঅয়ম্ = স্বাদু + উদকম্; কাহী, কাহিই = কবিস্থিতি; বীও, বিইইও = দ্বিতীয়ঃ, ইত্যাদি।

৬০। ইবৰ্ণ বা উবৰ্ণৰ পাছত অসবৰ্ণ থাকিলে সন্ধি নহয়[২]; যেনে—বংদামি অজ্জবইৰং = বন্দে আৰ্যবজ্ৰম্; দনুইন্দ্ৰ কহিবলিত্তো = দনুজেন্দ্ৰ কধিৰলিপ্তঃ; নহপ্পহাৱলিঅকণো = নখপ্ৰভাৱল্যকণঃ; সম্ঝাবহুঅৱউঢ়ো = সন্ধ্যাবন্ধবগূঢ়ঃ; ইত্যাদি। কেতিয়াবা হয়, যেনে—পুহৱীসো = পৃথিৱী + ঈশঃ।

৬১। একাৰ বা ওকাৰৰ পাছত স্বৰ থাকিলে সন্ধি নহয়[৩]; যেনে—বহুআই নহুল্লিহনে অবম্ধম্তিএ কঞ্চুঅং অংগে = বধ্বা নখোল্লিখন আবধ্নত্যাঃ কঞ্চুকং অঙ্গে; অহো অচ্ছবিঅং = অহো আশ্চৰ্য্যং, ইত্যাদি। কেতিয়াবা হয়, যেনে—অথালোঅণতৰলা = অৰ্থালোকনতৰলা।

৬২। ব্যঞ্জন-সম্পৃক্ত স্বৰৰ ব্যঞ্জন লোপ হলে তাক উদ্বৃত্ত স্বৰ বোলে। স্বৰৰ পাছত উদ্বৃত্ত স্বৰ থাকিলে সাধাৰণতঃ সন্ধি নহয়[৪]; যেনে—গম্ধউডিম্ কুণম্তি = গন্ধপুটিম্ কুৰ্বন্তি; নিসাঅৰো = নিশাকৰঃ, নিশাচৰোৱা; নিসিঅৰো = নিশিচৰঃ; ৰঅনীঅৰো = ৰজনীচৰঃ, ৰজনীকৰোৱা; মনুঅত্তম্ = মনুজত্বম্। কেতিয়াবা বিকল্পে হয়। যেনে—কুম্ভআৰো, কম্ভাৰো = কুম্ভকাৰঃ, সুউৰিসো, সূৰিসো = সুপুৰুষঃ। কেতিয়াবা সন্ধি হয়; যেনে—চক্কাও = চক্ৰবাকঃ।

৬৩। তি আদি বিভক্তিৰ স্বৰৰ পাছত থকা স্বৰৰ সন্ধি নহয়[৫]; যেনে—হই ইহ = ভৱতি ইহ। প্ৰাকৃত ব্যঞ্জন সন্ধিৰ নিয়ম ইয়াত দিবলৈ ঠাই নাই। স্বৰ বিকৃতিৰ নিয়মত অলপ আভাস পোৱা যাব।

---

১। "পদয়োঃ সন্ধিৰ্ৱা"।—হেমচ. ১।৫
২। "ন যুবৰ্ণস্যাস্বে"।—হেমচ. ১।৬
৩। "এদোতোঃ স্বৰে"।—হেমচ. ১।৭
৪। "স্বৰস্যোদ্বৃত্তে"।—হেমচ. ১।৮
৫। "ত্যাদেঃ"।—হেমচ. ১।৯

## (ঙ) অসমীয়া স্বৰসন্ধি

৬৪। অসমীয়া সন্ধিৰ বিস্তৃত নিয়ম দিয়া অসম্ভৱ। তলত কেইটিমান নিয়ম দিয়া হ'ল। তাৰপৰা অসমীয়া শব্দ সংস্কৃত আৰু প্ৰাকৃতৰপৰা কেনেকৈ নামি আহিছে তাৰ অলপ আভাস পোৱা যাব। বহুত ঠাইত সন্ধি নহয়। বৈদিক সংস্কৃত আৰু প্ৰাকৃততো তেনে। সংস্কৃতত সন্ধি বুলিলে যি বুজায় অসমীয়াতো সন্ধিৰ অৰ্থ ঠিক তেনে বুলি ধৰিলে ভুল হ'ব। কিন্তু কোনো কোনো ঠাইত অসমীয়া সন্ধি যে হয় তাত সন্দেহ নাই।

৬৫। অ, আ, বা এ পাছত থাকিলে ই, ঈ, এ, ঐ, ঋ'-ৰ পাছত বিকল্পে 'য়' আৰু উ, ঊ, ও, ঔ-ৰ পাছত বিকল্পে 'ৱ' আগম হয়। যেনে—হাবি+অনি=হাবিয়নি; দি+আ=দিআ, দিয়া; পিতৃ+এ=পিতৃএ, পিতৃয়ে; মালৈ+এৰে=মালৈয়েৰে, মালৈএৰে, মালৈৰে; উলু+অনি=উলুৱনি; শোঁ+অতী=শোঁৱতী; কবো+আ=কবোৱা; কপৌ+এ=কপৌএ, কপৌৱে; কু+আ=কুৱা (প্ৰা. কূআ, স. কূপ); গাওঁ+অলীয়া=গাঁৱলীয়া, গাঁৱলীআ; জী+আ=জীআ, জীয়া; দ্বি+এক=দিয়েক, ইত্যাদি। কেতিয়াবা 'আ'ৰ পাছতো 'ৱ' হয়, যেনে—খা+অন=খাৱন্; খা+অবীয়া=খাৱবীয়া। 'অ'ৰ পাচতো 'ৱ' হয়। যেনে, ল+অবীয়া=লৱবীয়া।

মূল—বৈদিকতো কেতিয়াবা স্বৰৰ আগত থাকিলে ই, ঈ, ৰ ঠাইত ইয় আৰু উ, ঊ, ৰ ঠাইত উৱ হয়। যেনে—ধী+এ=ধিয়ে (ঋক); ভূ+ই=ভুৱি (ঋক); যু+যু+এ=যুযুৱে (ঋক); ইত্যাদি।

(ক) কেতিয়াবা শব্দৰ অন্তত অকলে থকা 'ই' বা 'ও'ৰ পাছত এ বা ও থাকিলে বিকল্পে 'ই'ৰ ঠাইত 'য়' আৰু 'ও'ৰ ঠাইত 'ৱ' হয়। যেনে—মই+ও=ময়ো, মইও; তই+এ=তয়ে, তইএ; দুই+ও=দুয়ো, দুইও; তেওঁ+এই=তেঁৱেই, তেওঁএই; গাই+এৰে=গায়েৰে, গাইএৰে; নাও+এ=নাৱে, নাওএ; নাও+এৰে=নাৱেৰে, নাওএৰে; নাও+ও=নাৱো, নাওও।

(খ) কেতিয়াবা আকৌ ব্যঞ্জন বৰ্ণৰ আগত থকা 'অ' বা 'এ' পিচত থাকিলে স্বৰবৰ্ণৰ পিচত উক্ত 'অ' আৰু 'এ'ৰ লোপ হয়। যেনে—হৈ+অক্=হৈক, হৈ+এৰে=হৈৰে, হৈএৰে; গাই+অব=গাইব, গাই+এদি=গাইদি, গায়েদি; লাউ+অত=লাউত, লাউ+এৰে=লাউৰে, লাউৱেৰে, লাউএৰে; ভুৰে+অক্=ভুৰেক, ভুৰে+এদি=ভুৰেদি; বাহুলি+এৰে=

বাহুলিৰে, বাহুলিয়েৰে, বাহুলিএৰে ; খালৈ + এদি = খালৈদি, খালৈয়েদি ; গাবো + অৰ = গাবোৰ, গাবো + এৰে = গাবোৰে ; শিৱ + অক = শিৱক, শিৱ + এদি = শিৱেদি ; লতা + অত = লতাত ; ইত্যাদি।

৬৬। অ বা আ'ৰ পাচত অ বা আ থাকিলে উভয়ে মিলি কেতিয়াবা আ হয়। যেনে— কঠ + অল = কঠাল, প্রা. কংটঅহলে, স. কণ্টকফলং ; হিঅ + অ = হিয়া ( হিআ = হিয়া § ৬৫ ), প্রা. হিঅঅং, স. হৃদয়ং ; পূজা + আৰি = পূজাৰি, প্রা. পূজআলিএ, স. পূজাকাৰিকঃ ; চাক + অ = চাকা বা চক + অ = চকা, প্রা. চক্কঅং, স. চক্রকম্ ; চম্ম + আল অর্থাৎ চাম + আৰ = চামাৰ বা চম + আৰ = চমাৰ, মা. প্রা. চম্মআলে, স. চর্মকাৰঃ ; চ + আৰি = চাৰি, প্রা. চআৰি, স. চত্বাৰি ; কম্ম + আল অর্থাৎ কাম + আৰ = কামাৰ বা কম + আৰ = কমাৰ, মা. প্রা. কম্মআলে—স. কর্মকাৰঃ ; ইত্যাদি। সম্বন্ধ— সাধাৰণতঃ অসমীয়াত এই সন্ধি নহয় ; যেনে—ৰঙা + আঁচু ( red coloured yarn ) ; দ + অটা ( deep underground pipe ), ইত্যাদি। বৈদিকতো বহুত ঠাইত এই সন্ধি নহয়[১], যেনে - মনীষা অগ্নিঃ ( ঋক ), মনীষা এভিঃ ( ঋক )। প্রাকৃতত বিকল্পে হয় বুলি আগেয়ে কোৱা হৈছে।

৬৭। 'ই' বা 'ঈ'ৰ পাচত 'ই' বা 'ঈ' থাকিলে উভয়ে মিলি কেতিয়াবা 'ই' বা 'ঈ' হয়। যেনে—পি + ইব = পিব ; জী + ইব = জীব ; ইত্যাদি। অসমীয়াত এই সন্ধি অতি বিৰল। সম্বন্ধ।—বৈদিকতো অনেক ঠাইত এই সন্ধি নহয়। যেনে—অমী ইতি ( ঋ ) ; হৰীইব ( ঋক )।

৬৮। উ বা উ-ৰ পাচত উ বা ঊ থাকিলে উভয়ে মিলি কেতিয়াবা উ বা ঊ হয়। যেনে—হুণা = হু + উণা, মা. প্রা. দুউণএ, স. দ্বিগুণকঃ। এই সন্ধিও অতি বিৰল। সম্বন্ধ।—বৈদিকতো এই সন্ধি বহুত ঠাইত নহয়[২]। যেনে—বীলূ উত ( ঋ. ), সুউর্দ্ধঃ ( ঋক ), সুউতয়ঃ ( ঋক )।

৬৯। 'অ'ৰ পাচত ই বা ঈ থাকিলে উভয়ে মিলি সাধাৰণতঃ বিকল্পে 'ঐ' হয়। কেতিয়াবা 'অ' বা 'এ' হয় ; যেনে—ক + ই = কৈ, কই বা কে, প্রা. কই, কৰি, স. কৃত্বা ; ল + ই = লৈ, লই, প্রা. লই, স. লব্ধ ; গ + ইল = গৈল, বা গ'ল, প্রা. গইলএ, গমিদএ, স. গতঃ ( গমিতঃ ) ; ন + ঈ = নৈ, নই, প্রা. ণঈ, স. নদী ; প + ই = পই, পৈ, প্রা. পই, ' স.

১, ২। Macdonell's Vedic Grammar, § 18 (a).

পতিঃ ; ব + ইহাগ = বৈহাগ, ব'হাগ, প্ৰা. বইহাগো, স. বৈশাখ ; ম + ইহ = মৈহ, ম'হ, হিন্দী. মৈহস, প্ৰা. মইসো, মা. প্ৰা. মহিশে, স. মহিষঃ ; পশ্চ + ই = পাছ + ই = পাছে, প্ৰা. পশ্চই, স. পশ্চে ; গেদ + ইৰি = গেদেৰি, মা. প্ৰা. গংডইল্লিএ, গংডইল্লিআ, স. গণ্ডকঃ ; আগ + ই = আগে, প্ৰা. অগ্‌গই, স. অগ্ৰে ; বহ + ই = বহে, প্ৰা. বহই, স. বহতি ; ভৰ + ই = ভৰে, প্ৰা. ভৰই, স. ভ্ৰিয়তে ; ত + ই = তে, প্ৰা. তই, স. তৰ্হি ; ইত্যাদি।

মূল—বৈদিকতো অ বা আ-ৰ পাচত ই থাকিলে উভয়ে মিলি ঐকাৰ হয়[১]। যেনে—প্ৰ + ইষয়ুঃ = প্ৰৈষয়ুঃ (ঋক)। আ + ইছস্ = ঐছস (ঋক, of wish)।

৭০। 'অ'ৰ পাচত উ বা ঊ থাকিলে উভয়ে মিলি সাধাৰণতঃ বিকল্পে 'ঔ' হয়। কেতিয়াবা 'ও' বা 'অ' হয়। যেনে—হৌ, হউ, হ = হ + উ, প্ৰাকৃত হোউ, স. ভবতু ; ম + উ = মৌ, মউ = প্ৰা. মহুও, স. মধুকঃ ; থ + উ = থউ, থৌ, থ, প্ৰা. ঠউ, স. স্থাপয়, ম + উল = মৌল, মল, প্ৰা. মউল, স. মুকুল ; চ + উথা = চৌথা, চউথা, চ'থা, প্ৰা. চউত্থএ, চউথা, স. চতুৰ্থঃ ; চ + উদ্দ + হ = চ + উদ্ধ = চৌদ্ধ, চউদ্ধ, চৌধ, প্ৰা. চউদ্দহ, স. চতুৰ্দ্দশঃ ; চ + উমুখা = চৌমুখা, চউমুখা, প্ৰা. চউম্মুহও, স. চতুৰ্মুখক ; ব + উ = বৌ, বউ, প্ৰা. বহু, স. বধূঃ ; ল + উণ = লোণ, লুণ, প্ৰা. লউণং, স. লবণং ; গুণমন্ত + উ = গুণমন্তো, গুণমন্ত, প্ৰা. গুণমন্তউ, স. গুণবান, ইত্যাদি।

মূল—বৈদিকতো অ বা আ-ৰ পাচত উ বা ঊ থাকিলে গুণ নহৈ বৃদ্ধি হয়[২] ; যেনে—আ + উনৎ = ঔনৎ (ঋক, of wet)।

৭১। 'আ'ৰ পাচত ই, ঈ, উ, ঊ-ৰ সাধাৰণতঃ পৰিবৰ্তন নহয়। যেনে—মাই, প্ৰা. মাই, মাঈ, স. মাতৃকা ; ভাই, প্ৰা. ভাই, স. ভ্ৰাতৃ ; চৰ + ই = চৰই, চৰে ; কিন্তু চৰা + ই = চৰাই, প্ৰা. চড়ইআ, স. চটকিকা, (§ ৭৫ দেখা)। ম + আ + উত = মা + উত (§ ৬৬) = মাউত, প্ৰা. মহাৰত্ত, স. মহামাত্ৰ ; বই + নাই = বৈনাই, বইনাই, মা. প্ৰা. ৰহিনিৰই, প্ৰা. ভৌনাই, স. ভগিণীপতি, ইত্যাদি।

৭২। 'ই'ৰ পাচত 'এ' বা 'অ' থাকিলে উভয়ে মিলি 'এ' হয় ; যেনে—

১। Macdonell's Vedic Grammar, § 23.
২। Macdonell's Vedic Grammar, § 23.

দি + এড় = দেড়, প্রা. দিঅড়, মা. প্রা. দিবড়্ে, স. অর্দ্ধদ্বিতীয়ঃ ; পঢ়ি + অই = পঢ়ে ( পঢ়েই ), প্রা. পঢ়িঅই, স. পঠ্যন্তে ; চাৰি + এক = চাৰেক, প্রা. চত্তাৰি + একো, স. চত্বাৰ + একঃ। কেতিয়াবা পদান্তৰ 'ইঅ'ৰ ঠাইত 'ঈ' হয় ; যেনে— পানি + অ = পানী ; দুই + অ = দুই ( দুঈ ), প্রা. দুইঅম্, স. দ্বিতীয়।

৭৩। 'ই'ৰ পাচত 'উ' থাকিলে সাধাৰণতঃ কোনো পৰিবর্তন নহয় ; কেতিয়াবা উভয়ে মিলি 'এ' হয়। যেনে—ঘি + উ = ঘিউ, প্রা. ঘিঅং, স. ঘৃতং ; পিউ + সি + আ = পেসি + আ = পেহী ( § ৭৫ )।

৭৪। 'উ'ৰ পাচত অ থাকিলে উভয়ে মিলি কেতিয়াবা 'ও' হয় ; যেনে— সু + অঁধা = সোঁধা, প্রা. সুঅংধে, সুঅংধো, স. সুগন্ধঃ ; উ + অঝা = ওঝা, ওঝা, প্রা. উঅজ্ঝাও, উঅজ্ঝাএ, স. উপাধ্যায়ঃ।

৭৫। 'ই' বা 'উ'ৰ পাচত আ থাকিলে উভয়ে মিলি যথাক্রমে ইয়া বা উৱা হয় আৰু কেতিয়াবা কেৱল ই, ঈ বা উ, ঊ হয়। যেনে—শি + আল = শিয়াল, প্রা. শিআলে, শিআলা, শিআলকা, স. শৃগালঃ ; বি + আহ্ = বিয়া ( § ৬৫ ), মা. প্রা. বিআহে, স. বিবাহঃ ; পি + আহ = পিয়াহ ( § ৬৫ ) প্রা. পিআসা, স. পিপাসা ; বাৰি + আ = বাৰী, প্রা. বাড়িআ, স. বাটিকা ; বিজুলি + আ = বিজুলী, মা. প্রা. বিজ্জুলিআ, স. বিদ্যুৎ ; লাঠি + আ = লাঠী, প্রা. লট্‌ঠিআ, স. যষ্টিকা ( § ৬৫ )।

৭৬। উ বা 'উ'ৰ পাচত ই বা ঈ-ৰ কোনো পৰিবর্তন নহয় ; যেনে— দুই, প্রা. দুই, মা. প্রা. দুঅউ, স. দ্বৌ ; পূই, পূৰৈ, প্রা. পূইআ, স. পূতিকা ; ভূঁই, প্রা. ভূমি ( ভুই ), স. ভূমি।

৭৭। 'এ'ৰ পাচত অ, আ, ই বা উ থাকিলে 'এ'ৰ পৰিবর্তন প্রায়ে নহয় ; পিচৰ স্বৰ লোপ হয়। কেতিয়াবা 'এ'ৰ ঠাইত এৱ হয় ; যেনে— বিকে + ই = বিকে, প্রা. বিক্কেই, স. বিক্রীণাতি ; দে + অৰ = দেৱৰ, দেওৰ, প্রা. দেঅঘৰং, স. দেবগৃহম্।

মূল—বৈদিকতো 'এ'ৰ পিচৰ 'অ'ৰ লোপ হয় ; কেতিয়াবা নহয়ও[১]। যেনে—সূনৱে অগ্নে বা সূনৱেগ্নে ( ঋক )।

৭৮। 'ও'ৰ পাচত অ বা আ থাকিলে প্রায়ে 'ও'ৰ পৰিবর্তন নহয় আৰু পিচৰ স্বৰ লোপ হয়। কেতিয়াবা 'ও'ৰ ঠাইত ওৱ হয়। যেনে—

---

১। Macdonell's Vedic Grammar, § 21.

থো+অৰ=থোৰ, ("জীৱন নাবহে থোৰ"—শঙ্কৰ), প্ৰা. থোঅড়য়ং, স. স্তোকম্ ; কোঁ+অৰ=কোঁৱৰ, প্ৰা. কুঁঅৰ, মা. প্ৰা. কুমালে, সং. কুমাৰঃ (§৯৮)।

মূল—বৈদিকতো 'ও'-ৰ পিচৰ 'অ'-ৰ লোপ হয়[১] ; কেতিয়াবা নহয়ও। যেনে—দেবাসো অপ্তুৰঃ বা দেৱা সোপ্তুৰঃ (ঋ.)।

৭৯। স্বৰবৰ্ণ পাচত থাকিলে অকলে থকা 'ন'-ৰ 'অ' লোপ হয় ; যেনে—ন+আঁটা=নাঁটা, ন+এৰিম=নেৰিম, ন+আৱৰা=নাৱৰা, ন+উভাৰ =নুভাৰ, ন+ওকাল=নোকাল, ইত্যাদি।

## (চ) অসমীয়া ব্যঞ্জন সন্ধি (Conjunction of Consonants)

৮০। কোনো অল্পপ্ৰাণ বৰ্ণৰ পাচত 'হ' থাকিলে উভয়ে মিলি সেই বৰ্গৰ মহাপ্ৰাণ বৰ্ণ হয়। যেনে—গদ্দ+হ=গাদ্ (§৯১)+হ=গাধ, মা. প্ৰা. গদ্দহএ, স. গৰ্দ্দভকঃ ; চ+উদ্দ্+হ=চৌদ্ধ, মা. প্ৰা. চউদ্দহ, স. চতুৰ্দ্দশঃ ; সিঙ্+হ=সিঙ্ঘ, মা. প্ৰা. সিঙ্ঘে, প্ৰা. সীহো, স. সিংহ ; জিব্ +হা=জিভা, প্ৰা. জিব্ভা, স. জিহ্বা, ইত্যাদি।

৮১। 'ন'-ৰ পাচত স্বৰবৰ্ণযুক্ত ব্যঞ্জনবৰ্ণ থাকিলে 'ন'-ৰ 'অ'-ৰ পৰিবৰ্তে সাধাৰণতঃ সেই ব্যঞ্জন বৰ্ণত যুক্ত থকা স্বৰ এটি 'ন'-ত যোগ কৰা হয়। যেনে—ন+হয়=নহয় ; ন+লাগে=নালাগে ; ন+দিয়ে=নিদিয়ে ; ন+পুৰে =নুপুৰে ; ন+শোৱে=নোশোৱে ; ন+ঠেলে=নেঠেলে ; ইত্যাদি।

## (ছ) সংযুক্ত ব্যঞ্জন বৰ্ণৰ বিকৃতি

## (Changes of Conjunct Consonants)

৮২। অসমীয়া ভাষাত ব্যঞ্জন সন্ধিতকৈ তাৰ উল্টা নিয়ম অৰ্থাৎ যোগত কৰি বিয়োগ বেছি। এই বিয়োগ তিনি ৰকমে সাধিত হয়— (১) বিকৰ্ষ (Dissolution), (২) বিলোপ (Elision) আৰু (৩) সৰল কৰণ (Simplification)। সংস্কৃতত বিয়োগ নহৈছিল। কিন্তু প্ৰাকৃতত সংস্কৃত শব্দ প্ৰয়োগ কৰোঁতে এই তিনি নিয়মে শব্দৰ গঢ় সলোৱা হৈছিল। বৈদিক সংস্কৃতক আদি প্ৰাকৃত বুলি ধৰা উচিত আৰু বৈদিকতো এনে নিয়ম কেতিয়াবা দেখা যায়।

১। Macdonell's Vedic Grammar, § 21.

৮৩। (১) **বিকৰ্ষ** (Dissolution): যুক্তাক্ষৰক ফালি পৃথক পৃথক কৰা নিয়মৰ নাম 'বিকৰ্ষ'। প্ৰাকৃত বৈয়াকৰণিক কাত্যায়নে ইয়াক 'বিকৰ্ষ' আৰু বৰৰুচি আৰু হেমচন্দ্ৰই 'বিপ্ৰকৰ্ষ' বুলিছে।[১]

(অ) বৈদিক ভাষাত বিকৰ্ষ হৈছিল। যেনে—পূৰ্ব্ৱ ancient (ঋ. ১।৫৯।৪৯), শৌৰ. প্ৰা. পুৰৱ (হেমচ. ৪।২৭০), স. পূৰ্বঃ, অস. পূৰুব; নৃতুঃ (ঋ. ১।১৪।৯২) dancer, স. নৰ্ত্তকঃ, অস. নটুৱা; শকত able, strong (ঋ. ১।১০।৯৬), স. শক্তঃ, অস. শকত; ৱকল bark of a tree (তৈ. ব্ৰা. ৩।৭।৪।১), স. ৱল্কলং, অস. বাকল, বাকলি; চেতনং consciousness (ঋ. ১।৩৩।১৩৩), স. চৈতন্যং, অস. চেতন; বিদা knowledge (ঋ. ১।৩৩।১৭৪), স. বিদ্যা, অস. বিদা, ইত্যাদি।

(আ) প্ৰাকৃতত বহুলৰূপে বিকৰ্ষ হৈছিল। যেনে—ৰদণং (বৰৰু. ৩।৬০) gem, স. ৰত্নং, অস. ৰতন; সাৰংগ bow of Vishnu, স. শাৰ্ঙ্গঃ (বৰৰু. ৩।৬০), অস. শাৰঙ্গ; সিৱিনো, সিমিনো dream (হেমচ. ১।৪৬), স. স্বপ্নঃ, অস. সপন; সলাহা praise (বৰৰু, ৩।৬২), স. শ্লাঘা, অস. শলাগ; হৰিসো joy (হেমচ. ২।১০৫), স. হৰ্ষঃ, অস. হৰিষ; আয়ৰিসো original, sample (হেমচ. ২।১০৫), স. আদৰ্শঃ, অ. আৰিশ; বৰিসা rainy season (হেমচ, ২।১০৫), স. বৰ্ষা, অ. বাৰিষা; দৰিসনং seeing (হেমচ. ২।১০৫), স. দৰ্শনং, অ. দৰিশন; গৰিহা censure (হেমচ. ২।১০৪), স. গৰ্হা, অ. গৰিহা; অৰিহা worship (হেমচ, ২।১০৪), স. অৰ্হা, অ. অৰিহা; পদুমং lotus (পালি), পউমং, পদুমং (হেমচ. ১।৬১), স. পদ্মং, অ. পদুম; জীআ mother (হেমচ. ২।১১৫), স. জ্যা, অ. জীয়া, ইত্যাদি।

(ই) অসমীয়াতো সেইদৰে বিকৰ্ষ হয়। যেনে—খৰগ horn of a rhinoceros, প্ৰা. খগ্গো, স. খড়্গঃ; জনম birth, প্ৰা. জম্মং, স. জন্মন্; মোকাল, মুকাল, মকুলি free, unrestrained, অপভ্ৰ. মোকলড় (হে. ৪।৩৬৬; প্ৰা. মুকল ?), স. মুক্তকং, ইত্যাদি।

(২) **বিলোপ** (Elision) বুলিলে কোনো যুক্তাক্ষৰক তেনেই লোপ কৰা বুজিব লাগে। সাধাৰণতঃ বিলোপ মানে কোনো আখৰ লোপ

---

১। "বিকৰ্ষঃ"। কাত্যায়ন প্ৰাকৃত মঞ্জৰী, ৩।৫৮। "বিকৰ্ষ ইতি যুক্তস্য পৃথক্কাৰঃ স উচ্যতে"। "বিপ্ৰকৰ্ষঃ"। ইতি, বৰৰুচি, প্ৰাকৃত প্ৰকাশ, ৩।৫৯। see হেমচ. ২।৭৫।

হোৱাকে বুজায়। বৈদিক সময়তো যুক্তাক্ষৰ লোপ কৰা হৈছিল[১]। যেনে—প্ৰাণ ( forward )=প্ৰাঞ্চ+স্ ( ঋ ); অধোক্ ( he milked )=অ+দোহ্+ত্ ( ঋ )। প্ৰাকৃততো এনে বিলোপ ঘটিছিল ; যেনে—জিহ্বা ( tongue )=জিহা ( হেমচ. ২।৫৭ ) ; ৰাত্ৰী ( night )=ৰাঈ ( হেমচ. ২।৮৮ ) ; একল্লো ( single )=এক্কো, এও ( হেমচ. ২।১৬৫ ), ইত্যাদি। অসমীয়াতো তেনে হয় ; যেনে—চাৰি ( four ), প্ৰা. চত্তাৰি (হেমচ. ৩।১২২) ; স. চত্বাৰি ; বুমে, ( he sinks, wades ), প্ৰা. বুমজ্জই ( হেমচ. ১।৯৪ ), স. নিমজ্জতি ; ইত্যাদি।

(৩) **সৰল কৰণ** ( Simplification ) বুলিলে যুক্তাক্ষৰৰ একাংশ এৰি দি সহজসাধ্য উচ্চাৰণৰ শব্দ গঠিত কৰা নিয়মক বুজায়। বৈদিকত এইদৰে যুক্তাক্ষৰৰ একাংশ এৰি দিয়া নিয়ম বহু ঠাইত চলিছিল[২]। যেনে—চন্দ্ৰ আৰু স্চন্দ্ৰ ( shining ) ; স্তনয়িত্নু আৰু তনয়িত্নু ( thunder ) ; অভক্ত আৰু অভকৃষ্ট ; অভৱন্ আৰু অভৱন্ত্ ( were ) ; তান্ আৰু তান্স্ ( those ) ; ইত্যাদি। প্ৰাকৃততো যুক্তাক্ষৰ সৰল কৰা হয়। যেনে—বপ্ফো ( vapour )=বাহো, স. বাষ্পঃ ( হেমচ. ২।৭০ ) ; ৰাউল্লো ( perplexed ) =ৰাউলো, স. ব্যাকুলঃ ( হেমচ. ২।৯৯ ) ; এক্কো ( one )=এও, স. একঃ ( হেমচ. ২।৯৯ ) ; ইত্যাদি। অসমীয়াতো তেনে হয় ; যেনে—যুত্ (joined), প্ৰা. জুত্তং, স. যুক্তং ( ৰৰু. ৩।১ ) ; মুগ ( a kind of pulse ), প্ৰা. মুগ্গো, স. মুদ্গঃ ( ব. ৩।১ ) ; লাগ, লগ ( adhered ), প্ৰা. লগ্গং, স. লগ্নং ( ব. ৩।২ ) ; ইত্যাদি। প্ৰাকৃতৰ অজ্হল্ সন্ধি[৩] বা সন্ধি লোপ আৰু এই সৰল-কৰণ একে।

## (১) বিকৰ্ষ[৪] ( Dissolution )

৮৪। বিকৰ্ষ হলে সচৰাচৰ অসংযুক্ত বৰ্ণৰ যি স্বৰ থাকে সেই স্বৰ সংযুক্ত বৰ্ণৰপৰা পৃথক হোৱা প্ৰতিটো বৰ্ণত যোগ হয়। যেনে—মুগুধ perplexed, প্ৰা. মুদ্ধম্, স. মুগ্ধম্ ; মেলেছ a non-Aryan, প্ৰ. মিলিচ্ছো,

১। Macdonell's Vedic Grammar, § 61.
২। Macdonell's Vedic Grammar, §§ 15 (2) (*k*) & 28.
৩। "সন্ধাৱচাময়োপ বিশেষা বহুলম্।" ৰৰু. ৪।১।
৪। সংস্কৃত নে প্ৰাকৃতৰপৰা শব্দটো নামিছে তাক দেখুৱাবৰ কাৰণে যথাসাধ্য প্ৰাকৃত আৰু সংস্কৃত ৰূপ দিয়া হৈছে।

স. ম্লেচ্ছঃ ; ৰছিমী a ray of light, প্ৰা. ৰস্‌সী, স. ৰশ্মী ; লখিমী goddess of wealth, স. লক্ষ্মী, ইত্যাদি।

৮৫। স্বৰৰ ঠাইত 'অ' বা, 'আ' হয় ; যেনে—ঠৰ, তবধ stupefied, প্ৰা. থড্‌ঢো, স. স্তব্ধঃ ; দগধ, দগধা burnt, সং. দগ্ধঃ ; ৰকত blood, স. ৰক্তং ; কিৰা oath, প্ৰা. কিৰিয়া, স. ক্ৰিয়া ; পৰশ touch, প্ৰা. ফৰিসো, স. স্পৰ্শঃ ; ভিকহু beggar, স. ভিক্ষুঃ ; হৰিষ, হৰষ joy, প্ৰা. হৰিসো, স. হৰ্ষঃ ; অমলা, আমলা acid, প্ৰা. অম্বিলং, স. অম্লং ; বামুণ, বামণ brahman প্ৰা. বম্‌হনে, স. ব্ৰাহ্মণঃ ; আছাৰি goad of a ploughman, বৈ. অষ্ট্ৰা, আষ্ট্ৰা ( ঋ. ৪।৫৭।৪ ) ; পলু silk-worm, বৈ. প্লুষি. ( ঋ. ১।১৯১।১ ) [১] ; জনম birth প্ৰা. জম্মো, স. জন্মন্ ; শবদ sound, প্ৰা. সদ্দো, স. শব্দঃ ; বানচ hire, wages, price, স. বস্নং।

৮৬। ই বা ঈ হয় ; যেনে—কাইব epic, প্ৰা. কব্‌বো, স. কাব্যঃ ; বিৰিখ tree, স. বৃক্ষঃ ; পহ্নি, পৰ্নি ( দিয়া ) oozed milk, etc., প্ৰা. পণ্‌হুও, স. প্ৰস্নুতঃ ; সইন্ ( cf. লইন-সইন ) soft, প্ৰা. সন্‌হম্, স. শ্লক্ষ্ণং ; লইন্ soft, প্ৰা. লহ্ম্, স. শ্লক্ষ্ণং ; তিৰী woman, স. স্ত্ৰীঃ ; ছিৰী prosperity, health, প্ৰা. সিৰী, স. শ্ৰীঃ ; লখিমী goddess of wealth, স. লক্ষ্মী ; পতিয়ন conviction, স. প্ৰত্যয়ঃ ; শূদিৰ Shudra, প্ৰা. সুদ্দো, স. শূদ্ৰঃ ; গিয়ান knowledge, স. জ্ঞানম্।

৮৭। উ বা ঊ হয় ; যেনে—গুপুত secret, প্ৰা. গুত্তো, স. গুপ্তঃ ; সুৰুয sun, প্ৰা. সূজ্জো, স. সূৰ্য্যঃ ; শুকুলা white, প্ৰা. সুক্কম্, সুকিলম্, স. শুক্লং ; মুৰুখ stupid, প্ৰা. মুক্‌খো, মুক্কক্‌খো, স. মূৰ্খঃ ; পূৰুব old, east, প্ৰা. পুৰিমং, পুৱৰং, বৈ. পূৰৱং, স. পূৰ্ব্বং ; শতুৰু enemy, স. শত্ৰুঃ ; মুকুতা pearl, স. মুক্তা ; মুৰুতি shape, প্ৰা. মুত্তী, স. মূৰ্ত্তিঃ।

৮৮। 'এ' বা 'ও' হয় ; যেনে—অপেস্বৰা, celestial dancing girl, স. অপ্‌সৰা ; চেনেহ affection, প্ৰা. সনেহো, ণেহো, স. স্নেহঃ ; কেলেশ pain, প্ৰা. কিলেসো, স. ক্লেশঃ ; নোৱা bathed, প্ৰা. ণহাও ( ন্+ও+হা +ও=নোৱাও ), স. স্নাতঃ।

৮৯। ব্যত্যয় বা বৰ্ণৰ স্থান পৰিবৰ্ত্তন হয় ; যেনে –ৰানচ prince, স. বা বৈ. ৰস্ন ( ঋ. ৪।২৪।৯ ) ; দহ বা দ deep প্ৰা. দহো, স. হ্ৰদঃ।

১। সম্ভৱতঃ 'পলু'ৰ মূল স. পীলুঃ নহয়। অ. পেলু thread worm=স. পীলুঃ।

## (২) বিলোপ ( Elision )

৯০। কেতিয়াবা ক, চ, জ, প্ৰ, ত, হ্ আৰু ম্ৰ লোপ হয়। যেনে—চৌধাৰী headman, প্ৰা. চক্কধৰিঅ, স. চক্ৰধাৰিকঃ; তেতালিশ বা তেতাল্লিশ বা তিয়াল্লিশ forty-three, প্ৰা. তেচ্চত্তালীসা ( § ২৮৯ ), স. ত্ৰয়শ্চত্বাৰিংশৎ; বিয়াল্লিশ,—ল্লিশ forty-two, প্ৰা. বাঅত্তালীসা ( § ২৮৯ ), স. দ্বিচত্বাৰিংশৎ; ছয়চল্লিশ, ছিয়াল্লিশ forty six, প্ৰা. ছচ্চত্তালীসা, স. ষট্চত্বাৰিংশৎ; পিয়া drunk, প্ৰা. পেজ্জ, স. পেয়া; উত্তৰী upper garment, স. উত্তৰীয়ং; দিয়া given, প্ৰা. দিন্নম্, স. দত্তম্; পঁচত্তৰ seventy-five, প্ৰা. পন্নহত্তৰী, স. পঞ্চসপ্ততি ( § ২৮৯ ); পঁইত্ৰিশ, পঁইতিশ thirty-five, প্ৰা. পন্নতীসং, স. পঞ্চত্ৰিংশৎ ( § ২৮৯ ); চল্লিশ,—লিশ forty, প্ৰা. চত্তলীসা, স. চত্বাৰিংশৎ ( § ২৮৯ ); ধাই midwife, প্ৰা. ধত্তী, ধাৰী, ধাই, স. ধাত্ৰী; গা body প্ৰা. গাত্তম্? স. গাত্ৰং; দা lit, cutter, a sickle, স. দাত্ৰ; কেৰেলা, কাকিৰাল vegetable fruit, অ. প্ৰা. কক্কউল্ল, স. কৰ্কটঃ বা কংকবোলঃ; পুৱা morning, প্ৰা. পুব্ৱাহ্নো, স. পূৰ্ব্বাহ্নঃ; চৰ slap, অপভ্ৰ. চড়ক্ক ( হেমচ. ৪।৪০৬ ), প্ৰা. চৱিড়, চৱেড়, স. চপেট, ( পু. অ. চৱৰ )।

## (৩) সৰল-কৰণ ( Simplification )

৯১। সৰল কৰোঁতে প্ৰাকৃতৰ নিয়মে কেতিয়াবা ওপৰৰ আৰু কেতিয়াবা তলৰ যুক্তাক্ষৰ লোপ কৰা হয়[১]। প্ৰাকৃতত কোনো কোনো আখৰ ওপৰত থাকিলে লোপ হয়, কোনো কোনো আখৰ্ তলত থাকিলে লোপ হয় আৰু কোনো কোনোটা ঘ'তে ত'তে থাকিলে লোপ হয়। প্ৰাকৃতৰ ঊৰ্দ্ধ লোপ; যেনে—জুত্তং united, স. যুক্তং, অ. যুত; মুগ্গো a kind of pulse, স. মুদ্গঃ, অ. মুগ। অধঃ লোপ; যেনে—লগ্গো adhered, স. লগ্নঃ. অ. লাগ; ণগ্গো naked, স. নগ্নঃ, অ. নাগা, নগা। সৰ্ব্বত্ৰ লোপ; যেনে—পক্কং, পিক্কং ripe, স. পক্বং, অ. পকা; কল্লং tomorrow, স. কল্যং, অ. কালি; সঅং self, স. স্বয়ং, অ, স্বয়ং; উক্কা firebrand, স. উল্কা, অ. উকা। এই কথা মনত ৰাখিব লাগে যে প্ৰাকৃতত সচৰাচৰ সংস্কৃত যুক্তাক্ষৰৰ ওপৰৰটো লোপ কৰি তলৰটো দ্বিত্ব কৰা হয়। কিন্তু অসমীয়াত হলে দ্বিত্ব হোৱা প্ৰাকৃত

---

১। "উপৰিলোপঃ ক—গ—ড—ত—দ—প—ষ—সাম্।" বৰৰু. ৩।১
"অধো মনয়াম্"। বৰৰু. ৩।২
"সৰ্ব্বত্ৰ লৱৰানাম্"। ব. ৩।৩

শব্দৰ ব্যঞ্জন বৰ্ণৰ এটা লোপ কৰি তৎপূৰ্ববৰ্তী স্বৰ সাধাৰণতঃ দীৰ্ঘ কৰা হয়। এইটো সাধাৰণ নিয়ম। বহুত ঠাইত এই নিয়মৰ লৰচৰ হয়। উদাহৰণ তলত দিলোঁ। কিন্তু সকলো অসমীয়া শব্দ প্ৰাকৃতৰ মাজেদি আহিছে বুলি ভাবিলে ভুল হ'ব। বহুত শব্দ সংস্কৃতৰপৰা পোনে পোনে অসমীয়ালৈ আহিছে।

(ক) **ওপৰৰ বৰ্ণ লোপ** :—সাধাৰণতঃ অল্প প্ৰাণ বৰ্ণ লোপ হয়।

ক—ডকা, ডাকা bitten ( esp. by snake ), প্ৰা. ডক্কো, দট্ঠো, স. দষ্টঃ ( হেমচ. ২।২ )। ( cf. Gk. dakry, from dak = to bite ).

যখ miser, প্ৰা. জক্‌খো ( ব. ৩।২৯ ), স. যক্ষঃ ( হেমচ. ২।৮৯ )। চোখা sharp, প্ৰা. চোক্‌খ, স. চোক্ষ ( sharp, pungent ); থোক bunch, প্ৰা. থোকং, স. স্তোকং ( হেমচ. ২।১২৫ ); বাখানা বা বখানা praise, প্ৰা. বক্‌খানং স. ব্যাখ্যানম্ ( হেমচ. ২।৯০ )। শুকান বা শুখান dry, প্ৰা. সুক্কম্, সুক্‌খম ( হেমচ. ২।৫ ), স. শুষ্কং। হক right, ইচ্‌লামিক—হক[১]। পুখুৰী pond, প্ৰা. পোক্‌খৰিণী, স. পুষ্কৰিণী ( হেমচ. ২।৪ )।

গ—যুগ pair, প্ৰা. জুগ্‌গম্, স. যুগ্মং ( হেমচ. ২।৬২ ); বাঘ tiger, প্ৰা. বগ্‌ঘো, স. ব্যাঘ্ৰঃ ( হেমচ. ২।৯০ ); দীঘ্ warp of a cloth, length, প্ৰা. দিগ্‌ঘো, স. দীৰ্ঘঃ ( হেমচ. ২।৯১ ); মগু a kind of pulse, প্ৰা. মগ্‌গু, স. মদ্গুঃ ( হেমচ. ২।৭৭ )।

চ—মিছা untruth, প্ৰা. মিচ্ছা. স. মিথ্যা (হেমচ. ২।২১); পাছ behind, প্ৰা. পচ্ছা, স. পশ্চাৎ ( হেমচ. ২।২১ ); উছাহ exertion, encouragement, প্ৰা. উচ্ছাহো, স. উৎসাহঃ ( হেমচ. ২।২১ )। হেঁচা pressure, ইচলা. —হেচ্চ; বছৰ year, প্ৰা. বচ্ছৰো, স. বৎসৰঃ ( হেমচ. ২।২১ ), ( বৰৰু. ৩।৪০ )।

জ—বুজি understanding, প্ৰা. বুজ্‌ঝিঅ, স. বুধ্বা ( হেমচ. ২।১৫ )। বেজ physician, প্ৰা. বেজ্জো, স. বৈদ্যঃ ( হেমচ. ২।২৪ ); শেজা, track, প্ৰা. সেজ্জা, স. শয্যা ( বৰৰু. ১।৫ )। অজ devoid of knowledge ( মূৰ্খত খাটে ), প্ৰা. অজ্জো, স. অজ্ঞঃ ( হেমচ. ২।৮৩ )। অখাজ prohibited food, প্ৰা. অহাজ্জ্যো, স. অখাদ্যঃ ( মাছত খাটে ) উজু easy, প্ৰা. উজ্জু, স. ঋজু ( হেমচ. ১।১৩১ )।

---

১। ইচলামিক শব্দ আৰবী বা ফাৰ্চীৰ পৰিবৰ্তে ব্যৱহৃত হৈছে।

ঞ—বিছা hairy caterpillar প্ৰা. বিঞ্চুও, বিম্চুও, বিম্চিও, স. বৃশ্চিকঃ (হেমচ. ১।১২৮, ২।১৬)। মজাঠি Madder, বৈ. মঞ্জিষ্ঠ (ঐ. আ. ৩।২।৪), স. মঞ্জিষ্ঠ, অপভ্ৰ. মংজিট্ঠএ (হেমচ. ৪।৪৩৮)।

ট—উট camel, প্ৰা. উট্টো, স. উষ্ট্ৰঃ (হেমচ. ২।৩৪)। মুঠি Clenched fist, প্ৰা. মুট্ঠি, স. মুষ্টিঃ (হে. ২।৩৪)। পিঠি back, প্ৰা. পিট্ঠি, বৈ. পৃষ্টিঃ (যজু. ২০।৭-৮); চৌথা, চ'থা fourth, প্ৰা. চউট্ঠো, চউত্থো, স. চতুৰ্থঃ (হেমচ. ২।৩৩)।

ড—কড়ি cowrie, প্ৰা. কৱড্ডো, স. কপৰ্দঃ (হেমচ. ২।৩৬); বুঢ়া old man, প্ৰা. বুড্ঢো, স. বৃদ্ধঃ (হেমচ. ২।৪০)।

ণ—চান sign (গম্ভিত খাটে), প্ৰা. সন্না, স. সংজ্ঞা (হেমচ. ২।৪২)। পোন straight, মা. প্ৰা. পন্নলে, স. প্ৰাঞ্জলঃ বা প্ৰা. পউণ, স. প্ৰগুণ (হেমচ. ৪।২৯৩)। জীণ digested, প্ৰা. জিণ্ণো, স. জীৰ্ণঃ; (হেমচ. ২।১০২)।

ত—হাথী elephant, প্ৰা. হত্থী, স. হস্তিন্ (ববক. ৩।১২)। পুথি, পুথী, booklet, প্ৰা. পোত্থী, স. পুস্তী (হেমচ. ১।১১৬)। আৱতনি circular motion) (পানীত খাটে), প্ৰা. আৱত্তণম্, স. আৱৰ্তনম্ (হেমচ. ২।৩০); সিটা, সিঠা sediment, প্ৰা. সিট্ঠং, স. শিষ্টং, অথবা প্ৰা. সিত্থম্, সিত্তম, স. সিক্থঃ (হেমচ. ২।৭৬)। পথাৰ field, প্ৰা. পত্থৰো, স. প্ৰস্তৰঃ (হেমচ. ২।৪৫)।

দ—শৰাধ funeral ceremony, প্ৰা. সড্ঢো, স. শ্ৰাদ্ধঃ। উধান (lit. a fire-place), স. উদ্ধানং fire-place (sacrificial bricks); দুধ milk, প্ৰা. দুদ্ধম্, স. দুগ্ধম্। গাধ ass, প্ৰা. গদ্দহো, স. গৰ্দভঃ (হেমচ. ২।৩৭); মজুৰি wages, ইচলা. মজদুৰি (occupation)। উদাম্, উদং unrestrained, প্ৰা. উদ্দামে, স. উদ্দামঃ (cf. উদ্দামে ৱিঅ গদ্দহে=উদ্দাম ইব গৰ্দ্দভঃ। মৃচ্ছক. ১০৩)। হদ boundary, ইচলা. হদ্দ।

12

ন—উছন deserted, প্ৰা. উচ্ছন্নো, স. উৎসন্নঃ (হৈমচ. ১।১১৪)। জমিদাৰ landlord, ইচলা-জমিন্দাৰ।

প—আপোন own, self, প্ৰা. অপ্পা, অপ্পন্নো, অপভ্ৰ. অপ্পনু, স. আত্মন্

( হেমচ. ২।৮৩ )। ছপয় a kind of verse, প্রা. ছপ্পএ, স. ষট্পদঃ ( হেমচ. ১।২৬৫ )।

ৱ—জিভা tongue, প্রা. জিব্ভা, জিহা, স. জিহ্বা ( হেমচ. ২।৫৭ )। উভা upwards প্রা. উব্ভম্, স. ঊর্ধ্বম্ ( হেমচ. ২।৫৯ )। শিমলা, শিমলু silk-cotton tree, বৈ. শিম্বল ( ঋ. ৩।৫৩।২২ )।

ম—ঘাম hot weather, প্রা. ঘম্মো, স. ঘর্মঃ ( হেমচ. ৪।৩২৭ )। গাঁৰু pillow, প্রা. গেম্দুঅম্, স. গণ্ডুঃ, কন্দুকং ( হেমচ. ১।৫৭ )।

ল—পালং couch, প্রা. পল্লংকো, স. পর্য্যঙ্কঃ ( হেমচ. ২।৬৮ ); একল, অকল single, প্রা. একলো, একো, এও, স. একঃ [ § ৮৩ (২) ]। থূল bulky, ( cf. থূলন্তৰ ), প্রা. থূল্লো, স. স্থূলঃ ( হেমচ. ২।৯৯ ); ছলি offsping, progeny, স. ছল্লি ( -ল্লী ); তেল oil, প্রা. তেল্লং, স. তৈলং ( হেমচ. ১।৯৮ )। বাকি but, ইচলা. বাদ্বে।

ৰ—সৰ all, প্রা. সব্বং, সঁ. সৰ্বং ( হেমচ. ১।১৭৭ )। যুৱান grown up, young, প্রা. জোৱ্ৱণম্, স. যৌৱনম্ ( বৰৰু. ৩।৫২ )।

স—উম warmth, প্রা. উস্মা, স. উষ্মন্ ( হেমচ. ৪।২৮৯ )।

হ—জোন moon, প্রা. জোন্হা, স. জ্যোৎস্না ( হেমচ. ২।৭৫ ); মেতৰ sweeper, ইচলা. মেহতাৰ।

(খ) অধঃ লোপ ঃ—সচৰাচৰ মহাপ্রাণ বৰ্ণৰ লোপ হয়। যেনে,—

| বৰ্ণ | অসমীয়া | অৰ্থ | প্রাকৃত বা অন্য শব্দ | সংস্কৃত |
|---|---|---|---|---|
| থ— | চোকা | sharp, pungent, keen, | চোক্খং | চোক্ষং। |
| | শুকান ( শুখান ) | dry | সুক্খম্ | শুষ্কং ( হেমচ. ২।৫ ) |
| | চকু | eye | পালি-চক্খু | চক্ষু ( কাচ্চা. § ৩০৩ ) |
| ছ— | পছিম | west | পচ্ছিমম্ | পশ্চিমং ( বৰৰু. ৩।৪০ ) |
| ঝ— | মাজ | middle | মজ্ঝম্ | মধ্যং ( হেমচ. ২।২৬ ) |
| | মাজু | middle | মজ্ঝিমো, | মধ্যমঃ ( বৰৰু. ৩।২৮ ) |
| ঢ | ঠৰ | stupefied | ঠড্ঢো | স্তব্ধঃ ( হেমচ. ২।৩৯ ) |
| ণ | ফাটা | curdled | বৈ. ফাণ্ট | ( শত. ব্রা. ৩।৪।৩।৮ ) |
| থ | হাত | hand | হত্থো | হস্তঃ ( বৰৰু. ৩।১২ ) |
| | হাতী | elephant | হত্থী | হস্তিন্ ( বৰৰু. ৩।১২ ) |
| | পালট | turn round | পল্লত্থা. পল্লট্টো | পর্যাস্তঃ (হেমচ. ২।৪৭) |

| বৰ্ণ | অসমীয়া | অৰ্থ | প্ৰাকৃত বা অন্য শব্দ | সংস্কৃত |
|---|---|---|---|---|
| ধ— | লুভীয়া[১] | covetous | লোদ্ধও | লুব্ধকঃ (হেমচ. ১।১১৬)। |
| | চিন | sign | চিংধম্, চিহ্নম্ | চিহ্নম্ (ববক. ৩।৩৪)। |
| ফ— | ভাপ | vapour | বাহো, বপ্ফো | বাষ্পঃ (ববক. ৩।৩৮)। |
| ব— | আম | mango | অম্বম্[২] | আম্ৰং (হেম. ২।৫৬)। |
| | | | অম | কা. শাস. |
| | তাম | copper | তম্বম্[৩] | তাম্ৰম্ (হেম, ২।৫৬)। |
| ভ— | কুমাৰ | potter | কুম্ভআৰো, কুম্ভাৰো ; | কুম্ভকাৰঃ (হেমচ. ১।৮)। |
| ম— | বামুণ | Brahman | বম্হণো | ব্ৰাহ্মণঃ (ববক. ৩।৭)। |
| | ধলা[৪] | leprous | — | সিধ্মলা। |
| ৰ— | দোণ (a trough, a measure of capacity), | | — | দ্ৰোণং। |
| হ— | উম | warmth | উম্হা, | উষ্মা (ববক. ৩।৩২)। |
| | কানু | Krisna | কন্হ, | কৃষ্ণঃ (ববক. ১।২৭)। |

৯২। যুক্তাক্ষৰৰ এটা লোপ হলে সাধাৰণতঃ তাৰ আগৰ অকাৰ আকাৰ হয়। যেনে :—

আচৰিত wonderful, প্ৰা. অচ্ছেৰম, অচ্ছৰিজ্জম্, (হেমচ. ২।২১, ৬৬, ৬৭), স. আশ্চৰ্য্যং।

আখি eye, প্ৰা. অক্খি, অচ্ছি, স. অক্ষিঃ ( হেমচ ২।৯০ )।

থাম post, খম্ভো, থম্ভো, স. স্তম্ভঃ ( ববক. ৩।১৪ )।

কাজ work, কজ্জম্, স. কাৰ্য্যং ( ববক. ৩।১৭ )।

ৰাখে keeps, ৰক্খই, স. ৰক্ষতি ( ববক. ৩।২৯ )।

ৰাতি night, ৰত্তি, স. ৰাত্ৰিঃ ( হেমচ. ২।৭৯ )।

মাটি earth, মট্টিআ, স. মৃত্তিকা ( হেমচ. ২।২৯ )।

বাটলু, বাটুলি spherical, প্ৰা. বট্টুলং, স. বৰ্ত্তুলং ( হেমচ. ২।৩০ )।

গাৰা, গৰা, গাত hole, প্ৰা. গড্ডো, গড্ডা, গট্টো, স. গৰ্ত্তঃ ( ববক. ৩।২৫ )।

আধা half, প্ৰা. অড্ঢম্, অদ্ধম্, স. অৰ্দ্ধম্ ( হেমচ. ২।৪১ )।

বাছা offspring, বচ্ছো, স. বৎসঃ ( ববক. ৩।৪০ )।

বাহিৰ, বাজ outside, বজ্ঝও, স. বাহ্যকঃ ( ববক. ৩।২৮ )।

---

১।, ২।, ৩। সংস্কৃতৰ পৰাহে নামিছে প্ৰাকৃতৰ পৰা নহয়।

৪। 'ধৱল' ইয়াৰ মূল নহয় ; ধৱল—white.

ডবা. ডামা **kettle-drum**, বৈ. আডম্বৰ ( বা. স. ৩০।১৯ ), স. আড়ম্বৰঃ ( **kettle drum** )।

মাখি fly, মক্‌খিআ, মচ্ছিআ, স. মক্ষিকা ( হেমচ. ২।১৭ )। cf. মাক্‌খিযান ( channel of flies ; কামৰূপ শাসনাৱলী, p. 129 )।

৯৩। কেতিয়াবা পূর্ববর্তী ওকাৰৰ ঠাইত উকাৰ হয়। যেনে, :—

পুথি booklet { প্রা. পোত্‌থিআ. স. পুস্তিকা, পুস্তী ( হেমচ. ১।১১৬ )।
প্রা. পোত্‌থী

লুভীয়া covetous, প্রা. লোদ্ধও, স. লুব্ধকঃ ( বৰক. ৩।৩ )।

যুৱান young, প্রা. জোব্‌ৱণম্‌, স. যৌবনং [ § ৯১। (ক) ]।

৯৪। কেতিয়াবা পূর্ববর্তী ইকাৰ আৰু উকাৰ দীর্ঘ হয়। যেনে :—

দীঘ **length, warp**, প্রা. দিগ্‌ঘো, স. দীর্ঘঃ [ § ৯১। (ক) ]।

জীণ digested, প্রা. জিগ্নে, স. জীর্ণঃ [ § ৯১।(ক) ]।

তীখা steel, প্রা. তিম্হম্‌, তিক্‌খম্‌, স. তীক্ষ্ণং ( হেমচ. ২।৭৫, ৮২ )

মূধা, মূধচ্‌ ridge, মুংঢা, মুদ্ধা, স. মূর্ধন্‌ ( হেমচ. ১।২৬ )।

সূতা thread. সুত্তং, স. সূত্রম্‌ ( হেমচ. ৪।২৮৭ )।

টোকা—সংস্কৃত শব্দৰ ঈকাৰ বা উকাৰৰ ঠাইত হে দীর্ঘ হয়। শব্দবিলাক সংস্কৃতৰ পৰা নামা যেন অনুমান হয়।

৯৫। কেতিয়াবা পূর্ববর্তী স্বৰ আকাৰ, একাৰ বা ওকাৰ হয়। যেনে :—

কাঁকৰা, কেকোঁৰা } crab, মা. প্রা. কক্কড়এ, কম্‌কড়ো, স. কর্কটকঃ (হেমচ. ১।২৬)।

লেজু rope, মা. প্রা. লংজুড়িআ, প্রা. লংজু } স. ৰজ্জুঃ (H. § 148 )

বাঙনা, বেঙেনা } egg-fruit, মা. প্রা. বংগণে, স. ৱঙ্গনঃ বা ৱঙ্গঃ।

বেল a **kind of fruit**, প্রা. বেল্লং, বিল্লং স. বিল্বং।

জোৰা **fire-brand**, বৈ. জূর্ণি ( ঋ. ১।১২৯।৮ )।

মোচ **beard**, প্রা. মংসু, স. শ্মশ্রুঃ ( বৰক. ৩।৬ )।

৯৬। কেতিয়াবা পূর্ববর্তী স্বৰ অনুনাসিক হয়। যেনে :—

ওঁঠ **lip**, মা. প্রা. ওট্‌ঠে, স. ওষ্ঠঃ।

কেঁচু earth-worm মা. প্ৰা. কিম্চুলঅ, স. কিঞ্চুলকঃ।

সোঁত current, প্ৰা. সোত্তম্, স. স্ৰোতম্ ( হেম. ২।৯৮ )।

চেঁচা coldness প্ৰা. সেচ্চং, স. শৈত্যং।

সঁচা true, প্ৰা. সচ্চং, স. সত্যম্ (ববক. ৩।২৭) ; cf. বৈ. সঁচা (reason : ঋক্ ১।৫১।১২)।

| | | |
|---|---|---|
| গিৰিহঁত<br>গিৰস্ত | (master,<br>householder,) | স. গৃহস্থ। |

# চতুৰ্থ আধ্যা

## স্বৰ-বিকৃতিৰ সাধাৰণ নিয়ম। ( Rules of Phonetic Changes )

### (১) উচ্চাৰণ আৰু বিভক্তি যোগত
### ( In Pronunciation and Inflection )

### (ক) স্বৰ-বৰ্ণ ( Vowels )

৯৭। সাধাৰণতঃ শব্দৰ অন্তত থকা 'অ'-ৰ লোপ হয়। তেতিয়া তাৰ উচ্চাৰণ নহয়। উচ্চাৰণ হসন্ত বা বিৰামেৰে ( ্ ) দেখুৱা হয়। যেনে, উম্ warmth ( § ৯১ ) ; আচৰিত্ wonderful ( § ৯২ ) ; পহ ( উ. পহ্ ) track, প্ৰা. পহো, স. পন্থা ; যহতহ ( উ. যহ্তহ্ ) whatever may be, প্ৰা. জহতহ বা জহা তহা, স. যথা তথা ; ধেঁাদ ( উ. ধেঁাদ্ ) sluggard, প্ৰা. তোণ্ডং, স. তুন্দং ( corpulent ) ; মুনিহ ( উ. মুনিহ্ ) man, প্ৰাকৃত-মুণিষো, স. মনুষ্যঃ ; হম ( উ. হম্ ) I shall be. প্ৰা. হোস্সামি, হোহামো, স. ভবিষ্যামি, ইত্যাদি। ২য় পুৰুষ তুচ্ছাৰ্থ আৰু তৃতীয় পুৰুষত নহয়। যেনে, তই কৰ you do ; সি হ'ব he will be, ইত্যাদি। স্বৰবৰ্ণ আদিত থকা বিভক্তি যোগ হলেও "অ" লোপ হয়। যেনে, উমৰ, উমক, উমত, ইত্যাদি।

৯৮। কেতিয়াবা উপধা আকাৰ অকাৰ হয়। যেনে, ক'লা black, প্ৰা. কলও, কালও, স. কালক ; সৰি like, প্ৰা. সাৰিচ্ছো, সৰিচ্ছো, স. সদৃক্ষ,

পৰ্ব্বছৰা, পৰ্ব্বছ traveller, প্ৰ. পাৱাসু, পৱাসু, স. প্ৰৱাসিন ; কুমৰ, কুমাৰ prince প্ৰা. কুমৰ, কুমাৰ, কুমালে, স. কুমাৰ (§ ৭৮) ; দুৱৰী door-keeper. প্ৰাকৃত—দুৱাৰিও, স. দৌৱাৰিকঃ, ইত্যাদি।

৯৯। কেতিয়াবা 'এ'-ৰ ঠাইত 'ই', 'অই'-ৰ ঠাইত 'এ' বা 'ঐ', 'ও'-ৰ ঠাইত 'উ', 'অউ'ৰ ঠাইত 'ও' বা 'ঔ' হয় আৰু কেতিয়াবা 'অই' আৰু 'অউ'-ৰ ঠাইত 'অ' হয়। যেনে, এন্দুৰ, ইন্দুৰ (rat); সেন্দুৰ, সিন্দুৰ (red lead); নেদিলে, নিদিলে (did not give); লেখিম, লিখিম (I shall write); ওপৰ, উপৰ (up); ওলটি, উলটি (coming back); ধইমালি, ধৈমালি, ধেমালি (sport); বইহাগ, বৈহাগ, ব'হাগ (name of a month), প্ৰা. বইসাহো স. বৈশাখঃ ; চইত, চৈত, চ'ত (name of a month), প্ৰা. চইত্তো, স. চৈত্ৰ ; নই, নৈ (river), প্ৰা. ণঈ, স. নদী ; সৈন্ধৱ, স'ন্ধৱ (a kind of rock-salt), প্ৰা. সিংধৱ, স. সৈন্ধৱঃ ; মইহ্, মৈহ্, ম'হ্, (buffalo), স. মহিষঃ ; নউ, নৌ (not yet), প্ৰা. ণউ, স. নতু ; মউ, মৌ (honey), প্ৰা. মহুও, স. মধুকঃ ; ৰ'দ, ৰৌদ (sun-shine), প্ৰা. ৰউদ্দো, স. ৰৌদ্ৰঃ ; মৈৰা, মইৰা, ম'ৰা (peacock), প্ৰা. মোৰা, মউৰো, স. ময়ূৰঃ, ইত্যাদি।

১০০। কেতিয়াবা অনুনাসিক লোপ হয়। যেনে, মঞি, মই (I); তঞি, তই (thou); পঢ়িলোঁ, পঢ়িলো (I have read); ঠাঁই, ঠাই (place), ইত্যাদি।

### (খ) অযুক্ত ব্যঞ্জন বৰ্ণ (Single consonants)

১০১। শব্দৰ আদিতে থকা 'ল' ৰ ঠাইত বিকল্পে 'ন' হয়। যেনে, নেজাল, লেজাল having a tail; নেজ, লেজ a tail, স. লঞ্জঃ ; নুণ, লোণ salt, প্ৰা. লোণং, স. লৱণং ; নেগুৰ, লেজুৰ tail, প্ৰা. ণংগুলং, লংগুলম্, স. লাঙ্গুলং ; নাঙল, লাঙল plough, প্ৰা. ণংগলং, লংগং, স. লাঙ্গলং। কদাচিত 'ন' ৰ ঠাইত 'ল' হয়। যেনে, লগুণ sacred thread, স. নৱগুণ।

১০২। অন্ত্য আৰু মধ্য 'স' ৰ ঠাইত কেতিয়াবা 'হ' হয়। যেনে, লাহ decoration, প্ৰা. লাসম্, স. লাসঃ decoration, লাস্যম্ (lit. dancing); পোহৰ light, পু. অ. পসৰ (cf. মহাবশ্মিপুঞ্জে পসৰাই। শঙ্কৰ), প্ৰা. পসৰো, স. প্ৰসৰঃ ; বিলাহ sport, grace, graceful

movement, beauty, স. বিলাসঃ; জহ্ to be exhausted, স. জস্, ইত্যাদি।

১০৩। 'ৰ' ৰ ঠাইত কেতিয়াবা 'ল' হয়। যেনে, লাই, হি. ৰাই, স. ৰাজিকা black mustard; লেজু rope, স. ৰজ্জুঃ (§ ৯৫)। 'ল'ৰ ঠাইতো 'ৰ' হয়। যেনে, পিপীৰা, পিপৰা ant, স. পিপীলঃ; কেটাৰ secretion (of the eye), স. কিট্টাল; কৰচ, কৰচলি a ladle, স. কলাচী, কলাচিক, ইত্যাদি।

১০৪। 'ড'ৰ ঠাইত সাধাৰণতঃ 'ল' বা 'ৰ' হয়। যেনে, ফাল্ to split, প্রা. ফাড়্, স. ফাট্; বাৰী garden, প্রা. বাড়িআ, স. বাটিকা; নাড়ী, নাৰী artery, স. নাড়ী। সংস্কৃততো হয়। যেনে, নড়ঃ, নলঃ a species of reed; নাড়িকেল, নাৰিকেল cocoa-nut, ইত্যাদি।

১০৫। শব্দৰ আদিতে থকা 'ব' 'ৰ' হয়। যেনে, ব to flow, স. বহ্; বংশ family, স. বংশ; বৰ best, স. বৰ; বিহু equinoxial festival, স. বিষুৱ, ইত্যাদি।

## (গ) সংযুক্ত ব্যঞ্জন বৰ্ণ (Conjunct consonants)

১০৬। 'ঙ্গ'ৰ উচ্চাৰণ সাধাৰণতঃ 'ঙ' হয়। যেনে, মঙ্গহ, মঙহ (meat, flesh); খঙ্গ, খঙ (anger); কোঙ্গা, কোঙা (having crooked arm); লেঙ্গা, লেঙা (high, tall); বেঙ্গা, বেঙা (idiot)। কেতিয়াবা, বিশেষকৈ তৎসম শব্দত (§ ২১০) নহয়; যেনে, লিঙ্গ (gender)। কেতিয়াবা 'ঙ্ব' হয়; যেনে, জঙ্গল, জঙ্বল (jungle), ইত্যাদি।

১০৭। 'জ্ঞ'ৰ উচ্চাৰণ 'গ্য'ৰ দৰে হয়। যেনে, জ্ঞান (উ. গ্যান) knowledge; দৈৱজ্ঞ (উ. দৈৱগ্য) astrologer; আজ্ঞা (উ. আগ্যা) order; ইত্যাদি।

১০৮। 'ক্ষ'ৰ উচ্চাৰণ 'খ' বা 'খ্য' হয়। যেনে, খেত্রিয়, ক্ষেত্রিয় (উ. খ্যাত্রিয়), a caste; লখীমপুৰ, লক্ষীমপুৰ (উ. লখিম্পুৰ), a district; লক্ষ্মী (উ. লখ্মী) goddess of prosperity; ইত্যাদি।

১০৯। 'দ্ম'ৰ ঠাইত কেতিয়াবা বিকল্পে 'ন্দ' উচ্চাৰিত হয়। তেতিয়া আগৰ আখৰ অনুনাসিক হয়। যেনে, পদ্মনাভ (উ. পঁন্দনাভ, পদ্‌মনাভ) Vishnu; ছদ্মবেশ (উ. ছঁন্দবেশ, ছদ্‌মবেশ) disguise; ইত্যাদি।

১১০। 'ংহ' (mh)ৰ উচ্চাৰণ কেতিয়াবা 'ংঘ' বা 'ঙ্ঘ' হয়। যেনে, সিংহাসন (উ. সিংঘাসন, সিঙ্ঘাসন) throne; সংহ (উ. সংঘ, সঙ্ঘ) collectjon, assembly; ইত্যাদি।

## (২) শব্দ-সাধনত (In Derivation)

### (ক) শেষ স্বৰৰ পৰিবৰ্তন (Changes of Final sounds)

১১১। সংস্কৃত আৰু প্ৰাকৃতৰপৰা শব্দ নমাওঁতে পদান্তৰ অনুস্বাৰ আৰু বিসৰ্গ লোপ কৰা হয় আৰু কেতিয়াবা তৎপূৰ্ববৰ্তী 'অ' লোপ হয়। যেনে, শুনি hearing, প্ৰা. সুণিঅ, স. শ্ৰুত্বা; পাৰ্গত proficient, স. পাৰংগতঃ; মেৰ bend, প্ৰা. মেৰা, স. মীৰঃ (lit. limit); বেজ physician, প্ৰা. বেজ্জো, স. বৈদ্যঃ; ধেন্, যেনে—ধেন্-দি to give birth to young, বৈদিক—ধেনাঃ a milch cow; গাৰু, গাড়ু pillow, প্ৰা. গেম্‌ড়ুঅম্, গম্‌ড়ু [§৯১। (ক)]; কীল্ a blow with the elbow, প্ৰা. খীলও, স. কীলঃ; পথান্ পিথান foot of a bed, প্ৰা. পঅত্থাণম্, স. পদস্থানম্; ভাপ্ [§৯১। (খ)]; বেল a kind of fruit, প্ৰা. বেল্লম্, স. বিল্বম্; মোল value, প্ৰা. মোল্লম্, স. মূল্যম্, ইত্যাদি।

১১০। প্ৰাকৃত পুল্লিঙ্গ বা স্ত্ৰীলিঙ্গ শব্দৰ অন্তত থকা অ বা আ অসমীয়াত প্ৰায়ে অস্পষ্ট 'অ' হয়। যহ্‌তহ্ somewhat, প্ৰা. জহতহ (§৯৭); চান sign, প্ৰা. সন্না [§৯১। (ক)]; বীণ lute, প্ৰা. আৰু স. ৱীণা; নিঁদ্, নিন্দ্, নিন্দ sleep, প্ৰা. ণিদ্দা, স. নিদ্ৰা (cf. তেজৰে কমলাপতি হৰি পৰভাতে নিন্দ। মা. দে.); সাজ, সায evening, বৈ. সায (ঋক্ ৫।৭৭।২), স. সায়ঃ বা প্ৰা. সংঝা, স. সন্ধ্যা; জোন moon, প্ৰা. জোণহা [§৯১। (ক)]; বেচ hire, price, স. বেচা, ইত্যাদি।

১১৩। প্ৰাকৃত পুল্লিঙ্গ বা স্ত্ৰীলিঙ্গ শব্দৰ অন্তত থকা 'ই' বা 'ঈ'ৰ ঠাইত অসমীয়াত ই, ঈ বা অস্পষ্ট অ হয়। যেনে, সৰ্বজান, সৰৱজান sage, প্ৰা. সব্‌বোজাণী, স. সৰ্বজ্ঞানী; পিঠি back, প্ৰা. পিট্‌ঠি [§৯১। (ক).] পুথি booklet, প্ৰা. পোত্‌থী [§৯১। (ক)]; গাঁঠি knot, প্ৰা. গণ্ঠী, স. গ্ৰন্থি; মজাঠি Indian madder, স. মঞ্জিষ্ঠ, মঞ্জিষ্ঠী; বৈনী, বইনী sister, অপভ্ৰ, বহিনি, বহিনী, প্ৰা. ভইনী, স. ভগিনী ইত্যাদি। সংস্কৃতৰ

পৰা ওলোৱা শব্দবো তেনে হয়। যেনে, পাতিল small earthen vessel, স. পাতিলী ; কৰচ, কৰচলি a ladle, স. কলাচী, কলাচিক ; ইত্যাদি।

১১৪। প্রাকৃত পুল্লিঙ্গ বা স্ত্রীলিঙ্গ শব্দৰ অন্তত থকা "উ" বা "ঊ" ৰ ঠাইত প্রায়ে উ বা অস্পষ্ট অ হয়। যেনে, তনু body, প্রা. তণু, তণূ, স. তনু ; বৌ, বউ a bride, elder brother's wife, প্রা. বহু, স. বধূঃ ; মোচ beard, প্রা. মংসু ; শাহু mother-in-law, প্রা. সাসূ, স. শ্বশ্রূ ; ইত্যাদি।

১১৫। প্রাকৃত পুল্লিঙ্গ ইকাৰান্ত বা একাৰন্ত শব্দৰ 'ই' বা 'এ'ৰ ঠাইত 'ই' বা 'এ' বা অস্পষ্ট 'অ' হয়। যেনে, লাগি touched. প্রা. লগ্গি, লগ্গে, স. লগ্নঃ ; কোঁৱৰ prince, প্রা, কুমলে, স. কুমাৰঃ ; কাম work, প্রা. কম্মি, কম্মে, স. কৰ্ম্মং ; শিয়াল jackal, প্রা. সিআলা, সিআলে, স. শৃগালঃ ; ইত্যাদি।

টোকা।—এই কথা পাহৰিব নালাগে যে শেষ স্বৰ এ আৰু ই মাগধী প্রাকৃতৰ চিন, ও শৌৰসেনীৰ চিন, আৰু উ অপভ্রংশৰ চিন। শেষৰ এই কেই বিধ স্বৰৰ ঠাইত প্রায়ে অস্পষ্ট অ হয়। যেনে, কাম work, অপভ্র. কম্মু, শৌৰসেনী.—কম্মো, মাগ. কম্মে, স. কৰ্মঃ ; ঘাব wound, অপভ্র. ঘাউ, শৌৰ. ঘাও, মাগ. ঘাএ ( ? ), স. ঘাতঃ ; ইত্যাদি।

১১৬। প্রাকৃত পুল্লিঙ্গ শব্দৰ অন্তত থকা "অএ" অসমীয়াত 'আ' হয়। যেনে, ভগা broken, মা. প্রা. ভগ্গএ, অপভ্র. ভগ্গা, স. ভগ্নকঃ ( হেমচ. ৪।৩৫১ ) ; সূতা yarn, thread, মা. প্রা. সুত্তএ, স. সূত্রং ; ঘোড়া horse, মা. প্রা. ঘোড়এ, স. ঘোটকঃ ; ইত্যাদি।

মন্তব্য :—মা. প্রাকৃতৰ 'অএ', শৌৰ. "অও" আৰু অপভ্র. "অউ"ৰ ৰূপান্তৰ। সিসবৰ ঠাইতো আ বা অস্পষ্ট অকাৰ হয়। যেনে, ফোড়া boil, প্রা. ফোড়ও, স. স্ফোটকঃ ; কাঁটা, কাঁইট thorn, প্রা. কণ্টও, কংটও, স. কণ্টকঃ ; উম্ warmth, অপভ্র. উন্হউ, উম্হউ, স. উষ্ণত্বম্ ( হেমচ. ৪।৩৪৩ ) ; ডলা a flat basket, প্রা. ডলও, স. ডলকঃ ; ক'লা black, প্রা. কলও কালও স. কালক ( হেমচ ১।৬৭ ) ; ইত্যাদি।

১১৭। প্রাকৃত স্ত্রীলিঙ্গ শব্দৰ অন্তস্থিত 'ইআ' আৰু "উআ"ৰ ঠাইত প্রায়ে অসমীয়াত যথাক্রমে ই, ঈ আৰু, উ, ঊ, হয়। যেনে, বেটী daughter, প্রা. বিট্টিআ, বিট্টিএ, স. পুত্রিকা ( হেমচ. ৪।৩৩০ ) ; বউ, বৌ ( lit. daughter-in-law ), elder brother's wife, প্রা. বহুআ, ( হেমচ.

১।৬ ), স. বধূকা ; চৰাই bird, প্রা. চড়ইআ, স. চটকিকা ; মাহী mother's sister, প্রা. মাউসিআ, স. মাতৃস্বসৃকা ; ঘুড়ী ( ঘোড়ী ) mare, প্রা. ঘোড়িআ, স. ঘোটিকা ; মাটি earth, প্রা. মট্টিআ, স. মৃত্তিকা ; ইত্যাদি।

১১৮। প্রাকৃত পুল্লিঙ্গ শব্দৰ অন্তস্থিত ইএ, ইও বা উএ, উও-ৰ ঠাইত প্রায়ে অসমীয়াত ঈ বা ঊ হয় ; কেতিয়াবা ইয়া বা উৱা, উৱে বা উবৈ হয়। যেনে, হালোৱা, হালুৱে বা হালুবৈ ploughman, প্রা. হলিও, হালিএ, হালিও, স. হালিকঃ ( হেমচ. ১।৬৭ ) ; কুচি ( যেনে, শাণকুচি ) an inhabited country, প্রা. কুসিও, স. কুসিতঃ ; তেলী, তেলীয়া oilman, মা. প্রা. তেল্লিএ, অপভ্র. তেল্লিই, স. তৈলিকঃ ; লাডু, লাৰু a ball of sweetmeat, মা. প্রা. লড্ডুএ, প্রা. লড্ডুও, স. লড্ডুকঃ ; মালী gardener, মা. প্রা. মালিএ, শৌৰ. প্রা. মালিও, স. মালিকঃ ; ইত্যাদি। কেতিয়াবা আকাৰ হয়। যেনে, বিছা, hairy caterpillar, প্রা. বিঞ্চুও, বিম্চুও, বিম্চিও, স. বৃশ্চিকঃ [ § ৯১। (ক) ]. ; ইত্যাদি।

১১৯। প্রাকৃত ক্লীবলিঙ্গ শব্দৰ অন্তত থকা অঅং, ইঅং আৰু উঅং অসমীয়াত প্রায়ে আ, ই বা ঈ আৰু উ বা ঊ হয়। যেনে, পানী water, প্রা. পাণিঅং, স. পানীয়ং ; সোণ, সোণা gold, প্রা. সুৱণ্ণঅং, সোণ্ণাঅং ( হেমচ. ১।২৬ ), স. সুবর্ণকম্ ; আলু potato, প্রা. আলুঅং, স. আলুকং ; চুৰি theft, প্রা. চোৰিঅং, স. চৌর্য্যং ( হেমচ ১।৩৫ ) ; ইত্যাদি। কেতিয়াবা ইঅং—ৰ ঠাইত ইয়া হয়। যেনে, চিয়া a memorial land-mark, প্রা. চেইঅং ( হেমচ. ১।১৫১ ), স. চৈত্যং ; ইত্যাদি।

১২০। প্রাকৃতৰ পদান্তৰ 'ও' সাধাৰণতঃ অস্পষ্ট 'অ' হয় ( §§১১১।১১৫ ) আৰু কেতিয়াবা অ বা আ হয়। যেনে, উছৱ festival, প্রা. উচ্ছৱও, উসও (হেমচ. ২।২২), স. উৎসবঃ; উছাহ, উচ্ছাহ effort, প্রা. উচ্ছাহো (হেমচ. ২।২১), স. উৎসাহঃ ; বুঢ়া old man, প্রা. বুড্ঢো [§ ৯১। (ক)]. ওজা preceptor. প্রা ওৰ্জ্জাও, উৰ্জ্জাও ( হেমচ ১।৭৩ ), স. উপাধ্যায়ঃ ; দুৱৰী, দুৱাৰী door-keeper, প্রা. দুৱাৰিও, স. দৌৱাৰিকঃ ; গাভিন্ pregnant, প্রা. গাভনী ( হেমচ. ২।২০৮ ), স. গর্ভিন্, গর্ভিতঃ ; গাভিনী pregnant, প্রা. গভিণী, স. গর্ভিণী ; ঢিলা slack, প্রা. সিঢীলো, সিঢিলো ( হেমচ. ২।২১৫ ), স. শিথিলঃ ; আপোন own, self, অপ্পণো ( হেমচ. ২।৫১ ), আত্মণঃ ; ইত্যাদি।

## (খ) শেষ ব্যঞ্জনৰ পৰিবৰ্তন
## ( Changes of Final Consonants )

১২১। **ব্যঞ্জন বৰ্ণ :**—(ক) পদান্তৰ ব্যঞ্জন বৰ্ণ কেতিয়াবা লোপ হয়। যেনে, পানৈ sandal or shoe, স. উপানহ্ ; মোলান fibre and root of lotus, বৈ. মুলালিন্ name of some part of an edible lotus ( অথৰ্বে. ৪।৩৪।৫ ), প্ৰা. মুণালম্ ( হেমচ. ১।১৩১ ), স. মৃণালং ; পেচ decoration of the body, বৈ. পেশম্ ( ঋ. ৪।৩৬।৭ ), স. পেশঃ ; ইত্যাদি।

(খ) মূল :—প্ৰাকৃততো অন্ত্য হল্ লোপ হৈছিল[১]। যেনে, সৰ a lake, স. সৰস্ ; পচ্ছা back, স. পশ্চাৎ ; মৰু wind, স. মৰুৎ, চন্দমো moon, স. চন্দ্ৰমস্ ; ইন্দঈ name of Ravana's son, স. ইন্দ্ৰজিৎ, ইত্যাদি।

(গ) শেষ ব্যঞ্জনৰ বিকৃতি পদমধ্যৱৰ্তী ব্যঞ্জনৰ লগত দিয়া যাব।

## (গ) পদমধ্যৱৰ্তী স্বৰৰ পৰিবৰ্তন
## ( Changes of medial sounds )
### (অ) এক স্বৰ ( single vowels )

১২২। 'অ'ৰ ঠাইত 'আ' হয়। যেনে, সাদ্ধা strong desire, প্ৰা. সড্ঢা ( হেমচ. ২।৪১ ), স. শ্ৰদ্ধা ; পাথৰ rock. প্ৰা. পত্থৰো ( হেমচ. ২।৪৫ ), স. প্ৰস্তৰঃ ; বাকলি, বাকল bark, বৈ. ৱকল ( ত. ব্ৰা. ৩।৭।৪।২ ), প্ৰা. ৱক্কলম্ ( হেমচ. ২।৭৯ ), অপভ্ৰ. ৱক্কলু ( হেম. ৪।৩৪১ ), স. ৱল্কলং ; পাকৰি wave-leaved fig tree, প্ৰা. পক্কড়ি, স. পৰ্কটি ; অপ'চা a bad worker, স. অপচঃ ( lit. a bad cook ; a term of abuse ) ; খুৰা the foot of a bedstead, স. খুৰঃ ( a hoof ; the foot of a bedstead ) ; কটাৰী, কাটাৰী knife, প্ৰা. কত্তৰী ( হেম. ২।৩০ ), স. কৰ্ত্তৰী ; লাড্ excrement, ordure, স. লংড়ং ; শহা hare, স. শশঃ ; হালধি turmeric, প্ৰা. হলিদ্দা ( বৰৰু. ২।৩৩ ), স. হৰিদ্ৰা ; ডলা, ডালা a flat basket, প্ৰা. ডল্লঅম্ ; ডলঅম্, স. ডল্লকং, ডলকং ; চোলা a bodice, প্ৰা. চোলও, চোলো, স. চোলকঃ, চোলঃ ( § ৬৬১ ) ; ইত্যাদি।

১। অন্ত্যহলঃ। বৰৰু. ৪।৬।

১৭৩। র:—দেউল, দ'ল temple, প্রা. দেউলং, দেবউলং, স. দেবকুলম্ (হেমচ. ১।২৭১); উবন্তীয়া grown up to be able to fly, প্রা. উড্ডবম্ডিঅ-এ, স. উড্ডাপয়ন্ত্যা (হে. ৪।৫২); মেলি having opened, অপভ্র. মেল্লবি, স. মুক্ত্বা (হে. ৪।৩৫৩); তেইশ twenty-three, প্রা. তেবীসা, স. ত্রয়োবিংশতিঃ (হে. ১।১৬৫); লঙ্, লং clove, স. লবঙ্গম্; পাব, পাবা pigeon, প্রা. পাবারও, পাববও, স. পাবারতঃ, পাববতঃ (হে. ১।৮০); ধুবা (উ. ধুআ) introductory stanza of a song, প্রা. ধুআ, স. ধুবকা (কর্পূ. ১অ); সোণাক বা সোণালু (a kind of tree), স. সুবর্ণদারুঃ; ইত্যাদি।

১৭৪। স:—বেত cane, প্রা. বেডিসো, স. বেতস্ (হে. ১।২০৭) বা. স. বেত্রম্; সবি like, প্রা. সবিসো, স. সদৃশ (হে. ১।১৪২); পোব্ to burn, স. প্লুস্ (cf. স. প্লোষঃ = প্রা. পিলোসো) (হে. ২।১০৬), স. প্লুস্যতি, প্রা. পোলই (হে. ৪।৯০)। যেনে, "অনিচ্ছাতো যেনে অগনি পোলে"—শঙ্কর।

১৭৫। হ:—কিয় (উ. কিঅ) why, প্রা. কিহে, কিস্সা, স. কস্মাৎ (হেমচ. ৪।৩৫৬); ল take, প্রা. লহহি, স. লভসে (হে. ৪।৩৮৩); পুছ question, প্রা. পুচ্ছহ, স. পৃচ্ছথ (হে. ৪।৩৬৪); এওঁ he (honorific), পু. অ. এহোঁ, প্রা. এহো, স. এষঃ (হেমচ. ৪।৩৬২); ভইবা one of the three myrobalans—a kind of tree, বহেড়ও স. বিভীতকঃ (হেমচ. ১।৮৮); মৌ, মউ honey, প্রা. মহুঅং, মহূঅং, মধুকঃ (হে. ১।১২২); কেইবা some, প্রা. কইবাহম্, কইঅবম্, স. কতিপয়ম্ (হে. ১।২৫০); তের thirteen, প্রা. তেবহ, স. ত্রয়োদশ (হে. ১।১৬৫); উবল, উড়ল mortar, প্রা. উলূহলম্, স. উলূখলম্ (হে. ১।১৭১); কুবা (উ. কুআ) a fog, mist, স. কুহা; কুঁৱলী a fog, mist, স. কুহেড়িকা, কুহেলিকা, কুহেড়িকা; কয় he speaks, প্রা. কহই, স. কথতি (হে. ১।১৮৭); দ deep, প্রা. দহো, স. হ্রদ (হে. ২।৮৪); ছাঁ shade, প্রা. ছাহা, স. ছায়া (ব. ২।১৮); দবে like, ইচ্লা. তবহ; বিয়া marriage, স. বিবাহঃ; সিয়ান (উ. সিআন) mucus of the nose, স. সিংহাণম্ (-নং); বৰা boar, স. বৰাহঃ; ষোল বা ষোল্ল sixteen, পা. সোলস (কাচ্চা. § ১৬০), প্রা. সোবহ, সোলহ, স. ষোড়শ (§ ২৮৯); কাহ্ন (Krishna), প্রা. কন্হো, পা. কন্হ (Krishna, black; কাচ্চা. § ২৮৮) ইত্যাদি।

## ৫। কঠিনত্ব-প্ৰাপ্তি ( Hardening )

১৭৬। 'য'ৰ ঠাইত 'জ' হয়, যেনে—আজি today, পা. অজ্জ, মা. প্ৰা. অয্য, স. অদ্য ( হে. ৪।২৯২ ); আজো ( lit. lord ; great-grand-father ), প্ৰা. অয্যো, অজ্জো, স. আৰ্যঃ ( হেমচ. ৪।২৬৬ ); কায, কাজ work, প্ৰা. কয্যে, কজ্জং, স. কাৰ্যম্ ; সায্, সাজ evening, স. সায়ঃ ; বাজ exterior, outer, স. বাহ্য ; মাজু middle, স. মধ্যম ( § ১২৭ ), পালি-মঝ্ম ( কাচ্চা. P. V. ) ; ইত্যাদি।

১৭৭। 'ব'ৰ ঠাইত ব বা প হয় ( § ১৫৭ ), যেনে—চব্বিশ twenty-four, প্ৰা. চউব্বিসং ( § ২৮৯ ), স. চতুৰ্বিংশতিঃ ; ছাব্বিস twenty-six, প্ৰা. ছব্বীসং, ছইবীসা, স. ষড়্বিংশতিঃ ( § ২৮৯ ); প্ৰবসুৱা temporary sojourner, প্ৰা. পাৱসুও, স. প্ৰবাসিন্ ( হে. ১।৯৫ ); দৈব divine, প্ৰা. দইৱম্ স. দৈবং ( হে. ১।১৫৩ ); জপনা a door ; a curtain, স. যৱনী, যবনিকা, জবনী, জবনিকা ( a curtain in general ); খোপা a cave, a cavern, an abyss, স. গহ্বৰঃ ( cf. কানাৰী--গৱি=a cave, a cell, তেলেগু—কপ্পু=a hollow, তামিল—কুগেই, স. গুহা (?), লেটিন—( Cavea ) ; ইত্যাদি।

১৭৮। 'শ'ৰ ঠাইত চ, ছ বা জ হয়, যেনে—ছাৱা, ছাৱাল child, প্ৰা. ছাৱও, স. শাবকঃ ( হে. ১।২৬৫ ); কলচী pitcher স. কলশী ; বাইচ carpenter's knife, বৈ. বাশী, বাস্যা ( অথ. বে. ১·৬।৩ ), ঋক্. ।৩৭।২ ), পালি—বাসি ( an adze, কাচ্চা. § ২৯২ ), স. বাসিঃ ( adze ); বেজী needle, বৈ. বেশী ( ঋক্ ৭।১৮।১৭ ); ইংৰাজ English, ইংলিশ ; বিছা hairy caterpillar, স. বৃশ্চিকঃ ( § ১৮২ ), পালি—বিচ্ছা ( scorpion, কাচ্চা. § ৮ ); ইত্যাদি।

১৭৯। 'স'ৰ ঠাইত চ বা ছ হয়, যেনে—আছাৰ sharp driving rain, প্ৰা. আসাৰো, স. আসাৰঃ ( হে. ১।৭৬ ); মোচ beard, প্ৰা. মাস্সু, মংসু, স. শ্মশ্ৰু ( হে. ১।৮৬ ); উচুকা to excite, প্ৰা. ওসুকই, স. উৎসুকয়তি ( হে. ৪।১০৪ ); কাচৰ a species of buffalo, স. কাসবঃ ; কুচি an inhabited country ( cf. শালকুচি, কমাৰকুচি ), স. কুসিতঃ ; বানচ hire, wages, price, স. বস্নম্ ; ইত্যাদি।

## ৬। ব্যত্যয় ( Transposition )।

১৮০। কোনো কোনো শব্দৰ বৰ্ণবিন্যাসৰ সালসলনি হয় আৰু কেতিয়াবা আন ব্যঞ্জনবৰ্ণ যোগ হয়। যেনে, হালুক weak, প্ৰা. হলুঅং, লহুঅং, স. লঘুকম্ ( § ১৪০ ); বানচ্ price, স. বস্নম্ ( § ১৭৯ ); বুৰে, বুৰে he sinks, প্ৰা. বুড্ডই, স. ব্রুড়তি ( √ব্রুড়্; হেমচ. ৪।১০১ ); টোপোলা a bundle, স. পোট্টলিকা; নহৰু, নহৰু garlic, স. লশুনঃ; টকলা bald, bald-headed, স. খল্বাটঃ, খল্লিটঃ; মাৰহট্ট mahrattas, প্ৰা. মৰহট্ঠম্, স. মহাৰাষ্ট্ৰম্ ( হেমচ. ২।১১৯ ); দহ, দ deep, প্ৰা. দহো, স. দ্ৰহঃ বা হ্ৰদঃ ( হেমচ. ১।১২০ ); লোৰ্ to gather ( as fire-wood ), প্ৰা. আৰোলই, স. আলুণ্ঠতি ( হেমচ. ৪।১০২ ), বা প্ৰা. লোড়ই, স. লোটতি ( takes away ); পোন্ধৰ fifteen, প্ৰা. পন্নৰহ, পন্নৰস, স. পঞ্চদশ ( হেমচ. ২।৪৩ ১২৩ ); নিৰানব্বৈ ninety-nine, প্ৰা. ণউন্নৱ্ৱই, স. নৱনৱতিঃ ( § ২৮৯ ); এঘাৰ eleven, প্ৰা. এআৰহ, স. একাদশ ( হেমচ. ১।২৬২ ); তাকুৰি, তাকুৰ a spindle, স. তৰ্কুঃ; বৰঙনি subscription. তা. বাৰগই: বান্দৰ monkey, স. বানৰঃ; খিচ mud from dung or urine ( of cattle ) স. চিক্লিদঃ; অথিতি a guest, স. অতিথিঃ; ডম্বৰু a small drum of the shape of an hour-glass, স. ডমৰুঃ; ইত্যাদি।

## ( আ ) সংযুক্ত ব্যঞ্জন ( Conjunct consonants )।

১৮১। সন্ধিৰ লগত সংযুক্ত ব্যঞ্জনবৰ্ণৰ বিকৃতিৰ নিয়ম দিয়া হৈছে ( § § ৮২-৯৬ )। ইয়াত কেৱল বিশেষ নিয়ম কেইটিমানৰ আভাস দিয়া হ'ল।

### ক। বিবিধ সংযুক্তবৰ্ণৰ বিকৃতি।

### ( Anomalous phonetic changes of conjunct consonants )

১৮২। (ক) (ক), গ্গ আৰু 'ঙ্ক'-ৰ ঠাইত কেতিয়াবা যথাক্রমে কঁ বা ক্ক, ঙ্গ (ঙ) আৰু ং হয়। যেনে, কেঁকোৰা a crab, প্ৰা. কক্কড়এ, কম্কড়ো, স. কৰ্কটকঃ ( § ৯৫ ); টাঙনা. টঙনা colt ( lit. a swift steed ), বৈ. তকনঃ ( ঋক্ ১।৬৬।২ ), স. টঙ্কনঃ ( a species of horse );

ফাঁকি a trick, fraud, স. ফক্কিকা ; বঙা red, প্ৰা. বগ্গো, বঙ্গো, স. বক্ক (হেমচ. ২।১০) ; বিছা hairy caterpillar, প্ৰা. বিঞ্চুও, বিম্চুও, স. বৃশ্চিকঃ (§ ৯১) ; কেঁচু earthworm, প্ৰা. কিম্চুলএ, স. কিঞ্চুলকঃ। গ্ঘ-ৰ ঠাইত ঙ্গ হয়। যেনে, মহঙ্গা (মহঙা) high priced, প্ৰা. মহগ্ঘো, স. মহাৰ্ঘ। 'ক্ক'ৰ ঠাইত কেতিয়াবা 'খ'। যেনে উকখ to leak, তামি. ওক্কু।

১৮৩। 'ঙ্ক'ৰ ঠাইত ঙঁ, ঙ বা ং হয়। যেনে, পেঁক mud, প্ৰা. পঙ্কো, পম্কো স. পঙ্কঃ (হেমচ. ১।৩০) ; কাঁকৈ a comb, স. কঙ্কতী, কঙ্কতিকা ; কঙ্গাল, কঙাল, কাঙাল, destitute, poor, প্ৰা. কম্কালো, কঙ্কালো, স. কঙ্কালঃ (হেমচ. ১।৩০) : ঠেঙ্ leg, স. টঙ্কঃ, টংগা ; পালং bed-stead, প্ৰা. পল্লঙ্কো, স. পৰ্যঙ্কঃ (হেমচ. ২।৬৮) ; ইত্যাদি।

১৮৪। 'ংস' বা 'ংশ'ৰ ঠাইত কেতিয়াবা 'ঙহ' হয়। যেনে, মঙহ, মঙ্গহ meat flesh, প্ৰা. মম্সম্, মাংস, স. মাংসম্ (হেমচ. ১।২৯) ; বঙহ, বঙ্গহ family ; clan, প্ৰা. বম্সো, স. বংশঃ ; ইত্যাদি।

১৮৫। 'ক্ষ', 'ক্খ' আৰু কেতিয়াবা 'চ্ছ'ৰ ঠাইত 'খ' হয়। কদাচিত 'ক্ষ'ৰ ঠাইত 'ত'ও হয়। যেনে, আখি eye প্ৰা, অক্খি, অচ্ছি, স. অক্ষি (হেমচ. ২।১৭) ; উখহা swelling, স. উচ্ছোফ (cf. স. উচ্ছূন = swelling) ; পেখ to see, প্ৰা. পেচ্ছই, স. প্ৰেক্ষতে (প্ৰ + √ইক্ষ্ § ৩৫২) ; মাখি a fly, প্ৰা. মক্খিআ, মচ্ছিআ, স. মক্ষিকা (হেমচ. ২।১৭) ; আচৰিত wonderful, প্ৰা. অচ্ছৰিজ্জম্, স. আশ্চৰ্যম্ (হেমচ. ২।৬৭) ; ওখ high, স. উচ্চ ; চোকা sharp, প্ৰা. চোক্খ, স. চোক্ষ (sharp, pungent, keen)।

কদাচিত 'চ্ছ'ৰ ঠাইত 'জ' হয়, যেনে—উজলা, উছলা raised upward (said of a tooth, prominent), স. উচ্ছল। কেতিয়াবা সংস্কৃত 'ক্ষৰ'-ঠাইত 'ষ' হয়। যেনে, কাষ side, স. কক্ষঃ ; আষল pin on which is supported the foot-pestle, স. অক্ষলকঃ (a linch-pin, a pin which fastens the yoke to the pole) ; cf. আৱলশলাই (স. অক্ষলক-শলাকা) ; ইত্যাদি।

১৮৬। কদাচিত 'ড্ড' আৰু 'ড্ঢ'ৰ ঠাইত 'ৰ' বা 'ল' হয়, যেনে—গাঁত, গাৰা hole, প্ৰা, গড্ডো, গড্ডা, স. গৰ্ত্তঃ (বৰৰু. ৩।২৫ ; হেমচ. ২।৩৫) ; পিৰালি verandah, balcony, প্ৰা. বিঅড্ডী, স. বিতৰ্দিঃ

( হেমচ. ২।৩৬ ) ; ঠৰ paralysed, প্ৰা. ঠড্ঢো. স. স্তব্ধ ( হেমচ. ২।৩৯ ) ; কৰি, কড়ি cowrie. প্ৰা. কৱড্ডো, স. কপৰ্দ্দঃ ( হেমচ. ২।৩৬ ) ; ইত্যাদি।

## (ঙ) আদি স্বৰৰ পৰিবৰ্ত্তন ( Changes of Initial sounds )।

### (অ) একস্বৰ ( Single vowels )।

১৮৭। 'অ'ৰ ঠাইত 'আ' হয়, যেনে—আগলি top piece, অপভ্ৰ. অগ্গলউ. স. অগ্ৰম্ ( হেমচ. ৪।৩৪১ ; হি. অগলা ) ; আঙ্গাৰ, এঙ্গাৰ charcoal, প্ৰা. অম্গাৰো, স. অঙ্গাৰঃ ( হে. ১।৪৭ ) ; আঙ্গুলি finger, প্ৰা. অম্গুলিউ, স. অঙ্গুলিঃ ( হে. ৪।৩৩৩ ) ; আলান্ধু thick smoke, soot, স. অলংধূমঃ ; আৰ্চি looking glass, বৈ. অৰ্চিঃ ( lit. light : ঋক্ ১।৯২।৫ ), স. অৰ্চিঃ ; আমলা acid ( said of molasses ), মা. প্ৰা. অমলিআ, স. অম্লিকা, অম্ল ; আঁজলি a cavity formed by folding and joining the two hands, স. অঞ্জলিঃ ; আচ্ছা very well, বৈ. অচ্ছা ( ঋক্ ১।২।২ ) ; ইত্যাদি। কেতিয়াবা 'এ' হয় ; যেনে. এবাল a tether, স. অবাল ( a spreading like the spokes of a wheel ) ; ইত্যাদি।

১৮৮। 'আ'ৰ ঠাইত বিকল্পে 'এ' হয়, যেনে—আন্ধাৰ, এন্ধাৰ darkness ( § ১৮৭ ) ; আলাহ, এলাহ idleness, স. আলস্যং ; আঁৱা, এঁৱা raw, liquid ( milk ), স. আমক, বৈ. আমা ( § ১৬৯ ) : আছাৰি, এছাৰি lit. plougher's goad, বৈ. অষ্ট্ৰা, আষ্ট্ৰা ( ঋক্ ৪।৫৭।৪ ) : আদা এদা ginger, স. আৰ্দ্ৰকম ; ইত্যাদি।

১৮৯। 'ই'ৰ ঠাইত এ। যেনে, এতিয়া[১] now, প্ৰা. ইত্তিয়ম্, স. এতাৱৎ ( হেমচ. ২।১৫৬ ) ; এন্দুৰ rat, স. ইন্দুৰঃ ; একৰাৰ agreement, ইচ্লা. ইকাৰৰ ; এলেকা jurisdiction, ইচ্লা. ইলাকা ; এৰা yes, স. ইড়া ( lit. praise ) ; এৰ to let go. স. √ঈৰ ; ইত্যাদি।

১৯০। 'উ'ৰ ঠাইত 'ও'। যেনে, ওমল্, উমল্ to play, প্ৰা. উম্মিলই, স. উন্মিলতি ( হে. ৪।২৩২, ৩৫৪ ) ; উৎ, ওৎ idleness, preservation, স. উতিঃ, বৈ. উতিঃ ( ঋক্ ১।২৩।৬ ) ; ওঢ়, উৰ to wea, প্ৰা. উঅড্ঢই, উঅভ্ঢেই. স. উপক্ৰিয়তে ; উভত, ওভত to turn round, প্ৰা.

---

১ § ৩৩৯ (ক) দেখা।

উভ্‌তুই, স. উদ্‌বৃত্ততে (হে. ৪।১৪৪); ওজা preceptor, physician, প্রা. উৱজ্ঝাও, পা, উপজ্ঝায় (কাচ্চা. § ২৯০), স. উপাধ্যায়ঃ (হে. ১।১৭৩); ওজৰ objection, ইচ্‌লা. উজৰ; ওকণি a louse, স. ওকণিঃ (উৎকুণঃ); ওখনি, উখণি a kind of stick for threshing corn, স. উপক্ষেপণম্‌; ওপচ্‌ to heap up, স. উপ√চি; ওপজ্‌ to be born, স. উপ√জন, পালি উপজ্জ (কাচ্চা : § ২৯৩); ইত্যাদি।

১৯১। 'এ'ৰ ঠাইত 'অ' আৰু 'ও'ৰ ঠাইত 'অ' বা 'উ' হয়, যেনে অকল solitary, single, প্রা. একল্লো, একল্লো, স. একলক, একল (হে. ১।১৬৫); আজৰা, অজৰা to empty by transfer, to pour, প্রা. ওঝ্‌ৰো, স. নির্ঝৰঃ (হে. ১।৯৮) বা স. √উজ্ঝ্‌ (to give out, to drop or pour down); উচুকা to excite, প্রা. ওসুক্কই (§ ১৭৯); উড়ী wild-rice, স. ওড়িকা, ওড়ী; উষা, উখা boiled, স. ওষঃ (cooking, boiling); উখা (উখা in উখা-মুখা) quickly, immediately, স. ওষং; ইত্যাদি।

## ক। বিলোপ (Elision)।

১৯২। অ, আ আৰু উ লোপ হয়, যেনে—ওটা small underground drain, স. আৱতঃ (lit. artificial underground well); ভিজে he gets wet, প্রা. অব্ভিজ্জই, স. অভ্যার্দ্রয়তে (H. § 172): আঙা, অঙ্গা upper garment, a long coat, মা. অব্ভংগঅ, স. অধ্যঙ্গকঃ; কুৰুচ worthless, ugly, বৈ. অকুধ্যংচ; ভিতৰ within, মা. প্রা. অব্ভিংতৰম্‌, স. অভ্যন্তৰম্‌; ছোৱাৰ horseman, প্রা. আসোৱাৰ, স. অশ্বৱাৰঃ (ব. ১।২); খৰি firewood, বৈ. আখৰেষ্ঠ (শতপ. ব্রা. ১।২।৬১), স. খৰঃ (fire-place); পানৈ sandal, স. উপানহ্‌; ডিমৰু, ডুমৰু fig-tree, স. উডুম্বৰঃ; কৰ bud, প্রা. কুৰং, কৰং, স. উৎকৰম্‌ (কর্পূম. ১অ); লাউ লাও bottle-gourd, প্রা. অলাউম্‌ লাউম্‌, স. অলাবুঃ (হে. ১।৬৬); মথা clotted curd, স. আমিক্ষা (mixture of boiled and coagulated milk), বৈ. আমিক্ষা (a mass of clotted curd, অথ. বে. ১০।৯।১৩), স. আমিক্ষা (curd of milk & whey); ইত্যাদি।

## ( আ ) একব্যঞ্জন ( Single Consonants )

১৯৩। 'ক'র ঠাঁইত খ হয়, যেনে—খঁক appetite, স. কাংক্ষা ( cf. প্রা. কম্‌খই, স. কাঙ্ক্ষতি: হে. ৪।১৯২ ); খোবোং the hollow of a tree, স. কোটবম্; খোপা braid, স. কপর্দঃ, কপর্দ্দকঃ ( braided and matted hair ), বৈ. কপর্দঃ ( a braid; ঋক ১।১১৪।১-৫ ); খেলে he plays, প্রা. কীলই, স. ক্রীড়তি ( হে. ১।২০২ ) বা স. খেলতি ( √খেল্ ); খাপবি tile, প্রা. খপ্পরম্, স. কর্পবম্, খর্পবম্, ( lit. potsherd : হে. ১।১৮১ ) খুঁত censure, fault, স. কুট্টনম্; খজুতি itching, স. কংডূতিঃ ( cf. প্রা. কম্ডুঅই=স. কংডূয়তি=অ, খজুয়ায় ), বা. স. খর্জুঃ; খিচ mud with urine of cow, স. চিক্লিদঃ ( § ১৮০ ); খাদা a basket, স. কাণ্ডালঃ, কাণ্ডোলা ∠ lit. a reed-basket; খালৈ a fish-basket, স. কবণ্ডিকা; খিলা ( যেনে, পানখিলা ) a piece, a minute particle, স. কীলঃ, বা স. অখিল ( whole ); ইত্যাদি।

১৯৪। কদাচিত 'খ'র ঠাঁইত ক হয়, যেনে—কবাই fried grain, স. খদিকাঃ ( fried or parched grain ): কল a mill, স. খলঃ; কান্ধ shoulder, প্রা. খংধো, স. স্কন্ধঃ ( হে. ২।৪ ); কলা ( মাহ ) a kind of pulse, বৈ. খল্বঃ ( অথ. বে. ২।৩১।১ ); কচ্ to bind. to fasten, স. খচতি, কচতি ( √খচ্ √কচ্ ); কেলি sport, play, স. খেলিঃ বা কেলিঃ; ইত্যাদি।

১৯৫। 'ঘ'র ঠাঁইত গ হয়, যেনে—গঢ়ে he shapes, প্রা. ঘড়ই গঢ়ই, স. ঘটয়তি ( হে. ১।১২২ ); গোগ intermediate place, স. ঘোংঘঃ ( cf, § ১৫৮ ), গাহবি a hog, স. ঘৃষ্টিঃ; ইত্যাদি।

১৯৬। 'ঝ'র ঠাঁইত 'জ' হয়, যেনে—জহ ( heat, warmth ), স. ঝষঃ; জোকা to vex, to tease আৰু জঁক to be in a fit of madness, প্রা. ঝম্‌খই ( √ঝম্‌খ )[১]; জোকাব ( cf. উকলি-জোকাব ) a low murmuring sound ( uttered by women on auspicious occasion ), স. ঝংকাবঃ; ঝাবণি a wood, a thicket, স. ঝাটঃ

১ ব্রিলপ্যুলালভয়োর্ঝ খাদেশঃ—বিলপতি উপালভতে ভাষতে বা। হেমচ. ৪।২৫৩

( § ১৪৫ ); জঁাপ, ঝঁাপ a spring, a jump, প্রা. ঝম্পো, স. ঝম্পঃ ( হে. ৪।১৬১ ); জিলিকা shone, অপভ্র. ঝলকিঅউ, স. ঝল্লিকা, ঝলা, ( cf. হি. ঝলকনা to shine ); কিন্তু স. জ্বল্ to shine ( হেমচ. ৪।৩৯৫ )। কেতিয়াবা 'ছ'ৰ ঠাইতো জ হয়, যেনে—জোপ, জোপা, ছোপ a participle used to denote a tree, স. ক্ষুপঃ ( a shrub, a bush )। অতি বিৰল।

১৯৭। কদাচিত 'ট'ৰ ঠাইত ঠ হয়, যেনে—ঠেঙ leg, স. টংকঃ, টংগা; ঠাট্টা a joke jest, স. টট্টৰী। কেতিয়াবা 'ড'ৰ ঠাইত ঢ হয়, যেনে—ঢাল to pour, প্রা. ডল্লই, স. ধাৰা ( হেমচ. ৪।১০ ); ইত্যাদি।

১৯৭। 'ত'ৰ ঠাইত ট, ঠ, থ বা দ হয়, যেনে—টুটি to decrease, to be exhausted, প্রা. তুট্টই, স. ত্রুটয়তি ( lit. to break, tear, snap, হে. ৪।২৩০ ); ঠোঁট beak, প্রা. তোণ্ডম্, স. তুণ্ডম্ ( হে. ১।২০ ); দাদুৰী young frog, বৈ. তাদুৰী ( § ১৪০ ); দৰে like, ইচ্‌লা. তৰহ; দুম্বক a kind of musical instrument, স. তুম্বৰম্। কেতিয়াবা 'চ' হয়, যেনে—চাউল rice, স. তণ্ডুলম্; চাঁচ্ to cut, to hew, প্রা. চচ্ছই, তচ্ছই, স. তক্ষতি ( √তক্ষ্ ); ইত্যাদি।

১৯৯। 'দ'ৰ ঠাইত ড হয়, যেনে—ডৰ fear, প্রা. ডৰো, স. দৰঃ ( হে. ৪।১৯৮ : ১।২১৭ ); ডাল branch, প্রা. দালএ, অপভ্র. ডালইং, স. দাৰকম্ ( হে. ৪।৪৪৫ ); ডোল, ডোৰা thread, প্রা. ডোৰো, ডোলো, স. দোৰঃ ( cf. হে. ১।২১৭ ); ডাঠ thick. প্রা. দড্ড, স. দষ্ট ( হে. ৪।৪২২ ), মাৰা. দাট্ ( thick ); ডোঙা, দোণা plantain bark, স. দ্রোণিঃ ( plantain tree ), বৈ. দ্রুম্মঃ ( lit. raft of plantain plant; ঋক্ ৮।১৯।১৪ ); ইত্যাদি।

কেতিয়াবা 'ট' হয়, যেনে—টোকন a stick, স. দ্রুঘণঃ, দুঘণঃ ( an iron club; a wooden mace ); ইত্যাদি।

২০০। 'প'ৰ ঠাইত ফ বা ব হয়, যেনে—ফাঁছ, ফাঁচ noose, স. পাশঃ; বোকা, পেঁক mud, প্রা. পম্‌কো, পঙ্কো, স. পঙ্কঃ ( হে. ১।৩০ ); বাটি a cup, স. পাত্রিকম্ বা পাত্রিকী, তা. পাত্তিৰম্; ফাকতি sport, jesting, তা. পাগতি; ফেঁচা, পেচা an owl, স. পেচকঃ; বেটী daughter, প্রা. বিট্টিআ, স. পুত্রিকা ( হে. ৪।৩৩০ ); ইত্যাদি।

২০১। 'ফ'ৰ ঠাইত প বা ব হয়, যেনে—পৰশ touch, প্ৰা. ফৰসই, স. স্পৰ্শতি ( হে. ৪।১৮২ ); পেলা, ফেলা to throw, প্ৰা. ফেলই, স. পাতয়তি[১]; বোৰ many ( suffix for plural ), কছা. ফুৰ ( many ); ইত্যাদি।

২০২। 'ৱ' বা 'ব'ৰ ঠাইত ভ বা প হয়, যেনে—ভোদা dull, foolish, স. ৱঠৰঃ ( § ১৭২ ); ভইৰা one of the three myrobalans, স. ৱিভীতকঃ ( § ১৭৫ ); ভোট a Bhutia, স. ভীব্বতঃ বা ভোট্টঃ; পিৰালি verendah, স. ৱিতৰ্দ্দি ( § ১৮৬ ); ভোক hunger, প্ৰা. ৱুহুক্‌খা, স. বুভুক্ষা; ভাপ ভাফ্ steam, gas, প্ৰা. ৱপ্‌ফো, স. বাষ্পঃ; ইত্যাদি।

২০৩। সাধাৰণতঃ 'ৱ'ৰ ঠাইত ব হয়, যেনে—বাঘ tiger, প্ৰা. ৱগ্‌ঘো, স. ৱ্যাঘ্ৰঃ: বাছা son ( a term of endearment ), প্ৰা. ৱচ্ছা, স. ৱৎসঃ ( হে. ৪।২৮২ ); বিয়লি afternoon, প্ৰা. ৱিআলি, স. ৱিকালঃ ( হে. ৪।৩৭৭ ); বিয়পা spread, প্ৰা. ৱ্যৱডো, স. ৱ্যাপৃত ( হে. ১।২০৬ ) ( § ১০৫ দেখা ) ইত্যাদি।

২০৪। 'ৰ'ৰ ঠাইত ল আৰু 'ল'ৰ ঠাইত ৰ হয় ( §§ ১০১, ১০৩ )।

২০৫। 'শ' আৰু 'স'ৰ ঠাইত ছ বা চ হয়, যেনে—ছিৰা head ( said of fish ), প্ৰা. সিৰো, স, শিৰঃ ( হে. ১।১৫৬ ); চেনেহ affection, প্ৰা. সণেহো, ণেহো, স. স্নেহঃ ( ৰ. ৪।৬৪ ) ছিৰী welfare, prosperity, প্ৰা. সিৰী, স. শ্ৰীঃ ( হে. ২।১০৪ ); ছিপি oyster, shell, প্ৰা. সিপ্পী, সুত্তী, স. শুক্তিঃ ( হে. ২।১৩৮ ); চৰকাৰ Government, state, ইচ্‌লা. সৰকাৰ; চুৰু beginning, ইচ্‌লা. শুৰু; ছাবাছ hurrah, ইচ্‌লা. শাবাশ; চোকোৰা bark, scales, স. শকলম্; ছোকোলা skin or scales ( as of fish ), স. শকুলঃ; চান sign, প্ৰা. সগ্গা, স. সংজ্ঞা ( হে. ২।৪২ ); ছিটা vaccination, স. শীতলা ( small-pox ); ইত্যাদি।

## ক। বিলোপ ( Elision ) আৰু আগম ( Addition )।

২০৬। বৰ্ণৰ লোপ হয়। যেনে, গঁৰা a coin of the value of 4
15 cowries, প্ৰা. গম্‌ডো, মা. প্ৰা. গংডএ, স. গণ্ডকঃ; বণিয়া[২] goldsmith,

১ cf. প্ৰা. তধা কদ্দমং ফেলহু যধা পাণিঅং পঙ্কাইলং ন হোদি—স. তথা কৰ্দ্দমং ক্ষিপতু যথা পানীয়ং পঙ্কাৱিলং ন ভৱতি, মৃচ্ছক. ৮অ.।

২ কিন্তু বণিয়া merchant, trader, স. ৱণিজ।

প্ৰা. সুৱগ্গিও, স. সৌৱৰ্ণিকঃ ( হে. ১।১৬০ ); আতা grand-father, বৈ. ততামহঃ ( অথ. বে. ৫।২৪।১৭ ); খলা lehrous, স. বা বৈ. সিধ্মল, সিধ্মলা ( বাজ. স. ৩০।১৭ ; তৈত্তি. ব্ৰা. ৩।৪।১৪।১ ); ঢিলা slack, প্ৰা. সিঢিলো ( হে. ১।২১৫ ), ঢিল্লা ( কৰ্পূৰম্. ১ অ. ), স. শিথিলম্ ; আই small-pox, তা অম্মাই ; বাদ censure, imputation, blame, স. অপবাদঃ ; চাপ্ to approach, প্ৰা. উৱসপ্পই, স. উপ + $\sqrt{}$স্পৃ ( হে. ৪।১৩৯ ); পেট belly, স. কৃপীটম্ ; ভোক hunger, স. বুভুক্ষা ( § ২০২ ); বিহা an upper garment, a mantle ( for woman ), স. বৃহতী, বৃহতিকা ; ভোট a Bhutia, Tibetan, স. তীব্বতঃ, ভোট্টঃ ( § ২০২ ); মোচ the beard, প্ৰা. মস্সু স. শ্মশ্ৰু ; বন work, service, বৈ. সবনঃ ( ঋক্ ১।৪।২ ; ১।১৬।৫ ), বন trouble ( ঋক্ ১।৬৭।১ ); ইত্যাদি।

২০৭। কেতিয়াবা শব্দৰ আদিতে অ, আ, ই আদি স্বৰবৰ্ণৰ আগম হয়, যেনে—অবিহনে in the absence of, স. বিহীন ; আস্তাবল Eng. stable ; ইস্কুল Eng. school ; অকুমাৰী unmarried girl, স. কুমাৰী ; ইত্যাদি।

## (ই) সংযুক্ত ব্যঞ্জনবৰ্ণৰ পৰিবৰ্তন।

## ( Changes of Conjunct Consonants ).

২০৮। (ক) মাজত অকাৰ, ইকাৰ, উকাৰ, একাৰ বা ওকাৰ যোগ হয়, যেনে—সপন সপোন dream, প্ৰা. সিবিণো, স. স্বপ্নঃ ; শলাগ praise, প্ৰা. সলাহা ( § ১৪০ ); তবধ stupefied, স. স্তব্ধ ; ছিৰী prosperity, প্ৰা. সিৰী, স. শ্ৰীঃ ; কিৰা oath, প্ৰা. কিৰিআ, স. ক্ৰিয়া ( হে. ২।১০৪ ); পলু caterpillar, বৈ. প্লুষিঃ[১] ; চেনেহ affection, প্ৰা. সিণেহো, সণেহো, স. স্নেহঃ ( হে. ২।১০২ ); নোৱনি bathing, অপভ্ৰ. ন্হাণু, স. স্নানম্ ( হে. ৪।৩৯৯ ); ইত্যাদি।

(খ) প্ৰথম ব্যঞ্জন লোপ হয়। যেনে, ফুৰ্ to roam, স. স্ফুৰ্ ; থালী a cauldron, cooking pot, স. স্থালী ; তূপ the apex of three

১ কিন্তু পেলু tape-worm, স. পীলুঃ।

roofs ; top-knot ; বৈ. স্তূপঃ ( lit, the top-knot of hair as denoting the upper part of the head, ঋক্ ৭।২।১ ), স. স্তূপঃ ( Buddhistic monument ) ; ইত্যাদি।

(গ) শেষ ব্যঞ্জন লোপ হয়, যেনে—পতি per head, in or at every one ( যেনে, গাইপতি per head ), স. প্রতি ; সান্ধা hankering, প্রা. সড্ঢা, স. শ্রদ্ধা ( হে. ২।৪১ ) ; ঘাম hot weather, প্রা. গিম্হো, স. গ্রীষ্মঃ ( হে ২।৭৪ ) ; শহুৰ father-in-law, স. শ্বশুৰঃ।

# পঞ্চম আধ্যা

## শব্দ (Words)

২০৯। **শব্দ** (Word)—অর্থৰস্তু বর্ণসমষ্টি বা ধ্বনিৰ নাম শব্দ (word)। তাৰ আদি আকৃতি ( elementary form )ৰ নাম প্রকৃতি ( crude form )। ক্রিয়া-বোধক বা বস্তু-বাচক বা বস্তুৰ বিশেষণ-বাচকক প্রকৃতি বোলে। প্রকৃতি দুবিধ,—ধাতু ( root ) আৰু প্রাতিপদিক ( base )। ক্রিয়া-বোধক প্রকৃতিৰ নাম ধাতু ( root ) আৰু বস্তু বা তাৰ বিশেষণ-বাচক প্রকৃতিৰ নাম প্রাতিপদিক ( base )। ধাতু আৰু প্রাতিপদিকৰ পাচত যি যোগ হৈ নতুন শব্দৰ সৃষ্টি কৰে তাৰ নাম প্রত্যয় ( suffix )। অসমীয়া ভাষাত ছয় বিধ শব্দ আছে, অর্থাৎ সংজ্ঞা বা বিশেষ্য ( Noun ), বিশেষণ ( Adjective ), সৰ্বনাম ( Pronoun ), ক্রিয়া-বিশেষণ ( Adverb ), ক্রিয়া ( Verb ) আৰু অব্যয় ( Indeclinables )।

২১০। **তৎসম, তদ্ভৱ আৰু দেশজ শব্দ**—প্রাকৃত বৈয়াকৰণিকসকলে সংস্কৃতমূলক শব্দৰাশিক দুই ভাগ কৰিছে :—(১) তৎসম আৰু (২) তদ্ভৱ। "তৎসম" পদে তাৰ ( সংস্কৃতৰ ) সম বা সি যেনে ইও তেনে অর্থাৎ অবিকল সংস্কৃত শব্দক বুজায়। যেনে, অমুক a certain person or thing ; আপি a girl, woman ( বৈ. আপি=woman, mother. ঋক্ ১।২৬।৩ ; ১।৩১।১৬ ) ; আক্রান্তি, ( pressing upon ) ; এতাৱন্ত all-powerful

( বৈ. এতাৱন্ত so great ; all-powerful ) ; গল neck ; চৰু cooking pot ( lit. kettle ; pot ; a vessel in which an oblation is prepared ) ; চাল roof ; চেতন intellect, sensation ( বৈ. চেতন, ঋক্ ১।১৩।১১ ) ; ছাল bark ; ছাগল goat ; জনী ( স. জনিঃ, জনী wife, woman ) ; নাৱ, নাও a boat ( বৈ. নাৱঃ। cf. "ৰেদ নাৱঃ সমুদ্রিয়ঃ"— ঋক্ ১।২৫।৭ ; প্রা. নাৱ[1] ) ; দাহ jealously, burning ; পল্লি a thatched cover for a shed, ( স. পল্লিঃ = a hut ) ; বাট road ; বিড়ঙ্গ skilful ; ভেল raft ; মণি an ornament worn round the neck ( lit. a jewel worn round the neck ) ; মেল a meeting ; মেনা with drooping horns ( said of buffalo ), বৈ. মেনা female of an animal with dropping horns as a cow or a mare, ঋক্ ১।৫১।১৩ ) ; শিফা root ; সি to bind, to fasten, ইত্যাদি "তৎসম" শব্দ। "তদ্ভব" পদে তাৰ ( সংস্কৃতৰ ) পৰা হোৱা শব্দক বুজায়। বাস্তৱিকে সংস্কৃত শব্দৰ অল্পমাত্র পৰিবৰ্তন হলেও তাক "তদ্ভৱ" শব্দ বোলা উচিত। কিন্তু বহুত পণ্ডিতে তেনে শব্দক "তদ্ভৱ" নুবুলি "অৰ্দ্ধ-তৎসম" শব্দ হে বোলে। যেনে, আফু opium, স. আফুকম্ ; আয়তী woman having living husband, বৈ. আয়জী ( ঋক্ ১।২৮।৭ ) ; উহ, উহ a spring, স. উষ, উষ ( lit. salt-ground ) ; আচ্ছা very well, বৈ. অচ্ছ, অচ্ছা ( = well, ঋক্ ১।২।২ ) ; কূপা a bottle, স. কূপকঃ, কুপঃ ; কমাৰ a smith, স. কৰ্মাৰঃ ; কাকবাল বা কেৰেলা a kind of vegetable-fruit, স. কংকৰোলঃ ; কুলি, কুলী cuckoo, বৈ. কুলীকঃ ( a kind of bird, বাজ. স. ২৪।২৪ ) স. কোকিলঃ, প্রা. কোইল ; খাল a ditch, স. খল্লঃ ; গাল cheek, স. গল্লঃ ; চোতাল courtyard, স. চত্বালঃ ( a hole in the ground prepared for sacrifice ), বা চত্বৰম্ ( a terrace for sacrificial fire ), প্রা. চত্তল ( courtyard, মৃচ্ছক. ৯অ. ) ; চোন ever, truly. যেনে, কৰচোন, বৈ. চন ( ever, ঋক্ ১।৫৩।১ ) ; চোলা mantle, cloak, স. চোলঃ ; ছলি, ছলী child, স. ছল্লিঃ, ছল্লী ( offspring ; progeny ) ; জুটি pleasing,

১ Cf. "খবেবে বহহি কাণ্‌হো নাৱ চোটি ডগমগ কুগতি ন দেহি", পিঙ্গল। O Kanoo ! the boat is small ; row and let it not go unsteady.

স. জুষ্ট, বৈ. জুষ্টিঃ (ঋক্ ১।১০।১২); তামুল, তামোল areca-nut স. তাম্বুলম্; পল a fishing basket, পু. অ. পলৱ, স. পলৱঃ; পাখৰা, পখৰা leprous, স. বা বৈ. পাকাৰু (বাজ. স. ১২।৯৭); পইতা, পন্তা boiled rice preserved under water, বৈ. পান্ত (lit. drink, beverage, ঋক্ ১।১২২।১, ১।১৫৫।১, ১০।৮৮।১); পাঁজি a ball of cotton from which thread is spun, স. পঞ্জিঃ; বচ a medicinal plant, স. ৱচা, বৈ. ৱজ (অথ. বে, ৮।৬।৩); বেজী a needle, বৈ. বেশী (ঋক্. ৭।১৮।১৭); শিকা a carrying sling of rope, স. শিক্যা, বৈ. শিক্যম্ (অথ. বে. ৯।৩।৬); শিপিনী a weaver, স. শিল্পিনী, বৈ. শিপ্রিণী (=artisan, ঋক্. ১।৩০।১১; সাহ valour, স. সাহসম্, বৈ. সহঃ (ঋক্ ১।২৪।৬); পেখম, পেশম beauty, adornment, বৈ. পেশন (well-formed, adorned, সুপেশমঃ =beauty, adornment, ঋক্ ১।৪৭।২); ইত্যাদি "অৰ্ধ-তৎসম" শব্দ। স্বৰ-বিকৃতিৰ নিয়মে পৰিবৰ্তিত হৈ অসমীয়াত সোমোৱা সংস্কৃত শব্দক "তদ্ভৱ" শব্দ বোলা যায়। প্ৰাকৃত বৈয়াকৰণিকসকলে "তদ্ভৱ" শব্দ দুবিধ বুলি কয়[1] :—(১) "সাধ্যমান" অৰ্থাৎ যাক বিশেষ নিয়মে সিদ্ধ কৰিব পাৰি আৰু (২) "সিদ্ধ" সংস্কৃত শব্দৰ অনুৰূপ। প্ৰথম বিধ শব্দ দেখাত সংস্কৃতৰ পৰা অহা যেন নালাগে, কিন্তু দ্বিতীয় বিধ সংস্কৃতৰ পৰা আহিছে বুলি ততালিকে ধৰিব পাৰি, কিয়নো তাৰ গঢ় প্ৰায় সংস্কৃতৰ নিচিনাই থাকে। যেনে, আল্[2] feeding, nourishing, স. √অল্ (to grow, to make grow, to nourish); ওঁ aye, yes, amen, স. ওম্; অখটি bad conduct, স. অখট্টিঃ; উজু easy, স. ঋজু (§ ১৩৩); কঁৰীয়া ear-ring, স. কৰ্ণিকা বা কুৰীৰম্, বৈ. কুৰীৰা (lit. a kind of head ornament, ঋক্ ১০।৮৫।৮); কাল্লা a cow-calf, a young calf, স. কাল্যা; গইচ heaviest, স. গৰিষ্ঠ; গছ, গাছ a tree, স. গচ্ছঃ; চৰিয়া a basin, স. সৰিতকম্; জাৰ বা জাড় coldness স. জাড্যম্; থগী a betel-tray, স. স্থগী;

১ "সংস্কৃতভৱাশ্চ দ্বিধা—সাধ্যমানসংস্কৃতভৱ সিদ্ধসংস্কৃতভৱাশ্চেতি"। সিংহৰাজৰ প্ৰাকৃত ব্যাকৰণ।

২ Cf. স. অল্ meaning intransitively to grow, transitively to make grow, to nourish. (Latin—alo=nourish; alumnus=nourished; almus =nourishing, jovial).—Maxmuller's Science of Language, Vol. II, p. 374.

ডেকেৰী a virgin, a young girl, স. ডিক্কৰী ; নিৰ্গত a term of abuse, বৈ. নিগুত: (enemy, a Non-Aryan foe, ঋক্ ৯।৯৭।৫৩-৫৪ ; ১০।১২৮।৬) ; ফিকা swollen, স. ফক্ক ; বকণ name of a tree, স. ৱৰণ: ; বাইজ, বাজ exterior, স. বাহ্য ; বাঢ় to distribute, স. ৱংড্, বৈ. ৱাড্) cf. "হব্যৱাড্"—ঋক্ ১।১২।৬) ; ভাগৰ fatigue, স. ৱাগুৰা (toils) ; মহৰি mosquito-curtain, স. মশ্হৰিকা বা মশহৰি: ; লক বা লড়ু a goading stick, স. লগুড়: (a stick) ; লাখুটি a stick, a club, স. লকুট: (club, cudgel ; cf. লাকুটিক = armed with a club) ; চেঁচা cold, coldness, স. শৈত্যম্, প্ৰা. সেচ্চং ; ইত্যাদি "সিদ্ধ তদ্ভৱ" শব্দ, কিয়নো ইসবৰ গঢ় সংস্কৃত মূলৰ অনুৰূপ। কিন্তু—অথন্তৰ misfortune, accident, স. অত্ৰান্তৰ, প্ৰা. অথন্তৰ (event in the meanwhile, মৃচ্ছক. ২ অ. ; শকুন্ত. ৫।১১৮) ; উদং, উদাম free, unrestrained, স. উদ্দাম, প্ৰা. উদ্দামে (cf. "উদ্দামে বিঅ গদ্দহে" = উদ্দাম ইৱ গৰ্দভ:। মৃচ্ছক. ১০ অ.) ; এতিয়া now, স. এতাৱৎ, প্ৰা. ইত্তিঅম্ (§ ১৮৯। cf. প্ৰা. এত্তিঅমেত্তং = স. এতাৱন্মাত্ৰম্, মৃচ্ছক. ২ অ.) ; খাৰু anklets or wristlets, বৈ. খাদি: (armlets or anklets, ঋক্ ৫।৫৪।১১), স. কটকানি, প্ৰা. খড়ুংআইং (bracelets, মৃচ্ছক. ৮ অ.) ; চৌধাৰী headman. স. চক্ৰধাৰিক:, প্ৰা. চক্কধাৰিও ; বা চৌধুৰী a noble man, স. চতুৰ্ধুৰী, প্ৰা. চউদ্ধুৰী ; জুই fire ; স. জ্যুতি: বা দ্যুতি: ; প্ৰা. জুঈ (§ ১৪০), বৈ. জুহুৰ fire ; cf. হব্যৱাড্ জুহ্ৱাস্যং = হবি সানোতা অগ্নিৰ মুখ, ঋক্ ১।১২।৬) ; ঢিলা slack, স. শিথিল, (§ ২০৬) ; পাহাৰ hill, স. প্ৰথিতক, প্ৰা. পঢ়িঅহৰে ; পাচৰা a wrapper, স. প্ৰচ্ছদ: ; পোন straight. স. প্ৰাগুণ, প্ৰা. পউণো (straight, erect, হেমচ. ৪।২৯৩) ; পদুলী outer door, gate-way, স. প্ৰতোলী (§ ১৪৬) ; বৈনাই younger sister's husband, প্ৰা. ভগিণীৱই, ভইণীৱই, স. ভগিনীপতি: ; বেহাৰ mustard, স. ৱেসৱাৰ: (condiment of mustard) ; পেঙুৰা lame, স. পাঙুল্যম্ (limping, halting) ; ভিতৰ within, inner apartment, অভ্যন্তৰম্ (§ ১৯২) ; ভুলে he forgets, স. বিহ্বলতি, প্ৰা. ভুল্লই, ভৱলেই ; মাউত elephant-driver, স. মহামাত্ৰ: (§ ১৬৭) ; লাঠী a stick, club, প্ৰা. লট্ঠিআ, স. ষষ্টিকা ; লেংটি a strip of cloth worn between the thighs, প্ৰা. লিম্গবট্টে:, স. লিঙ্গপট্ট: ;

হুঁকাৰ roaring in imitation ( when a story is being told ), স. অনুহুঙ্কাৰঃ ; ইত্যাদি "সাধ্যমান-তদ্ভৱ" শব্দ। ইহঁতক বিশেষ নিয়মেহে সিদ্ধ কৰিব পাৰি। "অৰ্ধতৎসম" আৰু "সিদ্ধ-তদ্ভৱ" শব্দ প্ৰায় একে আৰু উভয়ৰ পাৰ্থক্য ধৰাও টান। বহুত "অৰ্ধতৎসম" শব্দ বৰ্তমানত বা অতি নিকটবৰ্তী অতীতত সংস্কৃতৰ পৰা প্ৰাকৃতিক ভাষালৈ আহিছে বুলি কোনো কোনোৱে ভাবে। "সিদ্ধ-তদ্ভৱ" শব্দ সাধাৰণতঃ প্ৰাকৃতৰ মাজেদি প্ৰাকৃতিক ভাষালৈ অহা দেখা যায়। যি শব্দ সংস্কৃতৰ পৰা ওলোৱা নাই, ইচ্লামিক ( অৰ্থাৎ আৰবী, আৰু ফাৰ্চী ), ইংৰাজী আদি ভাষাৰ পৰা বা ওচৰৰ আন ভাষাৰ পৰা আহি আমাৰ ভাষাত সোমাইছে বা যি শব্দ দেশতে সৃষ্ট হৈছে তাক "দেশজ" শব্দ বোলে ; যেনে—আফিল ( ইং—appeal ) ; আলহী guest ( মিকিৰ—আলহী আৰ্লেং guest ) ; আবু grand-mother ( তেলুগু অব্ব grand-mother, L. avi-a = grand mother ) ; ওৰ end ( তামিল ওৰম্ ( lit. edge, brink ), L. ora = margin, oram = border ) ; কুলি coolie, ( তামিল—কুলি = hire, wages, কুলিয়াল, কুলিকাৰম্ = coolie, labourer ) ; কুবাং a kind of dog ( খাছিয়া—কুবাং ) ; কেটেঙা feeble, weak ( চুটিয়া—কেটেঙা ) ; কেৰাপ ( care, assistance ( মিকিৰ—কেৰাপ ) ; কেৰাচিন ( ইং—kerosine ) ; কেৰেয়া hire, ( তামিল—কিৰায়ম্ = cost, value ) ; চাম batch ( আহো.—চাম = company ) ; খাতিৰ on account of, ( ইচ্লা. খাৰ্তিৰ, for, for the sake of ) ; খিলাপ expiry ( ইচ্লা. খিলাফ, lit. contrary to, against ) ; খেল ( পুষ্টু—খেল ) a clan or sociological group ; চাউদাং hangman ( আহো.—চাউদাং ) ; চেলেক্ to lick ( গাৰো—স্রাকা, চাৰাকা ; কছাৰী-চাল্দা, চালাম্ = to lick ) ; জাহিৰ manifestation ( ইচ্লা. জাহিৰ manifest ) ; জাংকাই amber used in making ear-rings ( খামতি—জাংকাই ) ; জেঙা dispute ( মিৰি—আজেল, lit. a debt ) ; টেকেলি an earthen jar ( কছাৰী—থিংখিলি, গাৰো—টিক্লি = a small earthen pitcher ) ; ডোং irrigation channel ( কছাৰী—ডোং ) ; ডিল heart ( ইচ্লা. ডিল = heart, cf. কলডিল বা কলাডিল ( the spadix of a plantain plant ) ; কুকৰা east ( cf. কুকৰা বতাহ east wind, from চুটিয়া—চা ককৰা east, lit. sun-rising, probably not from স.

পূৰ্বঃ ); দলং a bridge ( কছাৰী—দলং, গাৰো—জলং ); দেই now ( চুটিয়া দেই = now ; adverb ); নঙ্গলা gate-way ( কছাৰী—নাংলা ); নিচাও uncle ( খাম্.—নিচাও ); নিছা intoxication, liking, ( তা. নিছা love, affection, liking ); নিমখ salt, common salt, ( ইচ্লা. নিমক ); পেংলাই joke, jest, ( কছা.—পেংলাই, from লাই = laugh ); পোলোঙ্গা straight ( চুটি. পুলুঙ্গা straight, erect ); ফটিকা distilled liquor ( কছা. ফিঠিকা distilled liquor—ইয়াৰ মূল স. স্ফটিক transparent নহয় ; cf. "স্ফটিকে লঃ", বৰক. ২।১২ ; স. স্ফটিকম্, প্রা. ফলিহো ); ফাইডাং run this way, (কছা. ফাইডাং = to move this way) ; বৰঙ্গনি, বৰগনি subscription ( তা. বাৰগই = rent ); বৰলা, বাল্লা widower, unmarried man ( কছা. বাৰ্লা = widower ); বাই elder sister ( ইচ্লা. বাই, বই ; খামতি—পাইচৌ = elder sister ); বমলিয়া to make a loud cawing noise ( as birds together ) in flying ( নগা—বমলা to gather as cloud ); হোৰা load carried on the back ( মিকি. আং হোৰ = load ; cf. স. আহৰ ); লাউপানী pachwai, fermented liquor ( আহো. লাউ = spirituous liquor ); লিকচৌ attendants, retinue ( আহো.—লিক্চো ); লিটিকাই an attendant ( খাছি.—লেইট্কাই, lit. to wander without any useful purpose ); লেখিয়া that sort of ( চুটি.—লাকিয়া = that sort of, like ); হাইজা cholera ( হিন্দী, পুষ্টু বা চুটিয়া—হাইজা cholera ); মেচেকা wild cat ( চুটি. মেৎচা otter ); হজুৱা worker, labourer ( চুটি.—হজিয়া, worker ); মেকুৰী cat ( গাৰো—মেংগো, মিকিৰ—মেংকালু, মেং = cat, কছাৰী—মাউজি, চুটি—মিদিজ্ ); ইত্যাদি।

# ষষ্ঠ আধ্যা

## সংজ্ঞা শব্দ ( Noun )

### লিঙ্গ ( Gender )

২১১। **সংজ্ঞা শব্দ বা বিশেষ্য** ( Noun )

জাতি, দ্রব্য, গুণ, নাম আৰু ক্রিয়ামাত্রবোধক শব্দৰ নাম সংজ্ঞা। স্ত্রীলিঙ্গৰ চিন, বিভক্তি, কৃৎ আৰু তদ্ধিত,—এইবিলাক প্রত্যয় ( suffix )। প্রত্যয় যোগ হলে সংজ্ঞা শব্দৰ আকৃতি লৰচৰ হয়। বিভক্তিৰ দ্বাৰা লৰচৰ হলে তাক পদ বোলে ( § ৪১০ )।

২১২। **লিঙ্গ** ( Gender )

বাস্তৱিকে অসমীয়া ভাষাত লিঙ্গ দুটা হে,—পুংলিঙ্গ ( masculine ) আৰু স্ত্রীলিঙ্গ ( feminine )। অচেতন পদার্থ বা যাৰ পুৰুষ-স্ত্রী চিনিব নোৱাৰি তেনে প্রাণীক ক্লীবলিঙ্গত ( neuter gender ) ধৰা হয়। কিন্তু সেই বস্তু বুজুৱা শব্দৰ কোনো বিশেষ আকৃতি নাই আৰু বেলেগ ৰূপো নাই। পুংলিঙ্গৰ আকৃতিয়ে তাৰ আকৃতি আৰু পুংলিঙ্গৰ ৰূপেই তাৰো ৰূপ। সাধাৰণতঃ সংস্কৃত লিঙ্গই তৎসম অসমীয়া শব্দৰো লিঙ্গ হয়। এই নিয়মৰ ব্যতিক্রমো ঘটে। তদ্ভৱ শব্দৰ দুই ৰকমে লিঙ্গভেদ হয়—(১) অর্থগত আৰু (২) আকৃতিগত।

২১৩। অর্থভেদে লিঙ্গভেদ ( Gender according to signification )

**বহুত শব্দৰ জাতি, গুণ বা অৱস্থাৰ পৰা লিঙ্গ নির্দিষ্ট হয়।**

**প্রথমতঃ, তলত লিখা বিশেষত্বৰ শব্দ পুংলিঙ্গ হয়, অর্থাৎ—**

**(১) পুৰুষ জাতিৰ নাম, যেনে—ৰাক্ষস ( demon ), বোন্দা ( male cat ), ইত্যাদি।**

**(২) বছৰ, মাহ বা দিনৰ নাম, যেনে—মাঘ, জেঠ, শুক্র, বুধ, ইত্যাদি।**

**(৩) পর্বত, সাগৰ আৰু ডাঙৰ বিলৰ নাম।**

**(ক) পর্বত,—হিমালয়, শিঙৰি, কেদাৰেশ্বৰ, ভৈৰৱ, হাতীমূৰা, ৰাঘৰৰ,**

শ্রীসূর্য, ইত্যাদি। সক পর্বতৰ নাম স্ত্রীলিঙ্গ, যেনে—বাক্সিনী, নাককাটা, দুৰণী-মুৰণী, সিদ্ধেশ্বৰী, বাঘেশ্বৰী, উৰ্বশী, ইত্যাদি।

(খ) বিল,—জলেশ্বৰ, গৰঙ্গা, ডিপো, ৰৰচলা, কামৰাঙা, ইত্যাদি। সৰু আৰু দীঘল বিল কেতিয়াবা স্ত্রীলিঙ্গ হয়, যেনে—ৰৰচলী, ভেলেঙ্গী, বেকী কুজী, ইত্যাদি।

(গ) সাগৰ,—প্রশান্ত, শ্বেত, পীত, কৃষ্ণ, ইত্যাদি।

(৪) আকাশৰ ডাঙৰ জ্যোতির্ময় বস্তুৰ নাম, যেনে—সূর্য, মেৰ, বৃহস্পতি, ৰাহু, কেতু, ইত্যাদি। জোন শব্দ স্ত্রীলিঙ্গ, কিয়নো তাৰ মূল স. জ্যোৎস্না (§ ৯১ক)।

(৫) কিছুমান মনৰ বৃত্তি বা ভাবৰ নাম, যেনে—কাম (love or desire of sexual enjoyment), ক্রোধ (anger), স্নেহ (affection), ইত্যাদি। সাধাৰণতঃ ইসবক ক্লীবলিঙ্গ বুলি ধৰা হয়। এই জাতিৰ বহুত শব্দ বিশেষকৈ আকাৰন্ত শব্দ স্ত্রীলিঙ্গ, যেনে—বুদ্ধি (intelligence), ইচ্ছা (desire), তৃষ্ণা (thirst), ইত্যাদি।

(৬) ব্যৱসায়ী লোকৰ বা কর্মকর্তাৰ নাম, যেনে—যোদ্ধা (warrior), মালী (flerist), পাঠক (reader), নিশাচৰ (a night-watcher, a goblin), ঘাটুৱৈ (ferryman), ইত্যাদি।

দ্বিতীয়তঃ, তলত লিখা বিশেষত্বৰ শব্দ স্ত্রীলিঙ্গ হয়, অর্থাৎ—

(১) স্ত্রীজাতিৰ নাম, যেনে—মাখুন্দী (a female elephant), ছাগলী (she-goat), কাউৰী (femal crow), দাসী (maid servant), ইত্যাদি।

(২) তিথিৰ নাম, যেনে—পঞ্চমী (fifth day of the bright or dark fortnight), পূর্ণিমা (full-moon night), ইত্যাদি।

(৩) নদী, সৰু বিল আদিৰ নাম।

(ক) নদী,—গঙ্গা, যমুনা, কপিলী, ধনশিৰী, চম্পামতী, ভৰলী, ইত্যাদি। ডাঙৰ নদী পুংলিঙ্গ—যেনে, ব্রহ্মপুত্র, গদাধৰ, গঙ্গাধৰ, দুধকোঁৱৰ, ইত্যাদি।

তৃতীয়তঃ, তলত লিখা জাতিৰ শব্দ ক্লীবলিঙ্গ, অর্থাৎ—

(১) সাধাৰণ অচেতন পদার্থৰ নাম, যেনে—বাঁহ (bamboo), শিল (stone), ইত্যাদি।

(২) অৱস্থাৰ নাম বা ক্রিয়াবোধক শব্দ। যেনে, জীৱন (life), মৰণ (death), উৰণ (flight), ইত্যাদি।

(৩) কাৰো কাৰো মতে লিঙ্গভেদ কৰিব নোৱাৰা জীৱৰ নাম। যেনে, পকৰা ( an ant ), পতঙ্গ ( insect ). চাহী ( a mite ), জোক ( a leech ). শামুক ( snail ), মাছ ( fish ), ইত্যাদি। মতা ( male ) বা মাইকী ( female ) শব্দ যোগ কৰি ইসৱৰ লিঙ্গভেদ কৰা হয়। যেনে, মতা মকৰা ( male spider ), মাইকী মকৰা ( female spider ), ইত্যাদি। কেতিয়াবা, মাতা, 'মাতী' শব্দ যোগ কৰা হয়। এনে শব্দক উভয় লিঙ্গত থোৱা উচিত।

চতুৰ্থতঃ, কিছুমান শব্দ দ্বিলিঙ্গবাচক ( common gender ); যেনে, গৰু ( cattle ), পছু ( deer, animal ), ছাৱাল ( child ), চৰাই ( bird ), পোৱালী, পোৱালি (young of animals or birds), দামুৰি (calf), ইত্যাদি।

পঞ্চমতঃ, কিছুমান শব্দ নিত্য স্ত্ৰীলিঙ্গ-বাচক। তাৰ পুংলিঙ্গবাচক শব্দ নাই ; যেনে, আয়তী ( woman having husband ), পোহাৰী ( female stall-keeper or hawker ), পোৱাতী ( a woman after confinement ), গাভৰু ( a maiden ). খীৰতী বা দুৱনী ( milch cow or buffalo ), অপ্সৰা ( celestial damsel ), গাভিনী (pregnant woman or animal ) ইত্যাদি।

কোনো কোনোৱে ককাই. ভাই, আদি শব্দক নিত্যপুংলিঙ্গ আৰু ভনী, জীয়াৰী আদিক নিত্যস্ত্ৰীলিঙ্গ বুলি ধৰে। কাউৰী, মেকুৰী, বগলী আদি শব্দ বাস্তৱিকে স্ত্ৰীলিঙ্গ, কিন্তু বৰ্তমানত বহুত ঠাইত ইসৱক দ্বিলিঙ্গবাচক ( of common gender ) বুলি ধৰে।

২১৪। মূল ( Derivation ): (ক) ওপৰত দিয়া সমুদায় নিয়মৰ মূল দিয়া সম্ভৱপৰ নহয়। কিন্তু মোটামুটি এই কথা কব পাৰি যে জাতি, গুণ বা অৱস্থাবাচক সাধাৰণ সংস্কৃত শব্দৰ লিঙ্গ অনুসৰি অসমীয়া শব্দবো লিঙ্গ নিৰ্দিষ্ট হয়। যেনে. পৰ্বতৰ নাম পুংলিঙ্গ, কিয়নো সংস্কৃত পৰ্বত, গিৰি আদি পৰ্বতবাচক শব্দ পুংলিঙ্গ। সেইদৰে বাৰৰ নাম পুংলিঙ্গ, কিয়নো সংস্কৃত 'দিৱস', 'বাসৰ', 'দিন' ( day ) আদি শব্দ পুংলিঙ্গ। সংস্কৃত 'তিথি' ( lunar day ) শব্দ স্ত্ৰীলিঙ্গ। সেই দেখি অসমীয়া তিথিৰ নাম স্ত্ৰীলিঙ্গ। সংস্কৃত 'নদী' ( river ) শব্দ স্ত্ৰীলিঙ্গ ; সেই কাৰণে অসমীয়া নদীৰ নাম স্ত্ৰীলিঙ্গ। সাধাৰণতঃ অসমীয়াত পুৰুষৰ প্ৰকৃতি থকা শব্দক পুংলিঙ্গ আৰু স্ত্ৰীৰ প্ৰকৃতি থাকা শব্দক স্ত্ৰীলিঙ্গ অভিহিত কৰা হয়।

(খ) বড়ো ভাষাত অপ্ৰাণীবাচক আৰু জ্ঞানহীন জীৱবাচক শব্দ

ক্লীবলিঙ্গ। তেনে শব্দৰ পাচত বা আগত পুৰুষ বা স্ত্ৰীবাচক আন শব্দ যোগ কৰি তাৰ লিঙ্গ নিৰ্দেশ কৰা হয়। অসমীয়াতো তাৰ অনুকৰণে দেশজ আৰু বহুত তদ্ভৱ শব্দৰ লিঙ্গ নিৰ্ণয় কৰা হয় ( § ২২০ )।

২১৫। আকৃতিভেদে লিঙ্গভেদ ( **Gender according to terminations** ) :—

সংস্কৃতৰ দৰে আকৃতিভেদে অসমীয়া শব্দৰ লিঙ্গ ঠিক কৰা টান। অন্ত্য বৰ্ণৰ আকৃতিৰপৰা অনেক ঠাইত সংস্কৃত শব্দৰ লিঙ্গ ঠিক কৰিব পাৰি। অসমীয়াত কেৱল তৎসম শব্দৰ বিষয়েহে এই নিয়ম কিছু পৰিমাণে খাটে। তথাপি মোটামুটিভাৱে কব পাৰি যে অকাৰান্ত আৰু আকাৰান্ত প্ৰায় সকলো তদ্ভৱ শব্দ পুংলিঙ্গ। আমি ইয়াত ক্লীবলিঙ্গকো পুংলিঙ্গৰ ভিতৰত ধৰিছো, কিয়নো তাৰ আকৃতি পৃথক নহয়। ঈকাৰান্ত অসমীয়া শব্দৰ যদি অকাৰান্ত বা আকাৰান্ত পুংলিঙ্গ শব্দ থাকে তেন্তে সেই ঈকাৰান্ত শব্দ স্ত্ৰীলিঙ্গ। ইয়াত বাদে সাধাৰণ নিয়ম দিয়া সম্ভৱ নহয়, কিয়নো সংস্কৃতৰপৰা অসমীয়ালৈ শব্দ নামোতে শেষ স্বৰৰ নানা ৰকমৰ পৰিবৰ্তন ঘটে ( §§ ১১১—১৩৭ )। এই কথা পাহৰিব নালাগে যে প্ৰাকৃততে, বিশেষকৈ অপ্ৰভ্ৰংশত লিঙ্গ-বিপৰ্যয় ঘটিছিল*।

(ক) প্ৰাবৃট্, শৰদ্, তৰণি আদি সংস্কৃত স্ত্ৰীলিঙ্গ শব্দ প্ৰাকৃতত পুংলিঙ্গ হয়। প্ৰাবৃট rainy season, প্ৰা. পাউসো ; শৰদ্ autumn, প্ৰা. সৰও : তৰণি boat, raft, প্ৰা. তৰণী, অ, তৰণি ( হে. ১।৩১ )।

(খ) দামন্, শিৰস্ আৰু নভস্ ভিন্ন সকাৰান্ত আৰু নকাৰান্ত সংস্কৃত ক্লীবলিঙ্গ শব্দ প্ৰাকৃতত পুংলিঙ্গ হয় ( হেমচ. ১।৩২ )। সান্ত :—যেনে, যশস্ fame, glory, প্ৰা. জসো, অ. যশ ; স. তমস্ darkness, প্ৰা. তমো, অ. তম ; স. তেজস্ essential nature of anything, semen, প্ৰা. তেও, অ. তেজ ( blood ) ; স. পয়স্ milk, প্ৰা. পও, অ. পয়। নান্ত :—যেনে, স. জন্মন্ birth, প্ৰা. জম্মো, অ. জন্ম, জনম ; স. নৰ্মন্ amusement, amorous pastime or sport, প্ৰা. নম্মো, অ. নাম ( যেনে, হুচৰি-নাম ) ; স. মৰ্মন্ the tender part of the body, প্ৰা. মম্মো, অ. মৰম ( affection )। সংস্কৃত ‘ঃ’=প্ৰাকৃত ‘ও’—পুংলিঙ্গ।

---

* “লিঙ্গমতন্ত্ৰম্”। হেমচ. ৪।৪৪৫। অতন্ত্ৰম্=ব্যভিচাৰী।

(গ) অক্ষি অৰ্থবাচক আৰু বচনাদি সংস্কৃত ক্লীবলিঙ্গৰ শব্দ প্ৰাকৃতত পুল্লিঙ্গ স্বৰূপেও প্ৰয়োগ হয় ( হেমচ. ১।৩৩ )। যেনে, স. অক্ষীণি eyes প্ৰা. অচ্ছী, অকৃখী, অচ্ছীইম্, অ. আঁখি; স. চক্ষূংষি eyes, প্ৰা. চক্খু, চক্খুইম্, অ. চকু, চখু। বচনাদি :—যেনে, স. ৱচনানি speeches, প্ৰা. ৱয়ণা, ৱয়ণাইম্ ( হে. ১।১৭৭ ), অ. বয়ন ( যেনে, সেই বয়নে কৈছে—stated in that manner; cf. § ১৪৪ ); স. কুলং race, family, প্ৰা. কুলো, কুলম্, অ. কুল ( caste )। সংস্কৃত 'ম্'=প্ৰা. 'ম্' আৰু স. আনি=প্ৰা. আইম্,—ক্লীবলিঙ্গ।

(ঘ) গুণাদি সংস্কৃত পুল্লিঙ্গ শব্দ প্ৰাকৃতত ক্লীবলিঙ্গতো প্ৰয়োগ হয় ( হেমচ. ১।৩৪ )। যেনে, স. গুণাঃ qualities, প্ৰা. গুণাইম্, গুণা, অ. গুণসৱ; স. দেৱাঃ gods, প্ৰা. দেৱাইম্, দেৱা, অ. দেৱজাক; স. খড়্গঃ a sword, প্ৰা. খগ্‌গম্, খগ্‌গো, অ. খড়্গ; মণ্ডলাগ্ৰঃ a round or pointed sword, প্ৰা. মম্‌ডলগ্‌গম্; মম্‌ডলগ্‌গো।

(ঙ) সংস্কৃত ইমনান্ত, আৰু অঞ্জলি আদি পুল্লিঙ্গ আৰু ক্লীবলিঙ্গ শব্দ প্ৰাকৃতত স্ত্ৰীলিঙ্গ ৰূপেও প্ৰয়োগ হয় ( হেমচ. ১।৩৫ )। যেনে, স. এষ গৰিমা this greatness, প্ৰা. এসা গৰিমা, এস গৰিমা, অ. এই গৰিমা। সেইদৰে প্ৰাকৃত—এসা মহিমা. এস মহিমা this glory; স. ধূৰ্ত্তিমা cunningness প্ৰা. ( এসা ) ধুত্তিমা, ( এস- ) ধুত্তিমা, অ ধূৰ্ত্তামি; স. অঞ্জলিঃ hollow of the folded hands, প্ৰা. ( এসা ) অম্‌জলী, ( এস ) অম্‌জলী; স. পৃষ্ঠং the back, প্ৰা. পিট্‌ঠি, পিট্‌ঠম্, অ. পিঠি; স. চৌৰ্যং theft, প্ৰা. চোৰিআ, চোৰিঅম্, অ. চুৰি; স. ৰশ্মিঃ rope, cord প্ৰা. ৰস্মী, অ. ৰছি; স. গ্ৰন্থিঃ a knot প্ৰা. গম্‌ঠী, অ. গাঁঠি; ইত্যাদি। এনে শব্দ অসমীয়াত ক্লীবলিঙ্গ। এতেকে আকৃতিৰ পৰা অসমীয়া শব্দৰ লিঙ্গ ঠিক কৰা অসম্ভৱ।

২১৬। ইচ্‌লামিক শব্দৰ ভিতৰত কেৱল চেতন প্ৰাণী বুজুৱা শব্দৰ হে অসমীয়াত পুল্লিঙ্গ বা স্ত্ৰীলিঙ্গ ভেদ হয়। তদ্ভিন্ন আন সমুদায় আৰ্বী আৰু ফাৰ্চী শব্দক ক্লীবলিঙ্গত ধৰা হয়। কিন্তু সেই সেই শব্দৰ ৰূপ পুল্লিঙ্গৰ দৰে। অসমীয়া স্ত্ৰীপ্ৰত্যয়ে অসমীয়াত সোমোৱা ইচ্‌লামিক শব্দৰো স্ত্ৰীপ্ৰত্যয় হয়। যেনে,

| পুংলিঙ্গ | স্ত্ৰীলিঙ্গ। |
|---|---|
| গোলাম ( servant ) | বান্দী ( maid servant ) |
| চাহেব ( master ) | বিবী ( married lady ) |
| মেথৰ ( sweeper ) | মেথৰনী ( female sweeper ) |
| চহিচ ( syce ) | চহিচনী ( female syce ) |
| জমিদাৰ ( landlord ) | জমিদাৰনী ( landlady, wife of landlord ) |
| আমিন ( surveyor ) | আমিননী ( wife of a surveyor ) |
| নাজিৰ ( cashier ) | নাজিৰনী ( wife of a cashier ) |

(ক) ইচ্লামিক পুলিঙ্গ শব্দ অসমীয়াত কেতিয়াবা স্ত্ৰীলিঙ্গৰ নিচিনা প্ৰয়োগ হয়। যেনে, দাবা channel; দবিয়া river ( ইচ্লা. দৰয়া ); খানা a room ( ইচ্লা. খান ); ইত্যাদি।

(খ) কোনো কোনো ইচ্লামিক স্ত্ৰীলিঙ্গ শব্দ অসমীয়াত ক্লীবলিঙ্গ হয়। যেনে, খতা fault ( cf. খতা দি impute fault ); তৰহ manner; দাবাই medicine ( ইচ্লা. দাবা ); ৰুহ spirit; হুকুম Government order ( ইচ্লা. হুকুমত ); নালিছ complaint; ইত্যাদি।

(গ) দুনিয়া ( world ), দবিয়া ( river ) আদি ইচ্লামিক শব্দ স্ত্ৰীলিঙ্গ।

(ঘ) জামিন ( surety ), মজুৰ ( labour ), মালিক ( owner ), দোচ ( ইচ্লা. দোস্ত = friend ) আদি ইচলামিক শব্দ পুলিঙ্গ।

## (ক) সংস্কৃত স্ত্ৰীপ্ৰত্যয় ( Sanskrit feminine affixes )।

২১৭। (১) সংস্কৃত স্ত্ৰীলিঙ্গত অকাৰান্ত শব্দৰ পাচত 'আপ্' হয়; 'প্' ইৎ গৈ 'আ' থাকে। যেনে, মনোৰম lovely, fascinating স্ত্ৰী. মনোৰমা; শিব the third god স্ত্ৰী. শিবা। আপ্প্ৰত্যয় যোগত অক্ভাগান্ত শব্দ ইকা-ভাগান্ত হয়। যেনে, গায়ক singer স্ত্ৰী. গায়িকা; পাঠক reader স্ত্ৰী. পাঠিকা; বালক boy স্ত্ৰী. বালিকা; নায়ক leader স্ত্ৰী. নায়িকা; লেখক writer স্ত্ৰী. লেখিকা।

(২) (ক) জাতিবাচক অকাৰান্ত শব্দৰ পাচত স্ত্ৰীলিঙ্গত 'ঈপ্' হয়; 'প্' ইৎ গৈ 'ঈ' থাকে। যেনে, সিংহ lion, স্ত্ৰী. সিংহী; বিড়াল cat, স্ত্ৰী. বিড়ালী; ব্ৰাহ্মণ, স্ত্ৰী, ব্ৰাহ্মণী। সেইদৰে নান্ত আৰু নদাদি শব্দৰ পাচতো

স্ত্ৰীলিঙ্গে 'ঈপ্' হয়। যেনে, হস্তিন্ elephant স্ত্ৰী. হস্তিনী; ৰাজন্ king, স্ত্ৰী. ৰাজ্ঞী; নদ river, স্ত্ৰী. নদী; নট actor স্ত্ৰী. নটী; গৌৰ white-coloured, স্ত্ৰী. গৌৰী; তৰুণ young স্ত্ৰী. তৰুণী; কদল plantain, স্ত্ৰী. কদলী।

(খ) যাতৃ (a husband's brother's wife), স্বসৃ (sister), মাতৃ (mother), ননান্দৃ (husband's sister), দুহিতৃ (daughter) আৰু চতস্ৰ্ ভিন্ন ঋকাৰান্ত শব্দ স্ত্ৰীলিঙ্গত ঈবন্ত হয়। যেনে, ধাতৃ maker, bearer, স্ত্ৰী. ধাত্ৰী (a nurse); হন্তৃ a slayer, killer, স্ত্ৰী, হন্ত্ৰী; কৰ্তৃ doer, স্ত্ৰী, কৰ্ত্ৰী।

(গ) গুণবাচক উকাৰান্ত শব্দ স্ত্ৰীলিঙ্গত ঈবন্ত হয়। যেনে, তনু thin, lean, স. তন্বী; লঘু light, লঘ্বী।

(৩) স্বাঙ্গবাচক শব্দ শেষত থাকিলে স্ত্ৰীলিঙ্গত যৌগিক বিশেষণ শব্দ বিকল্পে ঈবন্ত হয়। যেনে, চাৰু-মুখা a woman with lovely face; বিম্বোষ্ঠী, বিম্বোষ্ঠা a woman with lips as ruddy or cherry as the Bimba fruit.।

(৪) ইন্দ্ৰ, ৰুদ্ৰ, শক্ৰ, ভব (Siva), সৰ্ব (Siva), বৰুণ আৰু মৃড় (Siva) শব্দৰ পাচত 'আনী প্ৰত্যয় হয়। যেনে, ইন্দ্ৰাণী, ৰুদ্ৰাণী।

(৫) আচাৰ্য, আৰু সূৰ্য্যৰ স্ত্ৰীলিঙ্গত 'আনী' বা 'আপ্' হয়। যেনে, আচাৰ্যানী, আচাৰ্যা spiritual preceptress; সূৰ্যাণী, সূৰ্যা sun's wife.

(৬) মাতুল (maternal uncle), উপাধ্যায় (teacher or preceptor), ক্ষত্ৰিয় (a caste) আৰু আৰ্য (Aryan, noble) শব্দৰ পিচত স্ত্ৰীলিঙ্গ 'আনী', 'ঈপ্' আৰু 'আপ্' প্ৰত্যয় হয়। যেনে, মাতুলানী মাতুলী, মাতুলা maternal aunt; উপাধ্যায়ানী, উপাধ্যায়ী, উপাধ্যায়া preceptress.।

সম্পূৰ্ণ সংস্কৃত স্ত্ৰীপ্ৰত্যয় ইয়াত দিয়া অনাৱশ্যক।

**(খ) অসমীয়া স্ত্ৰীপ্ৰত্যয় (Assamese feminine affixes)।**

২১৮। তৎসম আৰু বহুত অৰ্ধ-তৎসম অসমীয়া শব্দত সংস্কৃত স্ত্ৰীপ্ৰত্যয় যোগ হয়। তদ্ভৱ আৰু দেশজ শব্দত নিম্নলিখিত স্ত্ৰীপ্ৰত্যয় যোগ হয়।

(১) জাতিবাচক তদ্ভৱ অকাৰান্ত শব্দৰ পাচত স্ত্ৰীলিঙ্গত কেতিয়াবা 'ঈ' প্ৰত্যয় যোগ হয়। যেনে—কাউৰ (crow), স্ত্ৰী. কাউৰী; ছাগল

( goat ) - ছাগলী ; মেকুৰ ( cat )—মেকুৰী ; কোঁৱৰ ( prince )—কুঁৱৰী ; ভালুক ( bear )—ভালুকী ; বান্দৰ ( monkey )—বান্দৰী ; ইত্যাদি।

(২) সচৰাচৰ আকাৰান্ত তদ্ভৱ শব্দৰ পাচত স্ত্রীলিঙ্গত 'ঈ' প্রত্যয় হয়। যেনে, খুড়া ( uncle )—খুড়ী ; জেঠা ( father's elder brotheo )—জেঠী ; পেহা—স্ত্রী. পেহী ( father's sister ) ; বগুলা ( the Indian crane )—বগলী, বগুলী ; ফেঁচা ( person having flat nose )—ফেঁচী ; মোমাই, মামা ( maternal uncle )—মাই, মামী ; আপা ( lit, father ; boy )—আপি, আপী ( lit, mother ; girl ) ; কজলা, কাজলা ( purple )—কাজলী ( said of cow ) ; উজল-দঁতা, উছলা-দাতা ( a person having prominent fore-teeth ) – উজল-দাঁতী, উছলা-দাতী ; বগা ( white )—বগী ; বেটা ( son )—বেটী ; বুঢ়া ( old man or animal )—বুঢ়ী ; মাতা ( male )—মাতী ( female ) ; কিন্তু মতা ( male )—মাইকী ( female ) ; লিগিৰা ( attendent )—লিগিৰী ; বেঙা ( one unable to articulate clearly ) —বেঙী ; ইত্যাদি।

(৩) কিছুমান বিশেষ জন্তু বুজুৱা শব্দৰ পাচত স্ত্রীলিঙ্গ 'ঈ' আৰু কদাচিত অনী যোগ হয়। যেনে, মখনা, মাখনা ( male elephant without tusks )—মাখুন্দী ; পেৰা, পাৰা ( he buffalo )—পেৰী, পাৰী ; পঠা, পাঠা ( male deer, goat, etc. ) —পাঠী ; টঙনা ( colt )—টাঙনী ( filly ) ; ঢেকুৰা ( dog )—ঢেকুৰী, ঢেকুৰনী ( bitch ) ; মলুৱা ( male monkey ) —মলুৱানী ; ভুৰা ( wild pig )—ভুৰী ( wild hog ), বোন্দা ( male cat )—বুন্দী ; ইত্যাদি।

(৪) ৱন্ত বা ৱান আৰু মন্ত বা মান প্রত্যয়ান্ত শব্দৰ স্ত্রীলিঙ্গত যথাক্রমে 'ৱতী' বা 'ন্তী' আৰু 'মতী' প্রত্যয় হয়। যেনে, গুণৱান বা গুণৱন্ত ( meritorious )—গুণৱতী ; শ্রীমান বা শ্রীমন্ত ( prosperous ; healthy )—শ্রীমতী ; ৰূপৱন্ত, ৰূপৱান ( handsome, beautiful )—ৰূপৱতী, ৰূপন্তী ; ফুলৱন্ত ( skilled in ornamental work )—ফুলৱতী, ফুলন্তী, ফুলতী ; বুদ্ধিমন্ত, বুদ্ধিমান ( intelligent )—বুদ্ধিমতী ; ইত্যাদি।

( ৫ ) পুংলিঙ্গ তদ্ভৱ শব্দৰ অন্তঃস্থিত ( অস্পষ্ট ) অ, আ, ই, ঈ, আৰু উ, ঊ-ৰ ঠাইত যথাসম্ভৱ অনী, আনী, ইনী আৰু উনী প্রত্যয় হয় আৰু এ, ঐ, ও, ঔ-ৰ পিচত অনী প্রত্যয় হয়। 'অনী'-ৰ অ-ৰ ঠাইত ই, ঈ, এ,

ঐ-ৰ পিচত য় আৰু উ, ঊ, ও, ঔ-ৰ পিচত ৱ হয় ( সন্ধিৰ নিয়ম দেখা ; §§৬৪—৭৯ )। যেনে, চড়াল—চড়ালনী ; কায়স্থ—কায়স্থনী ; হিৰা—হিৰানী ; কলিতা—কলিতানী ; মালী ( florist )—মালিনী ; মিৰি—মিৰিয়নী ; বন্ধু ( friend )—বন্ধুৱনী ; সাধু ( sage )—সাধুৱনী ; পাড়ে ( a sect of Brahmins )—পাড়েয়নী ; বাঢ়ৈ ( carpenter )—বাঢ়ৈয়নী ; ভাটৌ, ভাটো ( parrot )—ভাটৌৱনী, ভাটোৱনী ; ইত্যাদি। ক'ৰবাত ক'ৰবাত অনী আৰু ইনী প্ৰত্যয় কেতিয়াবা 'এনী' হয়। যেনে, কায়স্থেনী, হিৰেনী ; ইত্যাদি।

( ৬ ) কিছুমান ( স্পষ্ট বা অস্পষ্ট ) অকাৰান্ত পুল্লিঙ্গ শব্দৰ পাচত স্ত্ৰীলিঙ্গে 'অনী' বা 'ইনী' আৰু 'ঈ' হয়। যেনে, শিয়াল ( jackal )—শিয়ালনী, বা শিয়ালী ; বামুণ ( Brahmin )—বামুণনী বা বামুণী ; গোপ ( milkman )—গোপিনী বা গোপী ; সিংহ ( lion )—সিংহিনী বা সিংহী ; ৰাক্ষস ( cannibal )—ৰাক্ষসিনী বা ৰাক্ষসী ; পিশাচ ( a fiend, devil ) —পিশাচিনী বা পিশাচী ; ইত্যাদি।

( ৭ ) কেতিয়াবা অকাৰান্ত বা আকাৰান্ত শব্দৰ অন্ত্যস্বৰৰ ঠাইত স্ত্ৰীলিঙ্গত 'ইনী' প্ৰত্যয় হয়। যেনে, বাঘ ( tiger)—বাঘিনী ; যখ ( mister ) —যখিনী ; অপ'চা ( unskilled in work ; lit. a bad cook or bad worker,—a term of abuse. §১২২ দেখা )—অপ'চিনী ; নাগ ( fabulous serpent demon said to inhabit the Patala )—নাগিনী ; ইত্যাদি।

( ৮ ) ধোবা আদি কিছুমান পুংলিঙ্গ শব্দৰ শেষত 'অনী' বা 'নী' প্ৰত্যয় হয় আৰু বিকল্পে উপধা ওকাৰ আৰু অন্ত্য অকাৰ আৰু আকাৰ উকাৰ হয়। যেনে, কোঁচ ( a caste ) কোঁচনী বা কুঁচুনী ; ডোম ( a caste ) —ডোমনী বা ডুমুনী ; সূত ( a caste )—সূতনী বা সুতুনী ; চোৰ ( a thief )—চোৰণী বা চুৰুণী ; ধোবা ( a washerman ) - ধোবানী বা ধুবুনী ; ভূত ( a ghost )—ভূতনী বা ভূতুনী ; ইত্যাদি।

( ৯ ) কিছুমান তদ্ভৱ শব্দে স্ত্ৰীলিঙ্গত 'নী', 'ৰী', 'তী' আদি নানা প্ৰত্যয় গ্ৰহণ কৰে ( তদ্ধিত দেখা, §§৪২৯-৪৯৫ )। যেনে, কলা ( deaf )
16 —কালৰী ; খোড়া ( lame )—খোড়তী ; ডেকা ( youth )—ডেকেৰী ; বেঙা ( idiot ; unable to articulate clearly )—বেঙী, বেঙুৰী ; শহুৰ ( father-in-law )—শাহু ; গৃহস্থ, গিৰস্ত ( householder )—গিৰ্থেনী, গিৰাস্তেনী ;

কিন্তু গিৰীহঁত ( householder, master of the house )—গিৰীহঁতনী ; ৰবগিৰী ( wife's elder brother )—ৰবগিৰেনী ; ইত্যাদি।

( ১০ ) কিছুমান জন্তুৰ পুংলিঙ্গ শব্দৰ অনুৰূপ স্ত্রীলিঙ্গ শব্দ নাই। সেই শব্দৰ পৰিবর্তে স্ত্রীলিঙ্গত আন শব্দ ব্যৱহৃত হয়। যেনে, কোৱা, কাৱা ( a crow )—কাউৰী ( §২১৮।১ ) ; দমৰা, দামৰা (a bull-calf)—চেঁউৰী, কাল্লা ; দাঁতাল ( a tusker )—মাখুন্দী ( §২১৮।৩ ) ; শৰ ( antelope )—ভেলেজী, ধুলী ; বৰ বা দৰা ( bridegroom )—কন্যা ; ককাই ( elder brother )—বৌ ; মুনিহ ( man )—তিৰুতা, তিৰী ; পো ( son )—বোৱাৰী ; পৈ ( husband )—ঘৈণী ; বোপাই ( father )—আই ; ভিনীহি ( elder sister's husband )—বাই ; দেবৰ ( husband's younger brother )—জা ; লৰা ( boy ) – ছোৱালী ; বন্দী ( attendant )—বেটী ; ভাবৈ ( father's friend ) —আমৈ ; বলদ বা বাজন্ ( bullock, ox )—গাই ; গোহাই বা গগৈ ( Ahom nobleman )—আইচু, গাভৰু ; জোঁৱাই ( son-in-law ) - জী ; ইত্যাদি।

২১৯। সাধাৰণ লিঙ্গাত্মক শব্দৰ শেষত 'মতা' ( বা মাতা ), 'টো', 'টি' বা 'জন' শব্দ যোগ কৰি পুংলিঙ্গ আৰু 'মাইকী' ( বা মাতী ), 'টী' বা 'জনী' শব্দ যোগ কৰি স্ত্রীলিঙ্গ শব্দ নির্দেশ কৰা হয়। যেনে, কুকুৰটো ( the dog ) ; মানুহজন (the man) ; গৰুজনী (the cow) ; মানুহজনী (the woman) ; মাতী হাঁহ ( duck ) ; মতা হাঁহ ( drake ) ; ইত্যাদি। না-মনিব ফালে 'আপা', 'আপি' শব্দ আগত বহুৱাইও লিঙ্গ নির্দেশ কৰে। যেনে, আপা ছাৱা বা ছলি ( male child )—আপি ছাৱা বা ছলি ( female child )*।

২২০। মূল ( Derivation ) :

(ক) সংস্কৃত আদি ইণ্ডো-এৰিয়ান ( Indo-Aryan ) ভাষাত জ্ঞানবান আৰু চেতন প্রাণীক হে যে সিবিলাকৰ লিঙ্গ অনুসৰি পুংলিঙ্গ বা স্ত্রীলিঙ্গত অভিহিত কৰা হয় এনে নহয়, কিন্তু অচেতন বস্তু আৰু গুণবাচক সংজ্ঞা বা মনৰ ভাৱকো পুংলিঙ্গ বা স্ত্রীলিঙ্গৰ লক্ষণ থকা বুলি ধৰি সিবিলাকক পুংলিঙ্গ বা স্ত্রীলিঙ্গ-বাচক বোলা হয়। সেইদেখি লিঙ্গ চিনিব নোৱাৰাৰ কাৰণে ক্লীবলিঙ্গত

---

* Cf. The name আপিছলি (আপিশলি)—the famous Sanskrit Grammarian who flourished just before পাণিনি।

গণ্য কৰিবলগীয়া বহুত সংজ্ঞা শব্দক স্ত্ৰী বা পুৰুষৰ প্ৰকৃতিবিশিষ্ট বুলি কল্পনা কৰি পুংলিঙ্গ বা স্ত্ৰীলিঙ্গবাচক বোলা যায়। ইণ্ডো-এৰিয়ান ভাষাৰপৰা ওলোৱা আন প্ৰাকৃতিক ভাষাৰ দৰে অসমীয়াতো এই নিয়ম কিছু পৰিমাণে ৰক্ষিত হৈছে। যেনে, অ. ঊষা ( dawn, স্ত্ৰী ); জোনবাই ( moon ; from স. জ্যোৎস্না, প্ৰা. জোণ্‌হা, স্ত্ৰী. )। বড়ো আৰু দ্ৰাবিড়ী ভাষাত কেৱল সকলো জ্ঞানহীন আৰু অপ্ৰাণী-বাচক শব্দকহে যে ক্লীবলিঙ্গ বুলি ধৰা হয় এনে নহয়, সকলো প্ৰাণীবাচক শব্দকে, ইমান কি লিঙ্গাত্মক মানুহ-জাতি বুজুৱা শব্দকো ক্লীবলিঙ্গ-বাচক বোলা হয়। বড়ো আৰু দ্ৰাবিড়ী ভাষাত জ্ঞানী-অজ্ঞানী, চেতন-অচেতন, জ্ঞানবান-জ্ঞানহীন বস্তু বুজুৱা সকলো শব্দকে একে শাৰীতে থোৱা হয় আৰু অপ্ৰাণীবাচক লিঙ্গহীন বোলা হয়। সেইসব ভাষাত আন কিছুমান পুৰুষ আৰু স্ত্ৰীবাচক শব্দ যোগ কৰি তেনে সাধাৰণ লিঙ্গাত্মক শব্দৰ লিঙ্গ নিৰ্দেশ কৰা হয়। দ্ৰাবিড়ী ভাষাত তেনে পুৰুষ বা স্ত্ৰীবাচক শব্দ সাধাৰণ লিঙ্গাত্মক শব্দৰ আগত যোগ কৰা হয়, কছাৰী ভাষাত পাচত বহুৱা হয়, গাৰো ভাষাত আগত বা পাচত আৰু চুটিয়া ভাষাত আগত বহুৱা হয়। যেনে, কছাৰী—বুৰ্‌মা ( goat ); বুৰ্‌মা ফাঠা ( he-goat ), বুৰ্‌মা ফাঠী ( she-goat ): ওমা ( pig, hog ), ওমা বুন্দা ( boar ), ওমা বুন্দী ( sow )। গাৰো—মাচ্ছু ( cattle ); মাচ্ছু বিফা ( bull or bullock ), মাচ্ছু বিমা ( cow ); বিচা ( child ); মিঅা বিচা ( boy ), মিছিক বিচা ( girl ); চুটিয়া—মেচা ( tiger ); মুকাগু মেচা ( tiger—male ), মিচিগু মেচা ( tigress ); ইত্যাদি। অসমীয়াত কছাৰী আৰু গাৰো ভাষাৰ নিয়মে "ঘোড়াটো' ( the horse ), 'ঘোড়াজনী' ( the mare ) আদি পদত লিঙ্গবাচক 'টো', 'জনী' আদি শব্দ প্ৰাতিপদিকৰ পাচত যোগ কৰা হয়। কিন্তু সচৰাচৰ গাৰো চুটিয়াৰ নিয়মে পঠা-পাঠী, বোন্দা-বুন্দী, পেৰা-পেৰী আদি লিঙ্গ-বাচক শব্দ প্ৰতিপদিকৰ আগত বহুৱা হয়। যেনে, পাঠী ছাগল বা ছাগলী ( she goat ), পেৰা মৈহ ( he-buffalo ), ভুৰা বৰা ( wild boar ), ইত্যাদি। বড়ো ভাষাত ভিন ভিন শব্দৰ বিশেষণ স্বৰূপে ভিন ভিন লিঙ্গাত্মক শব্দ যোগ হয়। অসমীয়াতো তেনে। দ্ৰাবিড়ীত এনে নিয়ম থাকিলেও কোনো লিঙ্গাত্মক দ্ৰাবিড়ী শব্দ অসমীয়ালৈ অহা নাই। কিন্তু বড়ো ভাষাৰ তেনে শব্দ ( যেনে, বোন্দা, বুন্দী, মাথুন্দী, পাঠী, ইত্যাদি ) আমাৰ ভাষালৈ আহিছে। সেই-

১৬

দেখি এইদৰে লিঙ্গাত্মক শব্দ যোগ কৰাৰ নিয়ম বড়ো ভাষাৰ পৰাহে আমাৰ ভাষাত সোমাইছে বুলি ধৰিব পাৰি।

(খ) কেইটিমান লিঙ্গাত্মক শব্দ ভিন ভিন ভাষাৰপৰা লোৱা হৈছে। যেনে, বোপাই ( father ) from স. বপ্রঃ, কিন্তু আই ( mother ) from কছাৰী—আই, ভুটিয়া—আই, চুটিয়া—য়োয়ো আৰু তামিল—আয়ি ( mother ); মতা ( male ) from ইচ্লা. মৰ্দ ( male ) কিন্তু মাইকী ( female ) from চুটিয়া মিচিগু, গাৰো মিছিক ( female ), নহলে স. মাতৃকা ( mother ), বঙ্গালী 'মাগ্‌গী'ৰ অনুৰূপ। দঁতাল ( tusker ) from স. দন্ত ( tooth ), কিন্তু মাখুন্দী ( female elephant ) from কছাৰী—মাখুন্দী ( female elephant ); আপা ( male child, boy ) from কছাৰী —আফা, গাৰো—আফা, ভুটিয়া—আপ্পা আৰু তামিল—আপ্পান ( father ), কিন্তু আপি ( female, girl ) from বৈদিক—আপিঃ ( ঋক্ ১।২৬।৩, ১।৩১।১৬ ) *; ডেকা ( young man ) from চুটিয়া—ডেকাগু., কিন্তু ডেকেৰী ( young girl, virgin ) from স. ডিক্কৰী ( young girl। ককাই-বৌ, ভিনীহি-বাই আদিৰ কথাও তেনে।

'টো'-ৰ মূল স. স্তোকং ( a little ), প্রা. থোঅং ( হেমচ. ২।৪৫ ); হিন্দী থু, অস.—টো; টি তাৰ বিকৃতি। বা বৈদিক ত্য ( বা ত্যম্, ত্যে plural )=the ( ঋক্ ১।৫০।১,২ ; ১।৫১।১ ; ১।৫২।১ )। জন ( man ) from স. জন, বৈ. জন ( man ; ঋক্ ৮।৬।৪৬, ৪৮ ); জনী ( female, woman ) from স. জনি, জনী, বৈ. জনি, জনী ( wife, woman ; ঋক্ ৪।৫২।১ ; ৫।৬১।৩ ; ১০।১০।৩ )।

২২১। **স্ত্রীপ্রত্যয়ৰ মূল ( Derivation of feminine affixes )।**

অসমীয়া স্ত্রীপ্রত্যয়ৰ আলোচনা তদ্ধিতৰ লগত পোৱা যাব ( §§ ৪২৯-৪৯৫ )। সম্প্রতি ইয়াত সাধাৰণ প্রত্যয়ৰ মূল দিলো।

---

* "আ হি ষ্মা সূনবে পিতাপির্যজত্যাপয়ে। সখা সখ্যে বৰেণ্যঃ"। ঋক্ ১।২৬।৩

"For ( হি ), the father ( পিতা ) certainly ( ষ্ম ) sacrifices ( আয়জতি ) for the son ( সূনবে ), a woman ( আপিঃ ) for relation and the best ( বৰেণ্যঃ ) friend ( সখা ) for his friend ( সখ্যে )।"

"আপিঃ পিতা প্রমতিঃ সোম্যানাং ভৃমিৰস্যৃষিকৃৎ মর্ত্যানাম্।" ঋক্ ১।৩১।১৬

—Thou art mother ( আপিঃ ), father ( পিতা ) the great intellect of the good-hearted, the mover and sage and maker of mortal.

(১) 'ঈ'-প্ৰত্যয় : অসমীয়া 'ঈ' প্ৰত্যয় সম্ভৱতঃ সংস্কৃত 'ঈপ্' প্ৰত্যয়ৰ ৰূপান্তৰ নহয়। ইয়াৰ মূল সংস্কৃত তদ্ধিত প্ৰত্যয় 'ইকা'। 'ইকা' প্ৰাকৃতত 'ইআ' আৰু অসমীয়াত সন্ধি হৈ 'ঈ' হয় ( §§ ৭৫, ১১৭ )। যেনে, মাহী ( aunt ), ঘুড়ী ( filly ), ইত্যাদি।

(২) 'অনী' প্ৰত্যয় : অসমীয়া অনী প্ৰত্যয় সংস্কৃত আনী প্ৰত্যয়ৰ ৰূপান্তৰ মাত্ৰ ( § ২১৭।৩ )। যেনে, বৰুণ—বৰুণনী।

(৩) অসমীয়া ইনী, নী প্ৰত্যয় সংস্কৃত তদ্ধিত প্ৰত্যয় 'ইনী', 'ইনি' বা স্বাৰ্থিক প্ৰত্যয় 'ক'ৰ যোগত লব্ধ 'ইনিকা'ৰ ৰূপান্তৰ। প্ৰাকৃতত এই দুই প্ৰত্যয় যথাক্ৰমে ইণী আৰু ইণিআ আৰু অসমীয়াত তাৰপৰা 'ইনী' হৈছে। যেনে,

| সংস্কৃত | প্ৰাকৃত | অসমীয়া |
|---|---|---|
| হস্তিন্ ( পুং ) Elephant. | হত্থী | হাতী |
| হস্তিনী ( স্ত্ৰী ) | হত্থিণী | হাতিনী |
| হস্তিকঃ—হস্তিন্ + ক ( পুং ) | হত্থিও | হাতী |
| হস্তিনিকা ( ? )=হস্তিনী+কা ( স্ত্ৰী. ) | হত্থিণিআ | হাতিনী |
| তৈলিন্ ( পুং ) Oilman. | তেল্লী | তেলী |
| তৈলিনী ( স্ত্ৰী ) | তেল্লিণী | তেলিনী |
| তৈলিকঃ—তৈলিন্ + ক ( পুং ) | তেল্লিও | তেলী |
| তৈলিনিকা — তৈলিনী + কা ( স্ত্ৰী ) | তেল্লিণিআ | তেলিনী |
| চক্ৰধাৰিকঃ ( পুং ) Nobleman. | চক্কধাৰিও | চৌধাৰী |
| চক্ৰধাৰিণিকা } ( স্ত্ৰী ) | চক্কধাৰিণিআ | চৌধাৰিণী |
| চক্ৰধাৰিণী } | | ইত্যাদি। |

(৪) অসমীয়া মন্ত আৰু ৱন্ত প্ৰত্যয়ৰ মূল সংস্কৃত তদ্ধিত প্ৰত্যয় মৎ আৰু ৱৎ আৰু বৈদিক প্ৰত্যয় মন্ত্ আৰু ৱন্ত্ ( cf. বৈদিক—গোমন্ত=rich in cows ; অশনিমন্ত=possessing the thunderbolt ; চক্ষুষ্মন্ত=possessed of eyes ; অশ্বৱন্ত=owning horses ; সখিৱন্ত=having friends ; পয়স্বন্ত=containing water ; ৰোমশ্বন্ত=hairy, ইত্যাদি। প্ৰাকৃতত ইহঁত যথাক্ৰমে মংত আৰু ৱংত ( বা মংতে আৰু ৱংতে ) আৰু অসমীয়াত মন্ত আৰু ৱন্ত হৈছে। প্ৰাকৃতৰ স্ত্ৰীলিঙ্গত উভয়ে মংতী আৰু ৱংতী বা স্বাৰ্থিক-

প্ৰত্যয় 'ক' ( =অ )ৰ যোগত মংতিআ আৰু ৰংতিআ হয়। শেষোক্ত প্ৰত্যয় দুটা অসমীয়াত সন্ধিৰ নিয়মে ( §§৭৫,১১৭ ) মতী আৰু ৱতী হয়। অৱশ্যে মতী আৰু ৱতী প্ৰত্যয় সংস্কৃতৰ পৰা পোনে পোনে আহিছে বুলিও ধৰিব পাৰি। কিন্তু তেতিয়া মন্ত আৰু ৱন্ত প্ৰত্যয় পোৱা নাযায়। সংস্কৃত বহুবচনত হে মন্ত আৰু ৱন্ত প্ৰত্যয় হয়। কিন্তু বৈদিকত একবচনতে এই দুই প্ৰত্যয় হয় যেনে, ক্ষুমন্তঃ capable; অশ্বৱন্ত : =owining horses, ইত্যাদি ( see Macd. Vedic Gramm. § 182,2, আৰু তদ্ধিত § ৪৫৪ )।

# সপ্তম আধ্যা।

## সংজ্ঞাশব্দ ( Noun )।

### বচন ( Number )

২২২। **বচন (Number) :** অসমীয়া ভাষাত দুটা বচন আছে,—একবচন ( singular number ) আৰু বহুবচন ( plural number )। এটা বস্তু বুজালে একবচন আৰু তাতকৈ বেছি বস্তু বুজালে বহুবচন হয়। যেনে, মানুহ man ( একবচন ), মানুহবিলাক men ( বহুবচন )।

২২৩। **মূল ( Derivation ) :** সংস্কৃতত তিনিটা বচন,—একবচন, দ্বি-বচন আৰু বহুবচন। সংজ্ঞাশব্দে এটা বস্তু বুজালে একবচন, দুটা বস্তু বুজালে দ্বিবচন আৰু তাতকৈ বেচি বস্তু বুজালে বহুবচন হয়। বৈদিকত দ্বিবচন বিকল্পে হয় অর্থাৎ য'ত সংস্কৃতত দ্বিবচন হয় তেনে ঠাইত বৈদিকত দ্বিবচন বা বহুবচন হয়। যেনে, বৈ. উভা যন্তৰা=স. উভৌ যন্তৰৌ ( both governors or drivers ); উভা দেৱা both aspects of God ( cf. 'উভা দেৱা দিৱিস্পৃশেন্দ্ৰৱায়ূ হৱামহে =we invoke Indra-Vayoo, the twofold arpects of God, residing in heaven, ঋক্. ১।২৩।২ )। প্ৰাকৃতত দ্বিবচন তেনেই লোপ পালে *। যেনে, প্ৰা. 'দোহি ৰাহুহি ৰেঢ়ন্তি দম্পঈ হ্ৰা পৰোপ্‌ফৰং=স. দাভ্যাং ৰাহুভ্যাং ৰেষ্টতে দম্পতী হ্ৰা পৰস্পৰম্ ( the man and the wife clasp each other with both hands )=অ. দুই বাহুৰে বেঢ়ে, ইত্যাদি। প্ৰাকৃতৰ নিয়মে অসমীয়াতো দ্বিবচন নাই। সেই দেখি অসমীয়াত বচন দুটি।

২২৪। **মৌলিক আৰু যৌগিক বহুবচন ( Simple and compound plurals )**

অসমীয়া বহুবচন তিনি ৰকমে নিৰ্দিষ্ট হয়।

(১) সংজ্ঞা শব্দৰ পাচত সব, সকল, জাক, গণ, বিলাক, গিলা, বোৰ, লোক, মান, মখা. বৃন্দ, নিকৰ, খান, আদি শব্দ যোগ কৰি সচৰাচৰ বহুবচন

---

* 'দ্বিবচনে বহুবচনম্—কাত্যায়ন ৫।১০৬, ৰৰক. ৫।৬৩
'দ্বিবচনস্য বহুবচনম্'। হেমচ. ৩।১৩০

বুজুৱা হয়। যেনে, সখিসৱ ( friends ), দেৱতাসকল ( gods ), পক্ষীজাক ( birds ), মানুহবিলাক ( men ), ইত্যাদি।

(২) কেতিয়াবা সংজ্ঞা শব্দত কোনো প্ৰত্যয় যোগ নকৰিও বহুবচন বুজুৱা হয়। যেনে, সামাজিক লোক men of the society or assembly; 'ৰাজ সমজ্যাৰ লোক আছে চাই চাই।', হেমসৰ.। 'ব্ৰজবাসী তোমাত অৰ্পিলা প্ৰাণ চিত্ত।', শঙ্কৰ।

সংখ্যা বুজাব লাগিলে সংখ্যাবাচক শব্দটো সংজ্ঞা-শব্দৰ আগত বহুৱা হয়; কিন্তু সংজ্ঞা-শব্দৰ আকৃতি একে থাকে। যেনে, দহোটা কুকুৰ ten dogs।

(৩) কেতিয়াবা সংজ্ঞা-শব্দটো বাৰ বাৰ উচ্চাৰণ কৰিও বহুবচন বুজুৱা হয়। যেনে, 'একেটা কলী গাই, ঘাটে ঘাটে পানী খাই।' ( lit. there is only one black cow and she drinks water from ghat to ghat = a fish-hook visits ghats )।

প্ৰথম বিধ বহুবচনক যৌগিক ( compound plural ) আৰু দ্বিতীয় আৰু তৃতীয় বিধক মৌলিক ( simple plural ) বহুবচন বুলিব পাৰি।

২২৫। **সৰল আৰু তিৰ্যক আকৃতি ( Direct and oblique forms ):**

কিছুমান শব্দত বহুবচনৰ চিন যোগ কৰোঁতে বা তাৰ দ্বাৰা বহুবচনৰ অৰ্থ প্ৰকাশ কৰোঁতে শব্দটোৰ কোনো পৰিবৰ্তন নঘটে। যেনে, দেৱগণ, বন্ধুসকল, মানুহবিলাক। এনে শব্দৰ একবচন আৰু বহুবচনক যথাক্ৰমে সৰল একবচন ( direct singular ) আৰু সৰল বহুবচন ( direct plural ) বোলে। কিছুমান শব্দত বহুবচনৰ চিন যোগ কৰোঁতে শব্দটোৰ অলপ লৰচৰ ঘটে। যেনে, তোমালোক ( for তুমি + লোক ), তাৰাসৱ, ইত্যাদি। এনে শব্দত বিভক্তি যোগ হলেও সেইদৰে আকৃতি সলায়। যেনে, মো-ৰ, মো-ক, মো-লৈ, তোমা-ক, তোমা-ৰ, তোমা-ত, ইত্যাদি। এই শেষোক্ত বিধ শব্দৰ বহুবচনক তিৰ্যক বহুবচন ( oblique plural ) আৰু তাৰ একবচনক তিৰ্যক একবচন ( oblique singular ) বোলে আৰু শব্দটোৰ এনে আকৃতিক তিৰ্যক আকৃতি ( oblique form ) বোলে। কিছুমান বহুবচনৰ প্ৰত্যয়, যেনে, হঁত, হুন, আঁহা—বাস্তৱিকে শব্দৰ তিৰ্যক আকৃতিত প্ৰযোজ্য বিভক্তি বা তিৰ্যক আকৃতিৰ শব্দ। কিন্তু সিবিলাক যোগ হওঁতে সংজ্ঞা-শব্দৰ কোনো

পৰিবৰ্তন নঘটে। সিবিলাক যৌগিক বহুবচনৰ প্ৰত্যয়ৰূপে অসমীয়াত ব্যৱহৃত হয়। কিন্তু সিবিলাক প্ৰত্যয় তিৰ্যক ( oblique terminations )।

২২৬। **যৌগিক বহুবচনৰ মূল ( Derivation of compound plural terminations )**

(ক) সংস্কৃতত প্ৰত্যয়ৰ দ্বাৰা শব্দৰ আকৃতি পৰিবৰ্তিত কৰি বহুবচন নিৰ্দেশ কৰা হয়। যেনে, নৰঃ ( a man ), নৰাঃ ( men ), নৰৈঃ ( by men ) ইত্যাদি। কিন্তু তিব্বতীয় বা বড়ো ভাষাত প্ৰত্যয় নহয়; সমষ্টিবোধক স্বতন্ত্ৰ শব্দ হে প্ৰাতিপদিকৰ পাচত যোগ কৰি বহুবচন নিৰ্দেশ কৰা হয়। কছাৰী —ফুৰ্, ফ্ৰা, ফৰ্, গাৰো—ৰাং, দ্ৰাং, চুটিয়া—ৰাজু, লাজু, ছিগা, ভুটিয়া—চু, সমষ্টিবোধক শব্দ। ইবিলাক শব্দ শব্দৰ শেষত যোগ কৰিলে বহুবচন হয়। যেনে, কছাৰী—নু ( a house ), নু-ফুৰ্ ( houses ); গাৰো—বল্ ( a tree ), বল্-ৰাং ( trees ); চুটিয়া—মোচি ( a man ), মোচি-ৰাজু বা লাজু বা ছিগা ( men ); ভুটিয়া—মেম্মি ( a Lepcha ), মেম্মি-চু ( Lepchas ) *। বড়ো ভাষাৰ এই ( শব্দৰ শেষত স্বতন্ত্ৰ শব্দ যোগ কৰি বহুবচন সিদ্ধ কৰা ) প্ৰকৃতি অসমীয়াত গৃহীত হৈছে আৰু এই নিয়মে অসমীয়া যৌগিক চিন সৃষ্ট হৈছে। এনে প্ৰকৃতি দ্ৰাবিড়ীতো কিছু পৰিমাণে আছে।

(খ) যৌগিক বহুবচনৰ চিনক তিনি ভাগ কৰিব পাৰি,—(১) তৎসম, (২) তদ্ভৱ আৰু (৩) দেশজ চিন। হঁত, আঁহা আদিৰ আলোচনা তিৰ্যক বচনৰ লগত কৰা যাব ( § § ২৩১-২৩৩ )। তলত আন যৌগিক বচনৰ মূল দিলোঁ।

২২৭। **তৎসম চিন ( Tatsama terminations )**

সকল, চয়, গণ, লোক, বৃন্দ, ৰাশি, নিকৰ, সঙ্কুল, কুল, সমূহ, সমাজ সমুদাই, ঠাত, ওঘ, আৱলি আদি তৎসম চিন। ইসৱৰ অৰ্থ একত্ৰিত বহু-সংখ্যক বস্তু, জন্তু ইত্যাদি ( বা host )। তৎসম হলেও 'গণ' আৰু 'লোক'

---

১ See Endle's Kachari Grammar, p. 9; Phillip's Garo Grammar, § 6; Brown's Deori-Chutia Grammar, p. 7; Byrne's Bhutanese Grammar, § 6.

শব্দ বহুকালৰ পৰা অসমীয়াত চলি থকা বুলি অনুমান হয়। প্ৰাকৃতৰ মাজেদি আহিলেও ইহঁতৰ আকৃতি সৰচৰ হোৱা নাই। পুৰণি অসমীয়াত এই দুই শব্দৰ বহুল প্ৰয়োগ হৈছিল। বৰ্তমানতো ইহঁতৰ ঘ'তে ত'তে চলতি আছে। 'গণ' শব্দ প্ৰাকৃত, সংস্কৃত আৰু বৈদিকতো বহুবচনৰ প্ৰত্যয়ৰূপে কেতিয়াবা ব্যৱহৃত হৈছিল। যেনে, প্ৰা. 'ঝংকাৰ পলই ৱন বৱই কুইলগণ বিৰহিঅগণমুহ অইবিৰসম্'—পিঙ্গল। স. 'ঝংকাৰঃ পততি বনে ৰৌতি কোকিলগণো বিৰহিগণমুখমতিবিৰসম্' ( The cuckoos sing in the jungle, the low murmur flows and the lovers separated from the beloved feel pain ) ; স. গুণিগণগণনাৰম্ভে ( at the commencement of enumeration of meritorious persons, Hitopadesha ) ; বৈ. 'যুৱাগণো' ( cohort of the youthful ) ; বৃষাগণঃ ( the army of showerers ot comfort, ঋক্ ১।৮৭।৪ ) ; মাৰুতং গণম্ ( the class of Marutas, ঋক্ ১।১৪।৩ ) বা মৰুদ্গণাঃ ( ঋক্ ১।২৩।৮ )। গণ প্ৰত্যয় বঙ্গালী বহুবচনৰ বিশেষত্ব। সকল শব্দ মা. প্ৰাকৃতত সঅলে বা সগলে হয়। এই শব্দৰ কোনো পৰিবৰ্তন নোহোৱা কৰি আমাৰ ভাষাত চলাৰ পৰা অনুমান কৰিব পাৰি যে ই সংস্কৃতৰ পৰা পোনে পোনে আহি অসমীয়া ভাষাত সোমাইছে। ই আধুনিক হব পায়। আনবিলাক তৎসম শব্দৰো কোনো পৰিবৰ্তন ঘটা নাই। ইসৱো আধুনিক। বোধকৰো অসমীয়া পুৰণি কবিসকলে সংস্কৃতৰপৰা পোনে পোনে আনি এই শব্দৰাশিৰ ব্যৱহাৰ কৰিলে আৰু তেতিয়াৰে পৰা ইহঁতৰ প্ৰচলন হল। লোক বা লোগ প্ৰত্যয় হিন্দীৰ বিশেষত্ব।

২২৮। **তদ্ভৱ চিন ( Tadbhava terminations )**

সৱ, মান, মখা জাক, খান, বাঁহ আদি তদ্ভৱ চিন।

( ১ ) সৱ : সংস্কৃত সৰ্বঃ all, প্ৰাকৃতত সৱ্বো, সৱ্বু ( হেমচ. ৪।৩৬৬, ৪২২ ) আৰু হিন্দী আৰু অসমীয়াত সৱ, বঙ্গালীত সব হয়। সৱ শব্দ মৈথিলী বহুবচনৰ বিশেষত্ব[১]। ই আসামতো বহু পুৰণি কালৰ পৰা বহুবচনৰ প্ৰত্যয় ৰূপে চলিছে। যেনে, 'কতোসৱে ধ্যান কৰি এন্নি আত্মাক দেহতে দেখে ; কতোসৱে প্ৰকৃতি-পুৰুষ বিবেকে সুক্ষ্ম আত্মাক বিচাৰ কৰে ; অপৰসৱে অষ্টাঙ্গ

১ See Kellogg's Hindi Grammar, § 188.

যোগৰ বলে মনতে জানে ; অন্তসৰে কৰ্মযোগে দেখিতে বগ্ন কৰে।', ভট্টদেৱ। 'বন্নসম ঘাবাসব আছে।', শঙ্কৰ। 'গোধূলি গোধনসব কবি এক ঠাই।', শঙ্কৰ।

(২) মান : জন বিম্‌চৰ মতে মান প্ৰত্যয় সংস্কৃত মান=পৰিমাণ ( measure ) ৰ পৰা আহিছে[১]। ডাক্তৰ হৰ্ন্‌লিয়ে এই মত স্বীকাৰ নকৰে[২]। তেওঁৰ মতে সংস্কৃত মানব-ৰ পৰা হিন্দী মনই ( man ) আৰু উড়িয়া ( আৰু অসমীয়া ) মান শব্দ আহিছে আৰু বহুবচনৰ চিনৰূপে ব্যৱহৃত হৈছে। মান শব্দ উড়িয়া বহুবচনৰ বিশেষত্ব। ই বৰ্তমান অসমীয়াত কদাচিত হে ব্যৱহৃত হয়। অসমীয়াত ই সাধাৰণতঃ দুই ৰকম অৰ্থ প্ৰকাশ কৰে। এক অৰ্থত ই মাত্ৰ ( up to the last ) অৰ্থাৎ কাৎর্স্ন্য বুজায়। যেনে,

'বা শৰদক উচ্চৰন্তে     ৰাম ৰাম ৰাম ৰাম ৰাম
মুখ হন্তে বাজ হুয়া পলায় পাপমানে'। মা. দে.।
'পুণ্যমানে হোন্ত অভ্যন্তৰ'। মা. দে.
'সবে চতুৰ্ভুজ পুৰুষমানে'। শঙ্কৰ।
'নগৰৰ লোকমানে পলাইলা সকল'। হে. স.
'যতেক সুন্দৰী পদ্মিনীমানে'। শঙ্কৰ।

দ্বিতীয় অৰ্থত—ইমান, তিমান, যিমান, কিমান, কিছুমান ইত্যাদি স্থলত তদ্ধিত ৱত্‌ প্ৰত্যয়ান্ত ইয়ান্, তাবান্, যাবান্ ইত্যাদি শব্দৰ ( বা মন্ত্‌ প্ৰত্যয়ান্ত তেনে শব্দৰ ) বিকৃতি। এইদৰে 'মান'ৰ যোগত কিছুমান শব্দ বহুবচনান্ত হয়। এই ৱন্ত্‌ প্ৰত্যয়ে অসমীয়া 'মান'ৰ মূল যেন লাগে। পুৰণি অসমীয়া 'মান'ৰ মূল জন বিম্‌চৰ 'পৰিমাণে'ই ঠিক যেন লাগে।

(৩) মথা বা মাথা : ই সংস্কৃত মক্ষঃ ( a multitude or collection ), প্ৰা. 'মকৃথা'ৰ পৰা ওলাইছে। বৈদিক মথস ( all ) ৰ পৰা ওলোৱাও অসম্ভৱ নহয় ( cf. সদ্মমথসং=all homes or homes of all. ঋক ১।১৮।৯ )।

(৪) জাক : সম্ভৱতঃ স. জালকম্‌-( multitude or collection )ৰ পৰা আহিছে।

(৫) খান : স. খণ্ডম্ ( a multitude, assemblage, group ),

১ Beames' Comp. Gramm. H, p. 199.
২ Hornle : Comp. Gramm. § 364.

যেনে—তৰুখণ্ডস্ত (কাদম্বৰী ২৩), ইয়াৰ মূল। প্ৰাকৃতত ই খম্ডং হয় আৰু তাৰ পৰা অসমীয়াত খান হৈছে।

(৬) বাহ : স. নিবহঃ (multitude, heap) শব্দৰ পৰা আহিছে।

২২৯। দেশজ চিন (Desaja terminations)

গিলা, বিলাক আৰু বোৰ দেশজ প্ৰত্যয়।

(১) গিলা : এই চিন সংস্কৃত কুলং-ৰ পৰা ওলোৱা নাই। ইয়াৰ মূল দ্ৰাবিড়ী ক্লীবলিঙ্গৰ বহুবচনৰ প্ৰত্যয় গল[১]। এই প্ৰত্যয় (neuter plural suffix gal) তামিলত গল, কল, কানাৰীত গলু আৰু তেলুগুত লু, গুলু হয়। যেনে, তা. কুলম্-গল, তেলেগু—কুলম্-গুলু (tanks)। এই গুলু বা গলৰ পৰা বঙ্গালী গুলা, গুলি আৰু অসমীয়া গিলা প্ৰত্যয় ওলাইছে। গিলা প্ৰত্যয় পুৰণি অসমীয়াত গুলা আছিল। যেনে,

যিতো খলগুলা দিয়া আছে বিপ্ৰলোক।
সবে বণ্টা হুই যদি তাক বুজিয়োক॥
যিবা খলগুলা দিয়া ব্ৰাহ্মণে আছয়।
সবে সত্য হুই অল্পো কৰাইবে পাৰয়॥ দৈত্যাৰি

গিলা প্ৰত্যয় নামনি আসামত বহুলৰূপে চলে। ডাক্তৰ ষ্টিভেনছনে (Stevenson) দ্ৰাবিড়ী 'গল'ৰ মূল সংস্কৃত সকল (আৰু তাৰ পৰা ওলোৱা তামিল—সগল) বুলি ভাবে। কিন্তু Dr. Caldwell এ এই মত স্বীকাৰ নকৰে। তেওঁৰ মতে গল (all) শব্দ দ্ৰাবিড়ী।

(২) বিলাক : এই প্ৰত্যয় সংস্কৃতৰ পৰা ওলোৱা নাই। ইয়াৰ অনুৰূপ সংস্কৃত 'বিলোক্' শব্দ এটা ধাতু আৰু তাৰ অৰ্থ দেখা (to see)। এতেকে এই অৰ্থৰ 'বিলোক' শব্দ স্বৰ-বিকৃতিৰ নিয়মে 'বিলাক' হৈছে বুলি ধৰিলেও ই বহুবচনৰ প্ৰত্যয় স্বৰূপে ব্যৱহৃত হব পাৰে বুলি ভাবা যুক্তিবিৰুদ্ধ। বিলাক প্ৰত্যয় ইছলামিক বলীক (all) শব্দৰ পৰা নামিছে বুলি ধৰাও অনুচিত। তেনে কৰাৰ প্ৰধান আপত্তি এই যে উত্তৰ ভাৰতত আসামতকৈ ইছলামৰ প্ৰভাৱ বেচি বিস্তৃত হৈছিল। অথচ ভাৰতৰ আন কোনো ভাষাতে এই শব্দ

---

১ See—Dr. Caldwell's Comparative Grammar of the Dravidian Languages, 3rd. ed., p. 224

সোধোৱা আৰু বৰ্ম্মিত হোৱা কথাটো অসম্ভৱ যেন লাগে। উক্ত 'বিলকুল' আৰু গাৰো (বিশেষণ) 'ফিলাক' (=all) শব্দৰ পৰাও বিলাক শব্দ ওলোৱা নাই যেন লাগে; কিয়নো 'বিলকুল' আৰু 'ফিলাক' শব্দ আন শব্দৰ পূৰ্বত থাকি পৰবৰ্ত্তী শব্দৰ বাচ্য মাত্ৰকে বুজায়, কিন্তু অসমীয়া বিলাক-প্ৰত্যয় হলে শব্দৰ পাচত বহিহে তজ্জাতীয়ক বুজায়। গতিকে উক্ত দুই শব্দৰ লগত ইয়াৰ প্ৰভেদ আছে। বিলাক শব্দ মিচমী—'কা-ল্লাক্' (=all) শব্দৰ পৰা ওলোৱাটোৱে বেছি সম্ভৱ। কা-ল্লাক্ (মিজু) মিচমী ভাষাৰ বহুবচনৰ প্ৰত্যয় বা চিন[১]। এনে অনুমান কৰিব পাৰি যে গাৰো 'ফিলাক' আৰু মিচমী 'কা-ল্লাক' একে শব্দ। গাৰো আৰু মিচমী উভয়ে তিব্বতীয়া জাতি আৰু আদিতে উভয়ৰ ভাষা একে আছিল বুলি ধৰাত একো বাধা নাই। এতেকে গাৰো 'ফিলাক' আৰু মিচমী 'কা-ল্লাক' অসমীয়া বিলাক প্ৰত্যয়ৰ মূল বুলি ভাবিব পাৰি।

(৩) বোৰ: কোনো কোনোৱে এই প্ৰত্যয় সংস্কৃত 'ভূৰি'ৰ বিকৃতি বুলি ভাবে। কিন্তু এই অনুমান ঠিক নহয়। ভূৰি আৰু পুৰু বা পুৰ (=all) বৈদিক যুগতে সংজ্ঞা শব্দৰূপে ব্যৱহৃত হৈছিল সঁচা; কিন্তু বহুবচনৰ প্ৰত্যয়ৰূপে কেতিয়াও তাৰ ব্যৱহাৰ হোৱা নাছিল। যেনে, বৈদিক পুৰূণাং বিশং (hosts of subjects); পুৰুবসু (home of all); পুৰুহুত (invoked by all); ক্ৰতঃ পুৰঃ (leads all); পুৰুষ্টুত (praised by all); পুৰুপ্ৰিয় (dear to all); পূৰবঃ সচন্তে (people serve); পুৰুনীথে (carrying multitude); ভূৰি গাৱঃ (many cattle); ভূৰয়ঃ ক্ৰতৱঃ (many actions); ভূৰেৰীশানঃ (lord of multitude)। সংস্কৃত আৰু বৈদিকত ভূৰি শব্দ আন শব্দৰ আগত বিশেষণ স্বৰূপে ব্যৱহৃত হৈ বহুতক বুজায়। সংস্কৃতৰে গণ, নিকৰ, সমূহ প্ৰভৃতি শব্দ হলে বিশেষ্যৰূপে শব্দৰ পাচত বহি পূৰ্ববৰ্ত্তী শব্দক বহুবচন-বাচ্য কৰে। ভূৰি শব্দৰ পৰা বোৰ হোৱা হলে ই শব্দৰ পাচত বহি বহুবোধক নহল হয়। আমি অনুমান কৰিছোঁ ভূৰি শব্দৰ পৰা বোৰ ওলোৱা নাই। পুৰণি অসমীয়াতো ইয়াৰ সমূলি প্ৰচলন নাছিল।

আমাৰ মতে বোৰ শব্দ কছাৰী বুৰ প্ৰত্যয়ৰ পৰা ওলাইছে। বুৰ শব্দটো

---

১ See Grierson's Linguistic Survey of India, Vol. III, Part I.

কছাৰী ভাষাৰ বহুবচনৰ প্ৰত্যয় ( suffix )[১]। যেনে, ক. দলং ( bridge ); দলংফুৰ ( bridges )। কছাৰী ফুৰ অসমীয়া বোৰৰ পৰা ওলাইছে বুলি ভাবিবৰ কোনো কাৰণ নাই। বুৰঞ্জীৰ পৰা জনা যায় যে কছাৰীসকল পূব আসামৰ অতি আদিম জাতি। তেওঁলোক তিব্বতীয়া জাতি আৰু তিব্বতৰ ফালৰ পৰা আসামলৈ নামি আহিছে বুলি জাতিতত্ত্ববিদ্ পণ্ডিতসকলে সিদ্ধান্ত কৰিছে[২]। কিন্তু এই উপনিবেশ ইতিহাসৰ কালবো আগৰ হব পায়[৩]। কছাৰীসকলে আগেয়ে ফুৰ ব্যৱহাৰ নকৰি আন কিবা প্ৰত্যয় বহুবচন বুজাবৰ কাৰণে ব্যৱহাৰ কৰিছিল বা তেওঁলোকে আগেয়ে বহুবচনৰ ভাব প্ৰকাশ কৰিব নাজানিছিল, এনেও ভাবিব নোৱাৰি, কিয়নো কছাৰী সভ্যতাৰ বহুত প্ৰমাণ আসামত বিদ্যমান। আদিতে কছাৰীসকলে এই ফুৰ প্ৰত্যয় অসমীয়াৰ পৰা ধাৰ কৰি নিয়াও সম্ভৱপৰ নাছিল, কিয়নো এই শব্দ বা বোৰ অসমীয়া ভাষাত আগে নাছিল। এইবিলাক কাৰণৰ পৰা এনে অনুমান হয় যে ফুৰ শব্দ কছাৰী জাতিৰ স্বকীয় কথা আৰু তাৰে পৰা অসমীয়া 'বোৰ' প্ৰত্যয় ওলাইছে। খাছিয়া ভোৰ ( one of a multitude ) শব্দেও কেতিয়াবা বহুবচনৰ অৰ্থ প্ৰকাশ কৰে। যেনে, পাইদ্ (crowd) ; পাইদ্‌ভুৰ (common ignorant people )। এই খাছিয়া ভোৰ বা ভুৰ আৰু কছাৰী ফুৰ সম্ভৱতঃ একে শব্দ। অসমীয়া গাঁৱলীয়া মানুহেও কেতিয়াবা বোৰ সুবুলি ভোৰ বোলে। এই কথা পাহৰিব নালাগে যে কছাৰীসকলো অসমীয়া মানুহ আৰু তেওঁলোকক আসামৰ য'তে ত'তে পোৱা যায়। এতেকে ভাবিব পাৰি যে অসমীয়া বোৰ প্ৰত্যয় কছাৰী ফুৰৰ হে বিকৃতি।

**তিৰ্যক চিন (Oblique terminations) :** প্ৰাকৃতিক বৰ্তমান ভাষাসৱত শব্দৰ তিৰ্যক আকৃতি ( oblique form ) বা বচন ( যেনে, হিন্দী 'ঘোড়েকা' এই শব্দত ঘোড়েৰ একাৰ, অসমীয়া 'আমালোক' এই শব্দত আমিৰ ঠাইত আমা ), সংস্কৃত আৰু প্ৰাকৃত ভাষাৰ সম্বন্ধ পদৰ ( বা ষষ্ঠী

---

১ See An Outline Grammar of the Kachari Language, by Rev. Mr. S. Endle.

২ See Dalton's Ethnology of Bengal, pp. 77-82.

৩ See Lt. Col. Waddell's Anthropology in J.A.S.B., Vol. LXIX, part III.

বিভক্তিৰ ) লগত মিলে, অৰ্থাৎ প্ৰাকৃতিক ভাষাৰ তিৰ্যক বচনৰ চিন সংস্কৃত আৰু প্ৰাকৃত ভাষাৰ ষষ্ঠী বিভক্তিৰ চিন মাত্ৰ। স্বৰ-বিকৃতিৰ নিয়মে বৰ্তমান প্ৰাকৃতিক ভাষাৰ তিৰ্যক-বচনৰ প্ৰত্যয় সংস্কৃত আৰু প্ৰাকৃতৰ সম্বন্ধ পদৰ চিনৰ পৰা নমাই আনিব পাৰি ( § ২৪১ )। আমি পাচত দেখুৱাম ( § § ২৬৭-২৭৬ ) যে উক্ত ভাষাবিলাকৰ বিভক্তি বা বিভক্তিৰ চিহ্নৰাশি ( case-affixes ) বাস্তৱিকে সংজ্ঞা-শব্দ আৰু সিবিলাকক সম্বন্ধ-পদৰ শেষত যোগ কৰা হয়। ইয়াতে কৈ থোৱা উচিত যে সংস্কৃতৰ সাতোটা বিভক্তিৰ ভিতৰত প্ৰাকৃতত প্ৰথমে ৪ৰ্থী বিভক্তি তেনেই লোপ হল আৰু তাৰ ঠাই ষষ্ঠী বিভক্তিয়ে অধিকাৰ কৰিলে[১]। তাৰ পৰৱৰ্তী কালত প্ৰাকৃতত আন আন বিভক্তিও লোপ হল, কেৱল প্ৰথমা আৰু ষষ্ঠী ( কৰ্তা আৰু সম্বন্ধ পদৰ চিন ) পৃথক হৈ থাকিল[২]। এই কৰ্তা আৰু সম্বন্ধপদৰ প্ৰথমটো সৰল আকৃতি (direct form) আৰু দ্বিতীয়টো তিৰ্যক আকৃতি ( oblique form )। শেষৰ কালত প্ৰাকৃতৰ এই সকলোকে একাকাৰ কৰিব খোজা নিয়মে অপভ্ৰংশ আৰু আন প্ৰাকৃতত আৰু বৰ্তমান প্ৰাকৃতিক ভাষাসৱত সাতোটা বিভক্তিকে এটাত পৰিণত কৰিব ধৰিছিল অৰ্থাৎ ষষ্ঠী বিভক্তিৰ দ্বাৰা সকলো বিভক্তিৰ কাম চলোৱা হৈছিল। যেনে,

১মা ঃ

(১) ‘শুজনে কৃখু ভিচ্চন্নুকম্পকে শামিএ শিত্‌ত্‌ণকে ৱি শোহদে।
পিশুণে উণ দৰ্‌ৱগৰ্‌ৱিদে ত্নুকলে কৃখু পলিণামদালুণে॥’

মৃচ্ছক. ৩।'

( সুজনঃ খলু ভৃত্যানুকম্পকঃ স্বামী নিৰ্দ্ধনকোঽপি শোভতে।
পিশুনঃ পুনৰ্দ্ৰব্যগৰ্বিতো দুষ্কৰঃ খলু পৰিণামদাৰুণঃ॥ )

---

১ “চতুৰ্থ্যাঃ ষষ্ঠী”। হেমচ. ৩।১৩১ ; কাত্যা. ৫।১০৭
যথা, প্ৰা. ণমো দেৱস্স—স. নমো দেৱায়।
প্ৰা.—সত্থি গোবম্হণাণং চ ণমো হৰিহৰাণং চ।
—স.—স্বস্তি গোব্ৰাহ্মণানাং চ নমো হৰিহৰয়োঃ।

২ “ক্বচিদ্ দ্বিতীয়াদেঃ”। হেমচ. ৩।১৩৪
( দ্বিতীয়াদীনাং বিভক্তীনাং স্থানে ষষ্ঠী ভৱতি ক্বচিৎ )।
যেনে, সীমাধৰস্স ৱন্দে—স..—সীমাধৰং ৱন্দে।
ধনস্স লদ্ধো—স. ধনেন লব্ধঃ। চিৰস্স মুক্কা—স. চিৰেণ মুক্তা।
চোৰস্স বিহই—স. চোৰাৎ বিভেতি।
পিট্ঠিএ কেসভাৰো—স. পৃষ্ঠে কেশভাৰঃ।

(২) **'কথম্ চক্কিদে দুৱালে ৰুক্খবাড়িআএ।'** . মৃচ্ছ. ৪অ.
( কথম্ আচ্ছাদিতং দ্বাৰং ৰক্ষবাটিকায়াঃ। )

(৩) **'কে শে গৰ্‌ভদাসীএ পুত্তে? শূলে বিক্কন্তে? পাণ্ডৱে শেদকেদু? পুত্তে লধাএ? লৱণে? ইন্দপুত্তে?'** মৃচ্ছক. ১অ.
( কঃ স গৰ্ভদাস্যাঃ পুত্ৰঃ? শূৰো বিক্ৰান্তঃ? পাণ্ডৱঃ শ্বেতকেতুঃ? পুত্ৰো ৰাধায়াঃ? ৰাৱণঃ? ইন্দ্ৰপুত্ৰঃ? )

২য়া :

(১) **'তিস্‌সা মুহস্‌স ভৰিমো'** হেমচ. ৩।১৩৪
( তস্যা মুখং স্মৰামঃ। )

৩য়া :

(১) **'তস্‌স তুএ মদণিআ দাদৱ্‌ৱা।'** মৃচ্ছক. ৪অ.
( তস্য ত্বয়া মদনিকা দাতব্যা। )

(২) **'ভণিদং অ তাএ।'** মৃচ্ছক. ৪অ. ( ভণিতঞ্চ তয়া। )

(৩) **'এত্তিআএ ৰুদ্ধীএ ণ তএ অহহে ভণিদো।'** মৃচ্ছক. ৫অ.
( এতাৱত্যা ঋদ্ধ্যা ন তয়া অহং ভণিতঃ। )

(৪) **'অন্ধআৱপূৰিদাএ উণ ণাশিআএ স্মুৱত্তম্।'** মৃচ্ছক. ৫.
( অন্ধকাৰপূৰিতয়া পুনৰ্নাসিকয়া সুব্যক্তম্। )

(৫) **'মএ ৱণ্ণিদা।'** কৰ্পূৰম. ২অ.। ( ময়া বৰ্ণিতা। )

৪ৰ্থী :

(১) **'সোত্থি ভোদিএ।'** মৃচ্ছক. ৩অ..। ( স্বস্তি ভৱত্যৈ। )

(২) **'অজ্জআএ তুহ আগমণম্ নিৱেদেমি।'** মৃচ্ছক. ৪অ.
( আৰ্যায়ৈ তৱাগমনং নিৱেদয়ামি। )

(৩) **'ৱহিণিআএ অজ্জাধুদাএ গন্তুঅ সমপ্পেহি।'** মৃচ্ছক. ৬অ.
( ভগিন্যৈ আৰ্যাধূতায়ৈ গত্বা সমৰ্পয়। )

৫মী :

(১) **'তুমং মম চেড়ে ভৱিঅ কশ্‌শ ভাআশি।'** মৃচ্ছক. ৮অ.
( ত্বম্ মম চেটো ভূত্বা কস্মাৎ বিভেষি। )

(২) 'ইঅবাইঁ জাণ লহুঅক্খবাইঁ পায়ংত্তি মেল্ল সহিআণ।'

—হেমচ. ৩।১৩৪

( ইতবাণি যেভ্যো লঘ্বক্ষবাণি পদাস্তেন সহিতেভ্যঃ। )

৬ষ্ঠী :

(১) 'দাসীএ ধীএ।' কর্পূবম. ১অ.। ( দাস্যাঃ পুত্রি। )

(২) 'উববিট্ঠিতথনপত্তাবপীড়িঅং চবণপঙ্কজজুঅং সে।'

—কর্পূবম. ২অ.।

( উপবিস্থিতস্তনপ্রাগ্ভাবপীড়িতং চবণপঙ্কজযুগং তস্যাঃ। )

(৩) 'সে অপবিত্তডাইণীএ পোট্টবিথাবো।' মৃচ্ছক. ৪অ.

( তস্যা অপবিত্রডাকিন্যা উদববিস্তাবঃ। )

(৪) 'কেত্তিঅং তাএ বঅণাবলীএ মুল্লম্।' মৃচ্ছক. ৫অ.

( কিয়ত্তস্যাঃ বত্নাবল্যা মূল্যম্। )

(৫) 'দহিচ্ছলপলিলুদ্ধাএ মজ্জালীআএ শলপলিবত্তে হোদি।'

মৃচ্ছক. ১অ.।

( দধিসবপবিলুব্ধায়াঃ মার্জাবিকায়াঃ স্ববপবিবর্তঃ ভবতি। )

(৬) 'কাহ ণ হোই চলাচলে ধণে।' মৃচ্ছক. ২অ.

( কস্য ন ভবতি চলাচলং ধনম্। )

৭মী :

(১) 'উজ্জইণীএ চোবেবি ণত্থি।' মৃচ্ছক. ৩অ.

( উজ্জয়িন্যাং চৌবোঽপি নাস্তি। )

(২) 'পোক্খলিণীএ পক্খালিঅ।'—মৃচ্ছক. ৮অ.

( পুষ্কবিণ্যাং প্রক্ষাল্য। )

(৩) 'এদম্ অধিঅলণিঅং দূলে কেলিঅ এথ অণ্ণম্ অধিঅলণিঅং ঠাবইস্সম্।'—মৃচ্ছক. ৯অ.

( এতমধিকবণিকং দূবীকৃত্য অত্র অন্যমধিকবণিকং স্থাপয়িষ্যামি। )

ইয়াব পবা দেখা যায় যে কর্তাকাবকত তির্যক-বিভক্তিব চিন যোগ কবিয়ে শেষব কালত সকলো বিভক্তিব কাম চলোৱা হৈছিল। এই একাকাব কবিব

খোজা বিভক্তিৰ আকৃতি আৰু তিৰ্য্যক একবচনৰ চিন আমি পিচত দেখুৱাম (§ § ২৪০)। ইয়াত কেৱল এই কথা মনত ৰাখিলেই হব যে ষষ্ঠীৰ একবচনেই তিৰ্য্যক আকৃতি—একবচন বা বহুবচন, আৰু তাৰ সাধাৰণ আকৃতি 'এ'।

২৩১। **'ৰুন্'**: সংস্কৃতৰ ৬ষ্ঠীৰ একবচনৰ ঙস্ (স্য) আৰু বহুবচনৰ আম্ (নাম্) প্ৰাকৃতত যথাক্ৰমে 'স্স' আৰু ণঃ হয় (হেমচ. ৩।৬,১০)। মাগধী প্ৰাকৃতত তাৰ বাহিৰে একবচনত আহ আৰু বহুবচনত 'আহঁ' হয় (হেমচ, ৪।২৯৯ আৰু ৪।৩০০)[১]। ইয়াৰ পৰা অপভ্ৰংশ প্ৰাকৃতৰ একবচনত সু, হো বা স্সু আৰু বহুবচনত হম্ বা হুম্ হয়[২]। অপভ্ৰংশত ৫মী আৰু ৬ষ্ঠী বিভক্তিৰ

---

১ "অবৰ্ণাদ্বা ঙসো ডাহঃ।" হেমচ. ৪।২৯৯
"আমো ডাহঁ বা।" হেমচ. ৪।৩০০।
যেনে, স. ঈদৃশস্য=মা. প্ৰা. ঈদিশাহ।
স. ভগদত্তশোণিতস্য কুম্ভঃ=মা. প্ৰা.—
ভগদত্তশোণিদাহ কুম্ভে।
স. অকাৰ্যস্য গন্ধোঽপি নাস্তি
=অকাজ্জাহ গন্ধে ৱি নথি।, মৃচ্ছক. ৮অ.
স. তস্য দৰিদ্ৰচাৰুদত্তস্যানুৰক্তা
=তাহ দলিদ্দচাৰুদত্তাহ অহুৰত্তা। মৃচ্ছক. ১ অ.
স.—স্বগণানাং মুখং=মা. প্ৰা.—শয়ণাহঁ মুহম্।
স.—তাসাম্=মা. প্ৰা.—তাহঁ।
স.—সৰিতাম্=মা. প্ৰা.—সৰিতাহঁ।
স.—কৰ্মণাম্=মা. প্ৰা. কম্মাহঁ।
ইত্যাদি।

২ "ঙসঃ সুহস্সুবঃ"। হেমচ, ৪।৩৩৮। (অপভ্ৰংশে অকাৰাৎ পৰস্য ঙসঃ স্থানে সু, হ, স্সু ইতি ত্ৰয় আদেশা ভবন্তি)। যেনে, স.—দুৰ্লভস্য=অপভ্ৰংশ—দুল্লহহো; স. বালায়াঃ=অপভ্ৰ. বালহে; স.—পৰস্য=অপভ্ৰ. পৰস্সু; স. তস্য=অপভ্ৰ. তসু।

"আমো হং"। হেমচ. ৪।৩৩৯। (অপভ্ৰংশেঽকাৰাৎ পৰস্যামো হং ইত্যাদেশো ভবতি।)।

"হুং চেদুদ্ভ্যাম্"। হেমচ. ৪।৩৪০। (অপভ্ৰংশে ইকাৰোকাৰাভ্যাং পৰস্যামো হুং হং চাদেশৌ ভবতঃ।)।

যেনে, স. তৃণানাম্=অপভ্ৰ. তনহং; স. তৰুণাম্=তৰুহং।

আকৃতি বহুবচনত একে অৰ্থাৎ হুম্[১]। একবচনৰ কথাও ঠিক তেনে অৰ্থাৎ উভয়ৰ বিভক্তি হে[২]। হুম্ বিভক্তি অপভ্ৰংশত সপ্তমীৰ বহুবচনতো ব্যৱহৃত হোৱা দেখা যায়[৩]। হিম্ অপভ্ৰংশ প্ৰাকৃতৰ ৩য়া আৰু ৭মীৰ বহুবচনৰ বিভক্তি[৪]। ই ৬ষ্ঠীৰ বহুবচনতো ব্যৱহৃত হয়[৫]। ইয়াৰ পৰা হুম্, হিম্ আৰু হুম্ অপভ্ৰংশ প্ৰাকৃততে ৩য়া, ৪ৰ্থী, ৫মী, ৬ষ্ঠী আৰু ৭মীৰ বহুবচনত ব্যৱহৃত হৈছিল বুলি ধৰিব পাৰি। কেৱল বহুবচনত হে এনে একাকাৰ হৈছিল এনে নহয়, একবচনতো হৈছিল। ডাক্তাৰ হৰ্ণলিয়ে প্ৰমাণ কৰিছে যে ৬ষ্ঠীৰ একবচনৰ চিন বা তিৰ্যক আকৃতি অপভ্ৰংশ প্ৰাকৃতত একবচন বা বহুবচনৰূপে চলিছিল[৬]। এতেকে আমি ধৰিব পাৰোঁ যে প্ৰথমতঃ হুম্‌টো বহুবচনৰ

---

১ "ভ্যসো হুম্"। হেমচ. ৪।৩৩৭। অপভ্ৰংশেঽকাৰাৎ পৰস্য ভ্যসঃ পঞ্চমী-বহুবচনস্য হুম্ ইতি আদেশঃ ভৱতি।)। যেনে, স. গিৰিশৃঙ্গেভ্যঃ—অপভ্ৰ. গিৰিসিঙ্গহুম্।

২ (ক) "ঙসিভ্যস্‌ঙীনাম্ হেহুম্‌হয়ঃ"। হেমচ. ৪।৩৪১। (অপভ্ৰংশে ইদুদ্ভ্যাং পৰেষাম্ ঙসি ভ্যস্ ঙি ইত্যেতেষাং যথাসংখ্যং হে হুম্ হি এতে ত্ৰয় আদেশা ভৱন্তি।)। যেনে, স. গিৰেঃ—অপভ্ৰ. গিৰিহে; স. তৰোঃ—অপভ্ৰ. তৰুহে; স. তৰুভ্যঃ ৱল্কলম্—অপভ্ৰ. তৰুহুম্ ৱক্কলু; স. কলৌ—অপভ্ৰ. কলিহি।

(খ) "ভ্যস্‌ঙস্ত্যোৰ্হে"। হেমচ. ৪।৩৫০। (অপভ্ৰংশে স্ত্ৰিয়াং ৱৰ্তমানান্নাম্নঃ পৰয়োৰ্ভ্যস্ ঙসি ইত্যেতয়োৰ্হে ইত্যাদেশো ভৱতি।)। যেনে, স. তস্যা ধন্যায়াঃ—অপভ্ৰ. তহে ধনহে; স, বালায়াঃ—অপভ্ৰ. বালহে।

৩ (ক) "প্ৰায়োঽধিকাৰাৎ কচিৎ সুপোঽপি হুম্"। হেমচ. ৪।৩৪০। যেনে, স. অহং কিং ন যুক্তং দ্বয়োৰ্দিশোঃ খণ্ডে দ্বে কৃত্বা—অপভ্ৰ.—ইউম্ কি ণ জুত্তউ দুহুম্ দিশিহিম্ খংডই দোণ্ণি কৰেৱি।

(খ) "হংহুং ভ্যসঃ" ইতি মাৰ্কণ্ডেয়ঃ। (ভ্যসো হংহুমৌ স্যাতাম্)। যেনে, প্ৰা. ৰুক্খহং পডিদো—স. বৃক্ষেভ্যঃ পতিতঃ; পৰহুং চলিদু—স পৰেভ্যঃ চলিতঃ। বাহুল্যাৎ ৰুক্খহিংতো, পৰেসুংতো। "সুপো ৱা"। "আমো ৱা"। যেনে, বম্ভণহা বম্ভণহুং—স. ব্ৰাহ্মণানাম্ ইতি মাৰ্কণ্ডেয়ঃ।

৪ "ভিস্‌সুপোৰ্হিম্"। হেমচ, ৪।৩৪৭। যেনে, স. গুণৈঃ—অপভ্ৰ. গুণহিম্; স. মাৰ্গেষু—অপভ্ৰ মগ্‌গহিম্।

৫ Hornle : Comp. Grammar, § 367.

৬ *Ibid.*, § 369.

তলত ভেণ্ডৰ উদ্ধৃত মাৰ্কণ্ডেয়ৰ প্ৰাকৃতসৰ্বস্বৰ সূত্ৰৰ বাদেও হেমচন্দ্ৰৰ মত দিলো :—

(ক) "উৎঙযোঃ। ঙযোকৎ স্যাৎ। চন্দু। বাউ। অগ্‌গিউ। মহউ।"

বিভক্তিৰূপে অপভ্ৰংশ প্ৰাকৃততে তৃতীয়া, চতুৰ্থী, পঞ্চমী, ষষ্ঠী আৰু সপ্তমীতে চলিছিল আৰু দ্বিতীয়তঃ ষষ্ঠীৰ আকৃতি সকলো বিভক্তিৰে আকৃতি হৈছিল। অপভ্ৰংশৰ এই একাকাৰ কৰিব খোজা নিয়ম প্ৰাকৃতিক ভাষাৰাশিত সম্পূৰ্ণৰূপে ৰক্ষিত হৈছিল আৰু সেই সময়তে হুম্ বিভক্তিটো 'হুঁ' বা 'হুন'ত পৰিণত হৈ অসমীয়া ভাষাত সাধাৰণতঃ সকলো বিভক্তিৰ বহুবচন ৰূপে ব্যৱহৃত হ'ল। ইয়াৰ চিন তিৰ্যক একবচনতো অসমীয়াত থাকি গল; যেনে, তোহোঁ।

---

কৰ্তা আৰু কৰ্মকাৰকৰ একবচনত অকাৰান্ত শব্দৰ উত্তৰ 'উ' হয়। যেনে, চন্দ্ৰঃ ৰাজা, অগ্নিঃ, মধুকঃ। হেমচন্দ্ৰৰো এই মত—"স্যমোৰস্যোৎ"। হেমচ. ৪।৩২১। যেনে,

অপভ্ৰ.—দহমুহো ভুৱণভয়ঙ্কৰু তোসিঅসঙ্কৰ ণিগ্গউ ৰহবৰি চড়িঅউ।

=স. দশমুখো ভুৱনভয়ঙ্কৰস্তোষিতশঙ্কৰো ৰথস্যোপৰি আৰূঢ়ঃ।

(খ) "হোচ্চ॥ স্যমো ৰ্হো চ স্যাৎ। কন্তহো।"

এনে শব্দৰ উত্তৰত কৰ্তা আৰু কৰ্মৰ একবচনত "হো" ও হয়। যেনে, বৃক্ষঃ। এই 'হো' ষষ্ঠীৰ একবচনৰ চিন। হেমচন্দ্ৰৰ মতো তেনে;—"ঙসঃ সুহোস্সবঃ"। হেমচ. ৩৩৮। যেনে,

অপভ্ৰ.—তসু হউম্ কলিযুগি দুল্লহহো বলি কিজ্জউম্ সুঅণ-স্সু। স.—তস্যাহং কলিযুগে দুৰ্লভস্য বলিং ক্ৰিয়ে সুজনস্য।

(গ) "সৌ পুংস্যত ও ক্বচিৎ॥ সপ্পো"॥

কৰ্তাকাৰকৰ একবচনত অকাৰান্ত পুংলিঙ্গ শব্দৰ উত্তৰত কেতিয়াবা 'ও' হয়। যেনে, সৰ্পঃ। হেমচন্দ্ৰৰো এই মত,—

"সৌ পুংস্যোদ্ বা", হেমচ. ৪।৩৩২। যেনে,

অপভ্ৰ.—বৰিসসএণ ৱি জো মিলই সহি সোক্খহং সো ঠাউ। স.—বৰ্ষশতেনাপি যো মিলতি সখি সৌখ্যানাং স স্থানম্।

(ঘ) "জসো হে চ॥ কন্তহে। বালাহে॥"

অকাৰান্ত বা আকাৰান্ত শব্দৰ পাচত কৰ্তা আৰু কৰ্মৰ বহুবচনত 'হে' হয়। যেনে, বৃক্ষসব; বালাসকল।

বাস্তৱিকে এই 'হে' বিভক্তি পঞ্চমী আৰু ষষ্ঠী বিভক্তিৰ প্ৰত্যয়। 'ঙস্ঙস্যোৰ্হে'। হেমচ. ৪।৩৫০। যেনে, অপভ্ৰ. তুচ্ছমজ্ঝহে=স. তুচ্ছমধ্যায়াঃ।

'স্ত্ৰিয়াম ডহে', হেমচ. ৪।৩৫৯। যেনে, জহে—যস্যাঃ; অপভ্ৰ. তহে=স. তস্যাঃ; অপভ্ৰ. কহে=স. কস্যাঃ।

(ঙ) 'স্ত্ৰিয়াম্ উচ্ চ জশ্শসোঃ। বালাউ। চকাৰাদ্ বালাহে॥'

অকাৰান্ত বা আকাৰান্ত স্ত্ৰীলিঙ্গ শব্দৰ পাচত কৰ্তা আৰু কৰ্মৰ বহুবচনত উ বা হে

'তেহে প্ৰশংসন্তো পাছে তোহোঁকে বা মোকে।' মা. ক.। পুৰণি অসমীয়াত হোঁ, হুঁ বহুবচনতো ব্যৱহৃত হৈছিল। যেনে, দুহুঁ (both), কতোহোঁ (some)।

কতোহোঁ বাক্স দুৱাৰ আৱত

বাৰৰ মুঠাত ধৰি। মা. ক.।

কতোহোঁ দূৰত দুয়ো ভৈলা ভূমি পাৱ। মা. ক.।

প্ৰাকৃতিক বহুত ভাষাত 'হুম্' বিভক্তি ৰূপান্তৰিত হৈ চলিত আছে। সিবিলাক ভাষাত 'হুম্'ৰ 'হ' লোপ হৈছে আৰু লব্ধপ্ৰত্যয় বহুবচনৰ তিৰ্যক চিন (oblique plural termination) স্বৰূপে তিষ্ঠিছে। জন বিম্‌চে হিন্দীত অতি পুৰণি তিৰ্যক বহুবচনৰ চিন চাঁদৰ 'আনং' (প্ৰা. আণম্) বুলি ধৰিছে আৰু ই 'আণম্'-ৰ পৰা অপভ্ৰংশ 'হুম্' বিভক্তিৰ মাজেদি আহি হিন্দীত সোমাওঁতে ওঁ, ওঁ, আঁ আকৃতি ধাৰণ কৰিছে বুলি ভাবে[১]। কিন্তু এই তিনি বিভক্তি সংস্কৃত 'আনি'-ৰ ৰূপান্তৰ হোৱাও অসম্ভৱ নহয়। ইয়াতে এটা কথা কোৱা উচিত। সংস্কৃত 'স্য' ৰূপান্তৰিত হৈ স্স, সু, হো আৰু স্সু হোৱাটো সহজে বুজা যায়। কিন্তু সংস্কৃত 'আম্' (বা নাম্)ৰ পৰা কেনেকৈ হুম্, হুম্ বা আঁহ হয় তাক সহজে বুজা নাযায়। সংস্কৃত তাসাম্, যাসাম্ আদি ৰূপৰ অনুৰূপ

---

হয়; যেনে, বালাসৱ। হেমচন্দ্ৰৰো সেই মত,—"স্ত্ৰিয়াম্ জস্‌শসোৰুদোৎ"। হেমচ. ৪।৩৪৮। যেনে,

অপভ্ৰ.—ভাণ গণংতিএ অঙ্গুলিউ জজ্জৰিআউ নহেণ। স.—তেষাং গণয়ন্ত্যা অঙ্গুল্যো জৰ্জৰিতা নখেন।

(চ) "ইং নপুংসকে দীৰ্ঘো ৱা॥ নপুংসকে জশ্‌শসোৰ্ ইং স্যাৎ। প্ৰাগ্দীৰ্ঘো ৱা। বণাইং, বণইং; মুহুইং, মুহইং,।" ক্লীবলিঙ্গত কৰ্তা আৰু কৰ্মৰ বহুবচনত অকাৰান্ত শব্দৰ পাচত ইং হয় আৰু আগৰ স্বৰ কেতিয়াবা দীৰ্ঘ হয়। যেনে, বনসৱ, মধুসৱ।

হেমচন্দ্ৰৰো সেই মত—'ক্লীবে জস্‌শসোৰিম্'। হেমচ. ৪।৩৫৩। যেনে,

অপভ্ৰ.—কমলইম্ মেল্লবি অলিউলইম্ কৰিগংডাইম্ মহংতি। স.—কমলানি মুক্ত্বা অলিকুলানি কৰিগণ্ডান্ কাঙ্ক্ষন্তি।

মাৰ্কণ্ডেয়ৰ মতে ওপৰৰ বিভক্তি কেইটা কৰ্তা আৰু কৰ্মত ব্যৱহৃত হয়। তাৰ ভিতৰত হো আৰু হে ষষ্ঠীৰ বিভক্তি আৰু 'ও', 'উ' ষষ্ঠী বিভক্তি হো' আৰু 'সু'-ৰ ৰূপান্তৰ বুলি বিশ্বাস হয়।

১ See. Kellogg's Hindi Grammar, § 192.

প্ৰাচীন বিভক্তিৰ পৰা হম্, হুম্ আদি ওলোৱা সম্ভৱ। সি যিকি নহওক 'হুম্'ৰ হ অসমীয়াত লোপ নহল। ই পুৰণি অসমীয়াত হোঁ হৈছিল আৰু বৰ্ত্তমানত হুন্ হৈছে। যেনে, তা-হুন ( they ), সখি-হুন ( friends ), চিদা-হুন ( Chida and others )।

২৩২। আহঁা :

ওপৰত আমি পাই আহিছো ( §২৩১ ) যে সংস্কৃত ৬ষ্ঠী বিভক্তিৰ বহুৱচন 'নাম্' মাগধী প্ৰাকৃতত 'আহঁ' হয়[১]। ইয়াৰ পৰা অসমীয়া 'আহঁা' তিৰ্যক বহুবচনৰ চিন ( oblique plural termination ) হৈ ওলাইছে। যেনে, ৰামআহঁা ( Ram and others ), সখিআহঁা ( friends )। পুৰণি অসমীয়াত আহঁাৰ বহুল প্ৰয়োগ আছিল। যেনে,

'সবাহাঙ্ক আজি দ্বাৰকাক নিবো
গুছাইবো মাৱৰ শোক।' শঙ্কৰ।
'বাপাহাঁৰ মিত্ৰ মঞি হুয়ো পৰিচয়।' মা. ক.।
'সিকাৰণে দুইহান মিলাইলা হৰগৌৰী।' দুৰ্গাবৰ।
'খুন্টিয়াতে দশন ভাঙ্গিল সবেহাঁৰ।' হে. স.।

(ক) আহঁা, তাহঁা আদিৰ লগত এই 'আহঁা'ৰ সম্বন্ধ নাই। আহঁা ( these men ), তাহঁা ( those persons ) আদি সংস্কৃত আসাম্ ( বা এষাম্ ), তাসাম্ ( বা তেষাম্ ) আদিৰ অসমীয়া আকৃতি। পুৰণি অসমীয়াত তেনে শব্দৰ প্ৰচলন আছিল। যেনে,

'মৰিল তনয় মোৰ আহাঁৰেসে দোষে।' শঙ্কৰ।
'পৃথিবীত নাহি ৰাজা তাহান সমান।' শঙ্কৰ।
'প্ৰশান্ত পুৰুষ আনন্দময়।
তাহান্তো তোমৰা কৰা সংশয়॥' শঙ্কৰ।
'কহোঁ এৱে হৰি প্ৰকাশৰ যেনে ফল।
শ্ৰৱণ-কীৰ্ত্তন কৰে যাহাৰা সকল॥
তাহাঁৰ চিত্তত আসি প্ৰৱেশি অনন্ত।
স্ববাসনা নিঃশেষে দুঃখক সংহৰন্ত॥' মা. দে.।

(খ) 'আহঁা'ৰ হ লোপ হলে কেতিয়াবা 'আঁ' হয় আৰু সন্ধিৰ নিয়মে

---

১ 'আমো ডাঁহঃ ৱা।' হেমচ. ৪।৩০০।

ই 'য়াঁ' বা 'ৱাঁ' হয়। যেনে, ককাৰ (the elder brother), ককাৰাঁ, (thy elder brothers)। সেই দৰে ভাইয়াঁ (brothers—younger), বৌৱাঁ (elder brothers' wives), পোৱাঁ (sons), পৈয়াঁ (husbands), ইত্যাদি। আদিতে ই বহুবচনৰ ভাব প্ৰকাশ কৰিছিল। বৰ্তমানত সম্ভ্ৰমাৰ্থত একবচনত সাধাৰণতঃ ব্যৱহৃত হয়।

(গ) মাগধী প্ৰাকৃতৰ 'আহঁ' বিভক্তি বৈদিক 'আসঃ' বিভক্তিৰ পৰা অহাও অসম্ভৱ নহয়। বৈদিকত বহু ঠাইত প্ৰথমা বিভক্তিৰ বহুবচনত 'আসঃ' হয়। যেনে, বৈ. 'জনাসো অগ্নিং দধিৰে' (people worship Agni, ঋক্—১।৩৬।২) =স.—জনাঃ অগ্নিং দধিৰে; বৈ. পূৰ্ব্বাসঃ (past sages. ঋক্ ১।৩৫।১১)= স. পূৰ্ব্বাঃ; বৈ দেৱাসঃ (learned people, ঋক্ ১।২৬।৮)=স. দেৱাঃ; কণ্বাসঃ (Kanvas, ঋক্ ১।১৪।৫)=স. কণ্বাঃ; বৈ. বিপ্ৰাসঃ (savants, ঋক্ ১।২২।২২)=স. বিপ্ৰাঃ; ইত্যাদি। এই 'আসঃ'ৰ পৰা মাগধী প্ৰাকৃতৰ মাজেদি অসমীয়া আহঁা ওলোৱাটো একেবাৰে অসম্ভৱ নহয়।

২৩৩। হঁত:

কাত্যায়ন, বৰৰুচি আৰু মাৰ্কণ্ডেয়ৰ প্ৰাকৃত ব্যাকৰণ মতে 'হিংতো' 'সুংতো' পঞ্চমীৰ বহুবচনৰ বিভক্তি (§ ২৩১ foot-note, কাত্যা. ৫।৭, বৰৰু. ৫।৭)।[১] হেমচন্দ্ৰৰ 'প্ৰাকৃত প্ৰচাৰ'ৰ পৰা জানা যায় যে পৰৱৰ্তী কালত 'হিংতো' বিভক্তি একবচনতো ব্যৱহৃত হৈছিল[২]। অপভ্ৰংশ প্ৰাকৃতত এই বিভক্তি উভয় বচনতে 'হোংতও' বা 'হোংতউ হয়[৩]। যেনে, প্ৰা. কহাম্ হোম্তও আগদো=স. কুতঃ

---

১ 'ভ্যসো হিংতো সুংতো'।—কাত্যা ৫।৭ (প্ৰা. আধোৰণা গআহিংতো=স. অধোৰণা গজেভ্যঃ; প্ৰা. মেহাসুংতো গন্ধা পআ=স. মেঘেভ্যো গন্ধানি পয়াংসি।)

২ 'ঙসেস্তোদোদুহিহিংতোলুকঃ'।—হে. ৩।৮ (যেনে, প্ৰা. ৰচ্ছাহিংতো=স. বৃক্ষাৎ; মূলাহিংতো পৰহুঅৱহুকণ্ঠমূদ্দং দলন্তা=স. মূলাৎ প্ৰভৃতি পৰভৃতৱধূকণ্ঠমূদ্ৰাং দলন্তঃ, হে. ৩।৯; যেনে বৃক্ষেভ্যঃ—প্ৰা. ৰচ্ছাহিংতো, ৰচ্ছেহিংতো, ৰচ্ছাসুংতো, ৰচ্ছেসুংতো)।

৩ 'নবাদ্দেৰ্ডসেৰ্হাম্', হে. ৪।৩৫৫; (যেনে, প্ৰা. তহাম্ হোংতও আগদো=স. ততো ভবান্ আগতঃ)।

'ঙসিঙস্ভ্যাম্ তউতুঘ্রতুধ্ৰাঃ।' হে. ৪।৩৭২ (যেনে, প্ৰা. তউ হোংতউ আগদো)

"ভ্যসাভ্যাম্ তুম্হহম্"। হে. ৪।১৭৩ (যেনে, তুম্হহম্হোংতউ আগদো=স. ভবাদ্ ভবান্ আগতঃ)

'মহ মজ্ঝ ঙসিঙস্ভ্যাম্', হে. ৪।৩৭৯ (যেনে, মহহোংতউ গদো=স. মদ্ ভবান্ গতঃ।)

'অম্হহম্ ভ্যসাভ্যাম্', হে. ৪।৩৮০।

ভৱান্ আগতঃ=অ. কৰ পৰা আহিল? তুহ্ম হোংতউ আগদো=স. ত্বদ্ ভৱান্ আগতঃ=অ. তোমাৰ পৰা আহিল; অম্হহম্ হোংতউ গদো=স, অস্মদ্ ভৱান্ গতঃ=অ. আমালোকৰ পৰা গ'ল; ইত্যাদি।

এতিয়া আমি জানো অপভ্ৰংশ প্ৰাকৃতত ৫মী আৰু ৬ষ্ঠীৰ আকৃতি একে আৰু প্ৰাকৃতৰ সময়তে সকলো বিভক্তি লোপ হৈ কেৱল প্ৰথমা আৰু ৬ষ্ঠী বিভক্তিত পৰিণত হ'ল। আমি ওপৰত (§ ২৩০) এইটোও পাই আহিছো যে শেষৰ কালত প্ৰথমা বিভক্তিও লোপ হৈ কেৱল ৬ষ্ঠী থাকিল আৰু ৬ষ্ঠী বিভক্তিয়ে প্ৰথমাৰো বিভক্তি হল। এনে গোলমালৰ অৱস্থাতে প্ৰাকৃতিক ভাষাৰাশিত 'হিংতো' বা 'হোংতউ' ৰ পৰা লব্ধ বিভক্তি বহুবচনৰ চিন স্বৰূপে ৰই গল। আন ভাষাত 'হোংতউ'-ৰ হ লোপ হল; কিন্তু অসমীয়াত নহল। অসমীয়াত প্ৰথমে 'হোংতউ' ৰ পৰা হন্ত বা হন্তে হল আৰু তাৰ পিচত হঁত হল। পুৰণি অসমীয়াত হন্তৰ বহুল প্ৰয়োগ দেখা যায়। যেনে,

'তুইহন্তৰ আগত ভৈলন্ত শিশুৰূপ'। শঙ্কৰ
'দেৱ দৈত্য নৰ যক্ষ দানৱ যতেক নাগ
সবে হন্তে কৌতুকক পাইল। মা. ক.
'ছয় হন্তে পলাই গৈলা ৰাখি জীৱ মানে'। মা. ক.

বৰ্তমান অসমীয়া 'হঁত', পুৰণি অসমীয়া 'হন্ত' বা 'হন্তে' অপভ্ৰংশ 'হোংতউ' বা 'হোংতও', প্ৰাকৃত 'হিংতো' বা 'হোংতো'ৰ পৰা আহিছে। প্ৰাকৃত হোংতো সংস্কৃত ভৱৎ (ভৱান্) বা ভূ ধাতুৰ (present participle active voice) আকৃতি। এতেকে হঁত বাস্তৱিকে ভূ বা হ ধাতুৰ কৃদন্ত পদ[১]। হঁতটো সংজ্ঞা শব্দৰ বিষয়ত মানৱ জাতি বুজুৱা শব্দত হে যোগ হয়; যেনে, লৰাহঁত। কিন্তু সৰ্বনামৰ বিষয়ত সৰ্বত্ৰ চলে; যেনে, সিহঁত, ইহঁত, তাহঁত, ইত্যাদি।

কিন্তু 'হঁত'ৰ মূল ইৰাণী 'হেন্তি' বুলিহে অনুমান হয়। ইৰাণী ভাষাত সৰ্বনামৰ পাচত 'হেন্তি' প্ৰত্যয় বহুবচনৰ চিন স্বৰূপে ব্যৱহৃত হয়। যেনে, 'যোই হেন্তি ঐন্‌হো জেমো কনেন্তি'=Those who bury in this earth (Zend.—যোই হেন্তি=যিহঁতে, যিসকলে)[২]।

১ 'ন্তমানৌ', হেমচ. ৩।১৮০ (ক্রিয়াতিপত্তেঃ স্থানে ন্তমানাবাদেশৌ ভৱতঃ। হোন্তো, হোমাণো।)
'শত্রানশঃ', হেমচ. ৩।১৮১ (শতৃ-আনশিত্যেতয়োঃ প্রত্যেকম্ ন্ত মান ইত্যেতাবাদেশৌ ভৱতঃ)।

২ See Sacred Books of the East: Darmesteter: Vol IV. P. 265.

# অষ্টম আধ্যা।

## সংজ্ঞা-শব্দ ( Noun )।

### বিভক্তিৰ আকৃতি ( Case-affixes )।

২৩৪। সংস্কৃত, পালি আৰু ভাৰতৰ সংস্কৃতমূলক ভাষাত সাতটা বিভক্তি আছে। সিহঁতৰ আকৃতি আদিতে একে আছিল। বিভক্তিৰ পৰিবৰ্তন দেখুৱাবলৈ আমি তলত সংস্কৃত, পালি, প্ৰাকৃত, হিন্দী আৰু উড়িয়া বিভক্তিৰ আকাৰ দিলোঁ। বৈদিক বিভক্তিৰ আকাৰ সাধাৰণতঃ সংস্কৃতৰ দৰে।

| | সংস্কৃত | | | পালি | | প্ৰাকৃত | |
|---|---|---|---|---|---|---|---|
| বিভক্তি | একবচন | দ্বিবচন | বহুবচন | একবচন | বহুবচন | একবচন | বহুবচন |
| প্ৰথমা | সি ( : ) | ঔ | জস্ (অঃ) | সি (ও) | য়ো (আ) | ও | লোপ। (আ, এ) |
| দ্বিতীয়া | অম্ | ঔ | শস্ (আন্, অঃ ) | এন্ (ন্) | য়ো (এ) | ং (ম্) | তথা |
| তৃতীয়া | টা (আ,এন) | ভ্যাম্ | ভিস্ (এভ্যঃ) | না (এন) | হি (এহি, এভি, আহি ) | ণো (ণ) | হি, হিঁ, হিং |
| চতুৰ্থী | ঙে (আয়,এ) | ভ্যাম্ | ভ্যস্ | স স্সে | নন্ (আনন্) | — | — |
| পঞ্চমী | ঙসি (আৎ, অঃ) | ভ্যাম্ | ভ্যস্ | স্মা (ম্মা, হ্মা ) | হি (এহি, এভি আহি) | ত্তো, দো (ও), হু (উ), হিংতো ; লোপ। | ত্তো, দো (ও) হু (উ), হিংতো, মুংতো। |
| ষষ্ঠী | ঙস্ (স্য,:অঃ) | ওস্ | আম্ | স (স্স) | নন (আনন্) | স্স | ণো, (আণ) |
| সপ্তমী | ঙি (এ, ই) | ওস্ | সুপ্ (সু, এষু ) | স্মিন্, এ, ম্হি, স্মিন্ | সু (এসু, আসু) | ম্মে (এ), ম্মি | সু |

প্ৰাকৃতত চতুৰ্থী আৰু ষষ্ঠী একে[১]। পালি আৰু প্ৰাকৃতত দ্বিবচন নাই[২]। বৈদিকতো বহুত ঠাইত দ্বিবচনৰ ঠাইত বহুবচন হয়।

২৩৫। পালি। পুৰিস (স. পুৰুষ—man) শব্দ।

| | একবচন | বহুবচন |
|---|---|---|
| প্ৰথমা | পুৰিসো | পুৰিসা |
| দ্বিতীয়া | পুৰিসন্ | পুৰিসে |
| তৃতীয়া | পুৰিসেন | পুৰিসেহি, পুৰিসাহি, পুৰিসেভি। |
| চতুৰ্থী বা ষষ্ঠী | পুৰিসস্স | পুৰিসানন্ |
| পঞ্চমী | পুৰিস্সমা পুৰিসহ্মা | পুৰিসেহি, পুৰিসাহি, পুৰিসেভি। |
| সপ্তমী | পুৰিসে,-স্মিন্, পুৰিসম্হি, | পুৰিসেসু, পুৰিসাসু। |

২৩৬। প্ৰাকৃত ৰচ্ছ (স. বৃক্ষ—tree) শব্দ।

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | ৰচ্ছো | ৰচ্ছা |
| ২য়া | ৰচ্ছং | ৰচ্ছে |
| ৩য়া | ৰচ্ছেণ, ৰচ্ছাণ। | ৰচ্ছেহি, ৰচ্ছেহিঁ, ৰচ্ছেহিং |
| ৪র্থী | (ষষ্ঠীবৎ) | |
| ৫মী | ৰচ্ছত্তো, ৰচ্ছাও<br>ৰচ্ছাউ, ৰচ্ছাহি<br>ৰচ্ছাহিংতো, ৰচ্ছা। | ৰচ্ছত্তো, ৰচ্ছাও, ৰচ্ছাউ,<br>ৰচ্ছাহি, ৰচ্ছেহি, ৰচ্ছাহিংতো,<br>ৰচ্ছেহিংতো, ৰচ্ছাসুংতো, বচ্ছেসুংতো, |
| ৬ষ্ঠী | ৰচ্ছস্স | ৰচ্ছাণ, ৰচ্ছাণং। |
| ৭মী | ৰচ্ছে, ৰচ্ছেম্মি। | ৰচ্ছেসু। |

২৩৭। পূৰ্বাঞ্চলৰ প্ৰাকৃতিক ভাষাৰ বিভক্তি :—

প্ৰাকৃতিক ভাষাবিলাকত বিভক্তিৰ চিন একবচনত একে। বহুবচনৰ চিনৰ পাচত বিভক্তি যোগ কৰা হয়। তিৰ্যক বচন ভিন্ন আন ঠাইত শব্দটোৰ কোনো পৰিবৰ্তন নহয়। তলত পূৰ্বাঞ্চলৰ কেইটিমান ভাষাৰ বিভক্তি দেখুৱা হ'ল। স্ত্ৰীলিঙ্গ আৰু ক্লীবলিঙ্গতো বিভক্তিৰ আকাৰ পুংলিঙ্গৰ দৰে থাকে।

১ 'চতুৰ্থ্যাঃ ষষ্ঠী', কাত্যায়ন, ৬।১০৭। সখি গোবম্হণানং চ নমো হৰিহৰাণ চ—সখি গোব্ৰাহ্মণানাং চ নমো হৰিহৰয়োঃ।

২ 'দ্বিবচনে বহুবচনম্', কাত্যা, ৬।১০৬। দোহি বাহুহি বেঢ়ত্তি দপ্পই হা পওোপ্‌ফ্ৰম্—দ্বাভ্যাং বাহুভ্যাং বেষ্টতে দম্পতী হা পবন্দনম্।

| | অসমীয়া | বঙ্গলা | উড়িয়া | পূব হিন্দী | পশ্চিম হিন্দী |
|---|---|---|---|---|---|
| ১মা | ০, এ | — | — | — | নে |
| ২য়া | ক | কে, রে | কু, কি | কে | কো |
| ৩য়া | এ, রে, দি, দ্বারা | এ, দিয়া, দ্বারা | র, কর, দ্বারা | সে | সে, নে |
| ৪র্থী | ক, লৈ, লাগি | কে, এ | কু, কি | কে | কো |
| ৫মী | পরা | হইতে, থেকে | ঠাক, রু | সে | সে |
| ৬ষ্ঠী | র | র | র, কর্ | কৈ, কর | কা |
| ৭মী | এ, ত | তে এ | রে, করে, ঠারে মে, | পর. তক তলক মেঁ, | পর, তক, তলক। |

২৩৮। উদাহরণ স্বরূপে হিন্দী আরু উড়িয়া শব্দরূপ তলত দিলোঁ।

(ক) প. হিন্দী। ঘোড়া ( horse ) শব্দ।

| | একবচন | বহুবচন |
|---|---|---|
| ১। | ঘোড়া | ঘোড়ে |
| ২। | ঘোড়া, ঘোড়েকো | ঘোড়ে, ঘোড়েকো |
| ৩। | ঘোড়েনে | ঘোড়োঁনে |
| ৪। | ঘোড়েকো | ঘোড়োঁকো |
| ৫। | ঘোড়েসে | ঘোড়োঁসে |
| ৬। | ঘোড়েকা (—কে,—কী) | ঘোড়োঁকা (—কে, —কী)। |
| ৭। | ঘোড়েমেঁ ( তক,—পর,—তলক ) | ঘোড়োঁমেঁ (—পর, তক,—তলক ) |

(খ) পূব হিন্দী। পুরুষ ( person ) শব্দ।

| | একবচন | মৌলিক বহুবচন | যৌগিক বহুবচন |
|---|---|---|---|
| ১। | পুরুষ্ | পুরুষ্ | পুরুষলোগ, পুরুষন্লোগ |
| ২। | পুরুষ, পুরুষকে | পুরুষ্ বা পুরুষনকে | পুরুষলোগ, পুরুষলোগকে, পুরুষন্লোগ, পুরুষন্লোগকে |
| ৩। | পুরুষ্সে | পুরুষন্সে | পুরুষলোগন্সে, পুরুষন্লোগসে |
| ৪। | পুরুষ্কে | পুরুষন্কে | পুরুষলোগন্কে, পুরুষন্লোগকে |
| ৫। | পুরুষ্সে | পুরুষন্সে | পুরুষলোগন্সে, পুরুষন্লোগসে |

| | একবচন | মৌলিক বহুবচন | যৌগিক বহুবচন |
|---|---|---|---|
| ৬। | পুৰুষকৈ,—কে | পুৰুষন্‌কৈ,—কে | পুৰুষলোগন্‌কৈ,—কে, পুৰুষন্‌-লোগকৈ,—কে |
| ৭। | পুৰুষমে | পুৰুষন্‌মে | পুৰুষলোগন্‌মে, পুৰুষন্‌লোগমে |

(গ) উড়িয়া : পুৰুষ ( person ) শব্দ।

| | একবচন | বহুবচন |
|---|---|---|
| ১। | পুৰুষ | পুৰুষমানে। |
| ২। | পুৰুষকু | পুৰুষমানঙ্কু |
| ৩। | পুৰুষদ্বাৰা, বা কর্তৃক | পুৰুষমানঙ্কদ্বাৰা, বা কর্তৃক। |
| ৪। | পুৰুষকু | পুৰুষমানঙ্কু। |
| ৫। | পুৰুষঠাৰু | পুৰুষমানঙ্কঠাৰু। |
| ৬। | পুৰুষৰ | পুৰুষমানঙ্কৰ। |
| ৭। | পুৰুষঠাৰে | পুৰুষমানঙ্কঠাৰে। |

২৩৯। ইয়াৰ পৰা দেখা যায় যে হিন্দীৰ ( আৰু আন কিছুমান সংস্কৃতমূলক ভাৰতীয় ভাষাৰ ) প্ৰথমা আৰু দ্বিতীয়া বিভক্তিৰ একবচনত সংজ্ঞা-শব্দৰ কোনো পৰিবর্তন নঘটে। প্ৰথমা আৰু দ্বিতীয়াৰ যৌগিক বহুবচনত আৰু তৃতীয়াৰ পৰা সপ্তমীলৈ একবচনত কিছুমান সংজ্ঞা-শব্দৰ অন্ত্যবর্ণৰ পৰিবর্তন ঘটে। সেইদৰে তৃতীয়াৰ পৰা সপ্তমীলৈ বহুবচনতো সংজ্ঞা-শব্দৰ আন একৰকম পৰিবর্তন ঘটে। প্ৰথমা আৰু দ্বিতীয়াৰ বহুবচন আৰু তৃতীয়াৰ পৰা সপ্তমীলৈ একবচনৰ আকৃতি একে। এই আকৃতিক তির্যক একবচন আৰু তৃতীয়াৰ পৰা সপ্তমীলৈ বহুবচনৰ আকৃতিক তির্যক বহুবচন বোলে। এই কথা মনত ৰাখিব লাগে যে হিন্দী প্ৰথমা আৰু দ্বিতীয়াৰ সবল বহুবচন তির্যক একবচন ( অর্থাৎ তৃতীয়াৰপৰা সপ্তমীলৈ একবচনৰ আকৃতি ) ভিন্ন আন একো নহয়। প্ৰাকৃতিক আন ভাষাৰো সেই একে কথা। এই নিয়ম পুৰণি অসমীয়া ভাষাতো খাটে। বর্তমান অসমীয়াত এই নিয়ম খাটে নে নাখাটে সংজ্ঞা-শব্দৰ বিষয়ত তৎ ধৰিব নোৱাৰি ; কিয়নো বর্তমানত তির্যক একবচনত সংজ্ঞা-শব্দৰ কোনো পৰিবর্তন নঘটে। কিন্তু সৰ্বনামত হলে বর্তমানতো এই নিয়ম খাটে। উড়িয়াৰ দৰে অসমীয়াতো প্ৰথমাৰ বহুবচনত 'এ' হয়। কিন্তু উড়িয়াত প্ৰথমাৰ একবচনত কেতিয়াও 'এ' নহয়। অসমীয়াত কেতিয়াবা এ হয় আৰু কেতিয়াবা নহয় ; যেনে, ৰামে দেখিছে, ৰাম আছে।

২৪০। **তিৰ্য্যক বচনৰ মূল** ( Origin of oblique form )

সংস্কৃত ষষ্ঠীৰ একবচনৰ বিভক্তি 'স্য' মাগধী প্ৰাকৃতত 'শ্শ', 'স্স' বা আহ ( বা 'হ' ) হয়[১]। এই বিভক্তিৰ চিন অপভ্ৰংশ প্ৰাকৃতত 'হো' বা 'হু' আৰু 'হে' বা 'হি' হয়[২]। এইবিলাক বিভক্তি সকলো লিঙ্গত অকাৰান্ত, ইকাৰান্ত আৰু উকাৰান্ত শব্দৰ শেষত যোগ হয়। এইদৰে আমি অপভ্ৰংশ প্ৰাকৃতৰ ষষ্ঠীৰ একবচনত (১) অহো, ইহো, উহো ( বা অহু, ইহু, উহু ) আৰু (২) অহে, ইহে, উহে ( বা অহি, ইহি, উহি ) বিভক্তি পাওঁ। ইয়াৰ প্ৰথম বিধ পূৰ্বাঞ্চলৰ প্ৰাকৃতিক ভাষাত অহ, ইহ, উহ বা হ ইৎ হলে অ, ই, উ হয়। অসমীয়াত বৰ্ত্তমানত এই বিভক্তি সদাই হয়। যেনে, ৰামনাম ( অৰ্থাৎ ৰাম্+অ+ৰ নাম ) name of Ram ; নদী-কাষ bank of river ; শিশু-লীলা pastime of childhood, ইত্যাদি। দ্বিতীয় বিধ বিভক্তি পুব-ভাৰতৰ প্ৰাকৃতিক ভাষাত 'হ' ইৎ হোৱাত অই, ইই আৰু উই হয় অৰ্থাৎ এ ( =অ+ই ), ঈ ( =ই+ই ). আৰু উই ( =উ+ই হয়। যেনে, হিন্দী—'ঘোড়েকো' of a horse ( ইয়াত 'ঘোড়ে'ৰ একাৰ ); অসমীয়া—প্ৰথমা, তৃতীয়া আৰু সপ্তমীৰ একবচন 'ৰামে' ইয়াত একাৰ ( অৰ্থাৎ ৰাম+এ )=তিৰ্য্যক একবচন 'এ'=অপভ্ৰংশ প্ৰথমাৰ একবচনৰ বিভক্তি 'অহি'। সেইদৰে অসমীয়া প্ৰথমাৰ একব. লক্ষ্মীই বা লক্ষ্মী ( =লক্ষ্মী+ই ), শিশুই ( =শিশু+ই ), ইত্যাদি। এই শেষোক্ত আকৃতি বিৰল। সাধাৰণতঃ প্ৰথম বিধ আকৃতি ( এ ) ই যোগ হয় আৰু তেতিয়া লক্ষ্মীয়ে, শিশুৱে ইত্যাদি ৰূপ হয়। কিন্তু অপভ্ৰংশ প্ৰাকৃতৰ দ্বিতীয় বিধ বিভক্তি—অহি, ইহি, উহি পুৰণি অসমীয়াতো প্ৰথমাৰ একবচনত প্ৰচলিত আছিল।

যেনে, সবহি মিলিল আহি সিংহ দুৱাৰত। মা. ক.।

---

১ "অৱৰ্ণাদ্ বা ঙসো ডাহঃ"। হেমচ. ৪।২৯৯। ভগদত্তশোণিদাহ কুম্ভে—স. ভগদত্তশোণিতস্য কুম্ভঃ। পক্ষে, ভীমসেনশ্শ পশ্চাদো হিংডীঅদি—স. ভীমসেনস্য পশ্চাদ্ হিণ্ড্যতে। হিড়িম্বাএ ঘুডুক্কয়শোকে ণ উৱশমদি—স. হিড়ীম্বায়া ঘটোৎকচশোকো নোপশাম্যতি। ভীমসেনশ্শ, ভীমসেনস্স। হিড়িম্বাএ, হিড়িম্বাহ।

২ "ঙসঃ স্নহস্সৱঃ"। হেমচ. ৪।৩৩৮। "ঙসিভ্যস্ঙীনাম্ হেহুম্হয়ঃ"। হেমচ. ৪।৩৪১। "ঙস্ঙস্তোর্হে"। হেমচ. ৪।৩৫০। "ঙের্হি"। হেমচ। ৪।৩৫২।

পুত্ৰ পৰিবাৰ সবহি অসাৰ
কৰব কাহেৰি সাৰ। শঙ্কৰ।
পূৰ্ব দিশ প্ৰতি আপুনিহি চলি যাহাঁ। মা. ক.
সকলহি বানৰ আমাৰ নিজ ভক্ষ্য। মা. ক.

বৰ্তমানত ইয়াৰ চলতি নাই বুলিলেও হয়। ওপৰৰ উভয়বিধ আকৃতি পূৰ্বাঞ্চলৰ প্ৰাকৃতিক ভাষাৰ তিৰ্যক ( এক বা বহুবচনৰ ) আকৃতি বা চিনৰূপে ব্যৱহৃত হয় আৰু সেই দেখি ষষ্ঠী বিভক্তি তাত নিহিত থাকে।

সংস্কৃত ষষ্ঠী বহুবচনৰ বিভক্তি 'নাম্' মাগধী প্ৰাকৃতত 'ণং' বা 'আহঁ' ( বা 'হঁ' ) হয়[১] আৰু অপভ্ৰংশত হং, হুং বা হিং হয় ( §২৩৬ )। এই বিভক্তি কেইটা সকলো লিঙ্গত অকাৰান্ত ইকাৰান্ত, আৰু উকাৰান্ত শব্দৰ শেষত যুক্ত হয়। এইদৰে অপভ্ৰংশত আমি (১) অহং, ইহং, উহং, (২) অহুং ইহুং, উহুং আৰু (৩) অহিং, ইহিং, উহিং পাঁও। 'হ' ইৎ হলে (১) আঁ, ঈঁ, ঊঁ, (২) ঔঁ বা ওঁ, ঊঁ (৩) ঐঁ বা এঁ, ঈঁ, ইএঁ, উএঁ ( সন্ধিৰ নিয়ম দেখা ) পোৱা যায়। ইয়াৰ ভিতৰত অসমীয়াত কেৱল 'এঁ' হয়। এই 'এঁ' একবচনান্ত 'এ'ৰ লগত একে আকাৰৰ বিভক্তি হোৱাত শেষৰ কালৰ উভয়ৰ পাৰ্থক্য নথকা হল। পূৱাঞ্চলৰ ভাষাত ইয়াৰ কেইটিমান আকৃতি তিৰ্যক বহুবচনৰ বিভক্তিৰূপে ব্যৱহৃত হয় আৰু সেই দেখি তাত ষষ্ঠীৰ অৰ্থ নিহিত থাকে।

২৪১। (১) ওপৰত কোৱা হৈছে ( § ২৩০ ) যে পূব ভাৰতৰ প্ৰাকৃতিক ভাষাত তিৰ্যক বচনৰ চিন সংস্কৃত আৰু প্ৰাকৃতৰ ষষ্ঠী বিভক্তি ভিন্ন আন একো নহয়।

(২) আমি পাচত দেখুৱাম ( §§২৬৭—২৭৬ ) যে প্ৰাকৃতিক ভাষাৰ বিভক্তিৰ চিনবিলাক ( post-position ) সপ্তমী বিভক্তিযুক্ত সংজ্ঞা বা কৃদন্ত শব্দ। এতিয়া এই কথালৈ মন কৰিব লাগে যে দুটা শব্দ সংযোগ কৰিব লাগিলে পূৰ্বৰ শব্দটোক ষষ্ঠী বিভক্তিত ৰাখা হয়। যেনে, 'ৰামনাম' এই সংযুক্ত শব্দৰ প্ৰথমটোত ষষ্ঠী বিভক্তিৰ 'ৰ' উহ্য আছে, অৰ্থাৎ ৰামনাম=ৰামৰ নাম। এতেকে বিভক্তিৰ চিন ( যেনে, ক, লৈ. ৰ ইত্যাদি ) যোগ কৰাৰ আগতে বিশেষণীয় শব্দটোক ষষ্ঠীত থব লাগে। এতিয়া আমি জানোঁ এই চিহ্নৰাশি যোগ হোৱাৰ আগেয়ে শব্দটোক তিৰ্যক আকৃতিত সদায় ৰাখিব

---

১ 'আৰো ভাই ৰা'। হেমচ. ৪।৩০০

লাগে। যেনে, হিন্দী 'ঘোড়েকা', ইয়াত 'ঘোড়ে'ৰ একাৰযুক্ত 'ঘোড়ে' শব্দ। পুৰণি অসমীয়াৰ উদাহৰণ, 'আৰ নেদেখিবো ৰে! জীৱেৰ জীৱন বনমালী', শঙ্কৰ। 'মুৰাৰি পাটৈৰ থোপা পৰি পৰি হালে', দুৰ্গাবৰ। ইয়াত একাৰযুক্ত 'জীৱে', 'পাটে' তিৰ্যক আকৃতি। বৰ্তমান অসমীয়াত আৰু সচৰাচৰ পুৰণি অসমীয়াতো শব্দটো তিৰ্যক আকৃতিত ৰাখিছো নে নাই তাক সংজ্ঞা-শব্দৰ বিষয়ত ধৰিব নোৱাৰি, কিয়নো আমি ওপৰত (§ ২৪০) পাই আহিছো যে অপভ্ৰংশ প্ৰাকৃতৰ ষষ্ঠীৰ একবচনৰ চিন অহো, ইহো, উহো অসমীয়াত অ, ই, উ (অকাৰান্ত, ইকাৰান্ত আৰু উকাৰান্ত শব্দত) হয়। কিন্তু অসমীয়া সৰ্বনামৰ ৰূপ কৰোঁতে বিভক্তি যোগ কৰাৰ আগেয়ে আমি সৰ্বনাম শব্দটোক তিৰ্যক আকৃতিত নাৰাখি নোৱাৰো। যেনে, তদ্ শব্দৰ তিৰ্যক আকৃতি পুল্লিঙ্গৰ একবচনত 'তা' আৰু বহুবচনত 'তা' বা 'সি' হয়। যেনে, তাক, তাৰ, তাত; সিহঁতক, সিহঁতৰ, সিহঁতত; তাহঁতক, তাহঁতৰ, তাহঁতত; ইত্যাদি।

(৩) প্ৰাকৃত বৈয়াকৰণিকসকলে কয় যে ইদম্ অৰ্থত ষষ্ঠীৰ পাচত 'কেৰ শব্দ (post-position) যোগ হয়[১]। এতিয়া আমি জানো প্ৰাকৃতিক ভাষাত এই 'কেৰ'—(যেনে, হিন্দী,—কৈ, কৰ; অসমীয়া—কেৰি, ক, ৰ; যেনে, তাকেৰি, তাক, তাৰ—his)—শব্দৰ তিৰ্যক আকৃতিৰ লগত হে যোগ হয়। এতেকে প্ৰাকৃতিক ভাষাৰ তিৰ্যক আকৃতি আৰু প্ৰাকৃতৰ ষষ্ঠীৰ আকৃতি একে।

(৪) প্ৰাকৃতৰ সকলোকে একাকাৰ কৰিব খোজা লক্ষণে অপভ্ৰংশত সকলো কাৰকক নি এটা কাৰকত অৰ্থাৎ ষষ্ঠী বিভক্তিত পৰিণত কৰিছিল (§ ২৩০)। এতেকে প্ৰাকৃতিক ভাষাৰ সকলো বিভক্তিতে থাকা শব্দৰ সাধাৰণ আকৃতিটো ষষ্ঠী বিভক্তি ভিন্ন আন একো নহয়।

২৪২। অপভ্ৰংশ আৰু প্ৰাকৃতিক ভাষাৰ বিভক্তি একাকাৰ হোৱাৰ পিচত ভিন ভিন বিভক্তি নিৰ্দেশ কৰিবলৈ শেষৰ কালত প্ৰাকৃতিক ভাষাসৱত তিৰ্যক আকৃতিযুক্ত শব্দৰ পাচত ভিন ভিন সংজ্ঞ-বিভক্তি (post-position) যোগ কৰাৰ নিয়ম হ'ল। অসমীয়াত এই ভিন ভিন শব্দ-বিভক্তিৰ (post-position) চিন—ক, দি, ৰে. লৈ, লাগি, ৰ আৰু ত। এইদৰে সংস্কৃতৰ

18

১ "ইদমৰ্থস্ত কেৰঃ"। হেমচ. ২।১৪৭। যুষ্মদীয়=তুম্হকেৰো; অস্মদীয়=অম্হকেৰো।

সাতোটা বিভক্তি আকৌ পোৱা গ'ল। এতিয়া আমি পাইছো (§২৪০) যে অপভ্ৰংশ প্ৰাকৃতত ষষ্ঠীৰ আকৃতি কেইবাটাও. অৰ্থাৎ একবচনত 'হো' 'হে' আৰু বহুবচনত 'হম্' 'হিম্' আৰু 'হুম্'। এই নিমিত্তে প্ৰাকৃতিক ভাষাত কেইবাটাও তিৰ্যক আকৃতি ৰক্ষিত হৈছে। অসমীয়াত এই আকৃতি তিনি বিধ :—(১) অই ( =এ ), ইই ( =ঈ বা ই ), উই ; (২) অএ ( নাই ), ইএ, উএ ( অৰ্থাৎ অহে, ইহে, উহে ) আৰু (৩) অ, ই, উ। যেনে, (১) পাৰই, লতাই, নাৰায়ণে ; লক্ষ্মী বা লক্ষ্মীই, শিশুই ; (২) লক্ষ্মীয়ে ( =লক্ষ্মীএ ), শিশুৱে ( =শিশুএ ) ; (৩) ঘৰ-ক, কালী-ক। এই তিনি আকৃতিৰ এটাহে সাধাৰণতঃ সাধাৰণ তিৰ্যক আকৃতি ( অৰ্থাৎ বিভক্তি যোগ কৰিবৰ কাৰণে লোৱা আকৃতি ) ৰূপে ব্যৱহৃত হয়। আন দুটা আকৃতি এক বা ততোধিক বিভক্তিৰ বিশেষ আকৃতিৰূপে ব্যৱহৃত হয় আৰু এই বিশেষ আকৃতিৰ পিছত সচৰাচৰ আৰু আন কোনো চিন যোগ নহয়। অসমীয়াত 'এ'টো বিশেষ তিৰ্যক আকৃতি আৰু ই কৰ্তা, কৰণ আৰু অধিকৰণ কাৰকত ( অৰ্থাৎ প্ৰথমা, তৃতীয়া আৰু সপ্তমী বিভক্তিত ) ব্যৱহৃত হয়। যেনে,

'শুনিলন্ত হৰে পাচে কথা বিপৰীত।', শঙ্কৰ
'দুঃশাসন হিয়া কুঠাৰে চিৰে।', শঙ্কৰ
'গলে বনমালা শোভে কৌস্তুভ কণ্ঠত।', শঙ্কৰ
'পুতি থৈলো প্ৰতিমাক বালুকায় ঢাকি।', শঙ্কৰ
'ক্ৰোধে বুলিলন্ত লক্ষ্মী শাপি।', শঙ্কৰ
'আপোনাৰে মাৰ্গক চেলেকে নিজ মুই।', দৈত্যাৰি

সেইদৰে.—পাৰই, সেই নামে মানুহ, এই বিষয়ে কৈছে, ইত্যাদি। দ্বিতীয় বিধ আকৃতি কেবল কৰ্তাত ব্যৱহৃত হয়। যেনে, মতিয়ে, শিশুৱে। তৃতীয় বিধ চিন অ, ই, উ ( অৰ্থাৎ হ্ৰ ) আন বিভক্তিৰ তিৰ্যক আকৃতিৰূপে ব্যৱহৃত হয়। যেনে, ৰাম-ক, মতি-ক, শিশু-ক। কেতিয়াবা এই আকৃতি কৰ্তাতো চলে। যেনে, ৰাম গল ( Ram has gone ), মতি আহিল ( Mati has come ), শিশু উঠিল ( the child has awaken ), ইত্যাদি। অ, ই, উ ( অৰ্থাৎ অকাৰান্ত, ইকাৰান্ত আৰু উকাৰান্ত শব্দ ) বুলিলে আ, ঈ, ঊ-কো ধৰিব লাগে। ইয়াত অ, আ-ৰ সলনি অ ; ই, ঈ, এ, ঐ-ৰ সলনি ই আৰু উ ঊ, ও, ঔ-ৰ সলনি উ ধৰা হৈছে।

২৪৩। পুৰণি কালত তিৰ্যক আকৃতি ( যেনে, এ ) যেনেকৈ ষষ্ঠী বিভক্তিৰ

দ্বাৰা সাধিত হৈছিল তেনেকৈ পৰবৰ্তী কালতো তিৰ্যক আকৃতি নতুন ষষ্ঠী বিভক্তিৰ চিনৰ দ্বাৰা দেখুৱা হৈছিল। এই তিৰ্যক বিভক্তিৰ চিন তৃতীয়া, চতুৰ্থী আৰু পঞ্চমী বিভক্তিত হে দেখা যায়। যেনে, ঘৰৰ দ্বাৰা, ঘৰক লাগি, ঘৰৰ পৰা। ইয়াত ক, ৰ ষষ্ঠীৰ চিন আৰু তাৰ পাচত দ্বাৰা, লাগি আৰু পৰা শব্দ-বিভক্তিৰ (posts-position ) যোগ হৈছে। সংস্কৃত আৰু প্ৰাকৃতৰ দৰে পুৰণি অসমীয়াতো পঞ্চমী আৰু ষষ্ঠীৰ চিন কেতিয়াবা একে হৈছিল। যেনে,

'দিলা লড় নামি উড়লৰে।' শঙ্কৰ

'কৰ্ণত গুঞ্জাৰ থোকা মাথে মৈৰা-পাখী।', শঙ্কৰ

---

# নবম অধ্যা

## সংজ্ঞা-শব্দ ( Noun )

## অসমীয়া বিভক্তি

## ( Assamese case-affixes )

২৪৪। **বিভক্তি** ( case affixes )। ধাতু আৰু প্ৰাতিপদিকৰ পাচত যিবিলাক প্ৰত্যয় যোগ কৰি ধাতু আৰু শব্দৰ ৰূপ কৰা হয় সিবিলাকৰ নাম বিভক্তি ( verbal and case-affixes : § ৪১০ )। তলত অসমীয়া বিভক্তি ( case-affixes ) দেখুৱা হল। শব্দত যোগ হোৱা প্ৰত্যয়ৰ নাম শব্দ-বিভক্তি আৰু ধাতুত যোগ হোৱা প্ৰত্যয়ৰ নাম ক্ৰিয়া-বিভক্তি।

(ক) একবচন

প্ৰথমা বিভক্তি—০, এ ( ই )।

দ্বিতীয়া বিভক্তি—০, ক্।

তৃতীয়া বিভক্তি—এ, ৰে, দি, দ্বাৰা।

চতুৰ্থী বিভক্তি—ক্, লৈ, লাগি।

পঞ্চমী বিভক্তি—পৰা।

ষষ্ঠী বিভক্তি—ৰ্।

সপ্তমী বিভক্তি—এ, ত্।

বহুবচনতো বিভক্তি একে ; কেৱল প্ৰাতিপদিকৰ ( base ৰ ) পিচত

আগেয়ে বহুবচনৰ প্ৰত্যয় যোগ কৰি লৈ তাৰ পিচত হে বিভক্তি Post-position ) যোগ কৰিব লাগে। বহুবচনত সম্ভ্ৰমাৰ্থত সকল, লোক, তুচ্ছাৰ্থত বোৰ, হঁত, গিলা আৰু উভয়তে বিলাক, সব আদি বহুবচনৰ প্ৰত্যয় যোগ হয়।

কোনো কোনো বৈয়াকৰণিকে ক্, লৈ, ৰ্ আৰু ত্-ৰ আগত অ-যোগ কৰি অক্, অলৈ, অৰ্ আৰু অত্ বিভক্তি আৰু ৰে আৰু দি-ৰ আগত এ-যোগ কৰি এৰে আৰু এদি বিভক্তি কৰে। কিন্তু অক্, অলৈ আদিৰ আদি 'অ' স্বাৰ্থিক 'অ' ( =ক ) প্ৰত্যয় আৰু এৰে, এদি-ৰ আদি 'এ' তৃতীয়া বিভক্তি 'এ'। আকৌ, ব্যঞ্জনান্ত প্ৰাতিপদিকৰ পাচত যেনেকৈ ক্, লৈ আদিৰ আগত অ যোগ কৰিব লাগে তেনেকৈ স্বৰান্ত প্ৰাদিপদিকৰ পাচতো অক্, অলৈ আদি বিভক্তিৰ 'অ' লোপ কৰিব লাগে। সেই দেখি বিভক্তিৰ এই উভয়বিধ আকৃতিকে আমি শুদ্ধ বুলি ভাবোঁ।

(খ) **মূল** ( Origin and Derivation )। এইদৰে বিভক্তি যোগ কৰাৰ নিয়ম দ্ৰাবিড়ী আৰু বড়ো ভাষাৰ বিশেষত্ব। সংস্কৃত একবচন আৰু বহুবচনৰ বিভক্তি পৃথক পৃথক। যেনে, স.—নৰঃ ( a man ), নৰাঃ ( men ) : নৰেণ ( by a man ), নৰৈঃ ( by men ), ইত্যাদি। কিন্তু তীব্বতীয় বা বড়ো আৰু দ্ৰাবিড়ী ভাষাত উভয় বচনতে বিভক্তি একে। কেবল একবচনৰ বিভক্তি প্ৰাতিপদিকত আৰু বহুবচনৰ বিভক্তি বহুবচনৰ প্ৰত্যয়ৰ পাচত যোগ হয় যেনে,

একবচন

| | | প্ৰথমা। | তৃতীয়া। | ষষ্ঠী। |
|---|---|---|---|---|
| তীব্বতীয় :— | বড়ো :— | | | |
| | কছাৰী— | নৃ | নৃ-জাং | নৃ-নি। |
| | গাৰো— | নক্ | নক্-ছি | নক্-নি। |
| | চুটিয়া— | ন্সা | ন্সা-ছাং | ন্সা-য়ো। |
| | ভুটিয়া— | ছিম্ | ছিম্-গী | ছিম্-গি। |
| দ্ৰাবিড়ী :— | | | | |
| | তামিল— | মানেই | মানেই-আল্ | মানেই-ইনাডু। |
| অসমীয়া— | | ঘৰ | ঘৰেৰে | ঘৰৰ। |
| English— | | a house : | by a house : | of a house : |

বহুবচন

**তীব্বতীয় :—বড়ো :—**

| | | | |
|---|---|---|---|
| **কছাৰী—** | ন্-ফুৰ্ | ন্-ফুৰ্-জাং | ন্-ফুৰ্-নি। |
| গাৰো— | নক্-ৰাং | নক্-ৰাং-ছি | নক্-ৰাং-নি। |
| চুটিয়া— | স্যা-লাজু | স্যা-লাজু-ছাং | স্যা-লাজু-য়ো। |
| ভুটিয়া— | ছিম্-ছু | ছিম্-ছু-গী | ছিম্-ছু-গি। |

**দ্রাবিড়ী :—**

| | | | |
|---|---|---|---|
| তামিল— | মানেই-গল্ | মানেই-গল্-আল্ | মানেই-গল্-ইনাড়ু। |
| **অসমীয়া—** | ঘৰ-বোৰ্ | ঘৰ-বোৰে-ৰে | ঘৰ-বোৰ-ৰ্। |
| **English—** | houses : | by houses : | of houses. |

বড়ো আৰু দ্রাবিড়ীৰ এই বিশেষত্ব অসমীয়াত ৰক্ষিত হৈছে।

বড়ো ভাষাৰ আন এটি বিশেষত্বৰ কথা ইয়াত কোৱা উচিত। অসমীয়া ভাষাৰ এনে বিশেষত্ব যে তির্য্যক বিভক্তি তাৰ কথা আগেয়ে কোৱা হৈছে (§ ২৪৩)। বড়ো ভাষাত পঞ্চমী বিভক্তি যোগ কৰাৰ আগেয়ে প্রাতিপদিকৰ পাচত ষষ্ঠী বিভক্তি যোগ কৰা হয়। কছাৰী পঞ্চমী বিভক্তি বাস্তৱিকে 'স্রাই' আৰু চুটিয়া পঞ্চমী বিভক্তি 'বাছাপি'। ষষ্ঠী বিভক্তি কছাৰীত 'নি' আৰু চুটিয়াত 'য়ো'। এই ষষ্ঠী বিভক্তি নিজ নিজ পঞ্চমী বিভক্তিৰ আগত যোগ হয় আৰু লব্ধ পঞ্চমী বিভক্তি কছাৰীত 'নি-স্রাই' আৰু চুটিয়াত 'য়ো-বাছাপি' হয়। যেনে, কছাৰী—ন্ (a house), ন্-নি (of a house), ন্-নি-স্রাই (from a house); চুটিয়া—স্যা (a house), স্যা-য়ো (of a house), স্যা-য়ো-বাছাপি (from a house)। গাৰো ষষ্ঠী বিভক্তি 'নি' আৰু পঞ্চমী বিভক্তি 'অনি' বা অনিখো। শেষোক্ত বিভক্তিৰ 'নি' ষষ্ঠী বিভক্তি হব পায়। অসমীয়া পঞ্চমী বিভক্তি 'পৰা' যোগ হোৱাৰ আগেয়ে এই দৰে প্রাতিপদিকৰ পাচত ষষ্ঠী বিভক্তি 'ৰ' যোগ হয়। বড়ো ভাষাৰ এই বিশেষত্বৰ ছাঁ অসমীয়াত সোমোৱা অসম্ভৱ নহয়।

২৪৫। **(১) প্রথমা বিভক্তি (Nominative case-affix)**

(ক) ওপৰত কৈ অহা হৈছে যে ষষ্ঠীৰ ৰূপ বা তির্য্যক আকৃতি কেতিয়াবা প্রথমা বিভক্তিতো চলিছিল (§ ২৪২)। সেই নিয়মে অসমীয়া

প্ৰথমা বিভক্তিৰ দুই ৰকম ৰূপ সম্ভৱ :—(১) অ, ই, উ আৰু (২) অই (=এ), ইই (=ঈ বা ই), উই। যেনে, ৰাম, মতা, মতি, লক্ষ্মী, শিশু, বধূ, পিতৃ, ভুবে, মৈ, গাৰো, মৌ—( অৰ্থাৎ হ্ৰস্ব বা দীৰ্ঘাকৃতি বা weak or strong form উভয়তে )। এনে ৰূপ সত্তা বা পতন অৰ্থত সাধাৰণতঃ অকৰ্মক ধাতুৰ লগত ব্যৱহৃত হয়। আৰু (২) ৰামে, পাৰই, কৃষ্ণে, কৃষ্ণই, মতাই, মতায়ে, মতি বা মতিএ ( -য়ে ), লক্ষ্মী বা লক্ষ্মীএ ( -য়ে ), শিশুই বা শিশুএ ( -ৱে ), বধূই, বধূএ ( -ৱে ), পিতৃই, পিতৃএ ( য়ে- ), ভুবে, ভুবেই, মৈএ ( -য়ে ), গাৰোই ( -ৱে ), মৌএ ( -ৱে ) ইত্যাদি। এই ৰূপ সচৰাচৰ সকৰ্মক ক্ৰিয়াৰ লগত ব্যৱহৃত হয়। কান্দ, হাঁহ আদি কিছুমান অকৰ্মক ক্ৰিয়াৰ লগতো ব্যৱহৃত হয়। যেনে, ৰামে হাঁহে ( Ram laughs )।

(খ) অ, আ, উ, ঊ, এ আৰু ও-ৰ পাচত 'ই' আৰু 'এ' উভয় আকৃতি চলে। পুৰণি অসমীয়াত সচৰাচৰ 'এ' হে চলিছিল বা কোনো চিন যোগ নহৈছিল। যেনে,—

কৃষ্ণক কলঙ্ক দিয়া ডৰি সত্ৰাজিত।
আপোনাৰ কন্যা আনি দিলন্ত কৃষ্ণক ॥—শঙ্কৰ
তুষ্ট হুয়া সূৰ্য্যে স্যমন্তক তাঙ্ক দিলা।
সত্ৰাজিতে মহামণি কণ্ঠত পিন্ধিলা ॥—শঙ্কৰ
যশোদা দেখে পুত্ৰ গৈলা ডৰি।—শঙ্কৰ
যশোদা সুন্দৰী দেখন্ত পাছে।—শঙ্কৰ
ৰশ্মিয়ে চক্ষুক পীড়ে দেখে প্ৰজাঝাক।—শঙ্কৰ
শুনিয়া হিৰণ্য কশিপু হুনাই
শোধয় কথা পুত্ৰত।—শঙ্কৰ
শৰীৰকো পীড়ে ব্যাধি চক্ষুৱে নাকলে।—শঙ্কৰ

(গ) ইকাৰান্ত আৰু ঋকাৰান্ত শব্দৰ পাচত সাধাৰণতঃ 'ই' নহয়; হোৱা উচিতো নহয়। কিয়নো মূলমতে ( §§ ২৪০।২৪২ ) শব্দটো ইকাৰান্ত গুচি ঈকাৰান্ত হোৱা উচিত। অসমীয়াত কিন্তু সচৰাচৰ এই পৰিবৰ্তন নহয়। সেই দেখি 'ই'ৰ ব্যৱহাৰ অনাৱশ্যক। সাধাৰণতঃ লক্ষ্মীই এনে ৰূপ নহয়; লক্ষ্মী বা লক্ষ্মীএ এনে হয়।

(ঘ) অকাৰান্ত শব্দৰ 'অ' বিকল্পে লোপ হয়। যেনে, সিংহই বা সিংহে। কিন্তু 'বাঘই' এনে ৰূপ নহয়, কিয়নো ই ব্যঞ্জনান্ত শব্দ।

(ঙ) 'এ' যোগ হলে পদান্তৰ উ, ঊ,ও, ঔ-ৰ পাচত 'ৱ' আৰু ই, ঈ, ঋ, এ, ঐ-ৰ পাচত 'য়' হয় ( § ৬৫ )। যেনে, শিশুৱে, সকলোৱে, লক্ষ্মীএ ( -য়ে ), ভুবেয়ে, পিতৃএ ( -য়ে ), ইত্যাদি।

(চ) সেইদৰে পদান্তৰ অকলশৰীয়া 'ও' আৰু 'এ'ৰ ঠাইত যথাক্রমে 'ৱ' আৰু 'য়' হয় ( §৬৫ )। যেনে, গাওঁ—গাঁৱে। তির্যক একবচনত বিকল্পে হয়। যেনে, গাওঁক বা গাঁৱক, গাওঁৰ বা গাঁৱৰ, ইত্যাদি।

(ছ) অনুস্বাৰান্ত শব্দৰ অনুস্বাৰৰ ঠাইত তির্যক একবচনত সদায় 'ঙ' বা 'ঙ্গ' হয়। যেনে, ঠেঙে বা *ঠেঙ্গে*; ঠেঙক বা *ঠেঙ্গক*; ইত্যাদি।

(জ) তির্যক একবচনত ব্যঞ্জনান্ত শব্দৰ পাচত 'অ' যোগ হয়। যেনে, কুকুৰ, কুকুৰক, কুকুৰৰ, কুকুৰত, ইত্যাদি।

## (২) দ্বিতীয়া বিভক্তি ( Accusative case-affix )

(ক) মানুহ আৰু দেৱতা বাচক বা ডাঙৰ বস্তু বুজুৱা শব্দৰ পাচত দ্বিতীয়া বিভক্তিৰ চিন 'ক' যোগ হয়।

যেনে, ক্ষত্রিয়ক কাটিলা পৰশু কৰে ধৰি।—শঙ্কৰ

মথুৰাক আসি ৰামে সমে আলোচিলা।—শঙ্কৰ

(খ) ইতৰ জন্তু বা বস্তু বুজুৱা শব্দত সাধাৰণতঃ 'ক' যোগ নহয়। যেনে, কলম কাটে ( mends the pen ), মাছ মাৰে ( catches fish ), ইত্যাদি।

কেনে মাটি খাইলি অৰে গোপাল।
কোবাই আজি তোৰ ফাড়িবো ছাল॥—শঙ্কৰ

## (৩) তৃতীয়া বিভক্তি ( Instrumental case-affix )

(ক) 'এ' ৰ প্রকৃতি প্রথমা বিভক্তি 'এ'ৰ অনুৰূপ। যেনে,

কোন কর্মে পাৱে সংসাৰ পাৰ।—শঙ্কৰ

(খ) পুৰণি সাহিত্যত প্রথমা বিভক্তিত সাধাৰণতঃ 'ই' নহয়, কিন্তু তৃতীয়াত হয়। যেনে,

প্রলয় অপায় তাৰিলা লীলাই।—শঙ্কৰ
বৰাহ শৰীৰি পৃথিবী উদ্ধাৰি।—শঙ্কৰ
ঘোড়ায় সহিতে পেলাইলা মাৰি।—শঙ্কৰ

(গ) ৰে বা দি যোগ হলে পদান্তৰ ই, ঈ, এ, ঐ, ঋ—ৰ পাচত বিকল্পে 'য়ে' আৰু উ, ঊ, ও, ঔ-ৰ পাচত বিকল্পে "ৱ" হয় আৰু 'য়ে'টো কেতিয়াবা 'ই' ত পৰিণত হয়। যেনে, বাদুলিৰে, বাদুলিদি বা বাদুলিয়েৰে, বাদুলিয়েদি ( by the bat ); পহুৰে, পহুদি বা পহুৱেৰে, পহুৱেদি, পহুইদি ( by the deer ) : ইত্যাদি।

(ঘ) ব্যঞ্জনান্ত শব্দৰ পাচত 'ৰে' আৰু 'দি' বিভক্তিৰ আগত 'এ' আৰু 'দ্বাৰা' আৰু 'পৰা' বিভক্তিৰ আগত 'অৰ্' হয়। যেনে, বাট্ ( path ), বাটেৰে, বাটেদি, বাটৰ দ্বাৰা, বাটৰ পৰা, ইত্যাদি।

(ঙ) 'ৰে' আৰু 'দি' বিভক্তিৰ আগত অকাৰান্ত শব্দৰ 'অ'ৰ ঠাইত বিকল্পে 'এ' হয়। যেনে, সিংহেৰে, সিংহেদি বা সিংহৰে, সিংহদি ( বিৰল ) ( by lion )। কিন্তু পাৰৰে, পাৰদি, ইত্যাদি।

(চ) 'দ্বাৰা' আৰু 'পৰা' বিভক্তি পাচত থাকিলে স্বৰান্ত শব্দত প্ৰথমে 'ৰ' আৰু ব্যঞ্জনান্ত শব্দত 'অৰ্' যোগ হয়। যেনে, ইন্দ্ৰিয়ৰ দ্বাৰা, ইন্দ্ৰিয়ৰ পৰা : বাটৰ পৰা, ইত্যাদি।

(ছ) পুৰণি অসমীয়াত দ্বাৰা বিভক্তিৰ আগত কেতিয়াবা 'ৰ' যোগ নহৈছিল। যেনে,

সি চিত্তশুদ্ধিদ্বাৰায়ে জ্ঞানক পায়।—ভট্টদেৱ

দেৱসবো বৃষ্টিদ্বাৰে শস্য সম্পূৰ্ণ কৰি তোৰাক বৃদ্ধি কৰাউক।

—ভট্টদেৱ

(জ) বৰ্তমানতো কেতিয়াবা 'দ্বাৰা', 'দি', 'সৈতে' যোগত ষষ্ঠীৰ চিন গুচে। যেনে, হাতৰ দ্বাৰা ; হাতদ্বাৰা, হাতেদি হাতদি ; হাতেৰে সৈতে, হাতেসৈতে ( with hand ) ; ইত্যাদি।

### (৪) চতুৰ্থী বিভক্তি ( Dative case-affix )

(ক) 'ক'-ৰ প্ৰকৃতি দ্বিতীয়া বিভক্তি 'ক'-ৰ অনুৰূপ। যেনে, বামুণক ধন দিয়া ( Give money to the Brahmin )।

(খ) 'লাগি' যোগ হলে সংজ্ঞা শব্দৰ পাচত 'ক' যোগ হয়। যেনে,

গৃহক লাগি আসে সত্ৰাজিত।—শঙ্কৰ

খুন্দিলা হস্তীক কৃষ্ণক লাগি।—শঙ্কৰ

ঘৰক লাগি যাওঁ ( I go home )।

(গ) 'লাগি' যোগ নহলে চতুৰ্থীত দ্বিতীয়া বিভক্তি হয়। যেনে,

তপক মনে গৈল মন্দৰক।—শঙ্কৰ

কৈক যাইবি নৰসিংহ কৰিবো দোহাৰ।—শঙ্কৰ

(ঘ) 'লৈ' বিভক্তিৰ আগত 'ক' যোগ নহয়। যেনে, ঘৰলৈ গল ( has gone home ), গুৰুলৈ দক্ষিণা দিয়া ( give presents to the preceptor )।

## (৫) পঞ্চমী বিভক্তি ( Ablative case-affix )

(ক) 'পৰা'-ৰ লক্ষণ ওপৰত দিয়া হৈছে; যেনে,

বৰুণৰ পৰা তাঙ্ক আনিলা উদ্ধাৰি।—শঙ্কৰ।

(খ) কেতিয়াবা 'পৰা' যোগ নোহোৱাতো পুৰণি অসমীয়াত পঞ্চমীৰ কাম ৬ষ্ঠীৰ দ্বাৰা সিদ্ধ হৈছিল ( § ২৪৩ ); যেনে,

বৃষভৰ নামি হৰ আৰো গৌৰী মায়।—শঙ্কৰ

(গ) পুৰণি অসমীয়াত 'হন্তে' পঞ্চমী বিভক্তিৰূপে সচৰাচৰ ব্যৱহৃত হৈছিল। যেনে, 'মোত হন্তে হৰে চৰাচৰ'। মাধৱদেৱ। 'হন্তে'ৰ আগত 'ত' যোগ হয়।

(ঘ) পুৰণি অসমীয়াত 'সন্তে'ও কেতিয়াবা পঞ্চমী বিভক্তিৰূপে ব্যৱহৃত হৈছিল। যেনে,

ভয় সন্তে নৃপতিৰ শিহৰিল গাৱ।—মা. কন্দলি

## (৬) ষষ্ঠী বিভক্তি ( Genitive case-affix )

(ক) বৰ্তমান ষষ্ঠীৰ চিন 'ৰ'। যেনে, ৰামৰ ঘৰ ( House of Ram )।

(খ) পুৰণি অসমীয়াত 'ক' 'কেৰি' আৰু কেতিয়াবা 'এৰ' ষষ্ঠীৰ চিন ৰূপে চলিছিল; যেনে,

গাৱে উজাগৰে কৃষ্ণক গীত।—শঙ্কৰ

বৎসক স্নেহে যেন ধেনু ধায়।—শঙ্কৰ

যাকেৰি নাহি উপাম।—মাধৱদেৱ

জীৱেৰ জীৱন মুকুন্দ মুৰাৰি।—শঙ্কৰ

## (৭) সপ্তমী বিভক্তি ( Locative Case-affix )

(ক) 'এ'ৰ লক্ষণ ওপৰত দিয়া হৈছে।

(খ) ব্যঞ্জনান্ত শব্দৰ পাচত সপ্তমী বিভক্তিত কেতিয়াবা 'এ'ৰ ঠাইত 'ই' হয়। এই নিয়ম পুৰণি অসমীয়াত বেছিকৈ চলিছিল। যেনে 'যেহি

দিগে চায় যেন সূৰ্য্যৰ জৰতি'।—শঙ্কৰ। 'চাবি দিকি দৃষ্টি ভৰি চাহন্ত নিৰখি'। হেম. সৰ.। অনুসৰি, সললি, ইত্যাদি। স্বৰান্ত শব্দৰ পাচতো কেতিয়াবা 'এ'ৰ ঠাইত 'ই' হোৱা দেখা যায়; যেনে,

আছন্ত সবে যদি খেদ চিত্তি।—শঙ্কৰ

(গ) বৰ্ত্তমানত সচৰাচৰ 'ত' সপ্তমীৰ চিন। পুৰণি অসমীয়াতো ইয়াৰ ব্যৱহাৰ আছিল। যেনে,

গুৰুত শিখিলা কিবা কহিয়ো আমাত।—শঙ্কৰ

### (৮) সম্বোধন ( Vocative case-ending )

সবল প্ৰথমা বিভক্তিৰ চিনে ইয়াৰো চিন। যেনে, হে ৰাম, হেৰা মনু, ইত্যাদি।

---

# দশম আধ্যা

## শব্দ প্ৰকৰণ।

### সংজ্ঞা-শব্দ ( Noun )

### শব্দৰূপ ( Declension )

### নৰ ( man ) শব্দ।

| ২৪৭। | একবচন | বহুবচন [১] |
|---|---|---|
| প্ৰথমা বিভক্তি। | নৰ, নৰে | নৰসকল, নৰসকলে। |
| দ্বিতীয়া „ । | নৰক | নৰসকলক। |
| তৃতীয়া „ । | নৰে, নৰেৰে, নৰেদি, নৰৰ দ্বাৰা। | নৰসকলে, নৰসকলেৰে, নৰসকলেদি. নৰসকলৰ দ্বাৰা। |
| চতুৰ্থী „ । | নৰক, নৰলৈ, নৰক লাগি | নৰসকলক, নৰসকললৈ, নৰসকলক লাগি। |

---

১ সম্ভ্ৰমাৰ্থত নৰসকল, নৰলোক, তুচ্ছাৰ্থত নৰবোৰ, গিলা, আৰু উভয় অৰ্থত নৰসব, নৰবিলাক হয়। তাৰ বাহিৰে নৰজাক, নৰগণ, নৰকুল, নৰবৰ্গ ইত্যাদি ৰূপো হব পাৰে। শেষোক্ত ৰূপ বিৰল।

| | একবচন | বহুবচন |
|---|---|---|
| পঞ্চমী " । | নৰৰ পৰা | নৰসকলৰ পৰা। |
| ষষ্ঠী " । | নৰৰ | নৰসকলৰ। |
| সপ্তমী " । | নৰে, নৰত | নৰসকলে, নৰসকলত। |
| সম্বোধন " । | হে নৰ | হে নৰসকল। |

২৪৭। অকাৰান্ত পাৰ ( pigeon ) শব্দ

| একবচন | বহুবচন |
|---|---|
| ১। পাৰ, পাৰই | পাৰবিলাক, পাৰবোৰ, পাৰগিলা, পাৰবিলাকে, পাৰবোৰে, পাৰগিলাই। |
| ২। পাৰ, পাৰক | পাৰবিলাক, পাৰবোৰ, পাৰগিলা, পাৰবিলাকক, পাৰবোৰক, পাৰগিলাক। |
| ৩। পাৰে, পাৰৈ, পাৰদ্বাৰা | পাৰবিলাকেৰে, পাৰবোৰেৰে, পাৰবিলাকৰ-দ্বাৰা, পাৰবোৰৰ দ্বাৰা, পাৰগিলাইদি, পাৰবিলাকেদি, পাৰগিলাৰ দ্বাৰা। |
| ৪। পাৰক, পাৰলৈ, পাৰক লাগি | পাৰবিলাকক, পাৰবোৰক, পাৰগিলাক, পাৰবিলাকলৈ, পাৰবোৰলৈ, পাৰগিলাক লাগি। |
| ৫। পাৰৰ পৰা | পাৰবিলাকৰ পৰা, পাৰবোৰৰ পৰা, পাৰগিলাৰ পৰা। |
| ৬। পাৰৰ | পাৰবিলাকৰ, পাৰবোৰৰ, পাৰগিলাৰ। |
| ৭। পাৰত | পাৰবিলাকত, পাৰবোৰত, পাৰগিলাত। |
| ৮। সম্বোধন—হে পাৰ | হে পাৰবিলাক, হে পাৰবোৰ, হে পাৰগিলা। |

২৪৮। অকাৰান্ত সিংহ ( lion ) শব্দ

| একবচন | বহুবচন |
|---|---|
| ১। সিংহ, সিংহে, সিংহই | সিংহবিলাক, সিংহবোৰ, সিংহগিলা, সিংহবিলাকে, সিংহবোৰে, সিংহগিলাই। |
| ২। সিংহ, সিংহক | সিংহবিলাক, সিংহবোৰ, সিংহগিলা, সিংহবিলাকক, সিংহবোৰক, সিংহগিলাক। |

---

১ সাধাৰণতঃ তৎসম শব্দৰ পাচত তৎসম চিন আৰু অন্যৰ শব্দৰ পিচত বিলাক, বোৰ আৰু গিলা যোগ হয়।

| | |
|---|---|
| ৩। সিংহে, সিংহেৰে, সিংহেদি, সিংহৰ দ্বাৰা। | সিংহবিলাক, সিংহবোৰ, সিংহগিলা, সিংহবিলাকেদি, সিংহবিলাকৰ দ্বাৰা সিংহবোৰ, সিংহবোৰেৰে, সিংহবোৰেদি, সিংহগিলাই, সিংহগিলাইদি, সিংহগিলাৰ দ্বাৰা। |

ইত্যাদি।

২৪৯। আকাৰান্ত ঘোড়া ( horse ) শব্দ

| | |
|---|---|
| ১। ঘোড়া, ঘোড়াএ ( -য়ে ), ঘোড়াই | ঘোড়াবিলাক, ঘোড়াবোৰ, ঘোড়াগিলা, ঘোড়াবিলাকে, ঘোড়াবোৰে, ঘোড়াগিলাই। |
| ২। ঘোড়া, ঘোড়াক | ঘোড়াবিলাক, ঘোড়াবোৰ, ঘোড়াগিলা, ঘোড়াবিলাকক, ঘোড়াবোৰক, ঘোড়াগিলাক। |
| ৩। ঘোড়াৰে, ঘোড়াইদি, ঘোড়াৰ দ্বাৰা | ঘোড়াবিলাকেৰে, ঘোড়াবিলাকেদি, ঘোড়াবিলাকৰ দ্বাৰা, ঘোড়াবোৰেৰে, ঘোড়াবোৰেদি, ঘোড়াবোৰৰ দ্বাৰা, ঘোড়াগিলাইদি, ঘোড়াগিলাৰ দ্বাৰা। |

ইত্যাদি।

২৫০। ঈকাৰান্ত মালী ( florist ) শব্দ

| একবচন | বহুবচন[1] |
|---|---|
| ১। মালী, মালীএ ( —য়ে ) | মালীবিলাক, মালীবিলাকে। |
| ২। মালীক | মালীবিলাকক। |
| ৩। মালীৰে, মালীদি, মালীদ্বাৰা | মালীবিলাকেৰে, মালীবিলাকেদি, মালীবিলাকৰ দ্বাৰা। |

ইত্যাদি।

২৫১। উকাৰান্ত শিশু ( child ) শব্দ[1]

| | |
|---|---|
| ১। শিশু, শিশুএ ( -য়ে ), শিশুই | শিশুগণ, শিশুসবে, শিশুসব, শিশুগণে। |
| ২। শিশুক | শিশুসবক, শিশুগণক। |
| ৩। শিশুএ ( -য়ে ) শিশুৰে, শিশুইদি, শিশুৰ দ্বাৰা | শিশুগণে, শিশুসবে, শিশুগণদ্বাৰা, শিশুসবৰ দ্বাৰা, শিশুবিলাকেৰে, শিশুবিলাকেদি। |

ইত্যাদি।

১ মালীবোৰ, মালীগিলা; শিশুবিলাক, শিশুবোৰ, শিশুগিলা।

২৫২। ঋকাৰান্ত পিতৃ ( father ) শব্দ[১]

| | |
|---|---|
| ১। পিতৃ, পিতৃএ ( -য়ে ) | পিতৃসকলে, পিতৃসকল। |
| ২। পিতৃক | পিতৃসকলক। |
| ৩। পিতৃএ ( -য়ে ), পিতৃৰে, পিতৃদি, পিতৃদ্বাৰা। | পিতৃসকলে, পিতৃসকলেৰে, পিতৃসকলেদি, পিতৃসকলদ্বাৰা। |

ইত্যাদি।

২৫৩। একাৰান্ত ডুবে ( a family of Brahmins ) শব্দ

| একবচন | বহুবচন[১] |
|---|---|
| ১। ডুবে, ডুবেয়ে, ডুবেই | ডুবেবিলাক, ডুবেবিলাকে। |
| ২। ডুবেক | ডুবেবিলাকক। |
| ৩। ডুবেৰে, ডুবেদি, ডুবেদ্বাৰা | ডুবেবিলাকেৰে, ডুবেবিলাকেদি, ডুবেবিলাকৰ দ্বাৰা। |

ইত্যাদি।

২৫৪। ঐকাৰান্ত 'মৈ' ( harrow ) শব্দ

| | |
|---|---|
| ১। মৈ, মৈএ ( -য়ে ) | মৈবোৰ, মৈগিলা, মৈবোৰে, মৈগিলাই। |
| ২। মৈ বা মৈক | মৈবোৰ, মৈগিলা, মৈবোৰক, মৈগিলাক। |
| ৩। মৈৰে, মৈদি, মৈদ্বাৰা | মৈবোৰে, মৈবোৰেদি, মৈবোৰৰ দ্বাৰা, মৈগিলাদি, মৈগিলাৰ দ্বাৰা। |

ইত্যাদি।

২৫৫। ওকাৰান্ত গাৰো ( a hill tribe ) শব্দ

| | |
|---|---|
| ১। গাৰো, গাৰোএ ( -য়ে ), গাৰোই | গাৰোবিলাক, গাৰোবিলাকে। |
| ২। গাৰোক। | গাৰোবিলাকক। |
| ৩। গাৰোৰে, গাৰোইদি, গাৰোদ্বাৰা | গাৰোবিলাকেৰে, গাৰোবিলাকেদি, গাৰোবিলাকৰ দ্বাৰা। |

ইত্যাদি।

---

১। 'পিতৃসব' এনেও হব পাৰে। ডুবেসকল, ডুবেসব, ডুবেবোৰ, ডুবেগিলা; গাৰোসকল, গাৰোসব, গাৰোবোৰ, গাৰোগিলা, এনেও হয়।

২৫৬। ঔকাৰান্ত বৌ ( a kind of fish ) শব্দ

| একবচন | বহুবচন[১] |
|---|---|
| ১। বৌ, বৌএ ( -য়ে ) | বৌবোৰ, বৌবোৰে। |
| ২। বৌ, বৌক | বৌবোৰ, বৌবোৰক। |
| ৩। বৌৱে, বৌদি বৌদ্বাৰা | বৌবোৰেৰে, বৌবোৰেদি, বৌবোৰৰ দ্বাৰা। |

ইত্যাদি।

২৫৭। ব্যঞ্জনান্ত বাট্ ( path ) শব্দ

| | |
|---|---|
| ১। বাট্, বাটে | বাটবোৰ, বাটবোৰে।[১] |
| ২। বাট্, বাটক | বাটবোৰ, বাটবোৰক। |
| ৩। বাটেৰে, বাটেদি, বাটৰ দ্বাৰা ইত্যাদি। | বাটবোৰেৰে, বাটবোৰেদি, বাটবোৰৰ দ্বাৰা, ইত্যাদি। |

তৎসম শব্দৰ লগত সাধাৰণতঃ তৎসম বা তদ্ভব বহুবচনৰ চিন যোগ হয়; আৰু তদ্ভব আৰু দেশজ শব্দৰ লগত দেশজ চিন যোগ হয়।

---

# একাদশ আধ্যা

## শব্দ প্ৰকৰণ।

## সংজ্ঞা শব্দ ( Noun )।

## কাৰক ( Case )।

২৫৮। **কাৰক** ( Case )

ক্ৰিয়াৰ লগত যাৰ অন্বয় তাৰ নাম কাৰক। অসমীয়া ভাষাত ছয়টা কাৰক আছে—কৰ্তা, কৰ্ম, কৰণ, সম্প্ৰদান, অপাদান, অধিকৰণ। সম্বন্ধ পদ কাৰক নহয়, কিয়নো ক্ৰিয়াৰ লগত তাৰ অন্বয় নহয়। সম্বোধন পদ কৰ্তাকাৰকৰ অনুৰূপ। বিভক্তি সাতটি ছয় কাৰক আৰু সম্বন্ধ পদৰ

---

১। বৌগিলা, বৌবিলাক; বাটবিলাক, এনেও হয়।

চিনৰূপে যোগ হয়। বিভক্তিৰ আকৃতি কেইটাক দুই শ্ৰেণীত ভাগ কৰিব পাৰি,—(১) মৌলিক ( simple ) আৰু (২) যৌগিক ( compound ) বিভক্তি। যি বিভক্তি সংজ্ঞা-শব্দৰ লগত যোগ হৈ নিজৰ অস্তিত্ব হেৰুৱায় তাক মৌলিক বিভক্তি বোলে। এ, ক, ৰে, দি, লৈ আৰু ত এই কেইটি মৌলিক বিভক্তি ( simple case-affixes )। যি বিভক্তিয়ে সংজ্ঞা শব্দৰ লগত যোগ হলেও নিজৰ আকৃতি অপৰিবৰ্তিত অৱস্থাতে ৰাখে তাৰ নাম যৌগিক বিভক্তি ( compound case-affixes )। এনে বিভক্তিয়ে সংজ্ঞা-শব্দৰ পাচত এটা পৃথক শব্দৰূপে বহি বিভক্তি নিৰ্দেশ কৰে। কিন্তু এনে অৱস্থাত ই সংজ্ঞা-শব্দৰ সাধাৰণতঃ ৬ষ্ঠী বিভক্তিৰ পাচত যোগ হয়। 'দ্বাৰা', 'লাগি' আৰু 'পৰা' যৌগিক বিভক্তিৰ আকৃতি। যেনে, ঘৰৰ দ্বাৰা, ঘৰক লাগি, ঘৰৰ পৰা। কোনো কোনোএ যৌগিক বিভক্তিৰ অস্তিত্ব স্বীকাৰ কৰিব নোখোজে। তেওঁলোকে কয় যে কৰ্তৃক, হতুৱাই, সৈতে, প্ৰতি, নিমিত্তে, অৰ্থে, পৰ্যন্ত আদি শব্দৰ দৰে তেনে শব্দ যোগ হোৱাত বিভক্তি নিৰ্ণয় হয় মাথোন। যেনে, ৰাম কৰ্তৃক (অৰ্থাৎ ৰামৰ দ্বাৰা), ৰামৰ হতুৱাই, ৰামে সৈতে, তাৰ বা তাক প্ৰতি, ৰামৰ নিমিত্তে, ঘৰৰ অৰ্থে, ঘৰ পৰ্যন্ত, ইত্যাদি। এইবিলাকৰ দৰে 'দ্বাৰা', 'লাগি', 'পৰা'ও বাস্তৱিকে বিভক্তি নহয়। কিন্তু মহাজনসকলে এই কেইটাক বিভক্তি বুলি উল্লেখ কৰিছে। সেই দেখি আমিও কৰিলোঁ। যৌগিক বিভক্তি পৰিত্যাগ কৰিলে অসমীয়া পঞ্চমী বিভক্তি নাথাকে ; তেতিয়া ৫মী আৰু ৬ষ্ঠী বিভক্তি একে হয় ( § ২৪৩ )। বড়োভাষাত অপাদান কাৰকৰ বিভক্তি অসমীয়াৰ দৰে প্ৰথমে প্ৰাতিপদিকৰ পাচত ৬ষ্ঠী বিভক্তি যোগ কৰি আৰু তাৰ পিচত স্বতন্ত্ৰ শব্দ-বিভক্তি ( post-position ) যোগ কৰি নিৰ্দেশ কৰা হয়। যেনে,

| | অসমীয়া | কছাৰী | চুটিয়া | গাৰো | অৰ্থ |
|---|---|---|---|---|---|
| প্ৰথমা বিভক্তি | ঘৰ | ন্ | ন্থা | নক | a house |
| ষষ্ঠী " | ঘৰৰ | ন্-নি | ন্থা-ন্নো | নক্-নি | of a house |
| পঞ্চমী " | ঘৰৰ পৰা | ন্ নি-ফ্ৰাই | ন্থা-ন্নো-বাছাপি | নক-ওনি-কো | from a house. |

এই নিয়ম বোধকৰো অসমীয়াত ৰক্ষিত হৈছে।

২৫৯। **কৰ্তাকাৰক** ( Nominative case )

যি কাম কৰে বা যি হয় সি কৰ্তা। কৰ্তাকাৰকত প্ৰথমা বিভক্তি হয়।

যেনে, ৰাম আহিল; ৰামে বন কৰিছে। পুৰণি অসমীয়াত কৰ্তাকাৰকৰ চিন শূন্য বা 'এ' ( য়ে, ৰে ) আছিল। যেনে,

দেখি জাম্বৱন্ত বীৰ বিড়ঙ্গ।
লৈলন্ত মাণিক মাৰিয়া সিংহ ॥—শঙ্কৰ

বৈশানপায়ন বদতি শুনিয়ো নৰেশ্বৰ।—ৰামসৰ.

প্ৰহ্লাদে শিখান্ত গাৱে গোবিন্দৰ গীত।—শঙ্কৰ

বৰ্তমান অসমীয়াত প্ৰথমা বিভক্তি এ ( =য়ে, ৰে ), ই বা শূন্য কৰ্তাকাৰকত প্ৰয়োগ হয়। যেনে সাধুসকলে সজ পথ দেখুৱায়; লক্ষীএ অনুগ্ৰহ কৰে; শিশুএ (-ৱে ) বা শিশুই কান্দে; লতাই গছত মেৰাই উঠে; বেলি উঠিল; ইত্যাদি।

(ক) অকৰ্মক ক্ৰিয়াৰ কৰ্তাত সচৰাচৰ কোনো বিভক্তি যোগ নহয়। যেনে, ৰাম আছে, গছ পৰিল। কিন্তু হাঁচ্, কান্দ, কাহ্, হাঁহ্, নাচ্ ইত্যাদি কিছুমান অকৰ্মক ক্ৰিয়াৰ কৰ্তাত প্ৰথমা বিভক্তি ( বা তিৰ্যক বিভক্তিৰ চিন ) 'এ' যোগ হয় ( § ২৪৫ ); যেনে, ৰামে কান্দে।

২৬০। **কৰ্মকাৰক** ( Objective case ):—

যি কাম কৰা যায় বা ক্ৰিয়াৰ যি ব্যাপ্য তাৰ নাম কৰ্ম। কৰ্মকাৰকত দ্বিতীয়া বিভক্তি হয়; যেনে, ৰাবণে সীতাক হৰি নিছিল, 'বাহু উপৰক তুলি নিসঙ্গ হয়া অঙ্গীকাৰ কৰা'। ভট্ট দে.। সি ঘৰক যায় ( =হিন্দী—ৱহ ঘৰকো জাতা হৈ=স.—সঃ গৃহং গচ্ছতি )। বৈদিকতো এনে হৈছিল; যেনে,

নহি ৱামস্তি দূৰকে যত্ৰা ৰথেন গচ্ছথঃ।
অশ্বিনা সোমিনো গৃহং ॥—ঋক্ ১।২২।৪

( হে অশ্বীদ্বয়! ৰথেদি য'তে হক মানুহৰ ঘৰক যোৱা; কিয়নো তোমালোকৰ পক্ষে ই দূৰ নহয় )।

(ক) 'ক' যোগ ( use of post-position 'ক' )

কৰ্মপদ বিশেষকৈ সুকীয়াভাবে নিৰ্দেশ কৰিব লাগিলে দ্বিতীয়া বিভক্তিৰ চিন 'ক' যোগ কৰা হয়; অন্যথা হলে তেনে কৰা নহয়। এই নিয়মৰ বিষয়ে ইয়াকে কব পাৰি যে জ্ঞানী জীৱৰ জাতি, সম্বন্ধ বা নামবোধক শব্দ কৰ্ম হলে তাত 'ক' যোগ হয়। যেনে, এনে কানীয়াক কোনেও বিশ্বাস নকৰে; ৰামক মাতিছো, ইত্যাদি। কিন্তু (১) জ্ঞানহীন জীৱ, (২) অচেতন

পদাৰ্থ আৰু (৩) দোষ, গুণ বা অৱস্থাবোধক শব্দৰ পাচত 'ক' যোগ নহয়। যেনে, (১) গোৰখীয়াই গৰু চৰায়, (২) হনুমন্তে লঙ্কা পুৰিছিল, (৩) মোৰ দোষ নধৰিবা, ইত্যাদি। কৰ্মপদক অনিশ্চিতভাৱে ব্যক্ত কৰিব খুজিলে 'ক' যোগ কৰিব নালাগে। এই নিয়ম জ্ঞানী জীৱতো খাটে। যেনে, সি পোষ্যপুত্ৰ ললে। কিন্তু কৰ্মপদ নিশ্চিতভাৱে নিৰ্দেশ কৰিব খুজিলে জ্ঞানহীন বা অচেতন পদাৰ্থ বা অৱস্থাবোধক শব্দৰ লগতো 'ক' যোগ কৰিব লাগে। যেনে, নলে শিলকো ওপঙ্গাব পাৰিছিল;

আপোনাৰ মহিমাক আপুনি বেকত কৰি
জীৱক কৰিয়ো পৰিত্ৰাণ।—মা. দে.।
সম্পদকো জানা মুহি সম্পদ। জানা আপদকো মুহি আপদ॥
—শঙ্কৰ

আকৌ, বহুবচনৰ দ্বাৰা যেতিয়া সমষ্টিমাত্ৰ নিৰ্দেশ কৰা যায় তেতিয়া 'ক' যোগ হয়; যেনে, সি আয়তীসকলক বুলন দিছে; শ্ৰীকৃষ্ণে ১৬০০০ কন্যাক প্ৰাগ্‌জ্যোতিষপুৰৰ পৰা লগত নিছিল। কিন্তু সমষ্টি নুবুজাই এটা এটাকৈ সকলোটিকে বুঝালে 'ক' যোগ নহয়। যেনে, সাড়াই ৰাইজ মাতিছে; সি মেলকি গোটাইছে অৰ্থাৎ এটা এটাকৈ মাতিছে। একে বাক্যতে কৰ্ম আৰু সম্প্ৰদান থাকিলে সাধাৰণতঃ 'ক' যোগ নহয়: যেনে, বাসুদেৱে যশোদাক নিজপুত্ৰ দিছিল।

### (খ) সম্বন্ধী কৰ্ম ( Cognate accusative )

কেতিয়াবা কেতিয়াবা একে ধাতুৰ পৰা ওলোৱা বিশেষ্য সেই ধাতুৰ ক্ৰিয়াপদৰ কৰ্ম হয়। ইয়াক সম্বন্ধী কৰ্ম ( Cognate accusative ) বোলে। যেনে, মাত নামাতিবি; এঘুমটি[1] ঘুমাইছে; তেনে চাল চালিছে; এমাৰ মাৰিলে; চৰাইএ গীত গাইছে; ভৰণি ভৰিলো; বৰঙণি বৰগিছে; বোল বুলিছে;

সাৰ্থক ৰৱক ৰৱিলা সুন্দৰী
কন্যা বৰ বিচক্ষণী।—মা. দে.।

### (গ) স্থানবোধক কৰ্ম ( Accusative of place )

যি ঠাইলৈ যোৱা যায় সি কৰ্ম। যেনে, পাটলিপুত্ৰক চলক ( cf. হিন্দী.

১। 'এঘুমতি'—এনেও হব পাৰে।

পাটলিপুত্ৰকো চলিয়ে )। সম্প্ৰদানো হয়; যেনে, পাটলিপুত্ৰলৈ চলক। কিন্তু এনে স্থলত সংস্কৃতত হলে কৰ্মকাৰকতে দ্বিতীয়া আৰু চতুৰ্থী দুয়ো বিভক্তি বিধান কৰিছে।

(ঘ) **দ্বিকৰ্মক ক্ৰিয়া** ( Verbs with two accusatives )

বহুত ক্ৰিয়াৰ দুটা কৰ্ম থাকে। এনে ক্ৰিয়া দুবিধ—(১) পাচনী ক্ৰিয়া আৰু (২) যাচ্, শোধ্, ক, শাস্, জি, ৰুধ্, নি, বহ্, হৰ্, গ্ৰহ্, কৰ্, পাত্, ভাব্ আদি দ্বিকৰ্মক ধাতু। ওপৰত উক্ত নিয়মে জ্ঞানী জীৱবাচক শব্দ বা সৰ্বনামৰ লগত 'ক' যোগ হয়; কিন্তু আন কৰ্মটোত প্ৰায়ে 'ক' যোগ নহয়। যেনে, মই তাক ভাত খুৱালো; সম্ৰাটে দুখীয়াক ধন যাচিছে; সি তাক প্ৰশ্ন সুধিছিল; দাৰুকে কৃষ্ণক প্ৰভাসক নিছিল;

সীতাক ৰামক দিবা পুৰি মনোৰথ।—মা. দে.।
পূৰ্বে এক বৰ দিয়া আছাহা আমাক।
ভক্তি দেখি আৰু বৰ দিবে খোজা মোক॥ মা. দে.।

২৬১। **কৰণ কাৰক** ( Instrumental case )

যাৰ দ্বাৰা ক্ৰিয়া নিষ্পন্ন হয় তাৰ নাম কৰণ। কৰণ কাৰকত তৃতীয়া বিভক্তি হয়; যেনে, কটাৰীৰে তামোল কাটিলে; 'নাযাইবেক তল সেতু বান্ধিয়ো পাথৰে'।—মা. ক.; 'মুখ দিয়া হুপিয়া কৰোক পুঁজ বাজ।'—মা. দে.; 'জ্ঞান দ্বাৰায়ে মোক্ষ লভিবা'।—ভট্ট. দে.; 'হাতেদি নাজানো তাল যে মন্দিৰা, মুখেদি নাজানো গীত'।—মনকৰ; ইত্যাদি।

২৬২। **সম্প্ৰদান কাৰক** ( Dative case )

যাক দান কৰা যায় বা যাৰ উদ্দেশ্যে কোনো কাম কৰা যায় তাৰ নাম সম্প্ৰদান। সম্প্ৰদান কাৰকত চতুৰ্থী বিভক্তি হয়; যেনে, সি ইষ্টদেৱতাক পুষ্পাঞ্জলি দিছে; ব্ৰাহ্মণলৈ দক্ষিণা দিয়া; তাক লাগি বাট চাবা;

ব্ৰাহ্মণক লাগি গৃহ সজাইলা অপাৰ।—শঙ্কৰ
দিলা দান দক্ষিণা ঋত্বিজ আচাৰ্য্যক।—শঙ্কৰ

সম্প্ৰদান কাৰক তলত লিখা অৰ্থত ব্যৱহৃত হয়:—

(১) কৰ্মবোধক ( Objective dative )—যেনে, বলৰামে সকলোকে আশাভৰসা দি আছিল।

(২) আৱশ্যকবোধক ( Dative of necessity )—যেনে, আমি সভাক যাব লাগিব বা সভালৈ যাব লাগিব। ( cf. হি.—পর্বকো পহুঁচা চাহিয়ে )।

(৩) সম্বন্ধবোধক ( Dative of possession )—পুৰণি অসমীয়াত সাধাৰণতঃ প্ৰচলিত ; যেনে,

বিদূৰক লাগি চান্ত হুৱা উঠি থিয়।—শঙ্কৰ
গাৱে উজাগৰে কৃষ্ণক গীত।—শঙ্কৰ
তাক নকহিলো পদ বাহুল্যক দৰে।—শঙ্কৰ
যদিবা আমাকে স্নেহে আইলা গোপীগণ।—শঙ্কৰ

ইয়াত ‘ক’ বাস্তবিকে ৬ষ্ঠীৰ চিন।

(৪) উদ্দেশ্যৰূপ কাৰণবোধক ( Dative of cause )—যেনে, সি ধানক বা ধানলৈ গৈছে ( অৰ্থাৎ ধান আনিবলৈ গৈছে )।

হেন জানি সাজিবোহো দুৰ্গ দ্বাৰকাক।
মনুষ্য নপাৰে যেন তাক লঙ্ঘিবাক॥—শঙ্কৰ

এনে ঠাইত সম্প্ৰদান ক্ৰিয়াবাচক।

২৬৩। **অপাদান কাৰক** (Ablative case)

যাৰ পৰা কোনো বস্তু পৃথক হয় বা ভয়, ত্ৰাণ, জন্ম, বাৰণ, পৰাজয়, বিৰাম, আদান, বা অন্তৰ্ধান হয় তাক অপাদান কাৰক বোলে। অপাদান কাৰকত ৫মী বিভক্তি হয়। যেনে, হাটৰ পৰা চাউল আনিলো। তলত লিখা শ্ৰেণীত অপাদান কাৰক বিভাগ কৰিব পাৰি :—

(১) স্থানীয় অপাদান ( Local ablative )—যি ঠাইৰ পৰা চলন, পতন, মিলন, বিশ্লেষণ ইত্যাদি হয় তাৰ নাম স্থানীয় অপাদান। যেনে, সি হাবিৰ পৰা ঘৰলৈ আহিল ; ‘মস্তকৰ পৰা পাদ পৰ্য্যন্তে।’—শঙ্কৰ।

(২) সাময়িক অপাদান ( Temporal ablative )—যি সময়ৰ পৰা জন্ম, উৎপত্তি, আৱিৰ্ভাৱ ইত্যাদি হয় তাক সাময়িক অপাদান বুলিব পাৰি। যেনে, পুৱাৰ পৰা গধুলিলৈ বাট হাটিছো ; তেতিয়াৰ পৰা মই যোৱাই নাই।

(৩) উৎপত্তি বা কাৰণবোধক ( Ablative of source and cause ) — যেনে, তই কি পাপৰ পৰা এনে মূৰ্খ হলি ; কুঁহিয়াৰৰ পৰা গুড় হয় ; ইত্যাদি।

(৪) ব্যৱহাৰবোধক ( Ablative of use )—যেনে, ইয়াৰ পৰা কি কাম ; ঘোড়াৰ পৰা সময় ৰক্ষা হয় ; ইত্যাদি।

২৬৪। **সম্বন্ধ পদ** ( Genitive case )

**যাৰ লগত সম্বন্ধ তাক সম্বন্ধ পদ বোলা যায়। সম্বন্ধ পদত ষষ্ঠী বিভক্তি হয়। তলত লিখা অৰ্থত সাধাৰণতঃ সম্বন্ধ পদ ব্যৱহৃত হয়:—**

(১) সম্বন্ধ-বোধক ( Genitive of relationship )—যেনে, তোমাৰ ভাই।

(২) অধিকাৰ-বোধক ( Genitive of possession )—যেনে, ৰামৰ হাতী।

(৩) সজুলিবোধক ( Genitive of material )—যেনে, 'সুবৰ্ণৰ খাটিকামি মাণিকৰ কৰা'। 'লগাই আছে হীৰাৰ কপাট।'—শঙ্কৰ

(৪) উৎপত্তি-বোধক ( Genitive of origin )—যেনে, কাউৰীৰ কা কা ৰব ; শিয়ালৰ খেকখেকি ; জন্মৰ পাপ ; বৰ্ষণৰ পানী ; বন্দুকৰ আওৱাজ ; পৰ্বতৰ জুই।

(৫) কাৰণ-বোধক ( Genitive of cause )—যেনে, কামৰ ভাগৰ ; প্ৰৱাসৰ দুখ ; ভাঙৰ নিছা।

(৬) স্থান-বোধক ( Genitive of place )—যেনে, কামৰূপৰ কামাখ্যা ; নৰকৰ কীট ; স্বৰ্গৰ তৰা।

(৭) বয়স-বোধক ( Genitive of age )—যেনে, পাঁচ বছৰৰ ল'ৰা ; পোন্ধৰ বছৰৰ ঘৰ।

(৮) গুণবোধক ( Genitive of quality )—যেনে, নানা তৰহৰ বস্তু ; সুখৰ বাতৰি।

(৯) ব্যৱহাৰ-বোধক ( Genitive of use )—যেনে, উড়িবৰ কাপোৰ ; হাতৰ লাখুটি।

(১০) কৰ্তা-বোধক ( Subjective genitive )—যেনে, শঙ্কৰৰ ধৰ্ম ; উইৰ মাটি।

(১১) কৰ্ম-বোধক ( Objective genitive )—যেনে, তোমাৰ আশাত বন্দী হলো ; য'তে বাঘৰ ভয়, ত'তে ৰাতি হয়।

(১২) কৰণ-বোধক ( Instrumental genitive )—যেনে, মোৰ দত্ত ফল ; কলৰ কাপোৰ।

(১৩) তুলনাৰ্থক ( Genitive of comparision )—যেনে, মধুৰবো সুমধুৰ।

(১৪) বিশ্লেষণ-বোধক ( Genitive of partition )—যেনে, ভাৰতৰ একাংশ ; পানীৰ এচলু।

(১৫) বিশেষণ-বোধক ( Genitive of adjective )—যেনে, খাৱৰ পাত্ৰ।

(১৬) অব্যয়-বোধক ( Genitive of interjection )—যেনে, জয়! পাণ্ডবৰ জয়!

কেতিয়াবা ষষ্ঠী লোপ হয় ; যেনে, ৰামনাম সৎ।

২৬৫। **অধিকৰণ-কাৰক** ( Locative case )

ক্ৰিয়াৰ আধাৰৰ নাম অধিকৰণ। অধিকৰণ কাৰকত ৭মী বিভক্তি হয়। তলত লিখা অৰ্থত সাধাৰণতঃ অধিকৰণ কাৰক হয়:—

(১) স্থানবোধক ( Locative of place )—যেনে, পৃথিবীত সকলো অনিত্য ;

'উৰঃস্থলে লক্ষ্মী দিলন্ত দেখা।
কষটিত যেন সোণাৰ ৰেখা॥'—শঙ্কৰ

(২) কাল-বোধক ( Locative of time )—যেনে, অতীত কালত আসামত কছাৰীসকলে ৰাজত্ব কৰিছিল ; 'তিনি শাওনে পাণ'—ডাক

(৩) পৃথকত্ব-বোধক ( Locative of difference )—যেনে, তোমাত মোত একো ভেদাভেদ নাই।

(৪) সঙ্গ-বোধক ( Locative of contact )—যেনে, গ্ৰীচৰ লগত তুৰ্কীৰ যুদ্ধ হৈছে।

(৫) বিস্তৃতি-বোধক ( Locative of sphere of action )—যেনে, খাজনা তোলাত মোৰ হাত নাই।

(৬) বিষয়-বোধক ( Locative of subject )—যেনে, তাৰ দয়াত খাইছো।

(৭) অৱস্থা-বোধক ( Locative of condition )—যেনে, 'মুক্তিত নিস্পৃহ যিটো'—মা. দে. ; ভালত ভাল নাই।

(৮) কৰণ-বোধক ( Locative of instrument )—যেনে, 'একপাত শৰে বালী সংহৰিলা জীৱ।'—শঙ্কৰ

(৯) তুলনাৰ্থক ( Locative of comparision )—যেনে, 'যাৰ নাই গৰু, সি সবাতো সৰু।'

(১০) মূল্য-বোধক ( Locative of price )—যেনে, এটকাত চাৰি দোণ ধান।

(১১) যোগ-বোধক ( Locative of addition )—যেনে, সি দিনে দিনে শুকাই গৈছে।

(১২) কৰ্ম-বোধক ( Locative of object )—যেনে, মোত দয়া নেৰিবা।

কেতিয়াবা ৭মী লোপ হয়; যেনে, মই সেই সময় ঘৰত নাছিলো।

২৬৬। **সম্বোধন-পদ** ( Vocative case )

ই এটা কাৰক নহয়। ইয়াত কোনো বিভক্তিও যোগ নহয়। কেৱল সম্বোধনত ইয়াৰ ব্যৱহাৰ হয় আৰু শব্দৰ আগত হে, হেৰা, হেৰি ইত্যাদি অব্যয় বহে। যেনে, হে ৰাম; হেৰা ৰাম, ইত্যাদি।

২৬৭। **বিভক্তিৰ মূল** ( Origin and derivation of case-affixes )

ভাষাতত্ত্ববিদ্ পণ্ডিত মেক্সমুলাৰে কয়[১] যে আদিতে সকলো আৰ্য-ভাষাত এটি মাত্ৰ কাৰক আছিল; সি অধিকৰণ। বৰ্তমানতো পৃথিবীৰ কোনো কোনো ভাষাত কেৱল একেটা কাৰক। তাৰ অৰ্থ স্থানীয় বা সি বাস্তৱিকে অধিকৰণ কাৰক। ইংৰাজীত সম্বন্ধ পদক লৈ কেৱল তিনিটা কাৰক। উক্ত পণ্ডিতৰ মতে অতি আদিম সংস্কৃত বা আদি বৈদিক ভাষাত এটা হে কাৰক আছিল,—অধিকৰণ। যি সমাজত প্ৰথমে অতি আদিম প্ৰাক্‌বৈদিক ভাষা বৰ্ধিত হৈছিল আৰু পৰিপুষ্টি লাভ কৰিছিল সেই সমাজৰ লোকে আদিতে কৰ্ম, সম্প্ৰদান আদি কাৰকৰ ব্যৱহাৰ নাজানিছিল। বস্তুৰ গুণ, দোষ, অৱস্থা আদি ভাব ভাষাৰ আদিতে জাতি বা দ্ৰব্য মাত্ৰ আছিল। কাৰকবিলাকে যি যি অৰ্থ প্ৰকাশ বা অভাৱ পূৰণ কৰে আদিতে সিবিলাক কেৱল স্থানীয় সম্বন্ধ বা বস্তু আছিল। আদিম সভ্য জাতিৰ মানুহে 'ভাৰতৰ ৰজা' বুলি মনৰ ভাব ব্যক্ত কৰিব খোজোঁতে বাস্তৱিকে 'ভাৰতত ৰজা'—এনে বুলি কৈছিল। অৱস্থা বা সম্বন্ধ বুজুৱা ভাব (যেনে, সম্বন্ধ পদ) তেতিয়া তেওঁলোকৰ ভাষাত সোমোৱা নাছিল। অধিকৰণ কাৰকে বা স্থানৰ ভাবে আদিতে সকলো কাৰকৰ কাম চলাইছিল। শেষত অধিকৰণ কাৰকৰ পৰাই আন ৬টা কাৰকৰ উৎপত্তি হৈছিল। যেনে, 'কুকুৰটোক কোবা'—এই কথা

---

১। Max Muller: Science of Language, Vol. I, pp. 331-332.

প্ৰকাশ কৰিবলৈ আদিতে কুকুৰটোত কোবা বা কুকুৰটোৰ ফালে কোবা —এনেকৈ কৈছিল। সেই দৰে মানুহে খায় অৰ্থত মানুহ্ + এ = মানুহ + এই = মানুহ + ইয়াত খায়—এনেকৈ কৈছিল। আকৌ হাঁতেদি ধৰ অৰ্থত হাত + এ + দি = হাত + ইয়াত + দি ধৰ = হাততে বা হাতে ধৰ; দুখীয়াক ধন দে অৰ্থত দুখীয়াত ধন দে; ঘৰৰ পৰা অৰ্থত ঘৰত থাকি (তাৰ) পৰা; কামৰূপৰ কামাখ্যা অৰ্থত কামৰূপত কামাখ্যা—এনেকৈ মনৰ ভাব ব্যক্ত কৰা হৈছিল। কালক্ৰমে সমাজৰ উন্নতিৰ লগে লগে মনৰ ভাবো উন্নত হল, সূক্ষ্মাদপি সূক্ষ্ম ভাব আদান-প্ৰদানৰ চেষ্টা হল, বস্তুৰ গুণ, দোষ, অৱস্থা আদিৰ বিশ্লেষণৰ লগে লগে আগৰ স্থানীয় ভাবৰ লগত আৰু অনেক সূক্ষ্ম ভাব যোগ কৰিব লগীয়া হল আৰু এই দৰে কৰ্ম, সম্প্ৰদান, অপাদান আদি সূক্ষ্মভাবাত্মক কাৰকৰ সৃষ্টি হল। শেষত সংস্কৃত, লাটিন আদি ভাষাৰ উন্নত অৱস্থাত ৬টা কাৰক ওলাল—কৰ্তা, কৰ্ম, কৰণ, সম্প্ৰদান, অপাদান আৰু অধিকৰণ। প্ৰথমতে সংস্কৃতত এটা বিভক্তি—'ঙি' বা 'ই' আছিল; যেনে, হৃদ্ শব্দ অধিকৰণত হৃদ্ + ই = হৃদি (in the heart)। কালক্ৰমে সু, ঔ, জস্; অম্, ঔ, শস্ আদি বিভক্তিৰ সৃষ্টি হল। কিন্তু এই বিভক্তি কেইটা আদিতে সপ্তম্যন্ত সংজ্ঞা-শব্দ আছিল। শেষৰ কালত সিবিলাক বিভক্তিৰূপে যোগ হওঁতে নিজ অঙ্গৰ অনেক অংশ পৰিত্যাগ কৰাত নিজৰ অস্তিত্ব হেৰুৱালে। এইদৰে লব্ধ সপ্তম্যন্ত পদৰ অৱশেষ সু, ঔ, জস্ আদিয়ে বিভক্তি।

২৬৮। সংস্কৃতৰ পৰা প্ৰাকৃত ভাষা ওলাওঁতে ইয়াৰ ঠিক বিপৰীত হৈছিল অৰ্থাৎ সংস্কৃতত এটা কাৰকৰ পৰা ৭টা (সম্বন্ধপদ লৈ) হৈছিল; কিন্তু প্ৰাকৃতত ৭টা কাৰকৰ পৰা এটা হে হৈছিল (§ ২৩০)। সি সম্বন্ধ পদ আৰু তাৰ বিভক্তি ৬ষ্ঠী। প্ৰাকৃতৰ পৰা বৰ্তমান প্ৰাকৃতিক ভাষাবিলাক ওলাওঁতে প্ৰথমে এটা কাৰক অৰ্থাৎ সম্বন্ধপদ হে পোৱা গৈছিল। এই ষষ্ঠ্যন্ত পদেই তিৰ্যক আকৃতি বুলি কোৱা কৈছে (§ ২৪১)। ভাষাৰ ক্ৰমবিকাশৰ লগে লগে আন কাৰকৰ আৱশ্যক হোৱাত প্ৰাকৃতৰ সাধাৰণ বিভক্তিযুক্ত পদত (অৰ্থাৎ তিৰ্যক আকৃতিত) আন কিছুমান শব্দ যোগ কৰি নতুন কাৰকৰ কাম কৰিব লগীয়া হল। এই নতুনকৈ যোগ কৰা শব্দবিলাকেই বৰ্তমান প্ৰাকৃতিক ভাষাৰ বিভক্তি। অসমীয়াত ক্, দি, ৰে, লৈ আদি এইদৰে যোগ হোৱা বিভক্তি।

২৬৯। সপ্তম্যন্ত পদ বিভক্তিৰ চিনৰূপে যোগ হোৱা নিয়ম সংস্কৃতৰ দৰে প্ৰাকৃত আৰু প্ৰাকৃতিক বৰ্তমান ভাষাতো ৰক্ষিত হৈছে। অৱশ্যে সংস্কৃতত যি যি শব্দ বিভক্তিৰূপে ব্যৱহৃত হৈছিল প্ৰাকৃতিক বৰ্তমান ভাষাত সেই সেই শব্দ ব্যৱহৃত হোৱা নাই। কিন্তু একে শব্দ বিভক্তিৰূপে ব্যৱহৃত নহলেও একে নিয়মে বিভক্তি যোগ হয় অৰ্থাৎ কিছুমান সপ্তম্যন্ত পদ প্ৰাকৃতিক ভাষাৰ বিভক্তিৰূপে যোগ হয়। কিন্তু এইদৰে শব্দ এটা যোগ কৰিব লাগিলে মূল শব্দটোক ষষ্ঠীত থব লাগে ( § ২৪১ ) বা সেই দেখি সপ্তম্যন্ত পদটো মূল শব্দৰ তিৰ্যক আকৃতিৰ লগত যোগ হয়।

## ২৭০। কৰ্তা-কাৰকৰ বিভক্তি ( Case-affixes of nominative )

কৰ্তা-কাৰকৰ বিভক্তি—শূন্য বা 'এ' ( বা ই )। ওপৰত কোৱা হৈছে ( §§ ২৪০।২৪২ ) যে সংস্কৃত—স্য, নাম্, মা. প্ৰা.—স্স, ণং, অপভ্ৰ. প্ৰা.—হো বা হে ( একব. ) আৰু হুং, হং বা হিং ( বহুব. )-ৰ পৰা অকাৰান্ত, ইকাৰান্ত আৰু উকাৰান্ত সংজ্ঞা শব্দৰ পাচত (১) অ, ই, উ, (২) এ, ই বা ঈ, উই আৰু (৩) ইএ, উএ ওলাইছে। অসমীয়াত এই বিভক্তি কেইটা যথাক্ৰমে (১) শূন্য, (২) 'এ' আৰু (৩) 'ই' হয়। মাগধী প্ৰাকৃতৰ সময়তে 'এ' কৰ্তাৰ বিভক্তিৰূপে ব্যৱহৃত হৈছিল[১]।

## ২৭১। কৰ্ম-কাৰকৰ বিভক্তি ( Case-affixes of accusative )

'ক'টো অসমীয়া দ্বিতীয়া বিভক্তি বা কৰ্মকাৰকৰ চিন। ইয়াৰ মূল বৈদিক 'কম্' বুলি বোধ হয়। বৈদিকত 'কম' কেতিয়াবা অব্যয় ( particle ) স্বৰূপে ব্যৱহৃত হয়। তেতিয়া ই সম্প্ৰদান-কাৰকত ব্যক্তিবাচক শব্দৰ পাচত লাভৰ অৰ্থে ( for the benefit of ) বা গুণবাচক সংজ্ঞা শব্দৰ পাচত প্ৰয়োগ হয়। কিন্তু তাৰ অৰ্থ মাৰ গৈ সম্প্ৰদান কাৰকৰ বিভক্তিৰ অঙ্গৰ নিচিনা হয়[২]। যেনে,—

১। 'যুৱাম্ এতং চক্ৰথুঃ সিন্ধুষু প্লৱং তৌগ্ৰায় কম্।', ঋক্ ১।১৮২।৫ =তোমালোক দুয়ো এই নাৱ তুগ্ৰপুত্ৰলৈ পানীত পেলাইছা ( Ye two

---

১। 'অত এৎ পুংসি মাগধ্যাম্।', হেমচ. ৪।২৮৭ ; যেনে, এশে মেশে=স. এষ মেষঃ ( This is a lamb ) ; এশে পুলিশে=স. এষঃ পুৰুষঃ ( This is a man )।

২। See Macdonell's Vedic Grammar, § 180, P. 225.

have placed that ship in the waters for the benefit of the son of Tugra.)।

২। 'ত্বাম্ দেৱাসো অমৃতায় কম্ পপুঃ।', ঋ. ৯।১০৬।৮

=তোমাক দেৱতাসকলে অমৰত্বলৈ (অমৰত্ব পাবলৈ) পিছে (Thee the gods have drunk for the love of immortality.)।

৩। 'সমানম্ অঞ্জ্যঞ্জতে শুভে কম্।', ঋক্ ৭।৫৭।৩

=সেই আভাৱে (তেওঁলোকে নিজক) শুৱনিলৈ (শুৱনি হবলৈ) বিভূষিত কৰে (With the same hue they adorn themselves in order to shine well.)।

৪। 'কস্মৈ কম্ অগ্নিহোত্রং হূয়ত ইতি।', মৈত্রায়ণী সংহিতা

=কালৈ (কাৰ অৰ্থে) অগ্নিহোত্র কৰা হয়? (For whose benefit is the Agnihotra offered?).

৫। 'তেজসে কম্ পূৰ্ণমা ইজ্যতে।', মৈ. সংহিতা

=দীপ্তিৰ অৰ্থে পূৰ্ণচন্দ্ৰ-যজ্ঞ কৰা হয় (For the sake of splendour the full-moon sacrifice is offered.)।

এই 'কম্'-ৰ পৰা পুৰণি হিন্দী 'কৌঁ', হিন্দী-'কো', উড়িয়া-'কু', পাঞ্জাবী-'খে', বঙ্গালী-'কে' আৰু অসমীয়া-'ক' ওলোৱা সম্ভৱ। John Beamesএও পু. হি. 'কৌঁ', হি. 'কো'ৰ মূল সংস্কৃত 'কম্' অৰ্থাৎ কিম্ শব্দৰ দ্বিতীয়াৰ একবচনৰ ৰূপান্তৰ বুলি ভাবে। তেঁও কয় যে—'লিখিত দলিলৰ পৰা প্ৰমাণ কৰিব পাৰি যে বৰ্তমান হিন্দী 'কো' বাস্তৱিকে কৰ্ম-কাৰকৰ চিন আৰু ই পুৰণি হিন্দীত কৌঁ আছিল আৰু ই আদিতে সংস্কৃত 'কম্' অৰ্থাৎ কিম্ শব্দৰ ২য়াৰ একবচন বা কৰ্ম-কাৰকৰ আকৃতি আছিল। সেই দেখি প্ৰাকৃতিক আন ভাষাৰ আন আকৃতি ভিন্ন অইন কাৰো লগত তাৰ সংশ্ৰৱ আছে বুলি ভাবিব নোৱাৰি।'[১] অৱশ্যে অসমীয়া 'ক' পোনে পোনে 'কম্'ৰ পৰা নামিছে বুলি ভাবিবৰ কোনো কাৰণ নাই। অপভ্ৰংশৰ মাজেদি তলত লিখা নিয়মে নামিছে বুলি ভাবিব পাৰি।

১। See Beames' Comp. Gramm. of the Modern Aryan Languages of India: Introduction, p. 48.

কিম্ শব্দ প্ৰাকৃত ১মা আৰু দ্বিতীয়া বিভক্তিৰ একবচনত যথাক্ৰমে কো আৰু কম্ হয়[১]। অপভ্ৰংশত 'কিম্' শব্দৰ ঠাইত 'কাই' বা 'কৱণ' হয়[২] আৰু প্ৰথমা আৰু দ্বিতীয়াৰ একবচনত 'কৱণু'[৩] আৰু চতুৰ্থীৰ একবচনত 'কৱণহে'[৪] হয়। এই 'কৱণু' আৰু 'কৱণহে'ৰ উকাৰ আৰু হে লোপ হলে হিন্দী 'কোঁ' আৰু ণ লোপ হলে 'কো' পোৱা যায়। তাৰ পৰা অসমীয়া 'ক' দ্বিতীয়া আৰু চতুৰ্থী বিভক্তিৰূপে ওলাইছে বুলি সহজে ভাবিব পাৰি। অপভ্ৰংশত ভ্যস্-ৰ ঠাইত 'হুং' হয়। তেনেকৈ কৱণহুং শব্দ পোৱা যায় আৰু তাৰ পৰা কহুং= কহুঁ, কহোঁ ওলায়। অপভ্ৰংশৰ এইবিলাক শব্দৰ পৰা পুৰণি অসমীয়াৰ ক, কু, কহুঁ সহজে উলিয়াব পাৰি। পুৰণি অসমীয়াৰ উদাহৰণ:—

সৰ্পক আজোৰে যেন গৰুড়ে।—শঙ্কৰ

সনক সনন্দ যোগী যাহাকু ধিয়ায়।
সকল নিগমে যাকু বিচাৰি নাপায়॥—মা. দে.

সৱকহুঁ মাৰি পূৰত ওহি উদৰ
নাহি কৰত ভূত দায়া।—শঙ্কৰ

যশোৱাকু সুন্দৰী কুচকহোঁ ধৰি হৰি
বয়নে কয়ো স্তনপান।—মা. দে.

(ক) এই 'ক' দ্ৰাবিড়ী 'কু'-ৰ ৰূপান্তৰ নহয়। Dr. Caldwellএও এতিয়া স্বীকাৰ কৰিছে[৫] যে হিন্দী-'কো' সিন্ধী-'খে' আদি সংস্কৃতমূলক ভাৰতীয় ভাষাৰ কৰ্ম-কাৰকৰ বিভক্তি দ্ৰাবিড়ী ভাষাতে 'কু'ৰ ৰূপান্তৰ নহয়। তেলেগু, তামিল, সিংহলী আদি সকলো দ্ৰাবিড়ী ভাষাতে 'কু' সম্প্ৰদান-কাৰকৰ চিন বা চতুৰ্থী বিভক্তি। ইমান কি দ্ৰাবিড়ী ভাষাৰ লগত সম্বন্ধ থকা প্ৰাচ্য তুৰ্কী ভাষাতো কে, ক, গে, গ, ঘ সম্প্ৰদানৰ বিভক্তি। তুৰ্কী ভাষা বহুত অতীত কালতে দ্ৰাবিড়ী ভাষাৰ পৰা পৃথক হৈছে। এনে স্থলত দ্ৰাবিড়ী ভাষাই

---

১। 'কিমঃ কস্ এতসোশ্চ'। হেমচ. ৩।৭১। কিমঃ কো ভৱতি স্যাদৌ এতসোশ্চ পৰয়োঃ।

২। 'কিমঃ কাইকৱণৌ ৱা'। হেমচ. ৪।৩৬৭। যেনে, কৱণ ৰণ=স. কা ঘৃণা।

৩। 'স্যমোৰস্যোৎ'। হেমচ. ৪।৩৩১; cf, also হেমচ. ৪।৩৫৪। যেনে, কৱণু গুণু =স. কঃ গুণঃ।

৪। cf. হেমচ. ৪।৪২৫; অপভ্ৰ. কৱণহে দেসি=স. কস্মৈ দদামি।

৫। See Caldwell's Comparative Grammar of the Dravidian Languages, 3rd ed., pp. 280-281.

সংস্কৃতৰ পৰা এই 'কু' ধাৰ কৰিছে বুলি মনে নধৰে। ইফালে আমি পাইছো যে বৈদিক যুগতে আৰ্যভাষাত 'কম্' সম্প্ৰদান-কাৰকৰ চিনৰূপে ব্যৱহৃত হৈছিল। এতেকে দ্ৰাবিড়ী 'কু' আৰু বৈদিক 'কম্' বোধকৰো স্বকীয়া বিভক্তি। উৰাং ভাষাৰ 'গহ', তীব্বতীয়া ভাষাৰ 'গ্য', কছাৰী আৰু গাৰো ভাষাৰ 'খো' কৰ্ম-কাৰকৰ বিভক্তি। ইসবৰ পৰাও বোধকৰো অসমীয়া, হিন্দী আদি প্ৰাকৃতিক ভাষাৰ ক, কো, কে আদি অহা নাই।

(খ) ডাক্তৰ হৰ্নলিয়ে কয়[১] যে হিন্দী 'কো', বঙ্গালী 'কে' আদি বিভক্তিৰ মূল সংস্কৃত সপ্তম্যন্ত পদ 'কক্ষে' ( by the side of )। সংস্কৃত 'কক্ষে' = প্ৰাকৃত—কচ্ছে[২] বা কক্‌খে[৩] বা কাখে। আকৌ প্ৰকৃতত খ, ঘ, থ, ধ, আৰু ভ-যুক্ত সংস্কৃত শব্দৰ খ, ঘ আদিৰ ঠাইত 'হ' হয়[৪]। অপভ্ৰংশত তাৰ পৰা কহে, কহি হয়। অপভ্ৰংশৰ এটা নিয়মে অকাৰান্ত শব্দৰ পাচত সপ্তমী বিভক্তি যোগ হলে অকাৰৰ ঠাইত ইকাৰ বা একাৰ হয়[৫]। এই দৰে কক্ষ = কক্‌খ = কহ আৰু তাত সপ্তমী বিভক্তি যোগ হলে কহে বা কহি হয়। তাৰ পাচত 'হ' লোপ হলে কই ( = কে ) আৰু কএ = কই = ক থাকে। অপভ্ৰংশত 'কক্ষে' শব্দ কহহুং, কাহহুং হব পাৰে। তাৰ পৰা হিন্দী 'কো' আদি বিভক্তি ওলাইছে বুলি ধৰিব পাৰি। কিন্তু আন শব্দ নলৈ কেৱল 'কক্ষে' শব্দ কিয় দ্বিতীয়া বিভক্তি স্বৰূপে লোৱা হল তাৰ কাৰণ বিচাৰি পোৱা নাযায়। সেই কাৰণে এই মত গ্ৰহণ কৰাত সংশয় হয়।

(গ) Dr. Kelloggএ তেওঁৰ হিন্দী ব্যাকৰণত[৬] ডাক্তৰ হৰ্নলিৰ মতকে অনুসৰণ কৰি কয় যে হিন্দী কো, কৌঁ আদি বিভক্তি সংস্কৃত সপ্তম্যন্ত পদ 'কক্ষে'ৰ পৰা আহিছে। John Beamesএও এতিয়া এই মত স্বীকাৰ কৰে। আমি হলে কিম্ শব্দৰ দ্বিতীয়া একবচনৰ পৰা এই বিভক্তি আহিছে বুলি ভাবো।

(ঘ) কছাৰী আৰু গাৰো দ্বিতীয়া বিভক্তি ( accusative post-position )

---

১। See Hornle's Comparative Grammar of the Gaudian Languages, § 375, p. 224.

২। 'ছো অক্ষাদৌ', হেমচ. ২।১৭

৩। 'ক্ষমায়াং কৌ', হেমচ. ২।১৮। 'ক্ষক্ষাণাং খঃ'। কাত্যা. ৩।২৯

৪। 'খঘথধভাম্', হেমচ. ১।১৮৭

৫। 'ঙিনেচ্চ', হেমচ. ৪।৩৩৪ ; উদাহৰণ—উপৰি, তলে।

৬। Kellogg's Hindi Gramm., § 195, p. 130.

'খো'ৰ মূল বোধকৰো সংস্কৃত 'কম্'। আন বড়ো ভাষাত 'খো' নাই। ছুটিয়াত 'না', ভুটিয়াত 'লু' আৰু ডফলাত 'ম' দ্বিতীয়া বিভক্তিৰ চিন।

### ২৭২। কৰণ-কাৰকৰ বিভক্তি ( Case-affixes of instrumental )

এ, ৰে, দি, দ্বাৰা এই কাৰকৰ বিভক্তি।

(ক) 'এ':—'এ'-ৰ মূল ওপৰত দিয়া হৈছে ( §§২৪০।২৪২ )। অপভ্ৰংশ প্ৰাকৃতৰ 'অহিং' বা 'হিং' বাস্তৱিকে ষষ্ঠী বিভক্তি। ই তৃতীয়া, ষষ্ঠী আৰু সপ্তমীত ব্যৱহৃত হয়। ই প্ৰাকৃতত কেতিয়াবা 'ই' হয়। যেনে,

'তং তং লীলাই ণলো ৰামকৰতথংহিঅং ৰএই সমুদ্দে।=স.—তং তং লীলয়া নলো ৰামকৰস্তম্ভিতং ৰচয়তি সমুদ্ৰে।', পিঙ্গল

পুৰণি অসমীয়াতো এনে হৈছিল; যেনে, 'পুতি থৈলো প্ৰতিমাক বালুকাই ঢাকি', শঙ্কৰ। প্ৰাকৃত আৰু অপভ্ৰংশত তৃতীয়াৰ একবচন আৰু বহুবচনত 'এ' বা 'এং' হয়[১]। যেনে, পিঙ্গলে কহিও=স. পিঙ্গলেন কথিতঃ। তস্স তুএ মদণিআ দাদব্বা=স. তস্য ত্বয়া মদনিকা দাতব্যা, মৃচ্ছক.। মই কলে=স. ময়া কৃতানি, মৃচ্ছক.। অপভ্ৰংশত 'ভিস্' (তৃয়াৰ বহুব.)ৰ ঠাইত 'এহিং'ও হয়। অসমীয়াতো পুৰণি কালত 'এহি' বিভক্তিৰ চলতি আছিল। যেনে, 'বৈদূৰ্য্য কৰলি শুদ্ধ ৰজতেহি ছাইলা।', মা. কন্দলি

এটা কথালৈ মন কৰিব লাগে। প্ৰাকৃতৰ, বিশেষকৈ অপভ্ৰংশ প্ৰাকৃতৰ, শব্দৰাশি প্ৰায়ে অতি প্ৰাচীন সংস্কৃত বা বৈদিক ভাষাৰ পৰা হে স্বৰবিকৃতিৰ নিয়মে নামা দেখা যায়। সংস্কৃত অকাৰান্ত পুংলিঙ্গ শব্দৰ তৃতীয়াৰ বহুবচনত 'ঐঃ'—যেনে, নৰৈঃ, বিপ্ৰৈঃ—এনে আকৃতি হয়। বৈদিকত কিন্তু সচৰাচৰ 'এভিঃ' হয়। যেনে,

---

১। 'এট্টি', হেমচ. ৪।৩৩৩; যেনে, 'জহিম্ মৰগয়কংতিএ সম্বলিঅম্—স.—যত্ৰ মৰকতকান্ত্যা সম্বলিতম্।

'জে মহ দিণ্ণা দিঅহড়া দইএং পৱসংতেণ'।—স.—যে মম দত্তা দিৱসা দয়িতেন প্ৰৱসতা।

'আট্টো ণাদ্দূৰাৰো', হেমচ. ৪।৩৪২। 'এম্ চেদ্দূতঃ', হে. ৪।৩৪৩; যেনে, অগ্গিএং উণ্হউ হোই জগু ৱাএং সীঅলু তেঁৱ—স.-অগ্নিনা উষ্ণং ভৱতি যথা ৱায়ুনা শীতলং তথা। 'ট এ', হেমচ. ৪।৩৪৯; 'সসিমণ্ডল চন্দিমাএ পুণু কাঁই ণ দূৰে দেক্খই' —স. শশিমণ্ডলচন্দ্ৰিময়া পুনঃ কো ন দূৰে পশ্যতি।

২। 'ভিস্যেত্ ৱা', হেমচ. ৪।৩৩৫; যেনে, গআগলকখেহিং ঘেপ্পংতি—স.-গজা নখৈৰ্গৃহ্যন্তে।

'অয়ং দেবায় জন্মনে স্তোমো বিপ্রেভিৰাসয়া। অকাৰি ৰত্নধাতমঃ॥', ঋক্ ১।২০।১

[ অ.—দিব্য জ্ঞানালোকত জ্ঞানী পুৰুষৰ দ্বাৰা ( বিপ্রেভিঃ ) এই ৰত্নধাতম স্তোত্র ৰচিত হল। ]

'সং ৱো মদাসো অগ্মতেন্দ্রেণ চ মৰুৎবতা। আদিত্যেভিশ্চ ৰাজভিঃ॥', ঋক ১।২০।৫ [ অ.—মৰুৎ আৰু দীপ্যমান আদিত্যসকলৰ দ্বাৰা ( ৰাজভিঃ আদিত্যেভিঃ ) যুক্ত ইন্দ্রৰ লগত তোমালোকলৈ বিত্তানন্দ আহক ]। প্রাকৃতৰ এটা নিয়মে 'ভ'ৰ ঠাইত 'হ' হয় ( হেমচ. ১।১৮৭ )। এই নিয়মে 'এভিঃ' প্রাকৃতত 'এহি' হয়। যেনে, স. বৃক্ষৈঃ ( প্রকৃততে বৃক্ষেভিঃ )=প্রাকৃত ৱচ্ছেহিঁ, ৱচ্ছেহিং ( হেমচ. ৩।৭ )। 'বৃক্ষৈঃ'ৰ পৰা কেনেকৈ ৱচ্ছেহি হয় তাক বুজা নাযায়। কিন্তু 'বৃক্ষেভিঃ'ৰ পৰা যে ৱচ্ছেহি বা ৱচ্ছেহিঁ হব পাবে তাক সহজে বুজিব পাৰি। এতেকে বৈদিক 'এভিঃ'ৰ পৰা অপভ্রংশৰ মাজেদি অসমীয়ালৈ 'এহি' আহিছে বুলি ধৰিব পাৰি। 'এ' ও অপভ্রংশৰ মাজেদি আদি প্রাকৃতৰ পৰা নামিছে। ওপৰত কোৱা মতে ( §§ ২৪০।২৪২ ) ষষ্ঠীৰ ৰূপান্তৰ বুলি ইয়াক ধৰিলেও ৩য়া আৰু ৬ষ্ঠীৰ আকাৰ একে হোৱাৰ পৰা একে বিভক্তি বুলি ভ্রম হয়। লেচেনে 'এ' টো সংস্কৃত 'এন'ৰ ৰূপান্তৰ মাথোন বুলি কয়। কিন্তু ডাক্তৰ হৰ্ণলিয়ে এই মত স্বীকাৰ নকৰে। তেওঁ কয় সংস্কৃত স্ত্রীলিঙ্গত কেতিয়াও 'এন' নহয়, অথচ অপভ্রংশ প্রাকৃতৰ স্ত্রীলিঙ্গত হে সচৰাচৰ 'এ' যোগ হয়। তেওঁৰ মতে 'এ'ৰ মূল অহি বা অহিং।

(খ) 'দি' :—বাস্তৱিকে সংস্কৃত দা ধাতুৰ অপূৰ্ণ কৃত 'দত্বা' (**having given**), হিন্দী, বঙ্গলা আৰু অসমীয়া 'দিয়া' ভিন্ন আন একো নহয়। অসমীয়া, যেনে,

'আঞ্চোলে দিয়া ঢাক', শ্রীধৰ ক.

'আসনক মান্য কৰি হাত দিয়া
বসিল মাটিতে যাই', শঙ্কৰ

শৌৰসেনী প্রকৃতত 'কৃত্বা'ৰ ঠাইত ইঅ হয়[১]। সংস্কৃত দত্বা অপভ্রংশত দি, দিউ, দিৱি, দৱি, দেপ্পি, দেপ্পিণু, দেৱি, দেৱিণু[২] হয়। তাৰ পৰা দি, দিয়া সিদ্ধ কৰা টান নহয়। পুৰণি অসমীয়াত দিয়া, দি উভয় আকৃতি কৰণৰ চিনৰূপে চলিছিল। যেনে,

১। 'ক্ত ইঅঃ', ব. ১২।৯।২

২। হেমচ. ৪।৪৩৯।৪৪০

ভৰি দিয়া উঠে কতো গোপীকাৰ মাথে।—শঙ্কৰ
হাতেদি নাজানো তাল যে মন্দিৰা, মুখেদি নাজানো গীত।—মনকৰ
হাণ্ডিবোল বৰলক বাড়িদি ঝোঙ্কাহা।
জ্বলন্ত অগ্নিক হাতে ধৰিবাক চাহা॥—দৈত্যা.

বৰ্তমানত 'দিয়া'ৰ ব্যৱহাৰ নাই; 'দি' হে প্ৰচলিত। কোনো কোনোৱে 'বিন্ধাইদি পানী পৰে', 'বাটেদি যায়' আদি বাক্যত 'দি' কৰণৰ নহয়, অধিকৰণৰহে বিভক্তি বুলিব খোজে। কিন্তু এই মত ভুল যেন লাগে। এনে বাক্যত অতি আদিম কালৰ পৰাই কৰণ-কাৰক বা তৃতীয়া বিভক্তিৰ ব্যৱহাৰ হৈ আহিছে। যেনে,

'ৱেদা যো ৱীনাং পদমন্তৰিক্ষেণ পততাম্।
ৱেদ নাৱঃ সমুদ্ৰিয়ঃ।' ঋক্ ১।২৫।৭

God is known who knows the place of the worlds moving ( পততাং ) in the firmament ( অন্তৰিক্ষেণ ), also knows Veda, the vessels of the sea. পুৰণি অসমীয়াতো তেনে ঠাইত কৰণৰ 'দিয়া' বা 'দি' হৈছিল; যেনে,

'ঘৰৰ কণায় দিয়া চমু চমু গৈ।'—দৈত্যাৰি

(গ) 'ৰে':—

পুৰণি অসমীয়াত 'ৰে' কৰণৰ বিভক্তিৰূপে ব্যৱহৃত হোৱা নাছিল। 'ৰে'ৰ মূল পুৰণি অসমীয়া 'এৰে'। 'এৰে' পদ সৰ্বনাম 'এতদ্' শব্দৰ ষষ্ঠীৰ পদত তৃতীয়া বিভক্তিযুক্ত পদ। 'এৰ' = ইয়াৰ আৰু 'এৰে' = ইয়াৰ দ্বাৰা। বাস্তৱিকে 'ৰে' ৰ একাৰ হে তৃতীয়া বিভক্তি বা কৰণৰ চিন। পুৰণি অসমীয়াত 'এৰে' পদ বিভক্তিৰ চিনৰূপে ব্যৱহৃত নহৈছিল; 'সহিত' বা 'লগত' এনে অৰ্থত অব্যয়ৰ নিচিনা ইয়াৰ প্ৰয়োগ হৈছিল। যেনে, 'আকে এৰে কৰে নামক সৰি।'—শঙ্কৰ। 'উডুখলে এৰে বান্ধে চাপি।'—শঙ্কৰ। 'ইতো প্ৰাণ এৰে সমান তোমাক মানি আছো মনে আমি।'—দৈত্যাৰি। ইয়াত আকে এৰে = ইয়াৰ দ্বাৰা, উডুখলে এৰে = উডুখলেৰে বা উডুখলৰ দ্বাৰা, প্ৰাণ এৰে = প্ৰাণৰ দ্বাৰা—এনে অৰ্থ নহয়; ইয়াৰ লগত, উডুখলৰ লগত, প্ৰাণৰ লগত—এনে অৰ্থ হে হয়। এই 'এৰে' ৰ ব্যৱহাৰ ঠিক 'সহিতে' বা 'সৈতে' শব্দৰ ব্যৱহাৰৰ অনুৰূপ। যেনে, 'বিদুৰে সহিতে যেনে কৰিলা আলাপ।'—শঙ্কৰ। 'এৰে' ৰ যোগত ষষ্ঠীৰ অৰ্থ প্ৰকাশ পায়। যেনে, 'দেৱতা তীৰ্থতো হন্তে শুদ্ধ হোৱে নৰ।

সাধু এৰে দেৱে তীৰ্থে অনেক অন্তৰ।'—দৈত্যাৰি। ইয়াত—সাধুৰ আৰু দেৱতীৰ্থৰ বহুত অন্তৰ—এনে অৰ্থ হয়, কৰণৰ অৰ্থ নহয়। সি যি হক বৰ্ত্তমানত 'এৰে' বা 'ৰে' কৰণৰ বিভক্তি ৰূপে ব্যৱহৃত হয় আৰু পূৰ্বৰ ব্যৱহাৰ আৰু অৰ্থ নাথাকে। যেনে, হাতেৰে ধৰিলো, কটাৰীৰে কাটিলো, ইত্যাদি।

'ৰে' আন ৰকমেও আহিব পাৰে। ই নেপালী 'লে' আৰু হিন্দী 'নে' ৰ ৰূপান্তৰ হবও পাৰে। অসমীয়া 'ৰে' ৰ দৰে নেপালী 'লে' আৰু হিন্দী 'নে' ও তৃতীয়া বিভক্তিৰ চিন। আগেয়ে বহুতে হিন্দী 'নে' সংস্কৃত 'এন' ৰ পৰা আহা বুলি ভাবিছিল। কিন্তু এতিয়া জন বিমৃচক অনুসৰণ কৰি ডাক্তৰ কেলোগে কয় যে এই বিশ্বাস ভুল। ই সংস্কৃত কৰ্ত্তৃবাচ্যৰ কৃদন্ত পদ 'লগ্য'. প্ৰা. 'লগ্‌গিও'ৰ পৰা ওলাইছে। তাৰ পৰা হিন্দী—লগি, লই, লে আৰু নে হয়[১]। তাৰ পৰা নেপালী 'লে' ও আহিছে। অসমীয়াত ৰ আৰু ল-ৰ অভেদ ( § ২০৪ )। এতেকে 'লে'ৰ পৰা 'ৰে' হোৱা অসম্ভৱ নহয়।

'ৰে' উড়িয়া ভাষাতো কৰণৰ চিনৰূপে ব্যৱহৃত হয়[২]। উড়িয়া 'ৰে' যদি নেপালী 'লে'-ৰ মাজেদি আহা নাই তেন্তে ই মুণ্ডাৰী ভাষাৰ পৰা আহিব পায়। 'ৰে'-টো মুণ্ডাৰী ভাষাৰ অধিকৰণ কাৰকৰ চিন বা ৭মী বিভক্তি আৰু কৰণ আৰু অধিকৰণৰ বিভক্তি উড়িয়া আৰু অসমীয়া ভাষাত একে[৩]। ওপৰত দিয়া প্ৰথম মত অৰ্থাৎ 'এৰে' ৰ পৰা 'ৰে' আহাটোৱে শুদ্ধ বুলি অনুমান হয়।

(ঘ) 'দ্বাৰা' :—

সংস্কৃত 'দ্বাৰ' = door, gateway, means আৰু 'দ্বাৰা' = by means of, through। শেষোক্ত শব্দ অৰ্থাৎ 'দ্বাৰা' কৰণবোধক আৰু এই অৰ্থত 'দ্বাৰা' শব্দ অসমীয়াত কৰণ বা তৃতীয়া বিভক্তিৰ চিনৰূপে ব্যৱহৃত হয়। পুৰণি অসমীয়াতো 'দ্বাৰা' শব্দৰ এনে ব্যৱহাৰ আছিল। যেনে,

'চৈতন্য শক্তিৰ দ্বাৰে ইতো জড় জগতক
ৰমাৱন্ত কৰ্ম অনুৰূপে।'—মা. দে.

---

20 ১। Kellogg's Hindi Gramm., § 196.

২। See উড়িয়া বিভক্তি in Hallam's Uria Grammar.

৩। See Vocabulary of Mundari in Dalton's Ethnology of Bengal.

'কৰ্ম দ্বাৰায়ে যাবা ব্ৰহ্মলোক পায়াছে তাৰ কদাচিতো মোক্ষ নঘটে।'—ভট্ট. দে.। 'সন্ন্যাসীসবে যি মোক্ষফল পাৱে তাক কৰ্মীসবে জ্ঞান দ্বাৰায়ে লভে।'—ভট্ট. দে.। দ্বাৰা শব্দ বঙ্গলা আৰু উড়িয়া ভাষাতো কৰণৰ বিভক্তি ৰূপে ব্যৱহৃত হয় (§ ২৩৭)।

২৭৩। সম্প্ৰদান-কাৰকৰ বিভক্তি ( Case-affixes of dative )

এই কাৰকৰ বিভক্তি 'ক', 'লাগি' আৰু 'লৈ'। ক আৰু লাগি পুৰণি কালৰ পৰা প্ৰচলিত আছে। যেনে, 'সুমিত্ৰাক দিবে আজ্ঞা কৰা কিছুমান।'—মা. ক.। 'আকে লাগি ভৈল হৰি বিমুখ।'—শঙ্কৰ

আমাক লাগিয়া আনি আছা কিবা
দিয়োক সখি সন্দেশ।—শঙ্কৰ

'লৈ' ৰ ব্যৱহাৰ আধুনিক; যেনে, ব্ৰাহ্মণলৈ ধন দিয়া।

(ক) 'ক':—'ক' ৰ মূল ওপৰত দিয়া হৈছে (§ ২৭১)।

(খ) 'লাগি':—লাগি বিভক্তি সংস্কৃত সপ্তম্যন্ত পদ 'লগ্নে' (in contact with) ৰ পৰা আহিছে। স. লগ্নঃ, প্ৰা. লগ্গো[১] আৰু অপভ্ৰংশৰ ৭মীৰ একবচনত লগ্গে, লগ্গি[২] হয়। তাৰ পৰা হিন্দী 'লগি', আৰু অসমীয়া 'লাগি' হয়। পুৰণি অসমীয়াত 'লাগি'ৰ 'গ' লোপ হোৱাত কেতিযাবা 'লাই' হৈছিল। যেনে,

'এ উদ্ধৱ! চল গোকুল লাই।'—শঙ্কৰ
'কয়লি গৰৱ তাহে লাই।'—শঙ্কৰ

'লাগি' যোগ হোৱাৰ আগেয়ে সংজ্ঞা-শব্দত 'ক' যোগ হয়। এই 'ক' ষষ্ঠী বিভক্তিৰ চিন (§ ২৭৫) বুলি অনুমান হয়।

(গ) 'লৈ':—অসমীয়া লৈ বা লই, স. লগ্নে, অপভ্ৰ. 'লগ্গি'ৰ পৰা আহিব পাৰে। তেতিয়া হলে লগ্গি=লাগি=লই হব। কিন্তু 'লৈ'ৰ মূল সংস্কৃত কৃদন্ত বিশেষণ 'লব্ধ' (=obtained), ৭মীত 'লব্ধে' (for the benefit of), প্ৰা. লদ্ধে[৩], অপভ্ৰ. লহিএ[৪]-ৰ পৰা ওলোৱা যেন অনুমান

---

১। হেমচ. ২।৭৪
২। হেমচ. ৪।৩৩৪
৩। হেমচ. ৩।১৩৪
৪। cf. অপভ্ৰ. লহই=স. লভতে; হেমচ. ৪।৩৩৫

হয়। তাৰ পৰা হিন্দী লয়ে, লএ। 'লএ'ৰ পৰা 'লই' হয়। অসমীয়াতো সেইদৰে ইয়াৰ পৰা 'লই' বা 'লৈ' হয়।

২৭৪। **অপাদান-কাৰকৰ বিভক্তি** ( Ablative case-affixes )

'পৰা' :—পুৰণি অসমীয়া—পৰা, হন্তে, সন্তে। যেনে, ঘৰৰ পৰা আহিলো; পৰ্বতৰ পৰা পৰিল।

'বিমানৰ পৰা পড়ে দুঃখে।'—শঙ্কৰ
'বাখিল ব্ৰজক বৃষ্টিত হন্তে।'—শঙ্কৰ
'ভয়সন্তে নৃপতিৰ সিহৰিল গাৱ।'—মা. ক.

'হন্তে' যোগ হলে সংজ্ঞা-শব্দৰ পিছত ৭মীৰ 'ত' যোগ হয়। পুৰণি অসমীয়াত কেতিয়াবা ৬ষ্ঠীৰ চিন 'ৰ'ও পঞ্চমীত চলিছিল। যেনে, 'কৃতকৃত্য হুযা পাছে দোলৰ বজাইৰ।'—শঙ্কৰ।

(ক) 'পৰা' :—ইয়াৰ মূল বৈদিক 'পৰস্' বা 'পৰা'। 'পৰা' সংস্কৃতত এটা শব্দ নহয়, উপসৰ্গ ( prefix ) হে। যেনে, পৰাক্ৰম, পৰাভৱ। কিন্তু বৈদিকত 'পৰা' বা 'পৰস্' এটা পৃথক শব্দ,—অব্যয়, আৰু তাৰ অৰ্থ afar, beyond আৰু অপাদান কাৰকৰ লগত ইয়াৰ প্ৰয়োগ হয়[১]। যেনে,

'পৰা হি মে বিমন্যৱঃ পতন্তি বস্যইষ্টয়ে।
বয়ো ন বসতীৰুপ॥'--ঋক্ ১।২৫।৪

( মোৰ শান্ত বৃত্তিবিলাক পক্ষীগণে বাহঁাৰ ফালে যোৱাৰ দৰে জীৱন লাভৰ নিমিত্তে দূৰৰ ( পৰা ) বা দূৰলৈ যায় )।

'পৰা মে যন্তি ধীতয়ো গাৱো ন গব্যূতীৰনু
ইচ্ছন্তীৰুৰুচক্ষসম্॥'—ঋক্ ১।২৫।১৬

( উৰুচক্ষস বৰুণক দেখিবলৈ ইচ্ছা কৰা মোৰ বুদ্ধিবিলাক গৰু যেনে গোহালীলৈ যায় তেনেকৈ বহু দূৰৰ পৰা যায় )।

আমি অনুমান কৰিছো যে এই 'পৰা'ই অসমীয়া পঞ্চমী বিভক্তিৰ চিন 'পৰা'। উভয়ৰ অৰ্থ একে আৰু ব্যৱহাৰ প্ৰায় একে। সেই একে অৰ্থত বৈদিকত 'পৰি' শব্দ অপাদানত ব্যৱহৃত হয়। যেনে,

'সুদাসে দস্রা বসু বিভ্ৰতা ৰথে পৃক্ষো বহতমশ্বিনা।
ৰয়িং সমুদ্ৰাদুত বা দিবস্পৰ্য্যস্মে ধত্তং পুৰুস্পৃহম্॥'—ঋক্ ১।৪৭।৬

১। Macdonell's Vedic Grammar for Students, § 177 (3).

'হে দৰ্শনীয় অশ্বিনী! সংসাৰত ধন দিওঁতা! সুদাসলৈ অন্ন আৰু ধন বই আনা। সমুদ্ৰ আৰু আকাশৰ পৰা ('দিবঃ পৰি') বহুত স্পৃহনীয় ধন আমাক দিয়া।'

সংস্কৃত বিশেষণ বা সৰ্বনাম 'পৰ' (=beyond, further, on the side of, যেনে, 'ম্লেচ্ছদেশস্ততঃ পৰঃ' (মনু. স. ২।২৩) বোধকৰো অসমীয়া 'পৰা'ৰ মূল নহয়। 'পৰঃ' শব্দ সপ্তমীৰ একবচনত সংস্কৃতত 'পৰে' আৰু অপভ্ৰংশ প্ৰাকৃতত 'পৰি' হয়।[১] তাৰপৰা পাঞ্জাবী ৫মীৰ চিন 'পৰোঁ' আৰু সিন্ধী ৫মীৰ চিন 'পৰাঁ' আৰু অসমীয়া পঞ্চমী বিভক্তি 'পৰা' ওলোৱা অসম্ভৱ নহয়। কিন্তু সংস্কৃত 'পৰঃ' শব্দৰ পৰা ৫মীৰ অৰ্থ পোৱা নাযায়। সেই দেখি অসমীয়া 'পৰা' ইয়াৰ পৰা অহা নাই যেন লাগে। সংস্কৃত 'পৰ' (=upon or place denoting relative position) হিন্দী ৭মী বিভক্তিৰ চিন। ইত্যাদি কাৰণে ওপৰত দিয়াটো মূল বুলি বিশ্বাস জন্মে। 'পৰা'ৰ মূল বাস্তবিকে ইৰাণী 'পৰা' (=from) আৰু ইৰাণীত ই অপাদানৰ বিভক্তিৰূপে যোগ হয়। যেনে, জেণ্ড—'পৰা কৰহ্মাদ্ নেৰেদ্' (away from any man)।[২]

পৰা বিভক্তি যোগ হোৱাৰ আগেয়ে সংজ্ঞা-শব্দৰ পাচত 'ৰ' যোগ হয়। এই 'ৰ' ষষ্ঠী বিভক্তিৰ চিন। ওপৰত কৈ অহা হৈছে যে শব্দৰ তিৰ্যক আকৃতি ৬ষ্ঠী বিভক্তি ভিন্ন আন একো নহয় আৰু শব্দৰ তিৰ্যক আকৃতিৰ পাচত হে বিভক্তি যোগ হয়। তিৰ্যক আকৃতিত যেনেকৈ বিভক্তি যোগ হয় তেনেকৈ ষষ্ঠীৰ পাচতো বিভক্তি যোগ হয়। ইয়াত কেৱল প্ৰভেদ এই যে অতি পুৰণি কালত যোগ হোৱা বিভক্তি তিৰ্যক আকৃতিৰ পিচত বহিছিল কিন্তু পৰৱৰ্তী কালত ষষ্ঠ্যন্ত পদৰ পাচতহে বিভক্তি যোগ কৰা হৈছিল।

ইয়াৰ মূল বোধকৰো কছাৰী ৫মী বিভক্তি 'ফ্ৰাই' (from) নহয়। কছাৰী 'ফ্ৰাই' যোগ হলে তাৰ আগত ষষ্ঠী বিভক্তি 'নি' বহে অৰ্থাৎ 'নিফ্ৰাই' হয়। যেনে, নু (house), নু-নি-ফ্ৰাই (from the house=ঘৰ-ৰ-পৰা)। কিন্তু আন বড়ো ভাষাত এই বিভক্তি অন্যৰূপ। যেনে, ভুটীয়া 'লে', গাৰো 'অনিকো', চুটীয়া 'ছাপি'।

---

১। হেমচ. ৪।৩৩৪; cf. also হেমচ. ৪।৪৩৮; অপভ্ৰ. মৰিতৰুৰ্উং পৰি=স. মৰ্তব্যং পৰি।

২। Darmesteter: Sacred Books of the East, Vol. IV, p. 266.

(খ) 'হন্তে', 'সন্তে' :

ওপৰত কৈ অহা হৈছে ( § ২৩৩ ) যে প্ৰাকৃতত 'হিংতো', 'সুংতো আৰু অপভ্ৰংশত 'হোংতউ', 'হোংতও', 'সোংতউ', 'সোংতও' পঞ্চমী বা অপাদান-কাৰকৰ বিভক্তি। 'হোংতও'ৰ পৰা হিন্দী 'হুংতো' বা 'হুঁত' আৰু অসমীয়া 'হন্তে' ওলাইছে। 'হুংত' শব্দৰ ৭মীত 'হন্তে' হয়। অপভ্ৰংশ হোংতউ, বা হোংতও সংস্কৃত ভূ ধাতুৰ কৃদন্ত পদ ( present participle )। সংস্কৃত ভূ আৰু অস্ ধাতুৰ কৃদন্ত বিশেষণ প্ৰাকৃতত হিংতো আৰু সুংতো হয়।[1] 'সন্ত' শব্দ বৈদিকতে অস্ ধাতুৰ কৃদন্ত বা present participle।[2] ৭মীত উভয়ে হংতে আৰ সংতে হয়। তাৰ পৰাই অসমীয়া হন্তে আৰু সন্তে ওলাইছে। হিন্দীত 'সন্তে'ৰ ঠাইত 'সেঁ' হয় আৰু বঙ্গালীত 'হন্তে'-ৰ ঠাইত 'হইতে' হয়। ই পঞ্চমী বিভক্তি।

ডাক্তৰ কেলোগে অনুমান কৰে[3] যে 'সং'=সংস্কৃত 'সম্' ( with ) আৰু 'তে' সংস্কৃত ৫মী বিভক্তি 'তস্' বা সংস্কৃত সপ্তমান্ত পদ তৰিতে ( তৃ ধাতু ) শব্দৰ 'তে'। অসমীয়াত এই দুই শব্দ যুক্ত হৈ সম্+তে=সন্তে হব পাৰে আৰু 'স'ৰ ঠাইত 'হ' হলে 'সন্তে' বা 'হন্তে' হব পাৰে। কিন্তু এই মত ঠিক বুলি বিশ্বাস নহয়, কিয়নো প্ৰাকৃততে আমি হোংতে, সোংতে পাইছো।

২৭৫। সম্বন্ধ-পদৰ চিন ( Genitive case-affix ) 'ৰ' :

পুৰণি অসমীয়াত গীত, ভটিমা আদিত 'কেৰি' বুলি এটা শব্দ ষষ্ঠী বিভক্তিৰূপে ব্যৱহৃত হৈছিল। যেনে,

জয় গুৰু শঙ্কৰ সৰ্বগুণাকৰ যাকেৰি নাহি উপাম।—মা. দে.

লীলা বিনোদী কম্বুকৌমুদী চক্ৰকেৰিকুঞ্জধাৰ॥—শঙ্কৰ

প্ৰাকৃতত 'কেৰো'[4] 'কো'[5] 'কেৰং' আৰু অপভ্ৰংশত 'কেৰউ',

১। 'ক্ৰিয়াতিপত্তেঃ ন্তমানৌ।', হেমচ. ৩।১৭৯-১৮০। প্ৰা. হোংন্ত, হোমাণা—অভবিষ্যদিত্যৰ্থঃ।

২। Macdonell's Vedic Grammar, § 85. সন্ত=present part. of অস্ ( to be ).

৩। Kellogg's Hindi Grummar, § 197.

৪। 'ইদমৰ্থস্য কেৰঃ।', হেমচ. ২।১৪৭। তুম্হকেৰো=স. যুষ্মদীয়ঃ ( yours ), অম্হকেৰো=স. অস্মদীয়ঃ ( ours ).

৫। 'পৰৰাজভ্যাম্ ক্কডিক্কৌ চ।', হেমচ. ২।১৪৮; পাৰক্কম্, পাৰকেৰম্=পৰকীয়ম ( of others ) : ৰাইক্কং, ৰাজকেৰম্=ৰাজকীয়ম্ ( of kings )।

৬। 'স্ত্ৰিয়াম্ তহে', হেমচ. ৪।৩৫৯। তহে কেৰউ=তস্যাঃ কৃতঃ ( done by her ) : 'কহে কেৰৌ'=স. কস্যাঃ কৃতঃ ( done by whom )।

'কেৰউম্'[১] আৰু 'কেৰেং'[২] ষষ্ঠী বিভক্তিত প্ৰয়োগ হয়। এই শব্দ কেইটা বাস্তৱিকে বিশেষণ আৰু ইদমৰ্থত বা সম্বন্ধাৰ্থত ইইঁত যোগ হয়। এই 'কেৰো' বা 'কেৰি'ৰ মূল সংস্কৃত 'কৃত' ( made, done )। সংস্কৃত ঋকাৰান্ত ধাতু প্ৰাকৃতত অৰন্ত হয়[৩] আৰু কৃদন্ত বিশেষণ কৃত, ধৃত, মৃত, আদি শব্দ প্ৰাকৃতত কৰিও, ধৰিও মৰিও—এনে হয়। এই দৰে লব্ধ 'কৰিও' শব্দৰ ইকাৰ ব্যত্যয় ( § ১৮০ ) হলে আমি 'কেৰো' পাওঁ। নহলে কৰ্ম আৰু ভাববাচ্যত প্ৰযোজ্য কৃ, হৃ আদি ধাতুৰ ৰূপৰ পৰাও কেৰো, কেৰি আহিব পাৰে। হৃ আৰু কৃ ধাতুৰ 'ক্য' ( য ) প্ৰত্যয় বিকল্পে লোপ হয়। যেনে, কিৰই, কৰিজ্জই=স. ক্ৰিয়তে[৪]। কিন্তু এই মত বহুতে স্বীকাৰ নকৰে। প্ৰাকৃত 'কেৰো' ৰ লগত স্বাৰ্থিক প্ৰত্যয় 'ক'যোগ হলে কেৰক হয়। প্ৰাকৃতত এই কৃদন্ত বিশেষণ ষষ্ঠ্যন্ত পদৰ পাচত ব্যৱহৃত হৈছিল; কিন্তু তাৰ পৰা অৰ্থৰ কোনো পৰিবৰ্তন নহৈছিল। যেনে, তুম্হহং কেৰউং ধণু- বা তুম্হহং ধণু=যুষ্মাকম্ সম্বন্ধি ধনম্। ইয়াত কেৰউ শব্দ নিদিলেও অৰ্থৰ একো পৰিবৰ্তন নঘটে। ষষ্ঠীৰ অৰ্থ স্পষ্ট কৰিবলৈ ইয়াৰ প্ৰয়োগ হয়। সংস্কৃত 'কৃত' প্ৰাকৃত কেৰো, কেৰউ, কেৰেং, কেলঅং ( মৃচ্ছক ) অসমীয়াত 'কেৰি' হৈছিল। 'কেৰক' বা 'কেৰি'ৰ 'ক' এৰি দিলে ৰি, ৰ, ৰে আৰু ক হয় আৰু ৰ এৰি দিলে ক, কে. কো, কা, কু, কি পোৱা যায়। অসমীয়াত সচৰাচৰ 'ৰ'হে ষষ্ঠীৰ চিন ৰূপে ব্যৱহৃত হয়। পুৰণি অসমীয়াত কেৰি, ক, কু, কি, ক, ৰি আৰু ৰ ষষ্ঠীৰ চিন ৰূপে ব্যৱহৃত হৈছিল। যেনে,

কেৰি—'জগজন জাতক পাতক ঘাতক যাকেৰি এগুণ নাম।'—শঙ্কৰ

ক—'যদিবা আমাক স্নেহে আইলা গোপীগণ।'—শঙ্কৰ

'ৰামক নাম অতি অনুপাম। ৰামক নাম॥'—শঙ্কৰ

---

১। 'তুম্হহন্ কেৰউম্ ধণু'=স. যুষ্মাকং সম্বন্ধি ধনম্, হেমচ. ৪।৩৭৩

২। 'সম্বন্ধিনং কেৰতনৌ', হেমচ. ৪।৪২২।, যসু কেৰেং=যস্য সম্বন্ধিনা।

৩। 'ঋবৰ্ণস্যাৰঃ', হেমচ. ৪।২৩৪, যেনে, কৰই, ধৰই, মৰই, ইত্যাদি।

৪। 'হৃঞ্কৃক্ৰোহীৰকীৰৌ', কাত্যা. ৭।৫৩। 'হৃকৃত্ৰাম্ ঈৰঃ', হেমচ. ৪।২৫০ ( ক্ত প্ৰত্যয় যোগত কৃ ধাতু কাৰিত, প্ৰাকৃতত কাৰিজ্জ বা কিৰিজ্জ হয়। cf. মৰিজ্জ for মাৰিত, হেমচ. ৪।৩৭০ )।

কু—'সোহি প্ৰভু নাম ধৰে নন্দকু নন্দন।'—মা. দে.

কি—'তুহু জগন্নাথকি দাসকি মাধৱ মুহু ভবি বাম কহাৱত বে।'

—মা. দে.

ক—'মধুৰ মুকতি মুৰাক মন দেখ হৃদয়ে হামাক।'—শঙ্কৰ

বি—'উঠ মেৰি লাল মদন গোপাল আৱে তেৰি গোৱাল বৃন্দাৱনকো।'

—মা. দে.

ৰ—'যেন চিত্ৰ বিচিত্ৰ মৈৰাৰ ভাসে পাখি।'—সা. ভট্ট.

(ক) 'থেৰ'—ষষ্ঠীৰ বহুবচনৰ আকৃতি। 'থেৰ' বাস্তৱিকে ডবল ষষ্ঠী অৰ্থাৎ থে+ৰ। 'থে' তিৰ্যক বহুবচনৰ চিন আৰু তাত 'ৰ' যোগ হলে 'থেৰ' হয় আৰু ই ষষ্ঠীৰ বহুবচনৰ বিভক্তিৰূপে ব্যৱহৃত হয়। কেতিয়াবা কৰ্মৰ বহুবচনত 'থেক' আৰু ৭মীৰ বহুবচনত 'থেত' হয়। কিন্তু এনে প্ৰয়োগ আধুনিক বুলি বিশ্বাস হয়। ইয়াৰ মূল অপভ্ৰংশ প্ৰাকৃত 'তণা', 'তণউম্' হ'ব পায়[১]। এই শব্দ অপভ্ৰংশত ষষ্ঠীৰ এক বা বহুবচনত ষষ্ঠ্যন্ত পদৰ পদৰ পাচত সম্বন্ধ বুজাবলৈ ব্যৱহৃত হয়। তণা ৭মীৰ একবচনত ,তণি, তণে' হয়[২]। স্বৰবিকৃতিৰ নিয়মে 'ত'-ৰ ঠাইত 'থ' হলে ( § ১৯৮ ) আৰু ণ লোপ হলে 'তণি'ৰ ঠাইত 'থে' হয় ( সন্ধিৰ নিয়ম § ৬৯ দেখা )। এই 'থেৰ' বঙ্গালী 'দেৰ' আৰু পাঞ্জাবী ষষ্ঠীৰ একবচন 'দা' বা 'দী'ৰ অনুৰূপ। কিন্তু উভয়ৰে মূল আদিতে দা-ধাতুৰ ( perfect participle ) 'দত্ত' হলেও 'থে'টোক 'দা' বা 'দীৰ' পৰা সিদ্ধ কৰিব নোৱাৰি, কিয়নো স্বৰবিকৃতিৰ নিয়মে 'দ'ৰ ঠাইত 'থ' নহয় ( §§১৪০।১৯৯ )। কিন্তু 'থ'ৰ ঠাইত 'ত' আৰু 'ত'ৰ ঠাইত 'দ' হ'ব পাৰে ( §§১৪০ )। এই নিয়মে 'থে'ৰ পৰা 'দে' সিদ্ধ কৰিব পাৰি। কিন্তু প্ৰাকৃতিক আন কোনো ভাষাতে 'থেৰ্'ৰ ব্যৱহাৰ নাই। সেইদেখি 'থেৰ'ৰ পৰা 'দেৰ' আহিছে বুলি ভাবিব নোৱাৰি। উড়িয়া 'ঠাৰ' বিভক্তি অধিকৰণ কাৰকত হে চলে।

পুৰণি অসমীয়াতো 'থেৰ' প্ৰচলিত আছিল। যেনে,

'দেৱদিব্য বানে আমাঠেৰ তাৰ লক্ষি।'—মা. ক.

'তোমাঠেৰ বাক্য যত কহিলোহো আত্ত।'—দৈত্যাৰি

---

১। 'সম্বন্ধিনঃ কেৰতণৌ', হেমচ. ৪।৪২২।২০ ; যেনে, অম্হহং তণা—স. অস্মাকং সম্বন্ধি। cf. also হেমচ. ৪।৩৬১ ; তুহ তণউম্—স. তব সম্বন্ধি।

২। হেমচ. ৪।৩৩০ আৰু হেমচ. ৪।৩৩৪

২৭৬। **অধিকৰণ কাৰকৰ বিভক্তি** ( Case-affixes of Locative ) 'এ' আৰু 'ত':

( ক ) 'এ':—'এ'-ৰ মূল ওপৰত দিয়া হৈছে ( §§২৪০।২৪২।২৭২ )। অপভ্ৰংশত ৭মীৰ একবচনত 'হি' ( অহি ) হয়[১]। এই 'অহি' ৰ পৰা যে 'এ' হয় আৰু ই যে ৬ষ্ঠীৰ চিন তাক ওপৰত কোৱা হৈছে। অপভ্ৰংশত 'এ' ৰ ঠাইত বিকল্পে 'ই' হয়[২]। এতেকে অসমীয়া এ, ই আদিতে ৬ষ্ঠী আৰু ৭মীৰ চিন আছিল বুলি ধৰিব লাগিব। অপভ্ৰংশৰ দৰে অসমীয়াতো অধিকৰণৰ 'এ' 'ই' হয়। যেনে,

'নধৰিলা সাগৰে তোমাৰ মৎস্য কায়া।'—শঙ্কৰ

'থৈলা ঢাকি ঘুৰি গৈলা নিজপুৰি।'—শঙ্কৰ

বৰ্তমানতো ক্ৰিয়াবিশেণত কোনো কোনো ঠাইত ৭মীৰ 'ই' পোৱা যায়। যেনে, সমূলি, অনুসৰি, ইত্যাদি। আজিকালিও 'এ' ৰ প্ৰচলন আছে। যেনে, 'সুস্থ শৰীৰে আৰু স্বজ্ঞানে এঁই খত লেখি দিলোঁ'; 'এই বিষয়ে মন্ত্ৰীএ ( ৰে ) কৈছে', ইত্যাদি। পুৰণি অসমীয়াত হলে ইয়াৰ ব্যৱহাৰ বৰ বিস্তৃত আছিল। আগৰ দৰে বৰ্তমানতো ক্ৰিয়াবিশেষণত ৭মী বিভক্তি যুক্ত থাকে।

(খ) 'ত':—'ত'ৰ মূল সংস্কৃত 'অন্তঃ' বা 'অন্তৰং'। সংস্কৃত 'অন্তৰং'= প্ৰাকৃত 'অংন্তে' বা 'অংতো'=অপভ্ৰ. অংতক[৩]। তাৰে 'ক' আৰু 'অং' লোপ হলে মাৰাটীত 'ংত' আৰু অসমীয়াত 'ত' হয় আৰু ৭মী বিভক্তিৰূপে ব্যৱহৃত হয়। যেনে, ঘৰত একো নাই;

'মৎস্যৰূপে অৱতাৰ ভৈলা প্ৰথমত।

উদ্ধাৰিলা চাৰি বেদ প্ৰলয় জলত॥'—শঙ্কৰ

ইয়াৰ বাহিৰে 'পাশে', 'কাষে', 'মাজত', 'ভিতৰে' আদি কিছুমান শব্দও অধিকৰণৰ চিনৰূপে ব্যৱহৃত হয়। কিন্তু ইসৱক বিভক্তি বোলা নাযায়। এই শব্দবোৰ বিভক্তিৰূপে ব্যৱহৃত হোৱাৰ অগেয়ে সংজ্ঞা-শব্দটোত

---

১। 'ঙসিভ্যস্ঙিনাম্ হেহুংহয়ঃ', হেমচ. ৪।৩৪১। ( অপভ্ৰংশে ইদুত্যাম্ পৰেষাম্ ঙসি, ভ্যস্, ঙি ইত্যেতেষাম্ যথাসংখ্যম্ হে, হুম্ হি ইত্যেতে ত্ৰয় আদেশা ভৱন্তি। )

২। 'ঙিনেচ্চ', হেমচ. ৪।৩৩৪; যেনে, উপৰি. তলি, তলে।

৩। 'ঘবেহন্তৰশ্চ', হেমচ. ১।১৪; যেনে, 'অংতো উৱৰিং'=অন্তৰ-উপৰি। Also স. অন্তশ্চাৰী=প্ৰা. অংতেআৰী; হেমচ. ১।৬০; 'ধহংতৰ'=স. তনান্তৰং, হেমচ. ৪।৩৫০

ষষ্ঠীৰ বিভক্তি যোগ হয় আৰু ইহঁত নিজেও সপ্তম্যন্ত পদ হয়। 'পাশে'=স. 'পার্শ্বে' ( by the side of )=অপভ্র. পাসহিং, পাসি, পাসে=হিন্দী পাস। যেনে, 'সকল শিশুৰ কাণ খাই খাই আসয় তোমাৰ পাশে', শ্ৰীধৰ. ক.। 'কাষে'=স. কক্ষে (at the side of)=অপভ্র. কচ্ছে, কক্‌খে, কহে, কহি=বঙ্গলা কাশে। 'মাজত'=স. মধ্যে (in the middle)=অপভ্র. মজ্ঝে, মজ্ঝি, মজ্ঝহি=অ. মাজে মাঝে। 'ভিতৰে'=স. অভ্যন্তৰে ( within, in the interior )=প্রা. অব্তিংতৰে—হিন্দী ভীতৰ।

# দ্বাদশ আধ্যা

## শব্দ-যোগত বিভক্তি-নির্ণয়

### ( Case-affixes governed by words ).

২৭৭। সংস্কৃতৰ দৰে অসমীয়াতো ভিন ভিন শব্দৰ ব্যৱহাৰত ভিন ভিন বিভক্তিৰ প্ৰয়োগ হয়। এই প্ৰয়োগ প্ৰায় সকলো ঠাইতে সংস্কৃতৰ অনুৰূপ।

**প্ৰথমা বিভক্তি ( First case-affix )**

(১) অভিধেয় বা নাম মাত্ৰে প্ৰথমা বিভক্তি হয়; যেনে, ঈশ্বৰ, ঘৰ, বান্দৰ।

(২) কৰ্তাত প্ৰথমা; যেনে, ৰাম আছে; গোবিন্দে হাঁহে।

(৩) সম্বোধনে প্ৰথমা; যেনে, হে অচ্যুত; হেৰা ইন্দ্ৰ।

(৪) অনুসাৰে, অবধি, পৰ্যন্ত, পূৰ্বক, বিশেষ, ৰূপে, স্বৰূপে আদি শব্দ যোগত প্ৰথমা হয়; যেনে, ৰীতি অনুসাৰে চলিবা; ঘাটৰ পৰা বাট পৰ্যন্ত; জন্ম অবধি নৰ মৃত্যুৰ অধীন; ইচ্ছা পূৰ্বক কোনেও অধঃপাতে নাযায়; ঠাই বিশেষে আচাৰ লবে; 'দূতৰূপে আসি আছো তোমাৰ চৰণ।'—অ. ক.

(৫) বিনে যোগত প্ৰথমা বা সপ্তমী হয়; যেনে, দুখ বিনে সুখ নাই; 'তাত বিনে আন নাহি কেৱ।'—মা. দে.

(৬) মতে শব্দ যোগত প্ৰথমা বা ষষ্ঠী হয়। যেনে, মোৰ মতে এইহে উত্তম; নিয়ম মতে কাম কৰিবা।

(৭) নামে বা নামেৰে শব্দ যোগেও প্ৰথমা হয়; যেনে, 'পুৰুষোত্তম নামে ক্ষেত্ৰ তাতেসে বিখ্যাত।'—শঙ্কৰ। দশৰথ নামেৰে ৰজা।

(৮) সন্কাশ, সঙ্গে আৰু সদৃশ শব্দ যোগত প্ৰথমা বা ষষ্ঠী হয়; যেনে, 'সাগৰ সন্কাশ দেখি পদাতি।'—শঙ্কৰ; শিশু বা শিশুৰ সদৃশ স্বভাৱ; 'হাতত তাল নাৰীগণ সঙ্গে।'—শঙ্কৰ; গৰুৰ সঙে গৰু।

(৯) সম শব্দ যোগত প্ৰথমা, তৃতীয়া বা ষষ্ঠী হয়; যেনে, 'বিচুৰে সমে হেন কথা কই।'—শঙ্কৰ; 'সৱে মায়ময় স্বপ্ন সম।'—শঙ্কৰ; 'তাসম্বাৰ সম ভাগ্যৱতী আৰ নাই।'—শঙ্কৰ; 'ঘুনুচাক সম মই নোহো ভাগ্যৱতী।'—শ্ৰীধৰ ক.। সেইদৰে সহিত বা সৈতে যোগতো প্ৰথমা, তৃতীয়া বা ষষ্ঠী হয়; যেনে, 'এহিমতে কৃষ্ণ বলো সহিত।'—শঙ্কৰ; 'বিষ্ণুত মেলানি মাগি লবিল গৃহক লাগি ভাৰ্য্যায়ে সহিতে শূলধৰ।'—শঙ্কৰ; তাৰ সৈতে ৰামৰ বন্ধুত্ব আছে।

(১০) বাজে শব্দ যোগত প্ৰথমা বা সপ্তমী হয়; যেনে, গোবিন্দৰ গুণ চৰিত্ৰ বাজে।'—শঙ্কৰ; তাতে বাজে মোৰ কৰলগীয়া নাই।

## ২৭৮। দ্বিতীয়া বিভক্তি ( Second case-affix )

(১) কৰ্মত দ্বিতীয়া; যেনে, মই ভাত খালো।

(২) ধিক শব্দ যোগত ২য়া বা ৭মী বিভক্তি হয়; যেনে, তাৰ জীৱনে ধিক; তেনে মানুহক ধিক; 'ধিক ধিক ব্যৰ্থৰে সাজাইলো মেৰ-ঘৰ; ধিক ধিক দিলো মই এ পালি প্ৰহৰ; মেৰৰ চৌপাশে ধিক মই ঔষধ বোৱাইলো। নেউলি মযুৰী ধিক মই ওআক আনিলো।'—দুৰ্গাবৰ।

(৩) অধ্ব আৰু কালবাচক শব্দৰ উত্তৰ দ্বিতীয়া হয়; যেনে, গাড়ীখন ঘণ্টাত ছমাইল যায়; সি ইয়াত ছমাহ আছিল।

(৪) সৰি শব্দ যোগত দ্বিতীয়া হয়; যেনে, 'বহ্নিৰ হোমে নোহে তাৰ সৰি।'—শঙ্কৰ

(৫) গমনাৰ্থক ধাতুৰ লগত অধিকৰণ কাৰকৰ কৰ্ম-সংজ্ঞা হয়; যেনে, ঘৰক যা; 'বেহাৰৰ হস্তে নৰমাৰায়ণ বড়নগৰক গৈল।'—দৈত্যাৰি

(৬) তুল শব্দ যোগত কেতিয়াবা ২য়া হয়; যেনে, 'নাহিকে তোমাক তুল।'—শঙ্কৰ

## ২৭৯। তৃতীয়া বিভক্তি ( Third case-affix )

(১) কৰণ-কাৰকত তৃতীয়া বিভক্তি ; যেনে, হাতেৰে ধৰিলে।

(২) ঊনাৰ্থ শব্দ যোগত তৃতীয়া ; যেনে, পাচে কম তিন কুৰি টকা।

(৩) প্ৰকৃতি, স্বভাৱ, নাম আদি শব্দৰ উত্তৰত তৃতীয়া বা ৭মী বিভক্তি হয় ; যেনে, জুই প্ৰকৃতিয়ে উষ্ম ; দশৰথ নামেৰে ৰজা।

(৪) উপসংখ্যানে অৰ্থাৎ ক্ৰিয়া বিশেষণৰূপে ব্যৱহৃত সংজ্ঞা-শব্দৰ উত্তৰত তৃতীয়া হয় ; যেনে, বেগে বা বেগাই যা ; ঘনাই খোঁটে।

## ২৮০। চতুৰ্থী বিভক্তি ( Fourth case-affix )

(১) সম্প্ৰদান-কাৰকত চতুৰ্থী ; যেনে, নৰেন্দ্ৰক টকা দিয়া।

(২) প্ৰয়োজন অৰ্থত চতুৰ্থী ; যেনে, সি খৰিক যায়। 'বনিজক যান্তে সাধু পৰিল মনত।'—দুৰ্গাবৰ

(৩) প্ৰতি শব্দ যোগত ২য়া, ৪ৰ্থী বা ৬ষ্ঠী হয় ; যেনে, সেই দিনাক প্ৰতি মই তাৰ মুখকে দেখা নাই ; 'তেখনে গৈলন্ত সতী বন্ধুনক প্ৰতি।'—দুৰ্গাবৰ ; 'পঠাইলন্ত দূতসবে মাধৱক প্ৰতি।'—অনন্ত ক. ; তাৰ প্ৰতি মোৰ কোপ নাই।

(৪) অসূয়া, ক্ৰোধ, ঈৰ্ষা, শ্লাঘা আদি শব্দ যোগত চতুৰ্থী হয় ; যেনে, তালৈ মোৰ অসূয়া নাই ; গুৰুৱে শিষ্যক শলাগিছে ; ৰামক ক্ৰোধ কৰিছে।

(৫) নমস্কাৰ শব্দ যোগত চতুৰ্থী ; যেনে, গুৰুক নমস্কাৰ।

(৬) গমনাৰ্থক ধাতুৰ যোগত কেতিয়াবা কৰ্মৰ সম্প্ৰদান-সংজ্ঞা হয় ; যেনে, চাক কলিকাতালৈ গ'ল।

(৭) পাচনী-ক্ৰিয়া যোগতো কেতিয়াবা চতুৰ্থী হয় ; যেন, মাকে শিশুক চন্দ্ৰ দেখুৱাব।

(৮) অভিসন্ধি, অভিপ্ৰায় আৰু নিমিত্তাৰ্থক ক্ৰিয়াৰ্থা-ক্ৰিয়াৰ উত্তৰত চতুৰ্থী হয় ; যেনে, দেখিবলৈ দুই চকু আছে ; 'কাঢ়ি লৈবে লাগি হৰি সমীপ চাপিলা।'—শঙ্কৰ ; 'কৰিবাক লাগিলা শক্ৰক বুণ্ডামাৰ।'—শঙ্কৰ। কেতিয়াবা চতুৰ্থী লোপ হয় ; যেনে, 'গুৰিব মপাৰে আৰু ৰবিৰ কিৰণ।' —শঙ্কৰ

২৮১। **পঞ্চমী বিভক্তি** ( Fifth case-affix )

(১) অপাদান-কাৰকত পঞ্চমী ; যেনে, ঘৰৰ পৰা আহিল।

(২) কাল আৰু পথ বুজালে অবধি-বোধক শব্দৰ উত্তৰত পঞ্চমী হয় ; যেনে, আজিৰ পৰা চৌধ্য দিনা।

(৩) অন্যার্থ-বোধক শব্দৰ উত্তৰত পঞ্চমী হয় ; যেনে, অসমৰ পৰা বঙ্গ পৃথক।

(৪) হেত্বর্থে তৃতীয়া, পঞ্চমী বা সপ্তমী হয় ; যেনে, আনন্দেৰে বা আনন্দত নাচিছে, শোকৰ পৰা বা শোকত কান্দিছে।

২৮২। **ষষ্ঠী বিভক্তি** ( Sixth case-affix )

(১) সম্বন্ধে ষষ্ঠী ; যেনে, টিনৰ ঘৰ।

(২) সহার্থক শব্দৰ যোগত ৬ষ্ঠী হয়—যেনে, ঘোৰাৰ সহিত ; তাৰ লগত ; ঘৰে সৈতে, ইত্যাদি।

(৩) নিমিত্তে, হতুৱাই, অর্থে, প্রতি, নিচিনা, দৰে, অন্তৰে, ভিতৰে, বাহিৰে আদি শব্দ যোগত ষষ্ঠী হয় ; যেনে, তাৰ নিমিত্তে, ৰামৰ হতুৱাই পানী অনালো, ধনৰ অর্থে কাম কৰিছো, ঘৰৰ নিচিনা প্রবাসত আছো, তুলাৰ দৰে কোমল, তাৰ বাহিৰে আন কাম নাই ; ইত্যাদি।

২৮৩। **সপ্তমী বিভক্তি** ( Seventh case-affix )

(১) অধিকৰণে ৭মী ; যেনে, পর্বতত জুই লাগিছে।

(২) নির্দ্ধাৰে সপ্তমী ; যেনে, কবিৰ মাজত কালিদাস শ্রেষ্ঠ।

(৩) অবচ্ছেদে ৭মী ; যেনে, দুঃশাসনে দ্রৌপদীৰ চুলিত ধৰিছিল।

(৪) বিনা, বাজে, বাদে শব্দ যোগত ৭মী হয় ; যেনে, হৰিত বিনে গতি নাই, তাত বাদে আৰু গাঁও আছে, মুখ্য মন্দিৰত বাজে সাধাৰণ মন্দিৰো আছে।

(৫) তুলনার্থক শব্দ যোগত ৭মী হয় ; যেনে, সবাতো সৰু, 'জগততে কবি মই যিহেতু উত্তম।'—শঙ্কৰ

(৬) 'থাকি' আৰু 'পৰ' শব্দ যোগত ৭মী হয় ; যেনে,

বাজাৰ দণ্ডিত থাকি সুতল পুৰক ঢাকি
নিৰন্তৰে কৰে হৰি ঘোষ।—শঙ্কৰ

হৰিভকতিত পৰ নিস্তাৰ কৰন্তা নাই।—শঙ্কৰ

মহত থাকি শুৰই নোৱাৰি ; তাত পৰ আৰু একো নাই।

# ত্ৰয়োদশ আধ্যা

## বিশেষণ ( Adjective )

২৮৪। যি শব্দে সংজ্ঞাৰ গুণ বা অৱস্থা প্ৰকাশ কৰে তাৰ নাম বিশেষণ (adjective)। কোনো কোনো বিশেষণৰ দুটা আকৃতি থাকে—এটা হ্ৰস্ব ( short ) আৰু আনটো দীৰ্ঘ ( long )। যেনে, দুখী poor ( হ্ৰ. ) দুখীয়া ( দীৰ্ঘ ); ভাতু rice-eater ( হ্ৰ. ), ভতুৱা বা ভাতুৱা দী. ; দামোদৰী ( হ্ৰ ), দামোদৰীয়া ( দী. ), ইত্যাদি। হ্ৰস্ব আকৃতিৰ আকৌ দুবিধ আকৃতি হয়—এটা লঘু ( weak ) আৰু আনটো গুৰু ( strong )। গুৰু আকৃতিত সাধাৰণতঃ পুল্লিঙ্গত 'আ' আৰু স্ত্ৰীলিঙ্গত 'ঈ' প্ৰত্যয় হয়। যেনে, ডাঙৰ big ( ল. ), ডাঙৰা ( গু. পু. ; যেনে, মাজডাঙৰা মুনিহ ), ডাঙৰী ( গু. স্ত্ৰী. ; যেনে, মাজডাঙৰী তিৰী ) ; নিমাত silent ( ল. ), নিমাতা ( গু. পু. ), নিমাতী (গু. স্ত্ৰী ) ; পাগল mad ( ল. ), পাগলা বা পগলা ( গু. পু. ), পাগলী ( গু. স্ত্ৰী. ), ইত্যাদি। প্ৰত্যয়ৰ বাবে তদ্ধিত দেখা (§§৪২৯-৪৯৫)। সাধাৰণতঃ বিশেষ্যৰ লিঙ্গ অনুসাৰে বিশেষণৰো লিঙ্গ নিৰ্দিষ্ট হয় ; যেনে গুণবান পুৰুষ, গুণৱতী স্ত্ৰী, পকা ফল। বিশেষণ শব্দক লিঙ্গ অনুসৰি দুভাগ কৰিব পাৰি—(১) অপৰিবৰ্তিত ( uninflected ) আৰু পৰিবৰ্তিত ( inflected )। অপৰিবৰ্তিত বিশেষণৰ কোনো সংজ্ঞাৰ আগতে কেতিয়াও পৰিবৰ্তন নহয়, কিন্তু পৰিবৰ্তিত বিশেষণৰ সংজ্ঞাৰ লিঙ্গ অনুসাৰে পৰিবৰ্তন ঘটে। যেনে, ঠানুৱা লৰা, ঠানুৱা ছোৱালী ; সুন্দৰ পুৰুষ সুন্দৰী স্ত্ৰী। সাধাৰণতঃ তদ্ভৱ বা দেশজ সংজ্ঞা-শব্দৰ আগত বহা তদ্ভৱ বা দেশজ বিশেষণৰ কোনো পৰিবৰ্তন নঘটে। কিন্তু তৎসম বা অৰ্ধতৎসম সংজ্ঞা-শব্দৰ আগত থাকা তৎসম বা অৰ্ধতৎসম বিশেষণৰ পৰিবৰ্তন ঘটে। যেনে—

### (ক) অপৰিবৰ্তিত ( Uninflected )

| পুংলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|
| সৰু লৰা ( Little boy ) | সৰু ছোৱালী ( Little girl ) |
| ধুনীয়া ডেকা ( Handsome youth ) | ধুনীয়া ডেকেৰী ( Handsome maiden ) |
| ভাল বলদ ( Fine bullock ) | ভাল গাই ( Fine cow ) |
| ডাঙৰ মখনা ( Big male elephant ) | ডাঙৰ মাখুনী ( Big female elephant ) |
| চুটিয়া শালিকা ( Male Salika bird ) | চুটিয়া (চুটি) শালিকী (Female Salika bird) |

## (খ) পৰিবৰ্ত্তিত ( Inflected )

### তদ্ভৱ

| পুংলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|
| নিমাতা গৰু ( silent cattle ) | নিমাতী গাই ( silent cow ) |
| বুধিয়ক ( বুদ্ধিমান ) কাউৰ (clever crow) | বুদ্ধিমতী কাউৰী (clever female crow ) |
| আজলা বা অজলা লৰা ( simple boy ) | আজলী ছোৱালী ( simple girl ) |
| ক'লা বলদ ( Black bullock ) | কলী গাই ( Black cow ) |
| বিতোপন লৰা ( Lovely boy ) | বিতোপনী ছোৱালী (Lovely girl), ইত্যাদি |

### তৎসম

| | |
|---|---|
| সত্যবাদী কুমাৰ ( Truthful prince ) | সত্যবাদিনী কুমাৰী (Truthful princess ) |
| শান্ত বালক ( Calm boy ) | শান্তা, শান্তা } বালিকা ( Calm or virtuous girl ) |
| শ্ৰীমন্ত পুৰুষ ( Healthy man ) | শ্ৰীমতী স্ত্ৰী ( Healthy woman ) |
| বেগবান নদ ( Swift river ) | বেগবতী নদী ( Swift river ) |

কেতিয়াবা অচেতন বস্তু বা বিষয় বুজুৱা সংজ্ঞাৰ তৎসম বা তদ্ভৱ বিশেষণো অপৰিবৰ্ত্তিত থাকে—যেনে, নিৰস কথা, উজ্জ্বল তাৰা, মধুৰ ভাষা, সৰু ইচ্ছা, ইত্যাদি। কিন্তু সচৰাচৰ পৰিবৰ্তন ঘটে ; যেনে, অচলা ভক্তি, ধীৰা গতি, ইত্যাদি।

মূল ( Derivation ) : প্ৰাকৃতৰ সময়তে লিঙ্গ-বিপৰ্যয় ঘটিছিল ( হেমচ. ১।৩১-৩৬, ৪।৪৩২-৪৩৩ )। প্ৰাকৃতিক ভাষাতো তেনে হৈছে। সংস্কৃতত বিশেষ্যৰ লিঙ্গ আৰু বচন অনুসৰি বিশেষণৰো লিঙ্গ আৰু বচন হয় আৰু বিশেষ্যৰ দৰে বিশেষণৰো আকৃতি পৰিবৰ্ত্তিত হয়। দ্ৰাবিড়ী আৰু বড়ো ভাষাত কেতিয়াও তেনে নহয়। অসমীয়াত বড়ো আৰু দ্ৰাবিড়ীৰ এই নিয়ম আংশিক ৰক্ষিত হৈছে।

২৮৫। উপমা বুজাবলৈ 'নিচিনা' বা 'দৰে' শব্দ প্ৰয়োগ কৰি বিশেষণৰ কাম কৰা হয়। যেনে, হিমালয়ৰ নিচিনা পৰ্বত ; ভীমৰ দৰে বীৰ ; ইত্যাদি। 'নিচিনা' শব্দৰ মূল সম্ভৱতঃ সংস্কৃত 'নিদৰ্শনা' শব্দ। 'নিদৰ্শনা' এবিধ উপমা[1]। তাৰ মূল সংস্কৃত নি+দৃশ্ ধাতু। সংস্কৃত 'ঈদৃশঃ' শব্দ অপভ্ৰংশত 'ঐসো'

---

১। নিদৰ্শনা—"অভৱন্বস্তুসম্বন্ধ উপমাপৰিকল্পকঃ", ইতি কাব্যপ্ৰকাশে। A figure of speech.

( হেমচ. ৪।৪০৩ ) আৰু সেই অনুসাৰে 'নিদৰ্শনা' অপভ্ৰংশত নৈসনো বা নৈসনা হয়[১]। অসমীয়াত তাৰ পৰা নিচিনা হল। 'দৰে'ৰ মূল ইচ্‌লামিক ( আৰব ) 'তৰহ্‌' ( **in that manner** )।

২৮৬। তুলনাৰ্থত যাৰ লগত তুলনা কৰা হয় সেই বস্তু বুজুৱা শব্দটোক ৭মীবিভক্তিত ৰাখি তাৰ পাচত 'কৰি', 'কৈ' বা 'কে' প্ৰয়োগ কৰি তুলনীয় বস্তু বুজুৱা শব্দটো বহুৱা হয়। যেনে, 'জ্ঞানহীন অভ্যাসত কৰি ভক্তি সহিতে উপদেশসকল শ্ৰেষ্ঠ। তাতো কৰি ধ্যান বড়; ধ্যানতো কৰি কৰ্মফলত্যাগ উত্তম; ত্যাগত কৰি মোৰ প্ৰসাদে শীঘ্ৰে সংসাৰ শান্তি হয়।' ভট্ট দে.। তাত কৈ ই ডাঙৰ। সিগাঁৱত কে ই গাওঁ ওচৰ। অধিক, জাস্তি, বেচি আদি শব্দৰ ব্যৱহাৰ কৰিও দুটাৰ উৎকৰ্ষতা দেখুৱাব পাৰি। কিন্তু যাৰ লগত তুলনা কৰা যায় সেই বস্তু বুজুৱা শব্দটোক পূৰ্বোক্তৰূপে সপ্তমী বিভক্তিত ৰাখিব লাগিব। যেনে, ৰামত কৈ হৰি বেচি বিদ্বান; তেলত কৈ পানী অধিক গধুৰ। সকলতো কৰি উৎকৃষ্ট বা নিকৃষ্ট অবস্থা দেখুৱাব লাগিলে 'সকল' বা 'সৱ' শব্দ বা তাৰ পিচৰ সংজ্ঞাশব্দ অধিকৰণত ৰাখি তাৰ পাচত ওপৰত কোৱা দৰে 'কৰি', 'কৈ' বা 'কে' প্ৰয়োগ কৰি বা নকৰাকৈয়ে তুলনা দেখুৱাব পাৰি—যেনে, সি সকলোত কৈ বুদ্ধিমান; অণু সৱাতো সৰু; ইত্যাদি।

(ক) কেতিয়াবা তৎসম শব্দত সংস্কৃত 'তৰ' আৰু 'তম' প্ৰত্যয় যোগ কৰিও দুটাৰ ভিতৰত এটাৰ আৰু বহুতৰ ভিতৰত এটাৰ পাৰ্থক্য দেখুৱাব পাৰি—যেনে, পুণ্যতৰ, পূজ্যতম, ইত্যাদি।

(খ) কেতিয়াবা তুলনাৰ কাম আন বিশেষণ শব্দৰ দ্বাৰাও কৰা হয়। এনে বিশেষণক বিশেষণীয় বিশেষণ বোলে—যেনে, বৰ ভাল ঘৰ, অতি উত্তম কাপোৰ, নীচেই তাকৰ লৰা, ইত্যাদি।

২৮৭। মূল ( **Derivation** ): নিৰ্দ্ধাৰণে তুলনাৰ্থ শব্দৰ উত্তৰত সংস্কৃতৰ দৰে ৭মীবিভক্তি হয়। সৱাতো ( **completely, entirely** )=প্ৰাকৃত সব্‌বতো=স. সৰ্বতঃ বুলি বোধ হয়।

---

১। অতাম্ তৈসঃ, হেমচ. ৪।৪০৩। cf. also অইসো=স.—অস্মাদৃশঃ।

# চতুৰ্দশ আধ্যা

## সংখ্যাবাচক শব্দ

## ( Numerals )

২৮৮। অসমীয়া ভাষাত কেইবা বিধো সংখ্যাবাচক শব্দ আছে – যেনে, (১) সংখ্যাবাচক সংজ্ঞা (cardinals), (২) সংখ্যাবাচক বিশেষণ (ordinals), (৩) আংশিক ( fractionals ), (৪) গুণ বা পূৰণবাচক ( multiplicatives ), (৫) সমষ্টিবোধক ( collectives ), (৬) পৌনঃপুনিক ( reduplicatives ), (৭) অনিশ্চিত ( indefinitives ), (৮) নিশ্চিত ( denominatives ), (৯) বিয়োগক ( subtractives ) আৰু (১০) বৈভাগিক ( distributives ) শব্দ।

### (১) সংখ্যাবাচক সংজ্ঞা ( Cardinals )

২৮৯। অসমীয়া সংখ্যাবাচক বিশেষ্য কোনো এক নিৰূপিত নিয়মে সংস্কৃত বা প্ৰাকৃতৰ পৰা নামা নাই। তলত সংস্কৃত, পালি, প্ৰাকৃত আৰু অসমীয়া সংখ্যাবাচক শব্দৰ একৰ পৰা এশলৈ এখন তালিকা দিয়া হল। তাৰ পৰাই মূল বিচাৰি পোৱা যাব। স্বৰ-বিকৃতিৰ নিয়মে অসমীয়া সংখ্যা-বাচক সংজ্ঞা সিদ্ধ হৈছে। ধৰ্মগ্ৰন্থৰ পালিৰ ( Pali of Scriptures ) ৰূপ হে ইয়াত দিয়া হৈছে ( কাচ্চা. § ১৬০ )।

| অঙ্ক | সংস্কৃত | পালি | প্ৰাকৃত | অসমীয়া |
|---|---|---|---|---|
| ১ | একঃ | এক, একা, একং | এক্কো, এগো | এক |
| ২ | দ্বে, দ্বৌ | দ্বে, দুৱে, দুৱি | দুএ, দুৱে, দুই, দুঅউ | দুই |
| ৩ | ত্ৰীণি, ত্ৰয়ঃ | তয়ো, তি, তিস্সো | তিণ্ণি, তয়ো | তিনি |
| ৪ | চত্বাৰঃ | চত্তুৰো, চতস্সো, চত্তাৰি, চতু | চত্তাৰো, চত্তাৰি | চাৰি |
| ৫ | পঞ্চ | পঞ্চ | পংচ | পাঁচ |

| অঙ্ক | সংস্কৃত | পালি | প্রাকৃত | অসমীয়া |
|---|---|---|---|---|
| ৬ | ষট্, ষষ্ | সো, ছ | ছ, ছস্, ছহ | ছই, ছয় |
| ৭ | সপ্ত | সত্ত | সত্ত | সাত |
| ৮ | অষ্ট | অঠ | অট্‌ঠ | আঠ |
| ৯ | নব | নব | নব, নঅ | ন, নও |
| ১০ | দশ | দস | দহ | দহ |
| ১১ | একাদশ | একাৰস | একাৰস, এগাৰহ, এআৰহ, এগ্‌গাৰাহ | এঘাৰ |
| ১২ | দ্বাদশ | বাৰস | বাৰহ | বাৰ |
| ১৩ | ত্রয়োদশ | তেৰস | তেৰহ | তেৰ |
| ১৪ | চতুর্দশ | চুদ্দস | চউদ্দহ | চোধ, চৌদ্ধ |
| ১৫ | পঞ্চদশ | পন্নৰস | পন্নৰহ, পন্দৰহ, পন্নৰস | পোন্ধৰ |
| ১৬ | ষোড়শ | সোলস | সোলহ, সোৰহ | ষোল, ষোল্ল |
| ১৭ | সপ্তদশ | সত্তৰস | সত্তৰহ, সত্তাৰ | সতৰ, সোতৰ |
| ১৮ | অষ্টাদশ | অঠাৰস | অট্‌ঠাৰহ | অঠৰ, ওঠৰ |
| ১৯ | ঊনবিংশতি | একুনবীস | ঊণবীসা, একুণবীসা | ঊনৈশ |
| ২০ | বিংশতি | বীস, বীসতি, বীসং | বীসা, বীসই, বীসাই | বিশ |
| ২১ | একবিংশতি | একবীস | একবীসা, এআইসা | একৈশ |
| ২২ | দ্বাবিংশতি | বাবীস | বাবীসং, বাবীসা, বাইসা | বাইশ |
| ২৩ | ত্রয়োবিংশতি | তেবীস | তেবীসং, তেবীসা | তেইশ |
| ২৪ | চতুর্বিংশতি | জোবীস, চতুবীস | চউব্‌বীসং, চউবীসা, চউবিসই | চৌবিশ, চব্বিশ |
| ২৫ | পঞ্চবিংশতি | পঞ্চবীস | পংচবীসং, পংচবীসা, পচীসা | পঁচিশ |
| ২৬ | ষড় বিংশতি | ছপ্‌বীস | ছব্বীস, ছব্বীসা, ছইবীস | ছাব্বিশ, ছাবিশ |
| ২৭ | সপ্তবিংশতি | সত্তবীস | সত্তাবীসা, সত্তাইসা | সাতাইশ |
| ২৮ | অষ্টবিংশতি | অটবীস | অট্‌ঠাবীসা, অট্‌ঠাইস | আঠাইশ |
| ২৯ | ঊনত্রিংশৎ | একুনতিংস | ঊণতীসা, ঊণতীসআ | ঊনত্রিশ |
| ৩০ | ত্রিংশৎ | তিংস, তিংসতি | তীসা, তীসআ | ত্রিশ |
| ৩১ | একত্রিংশৎ | একতিংস | একতীসা (?) | একত্রিশ |

| অঙ্ক | সংস্কৃত | পালি | প্ৰাকৃত | অসমীয়া |
|---|---|---|---|---|
| ৩২ | দ্বাত্ৰিংশৎ | বাত্তিংস | বত্তীসা | বত্ৰিশ |
| ৩৩ | ত্ৰয়স্ত্ৰিংশৎ | তেত্তিংস | তেত্তীসা | তেত্ৰিশ |
| ৩৪ | চতুস্ত্ৰিংশৎ | চতুত্তিংস | চউত্তীসা | চৌত্ৰিশ |
| ৩৫ | পঞ্চত্ৰিংশৎ | পঞ্চত্তিংস | পন্নতীসং<br>পণতীসং | পঁইত্ৰিশ |
| ৩৬ | ষট্‌ত্ৰিংশৎ | ছত্তিংস | ছত্তীসা | ছয়ত্ৰিশ |
| ৩৭ | সপ্তত্ৰিংশৎ | সত্তত্তিংস | সত্ততীসং | সাতত্ৰিশ |
| ৩৮ | অষ্টাত্ৰিংশৎ | অটত্তিংস | অট্‌ঠতীসা | আঠত্ৰিশ |
| ৩৯ | উনচত্বাৰিংশৎ | নৱত্তিংস<br>একুনচত্তালী | উণচত্তলীসা | উনচল্লিশ |
| ৪০ | চত্বাৰিংশৎ | চত্তালিস<br>চুত্তালিস্, তালিস্ | চত্তলীসা<br>চালীস | চল্লিশ |
| ৪১ | একচত্বাৰিংশৎ | একচত্তালীস | এক্কচত্তালীসা | একচল্লিশ |
| ৪২ | দ্বাচত্বাৰিংশৎ | দ্বেচত্তালীস<br>বাচত্তালীস্ | বায়ালীসং<br>বাআলীসং, বাঅত্তালীসং | বাচল্লিশ<br>বিয়াল্লিশ |
| ৪৩ | ত্ৰয়শ্চত্বাৰিংশৎ | তেচত্তালীস্ | তেআলীসা<br>তেচ্চত্তালীসা | তেচল্লিশ<br>তেতাল্লিশ |
| ৪৪ | চতুশ্চত্বাৰিংশৎ | চতুচত্তালীস্ | চৌয়ালীসা,<br>চউচ্চত্তালীসা | চৌচল্লিশ<br>চৌৱাল্লিশ |
| ৪৫ | পঞ্চচত্বাৰিংশৎ | পঞ্চচত্তালীস্<br>পঞ্চতালীস্ | পঞ্চচত্তালীসা | পঞ্চল্লিশ |
| ৪৬ | ষট্‌চত্বাৰিংশৎ | ছচত্তালীস্ | ছচ্চত্তালীসা | ছয়চল্লিশ<br>ছিয়াল্লিশ |
| ৪৭ | সপ্তচত্বাৰিংশৎ | সত্তচত্তালীস্ | সত্তঅত্তালীং | সাতচল্লিশ |
| ৪৮ | অষ্টচত্বাৰিংশৎ | অঠচত্তালীস্ | অট্‌ঠঅত্তালীসং<br>অঠতালীস | আঠচল্লিশ |
| ৪৯ | উনপঞ্চাশৎ | একুনপঞ্চাস | উণবংচসা<br>উণপংচাসা | উনপঞ্চাশ |
| ৫০ | পঞ্চাশৎ | পন্নাস | পংচাসা পংচাসং | পঞ্চাশ |
| ৫১ | একপঞ্চাশৎ | একপন্নাস | এক্কাৱন্নং | একাৱন |
| ৫২ | দ্বাপঞ্চাশৎ | দ্বেপন্নাস | ৱাৱন্নং | বাৱন |

| অঙ্ক | সংস্কৃত | পালি | প্রাকৃত | অসমীয়া |
|---|---|---|---|---|
| ৫৩ | ত্রিপঞ্চাশৎ | তেপঞ্ঞাস | ত্রিপণ্ণা, ত্রিপণ্ণং, তেৱণ্ণা | ত্ৰেপন, তেৱন |
| ৫৪ | চতুঃপঞ্চাশৎ | চতুপঞ্ঞাস | চউপণ্ণং, চউপ্পণ্ণং, চউপণ্ণা, চউৱণ | চৌৱন |
| ৫৫ | পঞ্চপঞ্চাশৎ | পঞ্চপণ্ণাস, পঞ্চপঞ্ঞাস | পংচাৱণ্ণা, পণৱণ্ণা, পংচপ্পণ্ণা। | পঁচপন, পচঁপন্ন |
| ৫৬ | ষট্পঞ্চাশৎ | ছপঞ্ঞাস | ছপ্পণ্ণা, ছপ্পণ | ছাপন, ছাপন্ন |
| ৫৭ | সপ্তপঞ্চাশৎ | সত্তপঞ্ঞাস | সত্তাৱণ্ণা, সত্তাৱণ্ণং, সত্তাৱণ্ | সাতাৱন, সাতাপন |
| ৫৮ | অষ্টপঞ্চাশৎ | অঠপঞ্ঞাস | অট্ঠৱণ্ণং | আঠাৱন, আঠাপন |
| ৫৯ | উনষষ্টি | একুনসঠি | উণসট্ঠী | উনষাঠি |
| ৬০ | ষষ্টি | সঠি | সট্ঠী | ষাঠি |
| ৬১ | একষষ্টি | একসঠি | একসট্ঠী | একষষ্ঠি, একষট্টি |
| ৬২ | দ্বাষষ্টি | দ্বাসঠি | ৰাসট্ঠী | বাষষ্ঠি, —ট্টি |
| ৬৩ | ত্রিষষ্টি | তেসঠি | ত্রিসট্ঠী | তেষষ্ঠি, ত্ৰেষষ্ঠি,—ট্টি |
| ৬৪ | চতুঃষষ্টি | চতুসঠি | চউসট্ঠী | চৌষষ্ঠি, —ট্টি |
| ৬৫ | পঞ্চষষ্টি | পঞ্চসঠি | পণ্ণসট্ঠী | পঁইষষ্ঠি, পঞ্চষ্ঠি, —ট্টি |
| ৬৬ | ষট্ষষ্টি | ছসঠি | ছসট্ঠী | ছয়ষষ্ঠি, —ট্টি |
| ৬৭ | সপ্তষষ্টি | সত্তসঠি | সত্তসট্ঠী | সাতষষ্ঠি, —ট্টি |
| ৬৮ | অষ্টষষ্টি | অঠসঠি | অট্ঠসট্ঠী | আঠষষ্ঠি, —টি |
| ৬৯ | ঊনসপ্ততি | একুনসত্ততি | উণসত্তৰী, উণসত্তৰী | উনসত্তৰ, উনসত্তৰি |
| ৭০ | সপ্ততি | সত্ততি, সত্তৰি | সত্তৰ | সত্তৰ, সত্তৰি |
| ৭১ | একসপ্ততি | একসত্ততি | এহত্তৰী | একসত্তৰ, এসত্তৰ |
| ৭২ | দ্বাসপ্ততি | দ্বাসত্ততি | ৰাসত্তৰী (?) | বাসত্তৰ |

| অঙ্ক | সংস্কৃত | পালি | প্ৰাকৃত | অসমীয়া |
|---|---|---|---|---|
| ৭৩ | ত্ৰিসপ্ততি | তেসত্ততি | তিহত্তৰী | তেসত্তৰ |
| | | | তেহত্তৰী | ত্ৰেসত্তৰ |
| ৭৪ | চতুঃসপ্ততি | চতুসত্ততি | চউহত্তৰী (?) | চৌসত্তৰ |
| ৭৫ | পঞ্চসপ্ততি | পঞ্চসত্ততি | পণ্ণহত্তৰী (?) | পঁচ্ সত্তৰ |
| ৭৬ | ষট্সপ্ততি | ছসত্ততি | ছহত্তৰী (?) | ছয়সত্তৰ, ছিসত্তৰ |
| ৭৭ | সপ্তসপ্ততি | সত্তসত্ততি | সত্তহত্তৰী (?) | সাতসত্তৰ, সাতাত্তৰ |
| ৭৮ | অষ্টসপ্ততি | অঠসত্ততি | অট্ঠহত্তৰী (?) | আঠসত্তৰ |
| | | | | আঠাত্তৰ |
| ৭৯ | ঊনাশীতি | একুনঅসীতি | উণ্ণআসীঈ | ঊনাশী |
| ৮০ | অশীতি | অসীতি | আসীঈ | আশী |
| ৮১ | একাশীতি | একাসীতি | একাসীঈ | একাশী |
| ৮২ | দ্ব্যশীতি | দ্বাস্নীতি | বেআসী | বিৰাশী |
| ৮৩ | ত্ৰ্যশীতি | তেআসীতি | তেআসী (?) | তিৰাশী |
| ৮৪ | চতুৰশীতি | চতুৰাসীতি | চউআসী (?) | চৌৰাশী |
| ৮৫ | পঞ্চাশীতি | পঞ্চাসীতি | পণ্ণআসীঈ (?) | পঁচাশী |
| ৮৬ | ষড়শীতি | ছলাসীতি | ছেআসীঈ | ছয়াশী, ছিয়াশী |
| ৮৭ | সপ্তাশীতি | সত্তাসীতি | সত্তাসীঈ | সাতাশী, সপ্তাশী |
| ৮৮ | অষ্টাশীতি | অঠাসীতি | অট্ঠাসী | আঠাশী, অষ্টাশী |
| ৮৯ | নৱাশীতি (ঊননৱত) | একুননৱতি | উণ্ণণৱ্ৱএ | ঊনন্নৈ, ঊননব্বৈ |
| ৯০ | নৱতি | নৱুতি | ণউএ, ণৱ্ৱএ | নব্বৈ, নব্বৈ |
| ৯১ | একনৱতি | একনৱুতি | এক্কাণৱ্ৱঈ | একান্নৈ |
| | | | | একান্নব্বৈ |
| ৯২ | দ্বানৱতি | দ্বেনৱতি | বাণবে | বিৰান্নৈ, |
| | | | বাণবে | ( -ব্বৈ ) |
| ৯৩ | ত্ৰিনৱতি | তেনৱুতি | ত্ৰিণৱ্ৱঈ (?) | তিৰান্নৈ |
| | | | | ( -ব্বৈ ) |
| ৯৪ | চতুৰ্নৱতি | চতুনৱুতি | চউণৱ্ৱঈ (?) | চৌৰান্নৈ |
| | | | | ( -ব্বৈ ) |
| ৯৫ | পঞ্চনৱতি | পঞ্চনৱুতি | পংচণৱ্ৱঈ (?) | পঁচান্নৈ, |
| | | | | ( -ব্বৈ ) |

| অঙ্ক | সংস্কৃত | পালি | প্ৰাকৃত | অসমীয়া |
|---|---|---|---|---|
| ৯৬ | ষণ্ণৱতি | ছনৱুতি | ছেণৱ্‌ৱই (?) | ছয়ান্নৈ (-ন্বৈ) ছিয়ান্নৈ (-ন্বৈ) |
| ৯৭ | সপ্তনৱতি | সত্তনৱুতি | সত্তাণউএ | সাতান্নৈ (-ন্বৈ) |
| ৯৮ | অষ্টনৱতি অষ্টানৱতি | অঠনৱুতি | অট্‌ঠণৱ্‌ৱই (?) | আঠান্নৈ (-ন্বৈ) |
| ৯৯ | নৱনৱতি | নৱনৱুতি | ণউণৱ্‌ৱএ (?) | নিৰান্নৈ, (-ন্বৈ) |
| ১০০ | শত | সতং | সউ, সঅং, সয়ং | শও, শ |

২৯০। বিশ, ত্ৰিশ, চল্লিশ, পঞ্চাশ আদি শব্দৰ অন্তঃস্থ 'শ'ৰ উচ্চাৰণ 'ছ'ৰ দৰে। সিবিলাক শব্দক বিছ, ত্ৰিছ, চল্লিছ, পঞ্চাছ—এনেদৰে লেখিলেহে উচ্চাৰণৰ সুবিধা হয়। কিন্তু অসমীয়া বৈয়াকৰণিক আৰু হেমকোষৰচক স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাই 'শ'ৰ ব্যৱহাৰ কৰিছে আৰু বৰ্তমানতো এনে বৰ্ণ-বিন্যাস চলিছে দেখি আমিও তাকে অনুসৰিলো। 'শ'ৰ পাচত গণনাৰ নিমিত্তে হাজাৰ, অযুত, লাখ, কৌটি আদি শব্দৰ ব্যৱহাৰ হয়। হাজাৰ (ইচ্‌লা. হজ়াৰ), লাখ (স. লক্ষ), কোটী (স. কোটি) আদিৰ মূল সহজে পোৱা যায়। শ, হাজাৰ আদি শব্দৰ আগৰ এক আৰু দুই শব্দৰ 'ক' আৰু ই বিকল্পে গুচে—যেনে, এক শ বা এশ, দুই শ বা দুশ। সেইদৰে বিশেষণৰূপে ব্যৱহৃত হোৱা 'এক', 'দুই' শব্দৰো 'ক' আৰু 'ই' বিকল্পে গুচে; যেনে, একজন বা এজন, দুই আখৰ বা দুআখৰ, ইত্যাদি।

## (২) সংখ্যাবাচক বিশেষণ ( Ordinals )

২৯১। সাধাৰণতঃ সংখ্যাবাচক সংজ্ঞাৰ পৰা সংখ্যাবাচক বিশেষণ ওলায়। কিন্তু তলত লিখা সংখ্যাবাচক বিশেষণ কেইটি অশৃঙ্খল নিয়মে সিদ্ধ হয়। সেই দেখি সিসবৰ মূল তলত দিয়া হল। এই কথা মনত ৰাখিব লাগে যে এই তালিকাত দিয়া শব্দ কোৱা ভাষাত হে সচৰাচৰ প্ৰয়োগ হয়। লিখা

ভাষাত সাধাৰণতঃ সংস্কৃত সংখ্যাবাচক বিশেষণৰ ব্যৱহাৰ বহুলৰূপে চলে—যেনে, প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ, একাদশ, একবিংশ, ইত্যাদি।

| সংস্কৃত | প্ৰাকৃত | হিন্দী | অসমীয়া |
|---|---|---|---|
| প্ৰথমঃ | পঢম | পহিল | পহিল |
| | পঢমিল্লে | পহিলা | পহিলা |
| | | | ( § ১৬০ ) |
| দ্বৌসৃতঃ | দোসৰো | দূসৰা | দোচোৰা[1] |
| দ্বৌসৃতকঃ | দোসৰঅ | | |
| ত্ৰিসৃতকঃ | তেসৰঅ | তিস্ৰা | তেচৰা |
| চতুৰ্থকঃ | চউত্থএ | চৌথা, | চৌথা, |
| | | চউথা | চ'থা |
| পঞ্চমকঃ | পংচমএ | পাঁচৱা, | পঞ্চা, |
| | পংচৱএ | পচা | পঞ্চম |
| ষষ্ঠঃ | ছট্ঠো, ছট্ঠও | ছঠা, ছঠৱা, | ছয়া, |
| | | ছট্ঠা | ছঁৱা |
| সপ্তমকঃ | সত্তৱএ | সাতৱ | সাতা |
| | | সত্তী | |

তেনেকৈ আঠা, নৱা, দহা সিদ্ধ হয়—যেনে, পহিল ঘৰ, তেচৰা কলহ, ইত্যাদি। কেতিয়াবা সংজ্ঞা শব্দটোকে আকাৰান্ত কৰিও বিশেষণ কৰা হয়—যেনে, 'একু, দুকু ( এগো, দুগো ), তিনা, চাৰা, পাঞ্চা চ'ল ভ'ল ভাণ্টা।' ধাল-খেলাৰ 'আঠা-পঁচিশ'। 'দহা-কৰ্ম' কৰিছে বা 'দহা' কৰিছে। মাহৰ দিন লেখোতে পহিলা, দোচোৰা, তেচৰা, চৌথা, পাঁচই, ছয়ই, সাতই, আঠই, অঠৰই ইত্যাদি আৰু বিশৰ পৰা ত্ৰিশলৈ—বিশে একুশে, ইত্যাদি—এনেদৰে লেখা হয়। অঙ্কত লেখিব লাগিলে—১লা, ২ৰা, ৩ৰা, ৫ই, ৮ই, ২৩শে, ইত্যাদি—এনে দৰে লেখা হয়। কিন্তু তিথিৰ বিষয়ত হলে সংস্কৃত শব্দকে লেখা হয়—যেনে, দ্বিতীয়া, তৃতীয়া, ইত্যাদি।

১। প্ৰা. সৰও=স. সৃতকঃ; cf. হেমচ. ৪।৭৪

## (৩) আংশিক সংখ্যাবাচক শব্দ ( Fractionals )

২৯২। অসমীয়া ভাষাত নিম্নলিখিত অংশবাচক শব্দ ব্যৱহৃত হয়।

| ভগ্নাংশ সংখ্যা | সংস্কৃত | প্ৰাকৃত | হিন্দী | অসমীয়া |
|---|---|---|---|---|
| ১/৪ | পাদঃ | পাও, পাউ | পাব, পাও | পোৱা |
| ১/৪ | চতুৰ্থকঃ | চউত্থএ | চৌথাই | চৌথা |
| ১/৩ | তৃতীয়কঃ | তইঅএ | তিহাই | তেহাই ( তেৱাই ) |
| ১/২ | অৰ্ধঃ, অৰ্ধকঃ | অড্‌ঢো, অড্‌ঢও | আধা | আধা |
| ৩/৪ | পাদোনঃ | পাওণো | পৌনে, পৌন | পোণে |
| ১১/৪ | সপাদঃ | সৱও, সৱাও | সৱা | চোৱা |
| ১১/২ | দ্বিঅৰ্ধঃ | দিৱড্‌ঢে, দিঅঢ় | ডেঢ় | দেৰ্‌, দেড়্‌ |
| ২১/২ | অৰ্ধতৃতীয়া | অড্‌ঢঅইআ | অঢ়াই | আঢ়াই |
| +১/২ | সাৰ্ধক (+অৰ্ধক) | সাড্‌ঢও | সাঢ়ে | চাৰে |

'পোৱা' বুলিলে এক চতুৰ্থাংশক বুজায়। এক সেৰৰ এক চতুৰ্থাংশৰ নামো পোৱা। 'পোণে' বুলিলে এক চতুৰ্থাংশ বাদ, 'চোৱা' বুলিলে এক চতুৰ্থাংশ যোগ আৰু 'চাৰে' বুলিলে আধা যোগ বুজিব লাগে—যেনে, পোণে তিনি টকা=তিনি টকাৰ এশিকি কম=২৸৹ অনা; চোৱা তিনি টকা=তিনি টকা এশিকি=৩।৹ অনা আৰু চাৰে তিনি টকা=তিনি টকা আৰু আধা টকা=৩৷৹ টকা। দেৰ সেৰ=এক সেৰ আৰু আধা সেৰ; 'দেৰ শ' বুলিলে এক শ আৰু আধা শ=১৫০; আঢ়াই সেৰ=দুই সেৰ আৰু আধা সেৰ; আঢ়াই শ=দুশ আৰু আধা শ=২৫০; ইত্যাদি।

## ( ৪ ) পূৰণবাচক সংখ্যা ( Multiplicatives )

২৯৩। কোনো সংখ্যাক কেইবাৰ যোগ কৰিব লাগে তাক এই শব্দ-সৱৰ দ্বাৰা দেখুৱা হয়। এনে সংখ্যাক পূৰণ বা গুণবাচক সংখ্যা বোলে। সংখ্যাবাচক সংজ্ঞাত 'অং', 'আ' বা 'এ' প্ৰত্যয় যোগ কৰিলে এনে শব্দ ওলায়। নেওতাত বিশেষ কৰি গুণবোধক সংখ্যাবাচক শব্দৰ প্ৰচলন দেখা যায়। তলত একৰ পৰা দহলৈ পূৰণবাচক সংখ্যাৰ নাম দিয়া হল।

| অঙ্ক | অসমীয়া পূৰণবাচক শব্দ | অঙ্ক | উদাহৰণ |
|---|---|---|---|
| ১। | একং, একে | ৩×১ | তিনি একে তিনি। |
| ২। | দুগুণ, দুই | ৩×২ | তিনি দুই ( বা দুগুণ ) ছয়। |
| ৩। | তিনি, তিন, তিনে, ত্ৰিকা, ত্ৰিকে তিৰ্কা, তিৰ্কে | ৩×৩ | তিনি তিৰ্কে ন, বা তিনি তিনি ন, বা তিনি ত্ৰিকে ন। |
| ৪। | চাৰি, চোক | ৩×৪ | তিনি চাৰি বাৰ, বা তিনি চোক বাৰ। |
| ৫। | পাঁচা, পাঁচে, পাঁচ | ৩×৫ | তিনি পাঁচ পোন্ধৰ, বা তিনি পাঁচা পোন্ধৰ, বা তিনি পাঁচে পোন্ধৰ। |
| ৬। | ছয় | ৩×৬ | তিনি ছয় অঠৰ। |
| ৭। | সাত, সাতা, সাতে | ৩×৭ | তিনি সাত একৈশ, বা তিনি সাতা একৈশ, বা তিনি সাতে একৈশ। |
| ৮। | আঠ, আঠা, আঠে, অষ্টং | ৩×৮ | তিনি আঠ চব্বিশ, বা তিনি আঠা চব্বিশ, বা তিনি অষ্টং চব্বিশ, ইত্যাদি। |
| ৯। | ন, নও, নং | ৩×৯ | তিনি নং সাতাইশ, ইত্যাদি। |
| ১০। | দহ, দহে, দহং | ৩×১০ | তিনি দহং ত্ৰিশ, ইত্যাদি। |

২৯৪। **মূল** ( Derivation ): একাৰান্ত ৰূপ তিৰ্যক বহুবচনৰ বা প্ৰথমা বিভক্তিৰ চিন ( § ২৪০ )। 'আ'টো বিশেষণৰ প্ৰত্যয় ( তদ্ধিত § ৪৩৯ দেখা )। অনুস্বাৰ সংস্কৃত পদৰ অন্ত্য বৰ্ণ ভিন্ন আন একো নহয়। তলত যথা সম্ভৱ মূল দিয়া হল। সচৰাচৰ স্বাৰ্থিক প্ৰত্যয় 'ক' সংস্কৃতত যোগ হয়।

| সংখ্যা | সংস্কৃত | প্ৰাকৃত | হিন্দী | অসমীয়া |
|---|---|---|---|---|
| ১ ( Unit ) | এককম্ | একঅং | একা | একা |
| ২ ( Duad ) | দ্বিগুণকম্ | দুউণঅং | দুগু, দুনী | দুই, দুণা দুগুণে, দুগুণ |
| ৩ ( Third ) | ত্ৰিকম্ ত্ৰিককম্ | তিঅং, তিঅঅং | তী, তিকা তীয়া | তিনা, তিনে, ত্ৰিকে, তিৰ্কে, তিৰ্কা |

| সংখ্যা | সংস্কৃত | প্ৰাকৃত | হিন্দী | অসমীয়া |
|---|---|---|---|---|
| ৪ (Quarternion) | চতুষ্কম্ | চউক্কং | চৌক্ | চোক, চোকে, চাৰি |
| ৫ (Pentad) | পঞ্চকম্ | পংচঅং | পংচা | পাঁচা, পাঁচে পাঁচ |
| ৬ (Hexad) | ষট্কম্ | ছক্কঅং | ছক্কা | ছয়, ছক্কা (তাচ খেলা আদিত খাটে) |
| ৭ (Heptad) | সপ্তকম্ | সত্তঅং | সত্তে | সাতা, সাতে। |
| ৮ (Octad) | অষ্টকম্ অষ্টম্ | অট্ঠঅং | অঠে, অট্ঠে | অষ্টং, আঠা, আঠে |
| ৯ (Nine) | নবকম্, নবম্ | নঅঅং | নবা, নবাই | ন, নবে, নং |
| ১০ (Decad) | দশকম্ দশম্ | দহঅং, দসঅং | দহা, দহাঈ, দহাম্ | দহ, দহে দহং |

কেতিয়াবা সংখ্যাবাচক শব্দৰ পাচত 'গুণ' শব্দ বহুৱাই পূৰণবাচক শব্দ বুজুৱা হয়—যেনে, 'আঙ্গাত নেদে মুণ। সানা পোতকাই তিনি গুণ'।

## (৫) সমষ্টিবোধক সংখ্যাবাচক শব্দ (Collectives)

২৯৫। পূৰণবাচক সকলো সংখ্যা সমষ্টিবোধক—যেনে, দুই দুগুণ চাৰি অৰ্থাৎ দুই বাৰ দুই যোগৰ সমষ্টি চাৰি। তলত লিখা শব্দবিলাক সমষ্টিবোধক। সংস্কৃত সংখ্যাবাচক শব্দত স্বাৰ্থিক প্ৰত্যয় 'ক' যোগ কৰি এনে সংখ্যাবাচক শব্দ উলিবা হয়। প্ৰাকৃতত 'ক' 'অ' হয়।

| সংখ্যা | সংস্কৃত | প্ৰাকৃত | হিন্দী | অসমীয়া |
|---|---|---|---|---|
| ২ (couple) | যুগলকম্ | জুঅৰউ,[১] জুঅলএ, জুঅৰঅং | জোৰা জোড়ো | যোৰা যোৰা। |
| ২ (two-fold, double) | দ্বিগুণকম্ | দুউণঅং | দুণা দুণী। | দুণা, দুণা দুণাই |
| ৪ (four-fold) | গণ্ডকঃ | গংডও | গংডা | গণ্ডা, গঁৰা[২] |
| ১২ (dozen) | — | — | ডজন | ডজন |

---

১। গ—০ আৰু ল—ৰ। (§§ ১৪০।১৫৫)

২। ড—ড় বা ৰ (§ ১৪৯)

| সংখ্যা | সংস্কৃত | প্ৰাকৃত | হিন্দী | অসমীয়া |
| --- | --- | --- | --- | --- |
| ২০ (twenty) | বিংশম্ | বীসা | বীস্ | বিচী |
| | | | | বিহী ( lit. 20 dons). |
| ৩ (three) | ত্ৰিকা | তিঅঅং | তি য়া | তি য়া |
| ৫ (five) | পঞ্চকং | পংচঅং | পংচা | পাঞ্চা |

ছকা, চোক আদিৰ মূল ওপৰত ( § ২৯৪ ) দেখা। পূৰণবাচক আৰু সমষ্টিবাচক সংখ্যাৰ প্ৰভেদ নাই বুলিলেও হয়।

উদাহৰণ : 'ছুণা কৰি ষাঠি টকা তেখনে দিলন্ত।'—দৈ.। তিঁয়া জ্বৰ, ইত্যাদি। 'একে আছো দগ্ধ হই, ছুনাই নাজালিবি জুই'। শঙ্কৰ

## (৬) পৌনঃপুনিক সংখ্যাবাচক শব্দ ( Reduplicatives )

২৯৬। সংখ্যাৰ পুনঃ পুনঃ উল্লেখ হোৱা অৰ্থত এই সংখ্যাবাচক শব্দৰ ব্যৱহাৰ হয়। ইয়াৰ মূল সংস্কৃত দ্বিধা, ত্ৰিধা ইত্যাদি শব্দৰ পাচত প্ৰাকৃতিক ভাষাত স্বাৰ্থিক অৰ্ প্ৰত্যয় যোগ হয় ; যেনে,

| বাৰ | সংস্কৃত | প্ৰাকৃত | হিন্দী | অসমীয়া |
| --- | --- | --- | --- | --- |
| ২ (double) | দ্বিধা | দোহা, | দোহৰা | দোহাৰ |
| | | দুহা | | দোহাৰা |
| | | ( হেমচ. ১৷৯৭ ) | | দোৱা |
| ৩ (triple) | ত্ৰিধা | তেহা, তিহা | তেহৰা | তেৰা |

ওজা-পালিৰ 'দোহাৰা' কথাও এই মূলৰ পৰা ওলাইছে। বাকী সংখ্যাৰ পাচত 'বাৰ' শব্দ যোগ কৰি পৌনঃপুনিক সংখ্যাবাচক শব্দ সিদ্ধ কৰা হয়। যেনে, তিনিবাৰ, চাৰিবাৰ, ইত্যাদি।

উদাহৰণ : 'এক দোৱা কৰি গৈয়া চাপিলেক কোল।'—মা. ক. দোৱাড়াঁৰ। 'কৈক যাবি নৰসিংহ কৰিবো দোহাৰ।' হে. সৰ.

## (৭) অনিশ্চিত সংখ্যাবাচক শব্দ ( Indefinitives )

২৯৭। অনিশ্চিত সংখ্যা বা 'প্ৰায়' এই অৰ্থ বুজাবৰ নিমিত্তে কেতিয়াবা সংখ্যাবাচক সংজ্ঞাৰ পাচত 'এক' শব্দ যোগ কৰা হয়। শব্দ দুটা অসমীয়া সন্ধিৰ নিয়মে লগ লাগে ( cf. §§ ৭২৷৬৫ )। যেনে, চাৰেক বা চেৰেক = চাৰি + এক (about four, some). দ্বি + এক = দিয়েক ; শৰেক বা শতেক =

শও+এক, শত+এক। কেতিয়াবা নিকটবর্তী দুটা সংখ্যাবাচক সংজ্ঞা একে লগে প্রয়োগ কৰিও এই অর্থ বুজাব পাৰি—যেনে, সাত আঠ টকা; কুড়ি পঁচিশ মোন, ইত্যাদি। কেতিয়াবা 'গোটা' (স. গোষ্ঠক:=assembly) শব্দ সংখ্যাবাচক শব্দৰ আগত যোগ কৰিও এই অর্থ প্রকাশ কৰিব পাৰি—যেনে, গোটা দুই নাৰিকল, গোটা পঁচিশ বেজী, ইত্যাদি। কেতিয়াবা 'কেইবা' (স. কতিপয়ম্, প্রা, কইৱাহম, কইঅৱম্, some) শব্দ যোগ কৰিও এনে অর্থ বুজুৱা হয়—যেনে, কেইবাটা মানুহ, কেইবা ডোখৰ কাঠ। 'খানিক' (some) শব্দৰ ব্যৱহাৰ কৰিও অনিশ্চিত সংখ্যা বুজাব পাৰি—যেনে, 'বোলন্ত আমাক ঠাই দিয়োক খানিক।' দৈত্যাৰি। খানিক লোণ দিয়া (give me a little salt)।

## (৮) নিশ্চিত সংখ্যাবাচক শব্দ (Denominatives)

২৯৮। নিশ্চয়কৈ বা দঢ়াই কোৱা অর্থত সংখ্যাৰ পাচত 'ও' যোগ কৰি নিশ্চিত সংখ্যা বুজুৱা হয়—যেনে, সিহঁত চাৰিয়ো গৈছে; 'দহো আঙ্গুলিয়ে খায়; বুঢ়াই হেঁচিলে যায়।' দুইকো দুয়ো নহে তুষ্টি। হানে বজ্র সম মুষ্টি॥'—শঙ্কৰ। 'আঠু ঘঁষাই সাতো খটখটিত উঠিল।'—দৈত্যাৰি।

**মুল ঃ** হিন্দীতো এনে হয়—যেনে, দোনো বৰিস্। এই 'ও' বাস্তৱিকে অব্যয় (§§ ৪০৭।৫) আৰু emphasis বা জোৰ দিবলৈ ইয়াৰ ব্যৱহাৰ হয়।

## (৯) বিয়োগক সংখ্যাবাচক শব্দ (Subtractives)

২৯৯। বিয়োগক সংখ্যা 'কম' বা 'ঘাটি' শব্দ যোগ কৰি প্রকাশ কৰা হয়—যেনে, পাঁচে কম তিনি কুড়ি টকা অর্থাৎ ৫৫৲ টকা। দুকুৰিৰ চাৰি টকা ঘাটি অর্থাৎ ৩৬৲।

**মুল ঃ** 'কম' (less) শব্দ ইচলামিক (ফাৰ্চী)। 'ঘাটি' শব্দ স. ঘট্টিতক, অপভ্র. প্রাকৃত ঘট্টিঅএ, হিন্দী ঘটিহা—(inferior, low-priced)ৰ পৰা ওলাইছে।

## (১০) বৈভাগিক সংখ্যাবাচক শব্দ (Distributives)

৩০০। সংখ্যাৰ দ্বিৰুক্তি কৰি বিভাগ বুজুৱা হয়। 'একো একো হস্তী যেন পর্বত সমান।'—হেম. স.। কুলিক দহ দহ অনা দিলে অর্থাত প্রতি কুলিক দহ অনাকৈ দিলে। কেতিয়াবা 'কৰি' বা 'কৈ' শব্দ যোগ কৰিও এনে অর্থ প্রকাশ কৰা হয়—যেনে, মগনীয়াক পাঁচ টকা কৈ দিলে।

# পঞ্চদশ আধ্যা

## সর্ব্বনাম ( Pronoun )

৩০১। সকলো নামৰ পৰিবৰ্ত্তে যি শব্দৰ প্ৰয়োগ হয় তাৰ নাম সৰ্ব্বনাম। সংজ্ঞাশব্দৰ লিঙ্গ আৰু বচন সৰ্ব্বনামৰো লিঙ্গ আৰু বচন হয়। অসমীয়া ভাষাত তিনিটা পুৰুষ ( person )—প্ৰথম বা উত্তম পুৰুষ, দ্বিতীয় বা মধ্যম পুৰুষ আৰু তৃতীয় বা অন্য পুৰুষ[১]। অস্মদ্ ( মৈ বা মই বা ময় ) শব্দ প্ৰথম বা উত্তম পুৰুষ, যুষ্মদ্ ( তুমি বা তই বা তয় ) শব্দ দ্বিতীয় বা মধ্যম পুৰুষ; তাত বাদে আন সমুদায় শব্দ তৃতীয় পুৰুষ। অসমীয়া সৰ্ব্বনাম শব্দক সাধাৰণতঃ তিনি ভাগ কৰিব পাৰি :—ব্যক্তিবাচক, বিশেষণবাচক আৰু ক্ৰিয়া-বিশেষণবাচক। এই, সেই, যি, সি, ইত্যাদি ব্যক্তিবাচক সৰ্ব্বনাম ( Personal pronouns ); আন, ই, এই, এতেক, ইত্যাদি বিশেষণ-সৰ্ব্বনাম ( Pronominal adjectives ); এতিয়া, তেতিয়া, ইত্যাদি ক্ৰিয়া-বিশেষণ সৰ্ব্বনাম ( Pronominal adverbs )। ব্যক্তিবাচক সৰ্ব্বনামক আকৌ আঠ ভাগ কৰিব পাৰি :—(১) প্ৰকৃত ব্যক্তিবাচক সৰ্ব্বনাম ( Personal pronouns ) অৰ্থাৎ অস্মদ্ ( মই I ) আৰু যুষ্মদ্ ( তই thou or তুমি you ) শব্দ; (২) অদূৰবৰ্ত্তী নিশ্চয়বাচক সৰ্ব্বনাম ( Proximate demonstrative pronoun ) অৰ্থাৎ এই, ই ( this ); (৩) দূৰবৰ্ত্তী নিশ্চয়বাচক সৰ্ব্বনাম ( Remote demonstrative pronoun ) অৰ্থাৎ সৌ, সেই ( that ); (৪) সাধাৰণ নিশ্চয়বাচক সৰ্ব্বনাম ( General demonstrative pronoun ) অৰ্থাৎ সি, তাই, এই ( He, she, it ); (৫) সম্বন্ধবাচক সৰ্ব্বনাম ( Relative pronoun ) অৰ্থাৎ যি ( who, which ); (৬) পৰস্পৰ সম্বন্ধবাচক সৰ্ব্বনাম ( Corelative pronoun ) অৰ্থাৎ সেই ( that ); (৭) প্ৰশ্নবাচক সৰ্ব্বনাম ( Interrogative pronoun ) অৰ্থাৎ কোন ( who, what ) আৰু (৮) অনিশ্চিত সৰ্ব্বনাম ( Indefinite pronoun ) অৰ্থাৎ কোনো, কিছু ( any one, any )। ইয়াৰ পৰা দেখা যাব যে সংস্কৃত, প্ৰাকৃত, হিন্দী, বঙ্গালী আদি ভাষাৰ দৰে অসমীয়াত সম্পূৰ্ণ সৰ্ব্বনাম নাই—যেনে, সংস্কৃত অদস্ শব্দ, হিন্দী ওহ, উহ, বঙ্গালী ও, উনি

---

১। আমি সংস্কৃতৰ প্ৰথম, মধ্যম আৰু উত্তম পুৰুষক যথাক্ৰমে তৃতীয়, দ্বিতীয় আৰু প্ৰথম পুৰুষ বুলিলো।

বুজুৱা শব্দ অসমীয়াত নাই। অসমীয়া সৰ্বনামবিলাক যদিও সংস্কৃতৰ পৰা নামিছে তথাপি সিবিলাকৰ মূল বিচাৰি উলিৱা টান আৰু নানাবিধ আকৃতি ভিন ভিন মূলৰ পৰা আহিছে। আন আন প্ৰাকৃতিক ভাষাৰ সৰ্ব্বনামো সংস্কৃতৰ পৰা প্ৰাকৃতৰ মাজেদি নামিছে। মূল বিচাৰি উলিয়াবৰ সুবিধাৰ কাৰণে তলত প্ৰাকৃত, হিন্দী, উৰিয়া আৰু বঙ্গালী সৰ্ব্বনামৰ ৰূপ প্ৰকৃত ব্যক্তিবাচক সৰ্ব্বনামৰ বিষয়ত দেখুৱা হল। প্ৰাকৃতত দ্বিবচন নাই আৰু ৪ৰ্থীৰ আকৃতি ষষ্ঠীৰ নিচিনা।

## (১) ব্যক্তিবাচক সৰ্ব্বনাম ( Personal pronoun )

৩০২। প্ৰাকৃত: অস্মদ্ শব্দ ( First personal pronoun )

ত্ৰিলিঙ্গ ( হেমচন্দ্ৰৰ মতে )

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | ম্মি, অম্মি, হং, অহং, অহঅং | অম্হ, অম্হে, অম্হো, মো, বয়ং, ভে |
| ২। | ণে, ণং, মিং মং, মমং, অম্মি, অম্হ, মম্হ, মিমং, অহং | অম্হে, অম্হো, অম্হ, ণে |
| ৩। | মি, মে, মই, মঅ, মমং মমএ, মমাই, ময়াই, ণে | অম্হেহি, অম্হাহি, অম্হ, অম্হে, ণে |
| ৪। | মত্তো, মইত্তো, মমত্তো, মহত্তো, মজ্ঝত্তো | মমত্তো, অম্হাহিংতো, মমাহিংতো, মামসুংতো, অম্হত্তো, অম্হাসুংতো, মমাসুংতো, অম্হেসুংতো |
| ৫। | মে, মই, মম, মহং মজ্ঝ, মজ্ঝং, অম্হ, অম্হং | ণে, ণো, অম্হ, অম্হাণং, অম্হো, অম্হং, অম্হে, মমাণ, মহাণ, মজ্ঝাণ |
| ৬। | মি, মই, মমাই মঅ, মে, অম্হম্মি, মহম্মি, মমম্মি, মজ্ঝম্মি | অম্হসু, মমসু, মহসু, মজ্ঝসু, অম্হাসু |

৩০৩। অপভ্ৰংশ প্ৰাকৃত: অস্মদ্ শব্দ ( I )

ত্ৰিলিঙ্গ ( হেমচন্দ্ৰৰ মতে )

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | হউম্ | অম্হে, অম্হইম্ |
| ২। | মই | অম্হে, অম্হইম্ |
| ৩। | মই | অম্হেহিম্ |
| ৪। | × | × |

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ৫। | মহু হোংতউ, মজ্ঝু হোংতউ | অম্হহম্ হোংতউ |
| ৬। | মহু, মজ্ঝু | অম্হহম্, অম্হাৰা[১], মহাৰা[২] |
| ৭। | মই | অম্হাসু |

৩০৪। হিন্দী : মৈঁ শব্দ (I) : উভয় লিঙ্গত

| বিভক্তি | একবচন | মৌলিক বহুবচন | যৌগিক বহুবচন |
|---|---|---|---|
| ১। | মৈঁ | হম্, হমেঁ | হম্লোগ্ |
| ২। | মো-কে, মোঁ-কে, মুঝে, মুঝ্কো | হম্কে, হম্কো, হমোঁকো | হম্লোগ্কে, হম্লোগন্কে |
| ৩। | মো-সে, মোঁ-সে, মৈনে | হম্সে, হম্নে, হমোঁনে | হম্লোগসে, হম্লোগন্সে |
| ৪। | মো-কে, মোঁ-কে, মুঝে, মুঝকো | হম্কে, হম্কো, হমোঁকো | হম্লোগ্কে, হম্লোগন্কে |
| ৫। | মো-সে, মোঁ-সে, মুঝ্সে | হম্সে, হমোঁ-সে | হম্লোগ্সে, হম্লোগন্সে |
| ৬। | মো-ৰ, মো-ৰা, মো-ৰী, মো-ৰে, মে-ৰা, মে-ৰে, মে-ৰী | হমাৰ, হমৰা, হমাৰী, হমাৰে -ৰী, -ৰে | হম্লোগকৈ,—কে, হম্লোগনকৈ—কে |
| ৭। | মো-মে, মোঁ-মে, মোৰে-মে, মুঝ্সে, মুঝ্পৰ | হমমে, হমৰে-মে, হমোঁমে, হম্পৰ, হমোঁপৰ | হম্লোগমে, হম্লোগন্মে |

৩০৫। (ক) উৰিয়া : মু শব্দ (I) : উভয় লিঙ্গত[৩]

| বিভক্তি | একবচন | | | বহুবচন | | |
|---|---|---|---|---|---|---|
| | প্ৰথমাকাৰ | দ্বিতীয়াকাৰ | তৃতীয়াকাৰ | প্ৰথমাকাৰ | দ্বিতীয়াকাৰ | তৃতীয়াকাৰ |
| ১। | মু | আম্হে | মু | মোমানে | আম্হেমানে | আম্হে |
| ২। | মো-তে | আম্হকু | মো-তে | মোমানকু | আম্হমানকু | আম্হকু |

১। অস্মাকম্ কান্তঃ—অপভ্র. অম্হাৰা কংতু, হেমচ. ৪।৪৩৪।৩৪৫

২। অস্মাকম্ কান্তঃ—মহাৰা কংতু, হেমচ. ৪।৪৩৪।৩৫১

৩। E. C. B. Hallam's Uria Grammar

| বিভক্তি | একবচন | | | বহুবচন | | |
|---|---|---|---|---|---|---|
| | প্রথমাকাৰ | দ্বিতীয়াকাৰ | তৃতীয়াকাৰ | প্রথমাকাৰ | দ্বিতীয়াকাৰ | তৃতীয়াকাৰ |
| ৩। | মো-দেই | আম্হৰাৰা | মোদ্বাৰা মোৰদ্বাৰা | মোমানক্বাৰা | আম্হমানক-দ্বাৰা | অম্হক্বাৰা |
| ৪। | মো-ত্তে | আম্হক্ | মো-ত্তে | মো-মানক্ | আম্হমানক্ | আম্হক্ |
| ৫। | মোঠাক মোঠুঁ | আম্ঠাক | মোঠাক মোঠুঁ | মোমানকঠাক, | আম্হমানক-ঠাক | আম্হক-ঠাক |
| ৬। | মোৰ মোহৰ | আম্হৰ | মোৰ মোহৰ | মোমানকৰ | আম্হমানকৰ | আম্হকৰ |
| ৭। | মোঠাবে মোৰে | আম্হঠাবে | মোঠাবে | মোমানকঠাৰে, | আম্হমানক-ঠাবে | আম্হক-ঠাবে |

৩০৫। (খ) বঙ্গালী: মুই বা আমি শব্দ (I): উভয় লিঙ্গত[১]

| বিভক্তি | একবচন | | বহুবচন | |
|---|---|---|---|---|
| | সম্ভ্রমার্থে | তুচ্ছার্থে | সম্ভ্রমার্থে | তুচ্ছার্থে |
| ১। | আমি | মুই | আমৰা | মোৰা |
| ২। | আমাকে, আমায় | মোকে, মোৰে | আমাদিগকে | মোদিগকে মোদেৰে |
| ৩। | আমাৰ দ্বাৰা, আমা দ্বাৰা | মো-দ্বাৰা মোৰ-দ্বাৰা | আমাদেৰ দ্বাৰা, আমাদিগেৰ দ্বাৰা | মোদেৰ দ্বাৰা, মোদিগেৰ দ্বাৰা |
| ৪। | আমাকে | মোকে | আমাদিগকে | মোদিগকে |
| ৫। | আমা হইতে | মো হইতে | আমাদেৰ হইতে, আমাদিগেৰ হইতে | মোদেৰ হইতে, মোদিগেৰ হইতে |
| ৬। | আমাৰ | মোৰ | আমাদেৰ, আমাদিগেৰ | মোদেৰ, মোদিগেৰ |
| ৭। | আমায়, আমাতে | মোতে | আমাদিগতে | মোদিগতে |

৩০৬। পুৰণি অসমীয়াৰ সম্পূর্ণ ৰূপ ইয়াত দিয়া বর্তমানত আমাৰ পক্ষে অসাধ্য, কিয়নো তেনে কৰিবলৈ হলে বহুত পুৰণি পুথি পঢ়িবৰ আৱশ্যক। তলত যথাসাধ্য ৰূপ দিয়া হল।

১। Nicholl's Bengali Manual § ২৫

## পুৰণি অসমীয়া: অস্মদ্ শব্দ (মই বা মঞি –I) : উভয় লিঙ্গত

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | মঞি[১], মমি, মই[২], আমি[৩] | আহ্মি, আমি, আমিসৱ[৪],<br>আমাসৱ, মোৰা, মোৰাসৱে,<br>আমাৰা[৫], আমৰা[৬], আমৰাসৱ[৭]। |
| ২। | মোক[৮], মোহোক[৯], আমাক[১০] | আহ্মাক, আমাক, আমাসাক[১১],<br>আমাহাঙ্ক |
| ৩। | মঞি[১২], মোক্-দি,-দিয়া, মোৰ<br>দ্বাৰা | আহ্মা-, আমা-, আমাসা-<br>(ক দি,-দিয়া),<br>আহ্মাৰ-, আমাৰ-,<br>আমাসাৰ-(দ্বাৰা) |
| ৪। | মোক, মোক লাগি<br>মোহোক, মোহোক্ লাগি,<br>আমাক, আমাক লাগি | আহ্মাক, আমাক, আমাসাক,<br>আমাহাঙ্ক, আহ্মাক লাগি,<br>আমাক লাগি, আমাসাক<br>লাগি, আমাহাঙ্ক লাগি |
| ৫। | মোত হন্তে[১৩], মোৰ পৰা,<br>আমাত হন্তে, আমাৰ পৰা | আমাত হন্তে, আমাৰ পৰা |
| ৬। | মোৰ, মোহোক, মোহোৰ,<br>আমাৰ | আমাসাৰ[১৪] আমাক,<br>আমৰাসৱৰ, হামাৰ<br>আমাৰ[১৫], আমাঠৈৰ |
| ৭। | মঞি, মোত[১৬] | আমাত |

---

১। কহিলো কথা মঞি তযু ঠাই।—দুৰ্গাবৰ। ২। মই কাৰ সমে…যুদ্ধ কৰিম। —ভ. দে.। ৩। তোমাক কাটয় যদি সুমৰাইব আমি। —দৈ.। ৪। আমিসৱ ৰামৰ লগত চলি যাইবো। —মা. ক.। ৫। নিষ্টে বোলো তেজিবো আমাৰা। —দৈ.। ৬। আৰাক মাৰি আমৰা জীৱাক ইচ্ছা নকৰিম। —ভ. দে.। ৭। ন যাইবো আমৰাসৱ। —দৈ.। ৮। মোক আগে কাটে নাম সুমৰাইবা তুমি। —দৈ. ৯। এৰি যাইবে মোহোক বিকল কৰে মন। —মা. ক.। ১০। আমাক ভজিয়া চণ্ডালো তৰে সংসাৰ। —মা. দে.। ১১। কৈক যাহা মাৰ আমাসাক পৰিহৰি। —মা. ক.। ১২। মঞি দত্ত ফলে বিনাশী হয়। —ভট্ট. দে.।

১৩। মোত হন্তে হবে চৰাচৰ। —মা. দে.

১৪। আমাসাৰ জীৱিকা বাজাত কহি পুছু। —দৈ.

১৫। ভীমৰ বলে আমাৰ বল। —ভ. দে.

১৬। তাক মোত কহা। —ভ. দে.

৩০৭। বৰ্ত্তমান অসমীয়া : অস্মদ্ শব্দ—মই ( I ) : উভয় লিঙ্গত

| বিভক্তি | একবচন | মৌলিক বহুবচন | যৌগিক বহুবচন |
|---|---|---|---|
| ১। | মই ( মৈ, ময় ) | আমি | আমালোক, আমালোকে, আমিবা |
| ২। | মোক | আমাক | আমালোকক আমিবাক |
| ৩। | মোৰে, মোৰ দ্বাৰা, মোকদি | আমাৰে, আমাৰ দ্বাৰা, আমাকদি | আমালোকেৰে, আমালোকৰ দ্বাৰা, আমালোকেদি, আমালোককদি, আমিবাকদি |
| ৪। | মোক, মোলৈ, মোক লাগি | আমাক, আমালৈ, আমাক লাগি। | আমালোকক, আমালোকলৈ, আমালোকক লাগি আমিবাক |
| ৫। | মোৰ পৰা | আমাৰ পৰা | আমালোকৰ পৰা, আমিবাৰ পৰা |
| ৬। | মোৰ | আমাৰ ' | আমালোকৰ আমিবাৰ |
| ৭। | মোক | আমাত | আমালোকত আমিবাত |

লাগি বিভক্তি নামনি আসামত হে চলে। ওপৰৰ ৰূপৰ পৰা দেখা যাব যে অস্মদ্ শব্দৰ সৰল আকৃতি ( direct form ) একবচনত 'মই' ( মৈ বা ময় ) আৰু বহুবচনত 'আমি'। ইয়াৰ তিৰ্যক আকৃতি ( oblique form ) একবচনত 'মো' ( যেনে—মো-ক, মো-ৰ, মো-লৈ, ইত্যাদি ) আৰু বহুবচনত 'আমা', ( যেনে, আমা-ক, আমা-লোক, ইত্যাদি ) হয়। একবচনৰ সৰল
22 আকৃতি অসমীয়া, বঙ্গালী, উৰিয়া আৰু হিন্দী প্ৰায় একে—অ. মই ( মৈ বা ময় ), ব. মুই, উ. মু আৰু হি. মৈঁ। অসমীয়া পুৰণি বৰ্ণবিন্যাস 'মঞি', হিন্দী 'মৈঁ'ৰ উচ্চাৰণৰ অনুৰূপ। তিৰ্যক আকৃতিৰ ( অৰ্থাৎ ২য়াৰ পৰা ৭মী

লৈ ) একবচনতো প্ৰায় তেনে—মৈথিলী, বঙ্গালী, উৰিয়া আৰু অসমীয়াত 'মো' আৰু হিন্দীত 'মো' বা 'মু, হয়।

৩০৮। **একবচনৰ মূল** ( Derivation of singular forms )

(ক) **সৰল আকৃতি** ( **Direct forms** )

সংস্কৃত 'অহং'-ৰ পৰা অসমীয়া কোনো শব্দ ওলোৱা নাই। মাগধী প্ৰাকৃতত তৃতীয়া আৰু সপ্তমীৰ একবচনত অস্মদ্ শব্দৰ ৰূপ 'মই' বা 'মএ' হয়[১] ( § ৩০২ )। ইয়াৰ পৰা ভাবিব পাৰি যে অসমীয়া 'মই' প্ৰাকৃতৰ তৃতীয়াৰ একবচনৰ পৰা আহিছে। লেচেন আৰু ডাক্তৰ কেলোগেও তেনে অনুমান কৰে। কিন্তু ডাক্তৰ হৰ্ণলিৰ মতে 'মই' বা 'মৈঁ' তৃতীয়াৰ পৰা নহয় ৬ষ্ঠীৰ পৰা হে নামিছে আৰু তিৰ্যক আকৃতি প্ৰথমাতো চলিছে[২]। তেওঁ কয় যে প্ৰাকৃতিক ভাষাত তিৰ্যক আকৃতি ( একবচনৰ ) প্ৰাকৃতৰ ৬ষ্ঠীৰ একবচন 'মই', 'মহ' বা 'মহু'ৰ ৰূপান্তৰ মাত্ৰ[৩]। 'মই' পদ মাহাৰাষ্ট্ৰী প্ৰাকৃতত সম্বন্ধ, অপাদান, কৰণ আৰু অধিকৰণ কাৰকৰ একবচনত প্ৰয়োগ হয়[৪]। আকৌ অপভ্ৰংশ প্ৰাকৃতত 'মই' শব্দ কৰ্ম, কৰণ আৰু অধিকৰণৰ একবচনত প্ৰযোজ্য[৫]। ইয়াৰ পৰা সহজে ভাবিব পাৰি যে 'মই'টো তিৰ্যক একবচনৰ সাঁধাৰণ চিন ৰূপে চলিছিল। এই কথা নিঃসন্দেহে কব পাৰি যে 'মই' পদ 'মহি'ৰ সঙ্কোচিত আকৃতি আৰু 'মহি', 'মহু' আৰু 'মহ' শব্দ অপভ্ৰংশ প্ৰাকৃতৰ ৬ষ্ঠীৰ বা তিৰ্যক একবচনৰ চিন 'হি' 'হু' আৰু 'হ'-ৰ সংযোগত লব্ধ। কেতিয়াবা অপভ্ৰংশ প্ৰাকৃতৰ ৬ষ্ঠীৰ বহুবচনৰ চিন 'হিং', 'হুং' 'হং' ও একবচনত প্ৰয়োগ হয়[৫]। সেই দেখি কেতিয়াবা কেতিয়াবা আমি অপভ্ৰংশ প্ৰাকৃতত 'মই' (মই=মঞি=মহিং), মহুং আৰু মহং বিকল্পে একবচনতো চলা দেখোঁ। অপভ্ৰংশ প্ৰাকৃতৰ 'মই' বা 'মই'য়েই অসমীয়া মই, মঞি, বঙ্গলা মুই, হিন্দী মৈঁ আৰু উৰিয়া মু। অসমীয়া ময়, ময়ি প্ৰাকৃত মই, মএ-ৰ ৰূপান্তৰ মাথোন।

---

১। cf. কিং মএ কিদং—স. কিং ময়া কৃতং ( মালবিকাগ্নিমিত্ৰ )। অলং ময়ি সিণেহেণ —অলং ময়ি স্নেহেন ( Ibid )।

২। See his Comp Gramm. § 430.

৩। হেমচ. ৩।১০৯, ১১১, ১১৩, ১১৫

৪। 'টাঙ্‌্যমা মই', হেমচ. ৪।৩৭৭

মই ঙিটাঙিঃ। মই। ময়ি ময়া মাং ৰাৰ্থঃ। মাৰ্কেণ্ডেয়, Hornle § ৪৩০

৫। হেমচ. ৪।৩৪৩, ৩৪৭

## (খ) তির্যক আকৃতি ( Oblique forms )

অপভ্রংশ 'মহু'-ৰ পৰা পুৰণি অসমীয়া 'মোহো' ( যেনে, মোহো-ৰ, মোহো-ক ) হৈছে। 'মহু'ৰ হ ইৎ হলে 'মো' হয় ( § ৭০ )। সেইদৰে অপভ্রংশ 'মহু'-ৰ পৰা হিন্দী, বঙ্গলা, উৰিয়া আৰু অসমীয়া 'মো' ( যেনে, মো-ক, মো-ৰ, মো-ত ) ও ওলাইছে। এইটোৱে তির্যক আকৃতি। অপভ্রংশ 'ম+হু'-ৰ মূল বৈ. 'ম' ( যেনে, ম-য়া, ম-হ্য, ম-দ্, ম-ম, ম-য়ি ) পালি "ম" ( যেনে, ম-ন্, ম-য়া, ম-ম, ম-য়ি ) আৰু প্রাকৃত ম, মি, ম্ ( § ৩০২ )।

৩০৯। **বহুবচনৰ মূল** ( Derivation of plural forms )

প্রাকৃতিক ভাষাবিলাকত বহুবচনৰ আকৃতি প্রায় একে। সবল আকৃতি— যেনে, অসমীয়া 'আমি', হিন্দী 'হম্', উৰিয়া 'আম্হে', মাৰাটী 'অম্হী', গুজৰাটী 'অমে, হমে', সিন্ধী 'আমী', পাঞ্জাবী 'আমী', পুৰণি অসমীয়া আমি, আম্হি, আহ্মী। তির্যক আকৃতি—যেনে, অসমীয়া আমা, বঙ্গলা আমা, হিন্দী হম্, হমন্, হমনি হমোঁ, হমৈ, মা, গুজৰাটী অম, অমে, হমে, অমা, পাঞ্জাবী অমা, মমা, সিন্ধী অমাঁ, অমাঁহে, অমাহুঁ, পুৰণি অসমীয়া— আমি ( যেনে, আমিসৱ ), আমা ( যেনে, আমাসৱ, আমাঠৈৰ ), মো ( যেনে, মোৰা ), মোৰা ( যেনে, মোৰাসৱ ), হামা ( যেনে, হামা-ৰ, হামা-ৰা ), আমাসা ( যেনে, আমাসাক )।

## (ক) সবল আকৃতি ( Direct forms )

কোনো কোনএ পালি 'ময়ন্'ৰ পৰা অসমীয়া মই আহা বুলি ভাবে; কিন্তু এই অনুমান ঠিক নহয়। স্বৰ-বিকৃতিৰ নিয়মে পালিত 'বয়ং'ৰ ঠাইত 'ময়ন্' হলেও প্রাকৃতত আৰু অসমীয়াত শব্দৰ আদিতে থকা 'ব'ৰ ঠাইত 'ম' হোৱা দেখা নাযায়। আকৌ 'ময়ন্' পালিত কেতিয়াও একবচনত ব্যৱহৃত নহয়। প্রাকৃতিক আন ভাষাতো 'বয়ম্',-ৰ চিন বর্তমানত নাই। এনে স্থলত অসমীয়া 'মই', পালি 'ময়ন', বা সংস্কৃত 'বয়ং'-ৰ পৰা আহিছে বুলি ভাবিব নোৱাৰি। প্রাকৃতিক ভাষাৰ 'হম্', 'আম্হে' 'আমি' আদি আকৃতি বাস্তৱিকে প্রাকৃত অম্হ, অম্হে, অম্হো[১], অপভ্রংশ অমহে, অম্হ[২], পালি, অহ্মে,

১। অম্হ অম্হে অম্হো ৱয়ম্ ভে জস।—হেমচ. ৩।১০৬

২। হেমচ. ৪।৩৭৫-৩৮১

অহ্ম (I, we কাচ্চা. § ১২০), সংস্কৃত 'অস্ম' আৰু বৈদিক 'অস্মে'-ৰ পৰা আহিছে। তলত দিয়া ৰূপৰ পৰা এই কথা বুজিব পাৰা যাব।

বহুবচন

| | বৈদিক | সংস্কৃত | পালি[1] | প্ৰাকৃত | অপভ্ৰংশ | অসমীয়া |
|---|---|---|---|---|---|---|
| ১। | বয়ম্ (অস্মে ?)। | বয়ম্ | অহ্মে | অম্হে, অম্হ, | অম্হে, অম্হইম্ | আমি। (আমালোক) |
| ২। | অস্মান্ (ঋ ১৷৮১৷৬) অস্মাঁ (ঋ. ১৷৪৷৫) | অস্মান্ | অহ্মে, অহ্মন্ অহ্মাকন্ | অম্হে | অম্হে, অম্হইম্ | আমা-ক |
| ৩। | অস্মাভিঃ | অস্মাভিঃ | অহ্মেহি | অম্হেহিম্ | অম্হেহিম্ | আমা-ৰে |
| ৪। | অস্মে (ঋ. ১৷৪৭৷৬, ঋ. ১৷৯৩৷১২) | অস্মভ্যম্ | অহ্মাকন্ | — | — | আমা-ক |
| ৫। | অস্মৎ (ঋ. ১৷৪৭৷৬) | অস্মৎ | অহ্মেহি | অম্হাহিংতো | অম্হহম্-হোংতউ | আমাৰ-পৰা আমাত হন্তে |
| ৬। | অস্মে (ঋ. ১৷৭২৷২) | অস্মাকম্ | অহ্মাকন্ | অম্হ, অম্হে, অম্হো | অম্হহম্ | আমা-ৰ |
| ৭। | অস্মে (ঋ. ১৷৬৫৷৭) | অস্মাসু | অহ্মেসু | অম্হসু, অম্হেসু | অম্হাসু | আমা-ত |

বৈদিক অহম্ (I) টোৱে ইন্দু-এৰিয়ান "অস্মং"-ৰ ৰূপান্তৰ (cf. Zend azem, L. ego, Germ. ich)। ইয়াৰ পৰা বুজা যাব যে অসমীয়া 'আমি' পুৰণি অসমীয়া 'আম্হি', 'আহ্মি' বাস্তৱিকে প্ৰাক্-বৈদিক 'অস্মে', পালি 'অহ্মে', প্ৰাকৃত 'অম্হে'ৰ পৰা ওলাইছে; কেৱল 'এ'-ৰ ঠাইত 'ই' হৈছে আৰু 'হ' লোপ হৈছে। ই ৱাস্তৱিকে বৈদিক ৬ষ্ঠীৰ বহুবচন 'অস্মে' আৰু প্ৰাকৃত ষষ্ঠীৰ বহুবচন 'অম্হে'ৰ ৰূপান্তৰ আৰু বাস্তৱিকে তিৰ্যক আকৃতি। পালি 'অহ্মে' যে প্ৰাক্-বৈদিক 'অস্মে'ৰ ৰূপান্তৰ তাত সংশয় নাই।

---

১। কাচ্চা. § ১২০। স. অস্মদ্=পা. অহ্ম—প্ৰা. অম্হ

## (খ) তিৰ্যক আকৃতি ( Oblique forms )

তিৰ্যক আকৃতিৰ অৰ্থাৎ 'আমা'ৰ মূলো বৈদিক অস্মা, সংস্কৃত অস্মান্, পালি অহ্মা-কন্, প্ৰাকৃত অম্হা আৰু অপভ্ৰংশ অম্হ-হং। পু. অ. আমাহা, আমাসা অপভ্ৰংশ অম্হম্-ৰ পৰা আৰু পু. অ. 'মোৰা' অম্হাৰ-ৰ ( হেমচ. ৪।৪৩৪ ) পৰা ওলাইছে।

৩১০। ওপৰৰ কথাৰ পৰা তিৰ্যক আকৃতি যে ষষ্ঠী বিভক্তিৰ ৰূপ তাক সহজে বুজিব পাৰি। ডাক্তৰ Kelloggএ এই মত স্বীকাৰ কৰে। ডাক্তৰ হৰ্ণলিএ কয়[১] যে প্ৰাকৃতিক ভাষাবিলাকত অস্মদ্ শব্দৰ বহুবচনৰ আকৃতি প্ৰাকৃতৰ ষষ্ঠী বা তিৰ্যক আকৃতিৰ ৰূপান্তৰ মাত্ৰ। প্ৰাকৃতৰ তিৰ্যক আকৃতি এই :—(১) অম্হ, অম্হি বা অম্হে ; (২) অম্হাণং ; (৩) অম্হহং ; (৪) অম্হ-হিং বা অম্হইং বা অম্হঁ ( হেমচ. ৪।৪১২ )। এইবিলাকৰ ভিতৰত প্ৰথম বিধ অৰ্থাৎ অম্হ, অম্হি, অম্হে এই তিনিটি প্ৰাকবৈদিক তিৰ্যক ৰূপ 'অস্মে'-ৰ ৰূপান্তৰ মাথোন। এইবিধৰ 'অম্হ' আৰু 'অম্হে' প্ৰাকৃতত সম্বন্ধ পদ, কৰ্ম, কৰণ আৰু কৰ্ত্তাত ব্যৱহৃত হয় ( হেমচ. ৩।১১৪, ১১০, ১০৮, ১০৬ ) আৰু অম্হে অপভ্ৰংশত কৰ্তা আৰু কৰ্মত প্ৰয়োগ হয় ( হেমচ. ৪।৩৭৬ )। প্ৰাকৃত আকৃতি অম্হি বা অস্মি বাস্তৱিকে বহুবচনৰ তিৰ্যক আকৃতি 'অম্হে' বা 'অস্মে'ৰ ৰূপান্তৰ। কিন্তু প্ৰাকৃতৰ সময়তে ই একবচনত প্ৰয়োগ হৈছিল ( হেমচ. ৩।১০৫।১০৭ )। তাৰ পৰা অসমীয়া 'আমি' ওলাইছে। কিন্তু বৰ্তমানত ই বহুবচনত প্ৰযোজ্য। পুৰণি অসমীয়াত ই উভয় বচনত চলিছিল।

৩১১। **প্ৰাকৃত : যুষ্মদ্ শব্দ** ( thou or you )

( Second personal pronoun )

ত্ৰিলিঙ্গ

( হেমচন্দ্ৰৰ মতে ; কাত্যায়নো দেখা )

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | তং, তুং, তুৱং, তুহং, তুমং | ভে, তুব্ভে, তুম্হ, তুজ্ঝ, তুয্হে, উয্হে তুজ্ঝে, তুম্হে |

১। Hornle : Comp. Grammer pp. 278-279 §430

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ২। | তং, তুং, তুমং, তুবং, তুহ, তুমে, তুএ | ভো, তুজ্ঝ, তুজ্ঝে, জ্ঝে, তুম্হে, তুম্হে, তুয্হে, উয্হে |
| ৩। | ভে, দি, দে, তে, তুমং, তুমই, তই, তএ, তুমএ | ভে, তুজ্ঝেহিং, উজ্ঝেহিং, উম্হেহিং তুয্হেহিং, উয্হেহিং, তুম্হেহি, তুম্হেহি |
| ৪। | —— | —— |
| ৫। | তত্তো, তইত্তো, তুমাদো, তুমাদু, তুমাহি, তুবত্তে, তুজ্ঝত্তে, তুমত্তো, তুহত্তো, তুম্হত্তো, তুজ্ঝত্তো, তুষ্হ, তুজ্ঝা, তহিংতো, তুম্হ, তুজ্ঝ | তুজ্ঝ, তুয্হ, উয্হ, উম্হ, তুজ্ঝত্তো, তুয্হত্তো, উম্হত্তো, তুম্হত্তো, তুজ্ঝত্তো, আৰু ইসবৰ লগত যোগ—ত্থে, ন্তু, হি হিংতো, সুংতো |
| ৬। | তুব, তুমং, তুহ, তুহং, উম্হ, উজ্ঝ, তুজ্ঝ, তুম্হ, তই, তু, ভে, তুমে, তুমো, তুমাই, দি, দে, ই, এ, তুজ্ঝ, উজ্ঝ, উয্হ | বো, তু, তুজ্ঝাণ, তুম্হাণ, ভে, তুজ্ঝ, তুজ্ঝং, তুবাণ, তুজ্ঝাণ, তুমাণ, তুহাণ, তুজ্ঝাণং, তুবাণং, তুমাণং, তুম্হাণং, তুয্হ, তুজ্ঝ, তুম্হং, তুজ্ঝং, তুজ্ঝাণং |
| ৭। | তুম্মি, তুমম্মি, তুবম্মি, তুহম্মি, তুমে, তুমএ, তুমাই, তই, তএ, তু, তুব, তুম, তুহ, তুজ্ঝ, তুজ্ঝম্মি | তু, তুব, তুম, তুহ, তুজ্ঝ, তুসু, তুমেসু, তুমেসু, তুজ্ঝেসু, তুজ্ঝেসু, তুজ্ঝেসু, তুবসু, তুমসু, তুহসু, তুজ্ঝাসু, তুজ্ঝসু, তুম্হসু, তুজ্ঝসু, তুজ্ঝাসু, তুম্হাসু |

৩১২। **অপভ্ৰংশ প্ৰাকৃত ঃ যুষ্মদ্ শব্দ** ( thou or you )

( হেমচন্দ্ৰৰ মতে )

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | তুহু | তুম্হে, তুম্হইম্ |
| ২। | তই, পই | তুম্হে, তুম্হইম্ |
| ৩। | তই, পই | তুম্হেহিম্ |
| ৪। | — | — |
| ৫। | তউহোংতউ, তুজ্ঝহোংতউ, তুধ্রহোংতউ | তুম্হহম্ হোংতউ |
| ৬। | তউ, তুজ্ঝ, তুধ | তুম্হহম্ কেৰউং, তুহাৰা |
| ৭। | তই, পই | তুম্হাসু |

৩১৩। হিন্দী ঃ যুষ্মদ্ শব্দ—তুচ্ছার্থে তৈঁ (thou) সম্ভ্রমার্থে তুঁ (you)

| বিভক্তি | একবচন | মৌলিক বহুবচন | যৌগিক বহুবচন |
|---|---|---|---|
| ১। | তৈঁ, তু | তুঁ, তুম্, তুম্হে | তুলোগ্ |
| ২। | তো-কে, তোঁ-কে, তুঝে, তুঝ্কো | তোহাক, তুমকো তুম্হোঁকো | তুঁলোগ্কে, তুঁলোগন্ |
| ৩। | তো-সে, তোঁ-সে, তু-নে | তোহসে তুমনে তুম্হোঁনে | তুঁলোগসে, তুঁলোগন্সে |
| ৪। | তো-কে, তোঁ-কে, তুঝে, তুঝ্কো | তোহকে তুমকো তুম্হোঁকো | তুলোগ্কে, তু লোগন্কে |
| ৫। | তো-সে, তোঁ-সে, তুঝ্সে | তোহসে তুম্সে তুম্হোসে | তুঁলোগ্সে', তু লোগন্সে |
| ৬। | তোৰ, তোঁৰা, তোৰী, তোৰে, তেৰা, তেৰে; তেৰী | তোহাৰ, তোহৰা, তোহৰী, তোহৰে, তুম্হাৰা,-ৰে,-ৰী | তুঁলোগ-কে,-কৈ, তু লোগনকে,-কৈ |
| ৭। | তো-মে, তোঁ-মে, তোৰেমে, তুঝ্মেঁ তুঝ্-পৰ | তোহ্মে, তোহাৰমে, তুম্-মে, তুম্পৰ তুম্হো-মে, তুম্হো-পৰ | তুলোগমে তুঁলোগন্মে |

৩১৪। (ক) উৰিয়া ঃ যুষ্মদ্ শব্দ—তু (you) শব্দ

| বিভক্তি | একবচন ১ম রূপ | একবচন ২য় রূপ | একবচন ৩য় রূপ | বহুবচন ১ম রূপ | বহুবচন ২য় রূপ | বহুবচন ৩য় রূপ |
|---|---|---|---|---|---|---|
| ১। | তু | তুম্হে | তু | তোমানে | তুম্হেমানে | তুম্হে |
| ২। | তোতে | তুম্হকু | তোতে | তোমানঙ্কু | তুম্হমানঙ্কু | তুম্হঙ্কু |
| ৩। | তোদ্বাৰা, তোৰ দ্বাৰা | তুম্হদ্বাৰা | তোৰ দ্বাৰা | তোমানঙ্ক দ্বাৰা | তুম্হমানঙ্ক দ্বাৰা, | তুম্হঙ্ক দ্বাৰা, |

ইত্যাদি।

**(খ) বঙ্গালীঃ যুষ্মদ শব্দ—তুচ্ছার্থে তুই (thou), সম্ভ্রমার্থে তুমি (you)**

| | একবচন | | বহুবচন | |
|---|---|---|---|---|
| | তুচ্ছার্থে | মান্যার্থে | তুচ্ছার্থে | মান্যার্থে |
| ১। | তুই | তুমি | তোৰা | তোমৰা |
| ২। | তোকে | তোমাকে | তোদেৰ, তোদিগকে | তোমাদিগকে |
| ৩। | তোৰ দ্বাৰা | তোমাৰ দ্বাৰা | তোদেৰ দ্বাৰা | তোমাদিগেৰ দ্বাৰা, ইত্যাদি। |

**যুষ্মদ্ শব্দ**

৩১৫। **পুৰণি অসমীয়াঃ তই, তঞি—তুচ্ছার্থে ( thou )**

| | একবচন | বহুবচন |
|---|---|---|
| ১। | তঞি[১], তম্ৰি, তই[২], তয়, তএ | তোহোৰা[৩], তুহন, তোসব, তোৰা[৪] |
| ২। | তোক, তোঙ্ক, তোহোক[৫] | তোহাঁক, তোহাঙ্ক, তোসৱাক, তোমাসাক[৬] |
| ৩। | তোৰ দ্বাৰা, তোক দিয়া | তোহান দ্বাৰা, তোসবাৰ দ্বাৰা, তোমাসাক দিয়া |
| ৪। | তোক, তোঙ্ক, তোহোক[৭] | তোহাঁক, তোহাঙ্ক, তোসৱাক, তোমাসাক |
| ৫। | তোত হন্তে, তোৰ পৰা | তোহান হন্তে, তোসৱাৰ হন্তে, তোসৱাৰ পৰা |
| ৬। | তোৰ, তোহোৰ,[৮] তেৰি, তয়ু, তুৱা, তব | তোহাৰ, তোথেৰ,[৯] তোসবাৰ, তোমাসাৰ,[১০] তোহান, তুহান |
| ৭। | তোত, তোহোত[১১] | তোহাত, তোসৱাত, তোমাসাত |

---

১। হেনন্তে এদুৰ তঞি কৰ মন্দকৰ্ম। কালীক পূজিলে তোৰ হৈব কোন ধৰ্ম॥ —দুৰ্গাবৰ

২। ভাল স্ত্ৰী নহৈস তই ভালৰ নোহ চাৱ। —দুৰ্গাবৰ

৩। তোহোৰা সে জানা সৱে আস্তুতি কুমতি। —মা. ক.

৪। কিনো তোৰা অধোগামী। —শঙ্কৰ।

৫, ৭। তোহোক নিঠুৰ হেন বুলিতে নৱাৰি। —মা. ক.

৬। দিলো তোমাসাক মই ইটো মহা দান। —মা. দে.

৮। বাৰণৰ বংশক তোহোৰ নাকি শঙ্কা। —মা. ক.

৯। ব্যাপি আছে জগতক তোঠেৰ সুখ্যাতি। —ম. ক.

১০। তোমাসাৰ সঙ্গে মোক কৰিলে নিৰ্ম্মল। —মা. দে.

১১। শুন মাতা জানকী তোহোত নাই কাম। —মা. ক.

## ৩১৬। পুৰণি অসমীয়া ঃ তুমি—( মান্যাৰ্থে—you )

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | তুমি[১], তুহ্মি, | তোমোৰা[২], তোৰা[৩], তোৰাসৱ[৪], তোহৰা, তোমাসৱ[৫], তুহ্মি বা তুমিসৱ[৬], তুমিলোক[৭], তোমৰা[৮], তোমৰাসৱে |
| ২। | তোমাক[৯], তোহাঙ্ক, তোহ্মাক | তোমাসাক[১০], তোহ্মাক, তোমাহাঙ্ক, তোৰাক[১১], তোৰাসৱক, তুমিসৱক, তোমাসৱক, তোমাথেক[১২] |
| ৩। | তুমিএ ( -য়ে ), তোমাৰ দ্বাৰা, তোমাক দিয়া। | তোৰাই, তোৰাসৱে, তোমাসৱে, তুমিসৱে, তোমাসৱৰ দ্বাৰা, ইত্যাদি। |
| ৪। | তোমাক তোহ্মাক লাগি বা -লাগিয়া | তোমাসাক, তোমাসাক লাগি বা -লাগিয়া, ইত্যাদি। |
| ৫। | তোমাত হন্তে, তোমাৰ পৰা | তোৰাত হন্তে, তোৰাৰ পৰা, ইত্যাদি। |

---

১। ভাত খাই উঠা আন্তে তুমি আমি যাওঁ।—দৈ.

২। তোমোৰা অনেক দিন আমাৰ খাইলাহা।—দৈ.

৩, ৬। তুমিসৱ মহাভাগৱত শ্ৰেষ্ঠতম।
সমস্তে লোকৰ তোৰা পূজনী উত্তম॥—শ.

৪। যজ্ঞ কৰি তোৰাসৱ বৃদ্ধি হৱা।—ভ. দে.

৫। তোমাসৱ হৱা আৱে সহায় আমাৰ।—শ.

৭। তথাপি তুমিলোক কৰিতে নৰিছে।—ভ. দে.

৮। তাহান্তো তোমৰা কৰা সংশয়।—শঙ্কৰ

৯। ভিন্ন বুদ্ধি প্ৰভু আমি নিচিনো তোমাক।—অ. ক.

১০। জেন তোমাসাক দয়া সম্পদে ৰাজাৰ।—মা. ক.

১১। বৃষ্টি দ্বাৰে শস্যপূৰ্ণ কৰি তোৰাক বৃদ্ধি কৰাউক।—ভ. দে.

১২। তাৰে কতোগুটি আগে দিলো তোমাঠেক।—দৈ.

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ৬। | তোমাৰ[১], তযু[২], তুৱা[৩], তব, তোহাৰি[৪], তোহৰ[৫], তোহ্মাৰ[৬], তোহোৰ[৭] | তোহ্মাৰ, তোমাসাৰ[৮], তোমাখেৰ[৯], তোৰাসৱৰ, তোমৰাসৱৰ[১০], ইত্যাদি। |
| ৭। | তোমাত[১১], তোহ্মাত | তোমাসাত[১২], তোমাঠৈত[১৩], ইত্যাদি। |

## যুষ্মদ্ শব্দ ( Second personal pronoun )

৩১৭। (ক) **বৰ্তমান অসমীয়া : তই শব্দ ( তুচ্ছাৰ্থে—thou )**

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | তই ( তৈ, তয় ) | তইঁত, তইঁতে |
| ২। | তোক | তইঁতক |
| ৩। | তোৰে, তোৰ দ্বাৰা, তোকদি | তইঁতেৰে, তইঁতৰ দ্বাৰা, তইঁতকদি |
| ৪। | তোক, তোলৈ, তোক লাগি | তইঁতক, তইঁতলৈ, তইঁতক লাগি |
| ৫। | তোৰ পৰা | তইঁতৰ পৰা |
| ৬। | তোৰ | তইঁতৰ |
| ৭। | তোত | তইঁতত |

'লাগি' বিভক্তি নামনি অসমত হে চলে।

---

১। নধৰিলা সমুদ্রে তোমাৰ মৎস্য কায়া। —শঙ্কৰ
২। তযু নাভি কমলত ব্রহ্মা ভৈলা জাত। —শঙ্কৰ
৩। তুৱা বিনে আছে আৰ তাৰক কে ? —শঙ্কৰ
৪। এক শৰে শ্রেষ্ঠ ভাই মৰিল তোহাৰি। —মা. ক.
৫। ৰাৱণে বোলয় জানো তোহৰ প্রতাপ। —মা. ক.
৬। দূতৰূপে আসি আছো তোহ্মাৰ চৰণে। —অ. ক.
৭। তোহোৰ বাপৰ ভাই জগতে বিদিত। —মা. ক.
৮। তোমাসাৰ দেখো আজি প্রসন্ন বদন। —মা. ক.
৯। তোমাখেৰ সঙ্গে কৃষ্ণ কথাক শুনিবো। —দৈ.
১০। কি কহিবো আৰ, তোমৰাসৱৰ কথা শুনি বিমৰিষ। —মা. ক.
১১। গোসানী বোলন্ত বাপু তোমাতেসে আশ। —দৈ.
১২। কহো তোমাসাত সাৰ সকলো শাস্ত্রৰ। —মা. দে.
১৩। তোমাঠৈত বিনে গুৰু আন নমানিবো। —দৈ.

## (খ) বৰ্তমান অসমীয়াঃ তুমি শব্দ ( মান্যাৰ্থে—you )

| বিভক্তি | একবচন | মৌলিক বহুবচন | যৌগিক বহুবচন |
|---|---|---|---|
| ১। | তুমি | তোৰা, তুহনা ( তুহঁা ), তুহন ( তুহঁ ) | তোমালোক, তোমালোকে, তোৰাসব, তোৰাসবে, তুমিৰা |
| ২। | তোমাক | তোৰাক, তুহনাক (তুহঁাক) | তোমালোকক, তুমিবাক, তোৰাসবক, তোমাখেক |
| ৩। | তোমাৰে, তোমাৰ-দ্বাৰা, তোমাকদি | তোৰাৰে, তোৰাৰ দ্বাৰা, তোৰাকদি, তুঁহাৰ দ্বাৰা, তুহঁাকদি | তোমালোকেৰে, তোমালোকৰ দ্বাৰা, তোমালোককদি, তোৰা-সবেৰে, তোৰাসবৰ দ্বাৰা, তোৰাসবকদি, তুমিবাকদি |
| ৪। | তোমাক, তোমালৈ, তোমাক লাগি | তোৰাক, তোৰালৈ, তোৰাক লাগি, তুহঁাক, তুহঁাক লাগি | তোমালোকক, তোমালোকলৈ, ইত্যাদি |
| ৫। | তোমাৰ পৰা | তোৰাৰ পৰা, তুহঁাৰ পৰা | তোমালোকৰ পৰা, তোৰাসবৰ পৰা, তুমিবাৰ পৰা |
| ৬। | তোমাৰ | তোৰাৰ, তুহঁাৰ | তোমালোকৰ, তোৰাসবৰ, তোমাখেৰ, তুমিবাৰ |
| ৭। | তোমাত | তোৰাত, তুহঁাত | তোমালোকত, তোৰাসবত তোমাখেত, ইত্যাদি। |

৩১৮। **তুচ্ছাৰ্থৰ মূল** ( Derivation of contemptuous forms )

সবল আকৃতি ( Direct forms ) : একবচন

**Dr. Killogg**এ লেচেনৰ মত অনুসৰি কয় যে হিন্দী যুষ্মদ্ শব্দৰ প্ৰথমাৰ একবচনৰ ৰূপ 'তৈঁ' প্ৰাকৃত তৃতীয়াৰ একবচন 'তৈ' বা অপভ্ৰংশ প্ৰাকৃতৰ তৃতীয়াৰ একবচন 'তৈঁ'ৰ পৰা আহিছে। সেইদৰে অসমীয়া 'তঞি', 'তই'ও অপভ্ৰংশ 'তৈঁ'ৰ পৰা অহা অসম্ভৱ নহয়। কৰ্তৃবাচ্যৰ পদক কৰ্মবাচ্যৰ সাজে ব্যৱহৃত কৰাৰ পৰা বেমেজালি ঘটাত এই দৰে

তৃতীয়াৰ ৰূপ প্ৰথমাতো চলিছিল বুলি অনুমান হয়। ডাক্তৰ হৰ্ণলিয়ে এই মত স্বীকাৰ নকৰে। তেওঁ কয় যে 'তৈঁ', 'তই' তৃতীয়াৰ পৰা নহয়, ষষ্ঠীৰ ৰূপৰ পৰা হে আহিছে আৰু তিৰ্যক ৰূপ (বা ৬ষ্ঠীৰ একবচন) প্ৰথমাৰ একবচনতো ব্যৱহৃত হৈছে[১]। বাস্তৱিকে প্ৰাকৃতিক বৰ্তমান ভাষাবিলাকৰ প্ৰথমাৰ একবচনৰ ৰূপ প্ৰাকৃতৰ একবচনৰ ৰূপ তই, তইং, তউ (বা তহি, তহিং, তহু), তুহ্, তুহং বা তুহুং-ৰ পৰা ওলাইছে। 'তই'টো প্ৰাকৃতৰ ৩য়া, ৫মী, ৬ষ্ঠী আৰু ৭মীৰ একবচনত ব্যৱহৃত হয় (§ ৩১১) আৰু তইঁ (তইং)টো অপভ্ৰংশৰ ২য়া, ৩য়া আৰু ৭মীত চলে (§ ৩১২)। এই শব্দবিলাক সংস্কৃত 'ত্ব' প্ৰাকৃত 'ত' বা 'তু'ত অপভ্ৰংশ প্ৰাকৃতৰ ৫মী বা ৬ষ্ঠী বিভক্তি 'হ', 'হি', 'হু' বা 'হং', হিং' 'হুং' যোগ কৰিলে পোৱা যায়। অপভ্ৰংশ প্ৰাকৃত'ৰ 'তই' অৰ্থাৎ 'তহি'ৰ পৰা অসমীয়া তই (তৈ) আৰু হিন্দী তৈঁ ওলাইছে। অপভ্ৰংশ 'তুহুং'ৰ ৰূপান্তৰ তুহুঁ, তুহুন্ অদ্যাপি নামনি আসামত প্ৰচলিত আছে। ডাক্তৰ হৰ্ণলিৰ মতেই ঠিক বুলি বিশ্বাস হয়। 'তুহুং'ৰ তু বাস্তৱিকে স.-ত্বম্ Gr.-*ty*, L.-*tu*, Ger.-*du*, Eng.-*thou*.

### ৩১৯। তিৰ্যক আকৃতি (Oblique forms): একবচন

ওপৰত দেখুৱা অপভ্ৰংশৰ 'তউ' বা 'তুহু'ৰ পৰা অসমীয়া, হিন্দী, বঙ্গালী আৰু উৰিয়া 'তো' (যেনে তো-ক, তো-ৰ ইত্যাদি) ওলাইছে। ডাক্তৰ কেলোগে 'তুহুং'ৰ পৰা 'তো' ওলোৱা বুলি ভাবে। এই মত বোধকৰোঁ ঠিক নহয়। অপভ্ৰংশ 'তুহুং'ৰ পৰা পু-অসমীয়া 'তোহোঁ' (যেনে, তোহোঁ-ক, তোহো-ৰ, ইত্যাদি) ওলাইছে বুলি বোধহয়। সেইদৰে অপভ্ৰংশ 'তুহু'ৰ

---

১। তেওঁৰ যুক্তি এই :—'তই'টো মাহাৰাষ্ট্ৰী, শৌৰসেনী প্ৰাকৃতত ৬ষ্ঠী, ৫মী, ৩য়া আৰু ৭মীৰ একবচনত প্ৰয়োগ হয় (হেমচ. ৩।৯৪,৯৬,৯৯,১০০) আৰু 'তই'টো অপভ্ৰংশ প্ৰাকৃতত ৩য়া, ৭মী আৰু ২য়াৰ একবচনত ব্যৱহৃত হয় (হেমচ. ৪।৩৭২)। 'তউ'টো অপভ্ৰংশত ৫মী আৰু ৬ষ্ঠীৰ একবচনত প্ৰযোজ্য। 'তুহ' ৬ষ্ঠী, ৫মী আৰু ৭মীত (ঙিঙসিঙসাং তুহতুঝতুব্ভতুত্তাঃ স্যুঃ।—মাৰ্কেণ্ডেয়) আৰু 'তুহং' ৬ষ্ঠী আৰু ৫মীত চলে (লেচেন § ৪৫১)। তুহ আৰু তুহং একে আকৃতি আৰু প্ৰথমাৰ একবচনত মাহাৰাষ্ট্ৰী প্ৰাকৃত (হেমচ. ৩।৯০) আৰু অপভ্ৰংশত (লেচেন § ৪৫১) চলে। 'তুহুঁ' অপভ্ৰংশৰ প্ৰথমাৰ একবচনত চলে (হেমচ. ৪'৩৬৮)। প্ৰথমাৰ আকৃতি তুহ, তুহং, আৰু ৬ষ্ঠীৰ আকৃতি তুহ, তুহং একে বুলি লেচেনেও স্বীকাৰ কৰিছে (লেচেন § 465)। See Hornle : Comp. Gram. P. 277.

পৰা 'তোহো' আৰু 'তুহ'ৰ পৰা 'তোহ' (যেনে, তোহো-ৰ, তোহ-ৰ) ওলাইছে। তেৰি, তেৰা আদিৰ মূল স. তব কৃত ( done by you ), প্ৰা. তুহ ( তই ) কেৰি, তুহ ( তই ) কেৰা = ত + এৰি, ত্ + এৰা বুলি বোধহয়। স. তব, প্ৰা. 'তুব'ৰ পৰা স্বাৰ্থিক প্ৰত্যয় 'অ' যোগত পু. অসমীয়া 'তুৱা' ওলাইছে। স. তব, প্ৰা. 'তুহ্ম'ৰ পৰা পু. অসমীয়া 'তয়ু' আহিছে।

## ৩২০। তুচ্ছাৰ্থ-ৰূপৰ মূল ( Derivation of contemptuous forms )

### (ক) সৰল আকৃতি ( Direct forms ) : বহুবচন

অসমীয়া ৰূপ 'তহঁত' বাস্তৱিকে যুষ্মদ্ শব্দৰ ষষ্ঠীৰ একবচনত যুক্ত সংস্কৃত ভৱৎ শব্দৰ প্ৰথমাৰ একবচন ভৱান্ শব্দ। যেনে, স. ত্বদ্ ভৱান্ আগতঃ[1] = অপভ্ৰ.—তউ হোংতউ আগদো = অস. তোহঁত আহিলি ( § ২৩৩ )। বৰ্তমানত 'তোহঁত'ৰ ঠাইত তহঁত হৈছে ( § ১২০ )। সম্ভ্ৰমাৰ্থক শব্দ যোগ হোৱাত বহুবচনৰ অৰ্থ বুজাইছে। ( সংস্কৃত ত্বদীয় ), অপভ্ৰ. 'তুহাৰা'[2]ৰ পৰা অসমীয়া আৰু হিন্দী 'তোৰা' ওলাইছে। ই বাস্তৱিকে স. তব কৃতং = তুহ্ + কেৰা = তুহাৰ বুলি বিশ্বাস হয়। পু. অসমীয়া 'তোহোৰা' সম্ভৱতঃ অপভ্ৰংশ তুধ্ৰ ( হেমচ ৪।৩৭২ ) বা স্বাৰ্থিক প্ৰত্যয় 'ক' যোগত লব্ধ 'তুধ্ৰউ'ৰ ৰূপান্তৰ। পু. অসমীয়া তুহন্ ( তুহান ) আৰু বৰ্তমান তুহুন ( তুহুঁ ), তুহুঁ প্ৰাকৃত তুহাণ ( § ৩১১ ) আৰু অপভ্ৰ. তুহ্মং ( হেমচ. ৩।৩৬৮ )-ৰ ৰূপান্তৰ হব পায়। হিন্দী তোহন আৰু অসমীয়া তুহন আৰু তুহুন্ ( তুহুঁ ) একে শব্দ।

### (খ) তিৰ্যক আকৃতি ( Oblique forms ) : বহুবচন

তিৰ্যক আকৃতি 'তোহা' বা 'তোঁহা' প্ৰাকৃত ষষ্ঠীৰ বহুবচনৰ ৰূপ 'তুম্হাণং' ( § ৩১১ ), মা. প্ৰা. তুম্হাহঁ ( হেম. ৪।৩০০ )-ৰ পৰা ওলাইছে বুলি বিশ্বাস হয়। তোথেৰ = তুহ + তণি ( § ২৭৫ )।

---

১। ঙসিঙস্ত্যাং তউতুহ্মতুধ্ৰাঃ।—হেমচ. ৪।৩৭২

২। যুষ্মাদোদেৰীয়স্য ডাৰঃ।—হেমচ. ৪।৪৩৪

৩২১। **সম্ভ্ৰমাৰ্থক ৰূপৰ মূল** ( Derivation of honorific forms )

অসমীয়া 'তুমি'ৰ মূল 'আমি'ৰ মূলৰ অনুৰূপ ( § ৩০৯। ক )। সবল আকৃতিৰ ( ১মাৰ একবচনৰ ) 'তুমি' বাস্তবিকে প্ৰাকৃবৈদিক তুস্মে ( স. যুস্মে ? ), পালি তুহ্মে[১] প্ৰা. তুম্হে, ( § ৩১১ ), অপভ্ৰ. তুম্হে ( হেমচ. ৪।৩৬৯ )-ৰ ৰূপান্তৰ। তিৰ্যক আকৃতিৰ 'তোমা', 'তুমি' সেইদৰে পালি তুহ্মে, তুহ্মন, তুহ্মকন্, তুহ্মেহি[২], প্ৰা. তুম্হ ( হেমচ. ১।২৪৬, ২।১৪৭ ), তুম্হে ( হেমচ. ৩।১৪৮ ), তুমাণ ( হে. ৩।১০০ ), অপভ্ৰ তুম্হে ( হে. ৪।৩৬৯ ),তম্হইং ( হে. ৪।৩৬৯ ) তুম্হহং ( হেমচ. ৪।৩৭৩ ), তুম্হেহিং ( হেমচ. ৪।৩৭১, ৩৭৮ )-ৰ পৰা ওলাইছে। এই আটাইবিলাক বহুবচনৰ ৰূপ। কিন্তু অসমীয়া তিৰ্যক আকৃতি একবচন আৰু বহুবচন উভয়তে একে অৰ্থাৎ 'তোমা'। অসমীয়া তুহ্মি, তোহ্মাকু, তোহ্মাৰ আদি শব্দৰ তিৰ্যক আকৃতি আদি-বৈদিক 'তুস্ম' ( স. যুষ্ম ), পালি তুহ্ম, প্ৰা. তুম্হৰ ৰূপান্তৰ। প্ৰাক্-বৈদিক 'তুস্ম' পালিত তুহ্ম হয়। কিন্তু প্ৰাকৃতত ব্যত্যয় হৈ তুম্হ হয়। কিন্তু অসমীয়াত তুহ্ম প্ৰাকৃতৰ পৰা নহয় পালিৰ পৰা হে নামা যেন দেখা যায়। এই আকৃতি অতি পুৰণি। অসমীয়া তিৰ্যক আকৃতি 'তোমাসা' বাস্তবিকে প্ৰাকৃত তুম্হহং, পালি তুহ্মন, হিন্দী 'তুম্হা'ৰ ৰূপান্তৰ। 'তোমাহা' ( যেনে, তোমাহাক ) ও ইয়াৰ পৰাই ওলাইছে।

৩২২। **আপুন, আপুনি** ( you ): হিন্দীত ২য় পুৰুষত মান্যাৰ্থে 'আপ্' শব্দ ব্যৱহৃত হয়। এই 'আপ্' মূলত সৰ্বনাম নহয়। ইয়াৰ মূল সংস্কৃত 'আত্মন্' শব্দ। স. আত্মন প্ৰাকৃতত আপ্পাণো ( হেমচ. ২।৫১ ), অপভ্ৰ অপ্পণ, অপ্পণু ( হেমচ. ৪।৪২২।১৪, ৩০২ ) হয়। তাৰ পৰা অসমীয়া 'আপুন্' বা 'আপোন' শব্দ ওলাইছে। এই 'আপোন্' শব্দ ২য় পুৰুষত সম্ভ্ৰমাৰ্থে ব্যৱহৃত হয়। তিৰ্যক এক আৰু বহুবচনত ইয়াৰ ৰূপ আপোনা' বা 'আপুনা' আৰু সবল আকৃতিত ( ১মাৰ একবচনত ) 'আপুনি' ( বিভক্তি ই যোগত ) হয়।

---

১. ২। Kachchayano's Pali Grammar, 121, by F. Mason.

## অন্যান্য ব্যক্তিবাচক সৰ্বনাম ( Other personal pronouns )

### (১) অদূৰবৰ্তী নিশ্চয়বাচক সৰ্বনাম
### ( Proximate demonstrative pronoun )

৩২৩। সংস্কৃত ইদম্, অ. ই ( he, it ) ; স. এতদ্, অসমীয়া এই (this) ; স. অদস্, অ. সৌ, সেই ( that ) ; স. যদ্, অ. যি (who, which ) ; স. তদ্, অ. সি ( he, it ), তাই ( she ) ; স. কিম্, অ. কোন ( who ) স. কোঽপি, অ. কোনো ( any one )—এই কেইটাও ব্যক্তিবাচক সৰ্বনাম। তলত ৰূপ দিয়া হল।

অদূৰবৰ্তী নিশ্চয়বাচক : **এই, ই** ( he, it, this : স. এতদ্, ইদম্ )

মান্যাৰ্থত ( উভয় লিঙ্গত ) : এওঁ ( he : স. এতদ )

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | এওঁ, এখেত, ইমি | এওঁলোক, এখেতসকল ইসকল, আৰা, আৰাসব, আঁহা, ইমিৰা |
| ২। | এওঁক, এখেতক, ইমাক, ইত্যাদি। | এওঁলোকক, এখেতসকলক, ইসকলক, আৰাক, আৰাসৰক, আঁহাক, ইমিৰাক |

তুচ্ছাৰ্থত ( পু. বা ক্লী. লিঙ্গত ) : **ই** ( he, it, this : স. ইদম্ )

| | | |
|---|---|---|
| ১। | ই | ইহঁত, ইহঁতে, ইবিলাক, ইবিলাকে, ইবোৰ, ইবোৰে, ইগিলা, ইগিলাই |
| ২। | ইয়াক, ইত্যাদি। | ইহঁতক, ইবিলাকক, ইবোৰক, ইগিলাক |

তুচ্ছাৰ্থত ( স্ত্ৰীলিঙ্গত ) : **এই** ( she : স. এতদ্ )

| | | |
|---|---|---|
| ১। | এই | এইহঁতে |
| ১। | এইক, ইত্যাদি। | এইহঁতক |

৩২৪। পুৰণি অসমীয়া এই, ই ( he, it, this ) ( মান্যাৰ্থে—সকলো লিঙ্গত )

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | এহেঁ[1], এহোঁ[2], এন্তে[3], এহেন্তে[4]। | আহাঁ, আৰা[5], আৰাসৰ[6], এসৰা |
| ২। | আক[7], আৰ[8] | আহাঁক, আৰাক[9], আৰাসৰক, আসৰাক[10]। |
| ৩। | আৰ[11], আন, আহান[12] | আহাঁৰ[13] আৰাৰ, আৰাসৰৰ, আসৰাৰ, আথেৰ[14]। |

পুৰণি অসমীয়া এই, ই শব্দ ( তুচ্ছাৰ্থে—পু. আৰু স্ত্ৰী. লিঙ্গত )

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | ই[15], ইহা, এ, এয়ি, এহি[16] : | ইসৰ[17], ইহাৰা, এয়িসৰ[18], এসৰ[19], ইত্যাদি। |
| ২। | ইহাৰ[20], ইয়াক[21], এহি, ইহাক[22] আক[25] | ইসৰক[23], এইসৰ, এয়িসৰ (ক)[24] |
| ৩। | ইহাৰ, এৰ, ইহান[26] | ইসৰৰ, ইত্যাদি। |

---

১। আম্মিসৰ ভালে জানো এহেঁ পতিব্ৰতা শাস্ত্ৰী হেন নাৰী নাহি সীতা সম।—মা. ক.

২। ৰামৰ পৰম এহোঁ সখা মহা হিত।—মা. ক.

৩, ৪। যোগীগণে বোলে এহেন্তেসে ব্ৰহ্মতত্ত্ব।
কৃষ্ণ বংশে বোলে এন্তে কুলৰ দৈৱত।—শঙ্কৰ

৫, ৯। আৰা যদি আমাক মাৰে তথাপি আৰাক আমি মাৰিবে ইচ্ছা নকৰো। —ভ. দে.

৬। এই ছয় দোষে আৰাসৰ আততায়ী।—ভ. দে. ৭। আক আনৰ আগত নকহোঁ।—ভ. দে. ৮। আৰ নকাটিবি তই কৃষ্ণক নমাৰি।—শঙ্কৰ

১০। আসৰাক যুজে দুৰ্জয় মানে।—শঙ্কৰ ১১। যতেক ধোৰা নগৰীয়া আৰ।—শঙ্কৰ

১২। আহানে আগত মই, এক মায়া ধৰো আজি, যেন মতে যাহন্ত প্ৰত্যয়।—মা. কং.

১৩। মৰিল তনয় মোৰ আহাৰেসে দোষে।—শঙ্কৰ। ১৪। আথেৰ স্যদৰ যত লাগে মানে পাইলো।—দৈত্যাৰি

১৫। ই সত্য হয়।—ভ. দে.। মঞি কাতৰে যুদ্ধ এৰিলো ই নহে।—ভট্ট. দে.

১৬। এহি মতে যুড়িয়া সুন্দৰী।—শঙ্কৰ

১৭। ইসৰ মোত যেমন হয় তেমন কৰিবা।—ভ. দে.

১৮। এয়িসৰে মোৰ প্ৰকৃতি।—ভট্ট. দে.। ১৯। এসৰ ব্ৰহ্মৰূপ প্ৰজাসৰ মোত হন্তে হয়াছে।—ভ. দে.। ২০। নগৰৰ ৰাজ কৰি থেদাও ইহাৰ।—মা. ক.

২১। ইয়াক সাধুসৱে নতু কহে।—ভ. দে.। ২২। ইহাকেসে স্মৰন্তে প্ৰভু প্ৰাণ যায়।—শ. ২৩। জীৱন-মৰণ দৃষ্ট-অদৃষ্ট ইসৰকো মোকে মানি।—ভ. দে.

২৪। এয়িসৰ সংক্ষেপে মোত হন্তে শুনা।—ভট্ট. দে. ২৫। আকে তনি হৌক নিৰ্মল মতি।—শ. ২৬। ইহানে পাশতে গৈয়া নগৰী বসাইবো।—মা. ক.

পুৰণি অসমীয়া এই, ই শব্দ ( তুচ্ছাৰ্থে : স্ত্ৰীলিঙ্গত )

বৰ্তমানৰ দৰে

## (৩) দূৰবৰ্তী নিশ্চয়বাচক সৰ্বনাম

## ( Far demonstrative pronoun )

৩২৫। হিন্দী আদি প্ৰাকৃতিক ভাষাৰ দৰে দূৰাৰ্থক নিশ্চয়বাচক সৰ্বনাম—যেনে, হিন্দী উ, ওহ্, বহ্, বঙ্গলা ও, উনি—অসমীয়াত বৰ অসম্পূৰ্ণ। অসমীয়া সৌ, সেই সংস্কৃত অদস্ শব্দৰ অনুৰূপ। তাৰ ৰূপ তলত দিলো।

সৌ, সেই শব্দ ( স. অদস্ শব্দ : that )

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | সৌ, সেই | সৌবোৰ, সৌবিলাক, সেইবোৰ সেইবিলাক, সেইগিলা |
| ২। | তাক | সৌবোৰক, সেইবোৰক, ইত্যাদি। |
| ৩। | তাৰে, তাৰ দ্বাৰা, তাকদি | সৌবোৰেৰে, সৌবিলাকেৰে, সৌবোৰৰ দ্বাৰা, সৌবিলাকৰ দ্বাৰা, সেইবোৰেৰে, ইত্যাদি। |
| ৬। | তাৰ | সৌবোৰৰ, সৌবিলাকৰ, সেইবোৰৰ, সেই-বিলাকৰ, সেইগিলাৰ, ইত্যাদি। |

(ক) পুৰণি অসমীয়া উ বা উহা শব্দ ( স. অদস্ শব্দ : that )

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | উহা, ও | উহাঁ, উহাবা, ওসব, ওবা |
| ২। | উহাৰ, উহাক | উহাঁক, ওসবক, ওবাক, ইত্যাদি। |

(খ) পুৰণি অসমীয়া সেহি শব্দ ( স. অদস্ শব্দ : that )

| | | |
|---|---|---|
| ১। | সেহি, সেই | সেহিসব, সেসব |
| ২। | তাক, তাৰ | সেহিসবক, সেসবক, ইত্যাদি। |

## (৪) সাধাৰণ নিশ্চয়বাচক সৰ্বনাম

## ( General demonstrative pronoun )

সি, তাই, ( he, she, it : স. তদ্ শব্দ )

23 ৩২৬। এই সৰ্বনাম মান্তাৰ্থত 'তেওঁ' বা 'তেখেত' আৰু তুচ্ছাৰ্থত পুং-ক্লীব লিঙ্গত 'সি' আৰু স্ত্ৰীলিঙ্গত 'তাই' হয়।

### (ক) তেওঁ শব্দ ( স. তদ্ : he, she, it )

মান্যাৰ্থত—ত্ৰিলিঙ্গ

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | তেওঁ, তেখেত বা তেখেতে, তামি | তেওঁলোক, তেখেতসকল, তেওঁলোকে, তেখেতসকলে, তাঁহা বা তাহনা, তাহন, তাবা, তামিবা |
| ২। | তেওঁক, তেখেতক, তামাক | তেওঁলোকক, তেখেতসকলক, তাঁহাক ( বা তাহনাক ), তাবাক, তামিবাক |
| ৩। | তেওঁৱে, তেওঁৰ দ্বাৰা, তেওঁকদি, তেখেতেৰে তেখেতৰ দ্বাৰা, তেখেতকদি, তামাকদি | তেওঁলোকেৰে, তেওঁলোকৰ দ্বাৰা, তেওঁলোকেদি, ইত্যাদি। |
| ৬। | তেওঁৰ, তেখেতৰ, তামাৰ | তেওঁলোকৰ, তেখেতসকলৰ, তাঁহাৰ, তাবাৰ, তামিবাৰ |

দ্ৰষ্টব্য : তেখেত উজনিত আৰু তাহা, তামি, তাহন নামনিত চলে।

### (খ) সি শব্দ ( স. তদ্ : he, it )

তুচ্ছাৰ্থত—পুং-ক্লীবলিঙ্গত

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | সি | সিহঁত, সিহঁতে, তাহঁত, তাহঁতে, সিবিলাক, সিবিলাকে, সিবোৰ, সিবোৰে, সিগিলা, সিগিলাই, সিসব, সিসবে |
| ২। | তাক | সিহঁতক, তাহঁতক, সিবিলাকক, সিবোৰক, সিসবক, সিগিলাক |
| ৬। | তাৰ | সিহঁতৰ, তাহাঁতৰ, সিবিলাকৰ, সিবোৰৰ সিসবৰ, সিগিলাৰ, তাখেৰ, ইত্যাদি। |

### (গ) তাই শব্দ ( স. তদ্ : she )

তুচ্ছাৰ্থে—স্ত্ৰীলিঙ্গত

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | তাই | তাইহঁত, তাইহঁতে |
| ২। | তাইক | তাইহঁতক, ইত্যাদি। |

৩২৭। (ক) পুৰণি অসমীয়া **তেঁহো** শব্দ ( স. তদ্ : he, she, it )

মান্যাৰ্থে—ত্ৰিলিঙ্গ

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | তেহোঁ[1], তেহেঁ[2], তেন্তে[3], তেন্ত, তেঁ[4]। | তাৰা[5], তাহাৰা[6], তেসবো[7], তাৰাসৱ[8], তাহাৰাসৱ[9], তাহাৰাসকল[10], তামৰা[11], তাহাঁ, তেমৰা[12] |
| ২। | তেহোঁক, তেওঁক[13], তাহাক[14] | তাৰাক, তাসবাক[15], তাথেক[16], তামৰাসৱক[17]। |
| ৬। | তান[18], তাহান[19] | তাৰাৰ[20], তাসবাৰ[21], তাহাৰাসৱৰ[22] তাসৱাৰ[23], তাহাঁৰ[24] |

---

১। বশিষ্ঠৰ পুত্ৰ তেহোঁ ৰাঘৱৰ মিত্ৰ। মাঃ. ক.
২। তেহেঁ দ্ৰৌপদীৰ আগে কহন্ত সাক্ষাৎ।—মা. দে.
৩। অনাদি পুৰুষ তেন্তে জগত কাৰণ।—মা. ক.
৪। তেঁ পুচু দিল প্ৰদ্যায়।—দৈত্যাৰি
৫। তাৰাসে ভগৱন্তক বৈষম্য মানে।—ভট্ট. দে.
৬। বাটতে তাহাৰা দুইকো পাইলা দৰিশন।—মা. ক.
৭। তেসবো সেৱন্ত কৃষ্ণ চৰণ সাদৰি।—মা. দে.
৮। তাৰাসৱ যুদ্ধক সম্মুখি আছে।—ভ. দে.
৯। নভজে তাহাৰাসৱে কমন যুগুতি।—মা. দে.
১০। জগত পবিত্ৰ কৰে তাহাৰাসকল।—মা. দে.
১১। আপুনি গোড়ক গৈলা আসনত তামৰা দুইকে তুলিল।—দৈত্যাৰি
১২। তেমৰা যিটো কহিলা।—দৈত্যাৰি
১৩। প্ৰবোধ বদন তেওঁক কাতৰ কৰিল।—মা. ক.
১৪। তাহাক চাই নিবন্ধিলো পদ।—শঙ্কৰ
১৫। তাসবাক প্ৰণাম কৰিল বিদ্যমান।—মা. ক.
১৬। ৰবা বোলে তাথেক নলাগে মাতিবেক।—দৈ.
১৭। এহি বুলি তামৰাসৱক ৰাখিলন্ত।—দৈ.
১৮। তান শৰীৰ নাশ দেখি শোক কৰো।—ভট্ট. দে.
১৯। তাৰা তাহান প্ৰসাদে মুক্তি পায়।—ভট্ট. দে.
২০। কিছু কিছু তাৰাৰো মতকো নিবন্ধিবো।—ভট্ট. দে.
২১। তাসবাৰ মাজে দেৱী সংসাৰতে সাৰা।—মা. ক.
২২। কালো প্ৰভু নহে আৰ তাহাৰাসৱৰ।—মা. দে.
২৩। তাসৱাৰ তৈল মনোবাঞ্ছিত পূৰণ।—শঙ্কৰ
২৪। তাহাঁৰ চিত্তত আসি প্ৰবেশি অনন্ত।—মা. দে.

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ৭। | তাত[১], তাহাত[২], তাত[৩], তাহাত[৪] | তাসবাত, ইত্যাদি |

## (খ) পুৰণি অসমীয়া 'সি' ( he ) শব্দ

### তুচ্ছাৰ্থে—পুং-স্ত্ৰীৰ লিঙ্গত

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | সি[৫], সেহি[৬], সেয়ি[৭] | সিসব[৮], সিসকল, সেহিসব |
| ২। | তাক[৯], তাহাক[১০], তাক[১১], তাহাক[১২] | সিসবক, সেহিসবক। |
| ৬। | তাৰ[১৩], তাহাৰ[১৪] | তাসবাৰ, সিসবৰ, সেহিসবৰ, তাসৰ |

## (৫) সম্বন্ধবাচক সৰ্বনাম ( Relative pronoun )

### যি শব্দ ( স. যদ্ শব্দ : who, which )

৩২৮। (ক) পুং-স্ত্ৰীলিঙ্গৰ ৰূপ ক্লীবলিঙ্গৰ ৰূপতকৈ পৃথক। তিৰ্যক একবচনত পুং-স্ত্ৰীলিঙ্গত 'যা' আৰু ক্লীবলিঙ্গত যিহ্ হয়। বহুবচনত ত্ৰিলিঙ্গত একে আকৃতি—যি।

---

১। কৰোক ভকতি তাত পশিয়া শৰণ।—মা. দে.
২। তাহাত ভকতি নিতে, কৰাহা একান্ত চিত্তে।—মা. দে.
৩। বাযুধিক তৈল তাত বিশ্ৰুতি লক্ষণ।—দৈত্যাৰি
৪। তাহাতো তোমৰা কৰা সংশয়।—শঙ্কৰ
৫। সি সি মহাৰতি অতি তৈল কৃতকৃত্য।—মা. দে.
৬। সেহিসে হাতত মুকুতি পায়ে।—শঙ্কৰ
৭। সেয়ি মোৰ স্বৰূপ জানিবা।—ভ. দে.
৮। সিসব মোৰ মতে শ্ৰেষ্ঠ।—ভ. দে.
৯। ভজিলে তাকো নিস্তাৰত হবি।—শ.
তাক মহাৰথী বুলি।—ভ. দে.
১০। তাহাক কেমনে শৰে যুদ্ধ কৰিল।—ভ. দে.
১১। ই কৰ্মে তাক কৰিবেক কিস।—শ.
১২। তাহাক নিবাক প্ৰতি প্ৰবেশিলো বন। মা. ক.
১৩। তাৰ নাম শুনা।—ভ. দে.
১৪। তাহাৰ যুক্তি শুনা।—ভ. দে.

### যি শব্দ ( who )

পুং-স্ত্রীলিঙ্গত

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | যি, যোনে, যেয়ে, যোনি, যাঁই | যিসকল, যিবিলাক, যিবোৰ, যিসৱ, যিগিলা, যিবিলাকে, ইত্যাদি। |
| ২। | যাক | যিসকলক, যিবিলাকক, ইত্যাদি। |
| ৩। | যাৰে, যাৰ দ্বাৰা, যাকদি, ইত্যাদি। | যিসকলেৰে, যিসকলৰ দ্বাৰা, যিসকলেদি, ইত্যাদি। |

### যি ( যিহ্ ) শব্দ ( which )

ক্লীবলিঙ্গত

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | যি, যিহে | যিসকল, যিবিলাক, যিবোৰ. যিসৱ, যিগিলা. ইত্যাদি। |
| ২। | যিহক | যিসকলক, যিবিলাকক, ইত্যাদি। |

৩২৮। (খ) পুৰণি অসমীয়া যি শব্দ ( who, which )

ত্ৰিলিঙ্গত

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | যি, যোনি, জি[১], যে, জে[২], যেহি[৩], যাহা | যিসকল, যাৰা[৪], যাহাৰা, যাঁহা, যাহাৰা-সকল, যিসৱ, যেসৱ, জেসকল. জেসৱ, যেহিসৱ। |
| ২। | যাক, জাক, যাহ, যাহাক, যাহাঁহ | যিসকলক, যাৰাক, যাহাৰাসকলক, যিসৱক, যেসৱক, জেসৱক, যিসৱাক, ইত্যাদি। |
| ৫। | যাত হন্তে | যিসৱত হন্তে, যিসৱাত হন্তে, ইত্যাদি। |
| ৬। | যাৰ, জাৰ, যান, যাহান, যাহাৰ[৫] | যিসৱৰ, যিসবাৰ, যাঁহাৰ, যাৰাৰ, যাহাৰা-সৱৰ, ইত্যাদি। |

---

১। জি কাৰণৰূপে সকলোকে ব্যাপী আছে। —ভ. বে.

২। যে ৰাজন্ ভাৱৰ কামে মূঢ় হয়া ভজে। —ভ. বে.

৩। নজানে শাস্ত্ৰৰ নয় যেহি আসে তাকে কয়। —মা. বে.

৪। যাৰা তোমাক বড় বুলি সৎকাৰ কৰিছিল তাবাৰ আগত লঘু হইবা।—ভ. বে.

৫। যাহাৰ আছে পুণ্য অসংখ্যাত। —শঙ্কৰ

### (৬) পৰস্পৰ সম্বন্ধবাচক সৰ্বনাম ( Cor-relative pronoun )

**সেই শব্দ** ( স. অদস্ শব্দ : that )

৩২৯। ইয়াৰ ৰূপ ওপৰত দিয়া হৈছে ( § ৩২৫ )। 'সৌ' শব্দ ৰূপৰ পৰা বাদ দিলেই হ'ব।

### (৭) প্ৰশ্নবাচক সৰ্বনাম ( Interrogative pronoun )

৩৩০। **কোন শব্দ** (স. কিম্ : who )

ত্ৰিলিঙ্গ

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | কোন, কোনে, কুনি, কাঁয় | কোনবিলাক কোনবোৰ, কোনগিলা, কোনবিলাকে, কোনবোৰে, কোন-গিলাই |
| ২। | কাক | কোনবিলাকক, কোনবোৰক, কোনগিলাক |
| ৩। | কাৰে, কাৰ দ্বাৰা, কাকদি, ইত্যাদি। | কোনবিলাকেৰে, কোনবিলাকৰ দ্বাৰা, কোনবিলাকেদি, ইত্যাদি। |

**দ্ৰষ্টব্য :**—কুনি, কাঁয় আৰু গিলা নামনি আসামত হে চলে। তিৰ্যক একবচনত 'কা' আৰু বহুবচনত 'কোন' হয়। বাস্তবিকে পুং-স্ত্ৰীলিঙ্গত হে ওপৰত দিয়া ৰূপ খাটে। ক্লীবলিঙ্গত 'কোন' শব্দক বিশেষণ কৰি ক্লীবলিঙ্গবাচক সংজ্ঞা শব্দটোৰ ৰূপ কৰা হয়। যেনে, কোন গছ, কোন গছক, কোন গছেৰে, ইত্যাদি। বিলাক সম্ভ্ৰমাৰ্থে আৰু বোৰ আৰু গিলা তুচ্ছাৰ্থে ব্যৱহৃত হয়। ক্লীবলিঙ্গৰ অন্তৰ্ৰূপ—'কিহ্' তলত দেখা।

পুৰণি অসমীয়া **'কোন'** শব্দ ( উভয়লিঙ্গত )

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | কোন[1], কোনে[2], কুনি[3], কে | কোনসৱ[4], কাহাবাসৱ, কোনসৱে, কাহাৰা, কাহাবাসৱে |

---

১। তুমি অগ্ৰসৰণ কোন আৰু মোত কহা। —ভ. বে.
২। লক্ষ্মণ জীৱাৱ কোনে জানাহা ঔষধ। —মা. ক.
৩। মাধৱে বোলন্ত বানি বিহা কৰিবাক কুনি
পাৱে কন্যা মোৰ জোৰণৰ। —বৈ.
৪। কোনসৱ অভিশয় শ্ৰেষ্ঠ আৰু মোত কহা। —ভ. বে.

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ২। | কাক, কাহাক[1] | কোনসকলক, কাহাবাসকলক |
| ৩। | কাৰ, কাহাৰ | কাথেৰ[2], ইত্যাদি |

৩৩১। **'কিহ্'** শব্দ ( স. কিম্ : what, which )

ক্লীবলিঙ্গ—সকলো অৰ্থত

| বিভক্তি | একবচন | |
|---|---|---|
| ১। | কি, কিহে | বহুবচন নাই |
| ২। | কিহক | |
| ৩। | কিহেৰে, কিহেদি, কিহৰ দ্বাৰা, ইত্যাদি। | |

পুৰণি অসমীয়া কিস্ ( স. কিম্ : what, which )

| | | |
|---|---|---|
| ১। | কিসে, কিস্[3], কি[4]। | বহুবচন নাই |
| ২। | কিসক[5], কিক[6], কিস[7]। | |
| ৩। | কিসে দিয়া, কিসেৰ দ্বাৰা, কিসে, ইত্যাদি। | |

## (৮) অনিশ্চিত সৰ্বনাম ( Indefinite pronoun )

**'কোনো', 'কিছু'** ( any one any, some one )

৩৩২। অনিশ্চিত সৰ্বনাম 'কোনো'ৰ দুটা আকৃতি—কোনো ( হ্ৰস্ব, short ) আৰু 'কোনোবা' ( দীৰ্ঘ, long )। তলত ৰূপ দিয়া হল। কিন্তু একেলগে ৰূপ দিলেও 'কোনো'ৰ ঠাইত কোনোবা বা তাৰ বিপৰীত হয়।

---

১। কাহাক কোনেবা মাৰিতে পাৰয়
কাহাক ৰাখয় কুনি। —মা. ক.

২। কাঠেৰ এহেঁ বুলি কথা পুছিলন্ত। —দৈত্যাৰি

৩। হাহা বিধি আৰেসে কিসত কিস ভৈল। —মা. ক.

৪। কৃষ্ণ বিনে কি কৰে জীৱনে। —শঙ্কৰ

৫। কিসক তোমাৰ ভৈল হেন বুদ্ধি মোস। —মা. ক.

৬। শৰৎ মাগয় তাক নিদিবাহা কিক। —মা. ক.

৭। জগতৰে হৰি পৰম ঈশ। ই কৰ্মে তাক কৰিবেক কিস। —শঙ্কৰ

## কোনো, কোনোবা শব্দ ( any, any one )।

ত্ৰিলিঙ্গ

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | কোনো, কোনোৱে ( -এ ), কেও, কেৱে, কোনোবা, কোনোবাই, কাই | কোনোবিলাক, কোনোবোৰ, কোনোগিলা, কোনোবাবিলাক, কোনোবাবোৰ, কোনো-বাগিলা, কোনোবিলাকে, কোনোবাবিলাকে, ইত্যাদি। |
| ২। | কোনোক, কোনোবাক | কোনোবিলাকক, কোনোবাবিলাকক, কোনোবোৰক, কোনোবাবোৰক কোনো-গিলাক, কোনোবাগিলাক, ইত্যাদি। |

বিলাক সম্ভ্ৰমাৰ্থে আৰু বোৰ, গিলা তুচ্ছাৰ্থত ব্যৱহৃত হয়।

পুৰণি অসমীয়া কোনো বা কেহ ( any or any one )

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | কোনো, কোনোবা কেহ, কেহো[১], কেয়ো[২], কেঞো[৩], কেৱে[৪] | কোনোসব, কোনোবাসব, কোনোসৱে, কোনোবাসৱে |
| ২। | কোনোক, কোনোবাক কেহবাক, কোহোবাক | কোনোসবক, কোনোবাসবক, কেহবাসবক, ইত্যাদি। |

৩৬৩। **কিছু** শব্দ ( something )

ত্ৰিলিঙ্গ ( সকলো অৰ্থত )

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১। | কিছু, কিছুৱে | কিছুমান, কিছুমানে |
| ২। | কিছু, কিছুক | কিছুমানক |
| ৩। | কিছুৱে, কিছুৰে, কিছুদি, কিছুৰ দ্বাৰা। | কিছুমানেৰে, কিছুমানেদি, কিছুমানৰ দ্বাৰা, ইত্যাদি |

---

১। কেহো নেই মাৰ মোৰ কেহো তোলে নাঠি। —মা. ক.

২। সেই কৰ্মে কেয়ো বদ্ধ কেয়ো মুক্ত হয়। —ভ. ৰে.

৩। কেঞো অৱশেষ নৰহিব। —ভ. ৰে.

৪। মোৰ কৃপা বিনে মোক কেৱে নজানে। —ভ. ৰে.

৩৩৪। মূল ( Derivation )

প্ৰাকৃতত যদ্, তদ্ আৰু কিম্ শব্দ প্ৰথমাৰ বহুবচনত 'জে', 'তে' আৰু 'কে' হয় ( হেমচ. ৩।৫৮, ৭১ ) আৰু অপভ্ৰংশে প্ৰাকৃতত এতদ্ শব্দ প্ৰথমাৰ একবচনত 'এ' হয় ( হেমচ, ৪।৩৯৯ )। মাৰ্কণ্ডেয়ৰ মতে[১] যে, সে কে আদি প্ৰথমাৰ একবচন। হেমচন্দ্ৰৰ মতে[২] 'সে'টো ইদম্ বা এতদ্ শব্দৰ ৬ষ্ঠীৰ একবচন। তিৰ্য্যক আকৃতি বা ৬ষ্ঠীৰ ৰূপ প্ৰথমাতো ব্যৱহৃত হয় বুলি ওপৰত কোৱা হৈছে ( § ২৩০ )। এতেকে পুৰণি অসমীয়া জে, সে, কে, এ এইদৰে পোৱা গ'ল। আকৌ সংস্কৃত পৰিমাণবাচক সৰ্বনাম ইয়ৎ, তাবৎ, যাবৎ আৰু কিয়ৎ প্ৰাকৃতত যথাক্ৰমে এৱ, তেৱ, জেৱ, কেৱ বা 'এ'ৰ ঠাইত ই হলে, ইৱ, তিৱ, জিৱ, কিৱ হয় ( হেমচ. ৪।৪০৭, ৪০৮ )। অপভ্ৰংশ প্ৰাকৃতত এই শব্দবিলাকৰ পিচত তদ্ধিত প্ৰত্যয় 'ড়ু' ( § ৪৩৫ ) যোগ কৰিলে পৰিমাণবাচক সৰ্বনাম এৱড়ু, তেৱড়ু, জেৱড়ু আৰু কেৱড়ু হয় ( হেমচ. ৪।৪০৭ )। কিন্তু অপভ্ৰংশত এইবিলাক সচৰাচৰ পৰিমাণবোধক সৰ্বনাম স্বৰূপে ব্যৱহৃত নহয়; সাধাৰণ ব্যক্তিবাচক সৰ্বনামৰ দৰে হে ব্যৱহৃত হয় ( হেমচ. ৪।৩৬১, ৩৯৫ )। পাঞ্জাবীত এ, তে, জে আদিত 'ড়ু'ৰ ড়া যোগ কৰি এড়া, তেড়া, জেড়া আদি শব্দ সিদ্ধ কৰে। অসমীয়াতো সেইদৰে 'ড়ু'ৰ ঠাইত 'ৰা' যোগ কৰি আৰু এ, তে আদিৰ একাৰৰ ঠাইত বিকল্পে আকাৰ কৰি এৰা, আৰা, তেৰা, তাৰা আদি পদ সিদ্ধ কৰা হয়। পুৰণি অসমীয়াত এ, সে, জে আৰু কে ব্যৱহৃত হৈছিল। কিন্তু বৰ্ত্তমানত আৰু কেতিয়াবা পুৰণিতো একাৰৰ ঠাইত ইকাৰ হৈছে আৰু ই, সি, যি বা জি আৰু কি বিশেষকৈ চলে। আন আন প্ৰাকৃতিক ভাষাতো এ, সে, জে আৰু কে ব্যৱহৃত হয়। তাৰ লগত তিৰ্য্যক একবচনৰ চিন 'হ' ( অৰ্থাৎ অপভ্ৰ. 'হো' বা 'হু'-ৰ সংকোচিত আকৃতি, § ২৩১ ) যোগ হলে পুৰহিন্দীত ( তিৰ্য্যক আকৃতি ) এহ্, তেহ্, জেহ্ আৰু কেহ্ হয়। পুৰণি অসমীয়াতো এই ৰূপ আছিল। বৰ্ত্তমান অসমীয়াত ইহ্ (?), তিহ্ (?), যিহ্, কিহ্ হয়। আকৌ আন প্ৰাকৃতিক ভাষাত এ, তে আদি ৰূপত তিৰ্য্যক বচনৰ আকৃতি 'ন্হ' যোগ কৰি এন্হ, তেন্হ আদি শব্দ সিদ্ধ

১। Hornle Comp. Grammar, P. 290. ২। হেমচ. ৩।৮১

কৰে[১]। এই 'ন্হ' বাস্তৱিকে পালি ৬ষ্ঠীৰ বহুবচন সন্[২] (যেনে, তেসানন্, তেসন্, এতেসন্, ইমেসন্ বা ইমেসনন্, অমুসন, অমুসনন্, যেসন্ বা যেসনন্, ইত্যাদি), মা. প্রা. আহঁ, অপভ্র. হুম্, 'হ্ম'ৰ সংকোচিত আকৃতি। স্বার্থিক প্রত্যয় 'অ' যোগ কৰিলে ই 'ন্হা' হয়। অসমীয়াত পালি আৰু মা. প্রা-ৰ অনুকৰণে ন্না বা 'হাঁ'ৰ ঠাইত হ্না হয় আৰু এহ্না (আহ্না), তেহ্না (তাহ্না) বা আহাঁ, তাহাঁ আদি পদ সিদ্ধ হয়। তির্যক আকৃতি হি যোগ কৰিলে অসমীয়াত এহি, সেহি, যেহি, কেহি হয় আৰু তাৰ 'হ' লোপ কৰিলে এই, সেই, কেই আদি শব্দ ওলায়।

(ক) ইদম্ শব্দ প্রাকৃতৰ প্রথমাৰ একবচনত ইমো, ইমে আৰু ইমা হয় (হেমচ. ৩।৭২)। তাত ৰা (বা ড়া) প্রত্যয় যোগ কৰিলে নামনি অঞ্চলৰ ইমিৰা পদ পোৱা যায়। সেইদৰে 'তামিৰা', 'তিমিৰা' শব্দও সিদ্ধ হৈছে। ইমি শব্দ 'ইমে'ৰ ৰূপান্তৰ।

(খ) প্রাকৃতত ৬ষ্ঠীৰ একবচনত তদ্, যদ্ আৰু কিম্ শব্দৰ ৰূপ যথাক্রমে তীসে, তীঅ, তীআ, তিস্স, তিই, তীএ; জীসে, জীঅ, জীআ, জিই, জীএ, জিস্স; কীসে, কীঅ, কীআ, কিই, কীএ, কিস্স হয় (হেমচ. ৩।৬৪)। তাৰ পৰা অসমীয়া কি, কিহে, তিহে, যিহে আদি ৰূপ হৈছে ('স্'ৰ ঠাইত হ আৰু ই লোপ)।

(গ) অপভ্রংশ প্রাকৃতত কিম্ শব্দ কৱণ (হেমচ. ৪।৩৬৭), কৱণু (হেমচ. ৪।৩৯৫) হয়। তাৰ পৰা পূ. হিন্দী কৱণ, কউন, আৰু কৌন আৰু অসমীয়াত কোন আৰু কুনি হৈছে। সেই অনুকৰণে যদ্ শব্দৰ ৰূপ অসমীয়াত যোন, যোনি হৈছে। বঙ্গালী তিনি, উনি আদি ৰূপো এইদৰে ওলাইছে। প্রাকৃত 'কৱণ', 'কউণ'ৰ মূল স. 'কো পুনঃ' বুলি বোধ হয়। স. কো পুনঃ = প্রা. কো + উণ = কৱণ বা কউন। সেইদৰে যো পুনঃ = জৱণ, জউণ। তাৰ পৰা অসমীয়া কোন, কুনি, যোন, যোনি ওলাইছে।

(ঘ) ঈদৃশ (this like), তাদৃশ (such like) ইত্যাদি শব্দ সংস্কৃত গুণবাচক সৰ্বনাম। অপভ্রংশ প্রাকৃতত ইবিলাকৰ ৰূপ এহ এহো এহু, তেহ তেহো তেহু, জেহ জেহো জেহু, কেহ কেহো কেহু হয় (হেমচ.

---

১। Hornle Comp. Grammar § 368 (5).

২। Kachchayono's Pali Grammar by Mason §§ 122—126.

৪।৪০২ )। কিন্তু অপভ্ৰংশ প্ৰাকৃতত ইহঁত ব্যক্তিবাচক সৰ্বনাম স্বৰূপে ব্যৱহৃত হয়। যেনে, এতদ্ শব্দৰ পুং-স্ত্ৰী-ক্লীবলিঙ্গত অপভ্ৰংশত সাধাৰণ ৰূপ এহ, এহো, এহু[১]। প্ৰাকৃতিক সকলো ভাষাত এই শব্দবিলাকৰ ৰূপান্তৰিতভাৱে ব্যৱহাৰ আছে। যেনে, পুৰণি অসমীয়া কেহ, কেহো আৰু বৰ্তমান অসমীয়া কেও। এহ, তেহ, জেহ, কেহ আদিত তিৰ্যক বহুবচনৰ প্ৰত্যয় 'ন্হ' যোগ কৰিলে এহ্নো, তেহ্নো, জেহ্নো, কেহ্নো বা ব্যত্যয় হলে এহোঁ, তেহোঁ, জেহোঁ (?), কেহোঁ (?) পোৱা যায়। কাহ শব্দ 'কেহ'ৰ ৰূপান্তৰ।

(ঙ) সংস্কৃত কিম্ শব্দ অপভ্ৰংশ প্ৰাকৃতত কাঁই আৰু কৱন হয় ( হেমচ. ৪।৩৬৭, ৩৪৯ )। যদ্ শব্দৰ ক্লীবলিঙ্গৰ প্ৰথমা আৰু দ্বিতীয়াৰ বহুবচন 'যানি'ৰ ৰূপ প্ৰাকৃতত 'যাঁই' হয় ( হেমচ. ৩।২৬ )। ইয়াৰ পৰাই অসমীয়া কাঁই আৰু যাঁই শব্দ ওলাইছে। বৈদিকত 'কায়' শব্দ প্ৰশ্নবোধক সৰ্বনামৰ ৬ষ্ঠী বিভক্তিত ব্যৱহৃত হোৱা দেখা যায়[২]।

(চ) অপভ্ৰংশ প্ৰাকৃতত তদ্ শব্দৰ স্ত্ৰীলিঙ্গৰ ৩য়াৰ একবচনত 'তাএ' হয় ( হেমচ. ৪।৩৭০ )। তাৰ পৰা অসমীয়া স্ত্ৰীলিঙ্গৰ ৰূপ 'তাই' আহা অসম্ভৱ নহয়। কিন্তু প্ৰাকৃত তৃতীয়াৰ ৰূপ অসমীয়া প্ৰথমাত প্ৰয়োগ হোৱা দেখা নাযায়। তিৰ্যক আকৃতি 'তা'ৰ লগত অসমীয়া ১মাৰ একবচনৰ বিভক্তি 'ই' যোগ হলেও 'তাই' শব্দ ওলাব পাৰে। কিন্তু তিৰ্যক আকৃতিত প্ৰথমাৰ বিভক্তি সাধাৰণতঃ যোগ নহয়। তামিল 'তাই' বা তেলেগু 'তালি' ( =mother ) শব্দৰ পৰা অসমীয়া 'তাই' ওলোৱাটো হে বেচি সম্ভৱ।

(জ) সংস্কৃত তদ্, যদ্ আৰু কিম্ শব্দ প্ৰাকৃতত ৬ষ্ঠীৰ বহুবচনত তাস, যাস, কাস হয় ( হেমচ. ৩।৬৩ )। তাত স্বাৰ্থিক প্ৰত্যয় 'অ' ( অৰ্থাৎ ক ) যোগ কৰিলে তাসা, যাসা, কাসা বা অসমীয়াত তাহা, যাহা, কাহা হয়। এই শব্দবিলাক পুৰণি অসমীয়াত তিৰ্যক আকৃতি স্বৰূপে ব্যৱহৃত হৈছিল। যেনে, তাহা-ক, যাহা-ক, কাহা-ক, তাহা-ৰ ইত্যাদি। তাস, যাস, কাস শব্দৰ 'স' ইৎ হলে তা, যা, কা থাকে। ইবিলাকো তিৰ্যক আকৃতিৰূপে অসমীয়াত ব্যৱহৃত হয়। যেনে, তা-ক, তাৰ, যাক, ইত্যাদি। তাস, যাস, কাস শব্দ

---

১। এতদঃ স্ত্ৰীপুংক্লীবে এহ এহো এহু।—হেমচ. ৪।৩৬২

২। Macd. V. Grammar. § 118 (b)

অপভ্ৰংশ প্ৰাকৃতত তাসু, যাসু, কাসু হয় ( হেমচ. ৪।৩৫৮ )। ইহঁতৰ 'সু' লোপ হলেও অসমীয়া তিৰ্যক আকৃতি পোৱা যায়। সংস্কৃত ইদম্ শব্দৰ ষষ্ঠীৰ একবচনত প্ৰাকৃতত অস্স আৰু ইমস্স হয় ( হেমচ. ৩।৭৪)। 'ইমস্স'ৰ ম আৰু স্স হঁৎ হলে 'ইআ' থাকে। সেয়ে অসমীয়া তিৰ্যক আকৃতি। যেনে, ইয়াক ( ইআক ), ইয়াৰ, ইয়াত, ইত্যাদি। তিৰ্যক আকৃতি যে ষষ্ঠীৰ বিভক্তি তাক ওপৰত কোৱা হৈছে ( § ২৪১ )। এতদ্ শব্দ প্ৰাকৃতত ইঅম্ হৈছিল ( হেমচ. ২।২০৪ )[১]। এই ইঅম্-ৰ পৰা ইআ ( =ইয়া ) ওলোৱা সম্ভৱ। 'যিবা', 'কিবা' আদি ৰূপ অপভ্ৰংশ প্ৰাকৃতৰ অনুৰূপ ( হেমচ. ৪।৩৩০ )।

# ষোড়শ আধ্যা

## বিশেষণ-সৰ্ব্বনাম ( Pronominal adjective )

৩৩৫। সৰ্ব্বনামৰ পৰা ওলোৱা পৰিমাণ বা গুণবাচক বিশেষণ বা অনিশ্চিত বিশেষণৰ নাম বিশেষণ-সৰ্ব্বনাম। তলত পৰিমাণ আৰু গুণবাচক বিশেষণ সৰ্ব্বনামৰ নমুনা দিয়া হল।

### পৰিমাণবাচক ( Quantitative )

| সৰ্ব্বনাম | পূব হিন্দী বিশেষণ-সৰ্ব্বনাম | অসমীয়া বিশেষণ-সৰ্ব্বনাম |
|---|---|---|
| এই | অতেক, এতেক, অতিনা এতনা, অতহত | এতেক, ইমান, অতনা, অত ( this much ) |
| সি | ততেক, তেতেক, ততিনা, তেতনা, ততহত | তেতেক, তিমান, সিমান, ততনা, তত, সেইমান ( that much ) |
| যি | জতেক, জেতেক, জতিনা, জেতনা, জতহত | জেতেক, যিমান (জিমান), যতনা, যত, যেই ( what much ) |

১। যেনে, প্ৰা. অয়্যো কহণূ ইঅম্—স.—অয়্যো কথং যেতৎ।

| সর্ব্বনাম | পুব হিন্দী | অসমীয়া |
|---|---|---|
| কি | কত্তেক, কেত্তেক, কত্তিনা কেত্তনা, কত্তহত্ত | কেত্তেক, কিমান, কত্তনা, কত, কেই (how much) |

**গুণবাচক ( Qualitative )**

| | | |
|---|---|---|
| এই | অইসন, এহিন, এহস্থ, ঐন্‌হ এন্‌হ, এনা, ইনা | এনা, এনে, এনেকুৱা, এহুৱা, এইচা, এইয়া ; পু.—এন্‌হ, এন্‌হা, এহ্ন, এহ্না এমন ( like this ) |
| সি | তইসন, তৈহিন, তেহস্থ, তহিন, তেহন, তেন্‌হ, তিনা, তেনা | তেনা, তেনে, তেনেকুৱা, তেহুৱা, সেহুৱা ( ? ), তেইচা, সেনা, সেনে, সেইয়া ; পু.—তেহ্ন, তেহ্না, তেহ্ন, তেহ্না, তেমন ( like that ) |
| যি | জইসন, জৈহিন, জেহস্থ, জহিন, জেহন, জৈন্‌হ, জিনা, জেনা | যেনা ( জেনা ), যেনে ( জেনে ), যেনেকুৱা, যেহুৱা ( জেহুৱা ), যেইচা (জেইচা), যেইয়া ; পু.—যেন্‌হ (জেন্‌হ), যেন্‌হা (জেন্‌হা), যেহ্ন ( জেহ্ন ), যেহ্না ( জেহ্না ), যেমন ( like what : as ) |
| কি | কইসন, কৈহিন, কেহস্থ, কহিন, কেহন, কেন্‌হ, কিনা, কেনা | কেনা কেনে, কেনেকুৱা, কেহুৱা, কেইচা ; পু.—কেন্‌হ, কেন্‌হা, কেহ্ন, কেহ্না, কেমন ( like what : of what sort ) |

৩৩৬। **মূল ( Derivation )**

(ক) সংস্কৃত ইয়ৎ ( বৈদিক ইবৎ ), তাবৎ, যাবৎ, কিয়ৎ ( বৈ. কিবৎ ) ( so large or so much &c ) আদি পৰিমাণবাচক সর্ব্বনাম প্রাকৃতত এত্তিঅম্, এত্তিলম্, তেত্তিঅম্, তেত্তিলম্, জেত্তিঅম্, জেত্তিলম্, কেত্তিঅম্, কেত্তিলম্ হয় ( হেমচ. ২।১৫৭ ) আৰু অপভ্রংশ প্রাকৃতত এত্তিলো, এত্তিউ, তেত্তিলো, তেত্তিউ, জেত্তিলো, জেত্তিউ, কেত্তিলো কেত্তিউ হয় ( হেমচ. ৪।৩৪১, ৩৯৫, ৩৮৩ )। প্রাকৃতত দীর্ঘাকৃতি ( long form § ২৮৪ ) এত্তিঅও, তেত্তিঅও

আদি ৰূপ হয়। মাগধী প্ৰাকৃতত এত্তিএ, এত্তিঅ, এত্তিই, তেত্তিএ, তেত্তিঅ, তেত্তিই আদি হ্ৰস্ব আকৃতি ( short form ) আৰু এত্তিঅএ, এত্তিঅকে, এত্তিঅকএ আদি দীৰ্ঘাকৃতি হয় ( বৰ. ১১।১১ )। ইসৱৰ ভিতৰত এত্তিঅম্, এত্তিঅ, তেত্তিঅম্, তেত্তিঅ আদিৰ পৰা উৰিয়া—এতে, তেতে, বঙ্গালী—এত, তত আৰু অসমীয়া—অত, তত ইত্যাদি ওলাইছে। মা. প্ৰা. এত্তিঅকে সংকোচিত হৈ পূব হিন্দীত এতিক আৰু অসমীয়াত এতেক হৈছে। অপভ্ৰংশ এত্তিলো, তেত্তিলো আদিৰ ল-ৰ ঠাইত 'ন' হোৱাত ( §§ ১০১।১৫৬ ) পূ. হি. এতনা, অতিনা, তেতনা, ততিনা, অসমীয়া—অতনা, ততনা আদি হৈছে। যতনা, কতনা আদিৰ কথাও তেনে। অসমীয়া ইমান্ শব্দ 'ই'ৰ পিচত বহুবচনৰ চিন 'মান' [ §§ ২২৪ (২) ] যোগত লব্ধ। অসমীয়া যেই ( জেই ) আৰু 'কেই' শব্দ সংস্কৃত যতি, কতি আৰু প্ৰাকৃত আৰু অপভ্ৰংশ জই, কই ( হেমচ. ২।২০৪ ; ৪।৩৭৬, ৪২০)ৰ ৰূপান্তৰ। ইয়াত 'ক' প্ৰত্যয় ন্যূনাৰ্থক ( diminutive )। এই 'ল' আৰু 'ন' প্ৰত্যয় বাস্তৱিকে স্বাৰ্থিক ( § ৪৩৪ )।

(খ) সংস্কৃত গুণবাচক বিশেষণ-সৰ্বনাম ঈদৃশঃ, তাদৃশঃ, যাদৃশঃ, কীদৃশঃ শব্দ প্ৰাকৃতত এৰিসো, তাৰিসো, জাৰিসো, কেৰিসো ( হেমচ. ১।১৪২ ) আৰু অপভ্ৰংশ প্ৰাকৃতত অইসো, তইসো, জইসো, কইসো হয় ( হেমচ. ৪।৪০৩ )। তাৰ পৰা অসমীয়া এইচা, তেইচা, যেইচা আৰু কেইচা হৈছে। অপভ্ৰংশ এৱড্ডু, তেৱড্ডু, জেৱড্ডু, কেৱড্ডু ( § ৩৩৪ )ৰ 'ৱ' লোপ হলে এড্ডু, তেড্ডু, জেড্ডু, কেড্ডু হয়। 'ড়'ৰ ঠাইত 'ল' হলে ( § ১৫০ ) ইবিলাকৰ ৰূপ এলু, তেলু, জেলু, কেলু আৰু 'ল'ৰ ঠাইত 'ন' হলে ( §§ ১০১।১৫৬ ) হলে এন্নু, তেন্নু, জেন্নু, কেন্নু হয়[১]। তাৰ পিচত স্বাৰ্থিক প্ৰত্যয় 'অ' (=ক ) যোগ হলে এন্নুঅ, তেন্নুঅ, ইত্যাদি হয় বা স্বাৰ্থিক ডবল অঅ ( =কক ) প্ৰত্যয় যোগ হলে এন্নুঅঅ, তেন্নুঅঅ ইত্যাদি=এন্নুআ ( এন্নুৱা ), তেন্নুআ ( তেন্নুৱা ), জেন্নুআ ( যেন্নুৱা ), কেন্নুআ ( কেন্নুৱা ) হয়। অপভ্ৰংশৰ এৱড়ু, তেৱড় আদিৰ ৰূপ মা. প্ৰাকৃতত এৱড়ে, এৱড়, তেৱড়ে, তেৱড় ইত্যাদি হয়। তাত ওপৰত কোৱা নিয়মে 'ড়'ৰ ঠাইত 'ন' কৰিলে এনে, এনা, তেনে, তেনা আদি ৰূপ হয়। এই ড়, ৰ, ল আৰু ন বাস্তৱিকে স্বাৰ্থিক প্ৰত্যয় ( § ৪৬৪ )। অসমীয়া এনেকুৱা, তেনেকুৱা ( এনেকুআ, তেনেকুআ ) আদি ৰূপ আচঅতে

১। Cf. also Hornle, Comp. Grammar, § 458

এনে + কুআ, তেনে + কুআ ( কঅম্ = কৃতং, হেমচ. ১।১২৬ ; কয়া বা কআ = কৃতা, হেমচ. ২।২০৪ ; কাউণ = কৃতঃ, হেমচ. ৪।২১৪ = done)ৰ ৰূপান্তৰ। সংস্কৃত ৱৎ, মৎ, বৈদিক ৱন্তু, মন্তু, প্ৰা. বংতে, মংতে হয় আৰু বিশেষণ উলিয়াবলৈ এই প্ৰত্যয়ৰ ব্যৱহাৰ হয়। সংস্কৃত এতদ্, তদ্ আদি সৰ্বনাম প্ৰাকৃতত এ, তে, আদি হয় বুলি ওপৰত কোৱা হৈছে ( § ৩৩৪ )। এই, এ, তে আদি শব্দৰ পিচত মন্তু প্ৰত্যয় যোগ কৰিলে এমন্তু, তেমন্তু আদি শব্দ ওলায়। ইবিলাকৰ 'ত' লোপ হলে পুৰণি অসমীয়া, এমন, তেমন আদি শব্দ পোৱা যাব পাৰে। কিন্তু বাস্তৱিকে এম, তেম আদি শব্দত স্বাৰ্থিক 'ন' যোগ হলে এই শব্দবিলাক পোৱা যায় [ § ৩৩৯ (৮) ]। অসমীয়া আপুন শব্দৰ মূল সংস্কৃত আত্মন্ শব্দ। ই স্বয়ং অৰ্থত প্ৰাকৃতত অপ্পণো হয় ( হেমচ. ২।২০৯ ; § ৩২২ দেখা )। ঠিক ওপৰৰ অৰ্থতে বৈদিকত 'এনা' ( this sort of ) শব্দ পোৱা যায় ( ঋক্ ১।৩০।৩ )।

৩৩৭। ইয়াৰ বাহিৰে তলত লিখা শব্দবিলাকো বিশেষণ-সৰ্বনাম ৰূপে ব্যৱহৃত হয়।

| সংস্কৃত | প্ৰাকৃত | অসমীয়া |
|---|---|---|
| একঃ ( one ) | এক্কো | এক, এ |
| দ্বিস্থতঃ ( second ) | দুসলিএ | দোচোৰা, দুচৰা |
| সৰ্বঃ ( all ) | সব্বো | সব |
| সাৰ্বঃ, সাৰিতঃ (completed, all) | সাৰও (?) | চাৰা |
| সৰ্বঃ ( all ) | পালি—সব্প | চপা |
| সমুচ্চয়ঃ ( all ) | সমুচ্চও | সমুচা |
| অপৰঃ ( other ) | অৱৰে, অৱৰ | আৰু |
| অন্যঃ ( other ) | অন্নো | আন |
| কিংচিৎ খলু ( some-thing ) | কিংচিহু | কিছু |
| কতিপয়ম্ ( some, a few ) | কইঅৱম্ | কেইবা |
| অত্যায়ঃ ( whole ) | অত্তাএ | আত্তাই, আটাই |
| এককলঃ, | এক্কলো | একল, |
| একলঃ ( single, alone ) | | অকল ইত্যাদি। |

ইয়াৰ বাহিৰে অপৰ, অমুক, উভয়, কিঞ্চিত্, পৰ, প্ৰত্যেক, প্ৰতি, যুগল, স্বয়ং আদি তৎসম শব্দ ও বিশেষণ-সৰ্বনামৰূপে ব্যৱহৃত হয়।

# সপ্তদশ আধ্যা

## ক্রিয়াবিশেষণ ( Adverb )

৩৩৮। যি পদে ক্রিয়াক ( § ৩৪১ ) বিশেষকৈ বুঝায় তাৰ নাম ক্রিয়া-বিশেষণ ( adverb )। যেনে, তুৰন্তে আহিবা—ইয়াত 'তুৰন্তে' ক্রিয়া-বিশেষণ। সংজ্ঞা, সর্ব্বনাম, সংখ্যাবাচক শব্দ বা কৃদন্ত পদৰ পৰা ক্রিয়াবিশেষণ ওলাব পাৰে ; নাইবা পৃথক কিছুমান শব্দ স্বাভাবিকে ক্রিয়াবিশেষণস্বৰূপে ব্যৱহৃত হব পাৰে। ক্রিয়াবিশেষণ শব্দক কালবাচক, স্থানবাচক আৰু লক্ষণবাচক—এই তিনি ভাগত বিভক্ত কৰিব পাৰি। সর্ব্বনাম-ক্রিয়াবিশেষণ উল্লেখযোগ্য। তাৰ ৰূপ তলত দিলো।

১। সর্ব্বনাম-ক্রিয়াবিশেষণ ( Pronominal adverbs )

(ক) কালবাচক সর্ব্বনাম ( Pronominal adverbs of time )

| সর্ব্বনাম | সংস্কৃত | হিন্দী | পু. অসমীয়া | অসমীয়া |
|---|---|---|---|---|
| নিশ্চয়বাচক ( Demonstrative ) | ইদানীং | অব, অথনী, এখন, এহিয়া, অবে, আবে | এবে, আবে, এখন, ঐসানি | অথন, অথনি, এতিয়া, এতিয়ান, এথন, এলা ( now ) |
| সম্বন্ধবাচক ( Relative ) | যদা | জব, জখনী, জহিআ, জেখনি, জখন, জবে | যৈসানি ( জৈসানি ) যবে, যেবে, (জবে, জেবে), জখন | যেতিয়া ( জেতিয়া, জেতিআ ), যেতিয়ান ( জেতিয়ান ), জেহনি, যাহানি, জেখন, জেলা ( when ) |
| পৰস্পৰ সম্বন্ধবাচক ( Correlative ) | তদা | তব, তখনী, তহিআ, তেখনি, তখন, তবে | তৈসানী, তেবে, তবে, তখন | তেতিয়া ( তেতিআ ), তেতিয়ান, তেহনি, তাহানি, তেখন, তেলা ( then ) |

| সৰ্বনাম | সংস্কৃত | হিন্দী | পু. অসমীয়া | অসমীয়া |
|---|---|---|---|---|
| প্ৰশ্নবোধক ( Interrogative ) | কদা | কব, কখনী, কহিআ, কখন | কৈসানি, কবে, কখন | কেতিয়া ( কেতিআ ), কেতিয়ান, কাহানি, কেহনি, কেখন ( when ) |

(খ) স্থানবাচক ক্ৰিয়াবিশেষণ ( Pronominal adverbs of place )

| সৰ্বনাম | সংস্কৃত | হিন্দী | পু. অসমীয়া | অসমীয়া |
|---|---|---|---|---|
| নিশ্চয়বাচক | অত্ৰ, ইহ | য়হাঁ, য়হাঁ, হিঁআ, উহাঁ, ইহাঁ, ইঠ্ৱাঁ, এতিয়াঁ, ইঠয়াঁ, এতে, এতয়, ইধৰ | ঐত, এতে, আতে, এথা, হেথা, এহাঁ | ই'ত, এনি, ইলৈ, এহেলৈ, এতে, আতে, ইয়ালৈ, ইহাই, ইয়াত ( here ) |
| সম্বন্ধবাচক | যত্ৰ | জঁহা, জেঠিআঁ, জতয়, জতে, জেঠয়াঁ, জেঠৱাঁ, জিধৰ | জৈত ( যৈত ), জাতে, জাহাঁ, জেথা, জহিঁ | য'ত ( জ'ত ), যেনি, যলৈ, যতে ( জতে ), যাতে ( জাতে ), জহাই ( where ) |
| পৰম্পৰ সম্বন্ধ-বাচক | তত্ৰ | তহাঁ, তেঠয়াঁ, তেঠৱা, তৈঠিআঁ, ততয়, ততে, তিধৰ | তৈত, তাতে, তাহাঁ, তহিঁ, সেথা ( তথা ) | ত'ত, তেনি, তলৈ, তেহেলৈ, ত'তে, তাতে, তহাই, তাত, সহাই ( there ) |
| প্ৰশ্নবাচক | কুত্ৰ | কহাঁ, কেঠয়াঁ, কেঠৱাঁ, কেঠেন, কেঠা, কেঠাই, কেঠয়াঁ, কতয়, কতে, কিধৰ | কৈত, কাহাঁ, কোথা, কতি, কতু, কহিঁ | ক'ত, কেনি, কলৈ, কেহেলৈ, কতু, কহাই ( where, ) |

জহাই, সহাই আদি নামনিত চলে।

24

(গ) প্ৰকাৰবাচক ক্ৰিয়াবিশেষণ ( Pronominal adverbs of manner )

| সৰ্বনাম | সংস্কৃত | হিন্দী | পু. অসমীয়া | অসমীয়া |
|---|---|---|---|---|
| নিশ্চয়বাচক | ইত্থম্ এবং | য়ূঁ, এহ্‌নাই, এহিনা, এহন, এনা | এনা, এমনে, এমতে, এনে | এনা, এনে, এনাই, এনেই (thus, so, in this manner) |
| সম্বন্ধবাচক | যথা | জ্যুঁ, জেহ্‌নাই, জহিনা, জেহন, জেনা | যেনা, যেনে, যেমনে, যেমতে ( জেনা, জেনে, জেমনে, জেমতে ), যথা | যেনা, যেনে, যেনাই (জেনা, জেনে, জেনাই) (as, in which manner) |
| পৰস্পৰ সম্বন্ধবাচক | তথা | ত্যুঁ, তেহ্নাই, তহিনা, তেহন, তৈনা | তেনা, তেনে, তথা, তেমনে, তেমতে | তেনা, তেনে তেনাই, তেনেই তেও, তেন্তে, (so, thus) |
| প্ৰশ্নবোধক | কথম্ | ক্যুঁ, কেহ্নাই, কহিনা, কেহন, কেনা, কিঅ | কেন, কিঅ (কিয়), কেনে, কেমনে, কিমতে | কেনা, কেনে, কিঅ, (কিয়) (how, in what way) |

৩৩৯। মূল ( Derivation )

(ক) সৰ্বনাম-ক্ৰিয়াবিশেষণৰ মূল বিশেষণ-সৰ্বনামৰ অনুৰূপ ; কেৱল ইয়াত শব্দটোক ৭মী বিভক্তিত ৰাখিব লাগে। এই ৭মী বিভক্তিৰ আকৃতি অপভ্ৰংশ প্ৰাকৃতৰ ‘হে’ বা ‘হি’ ( § ২৭৬ ) অৰ্থাৎ ‘এ’ বা ‘ই’। কেতিয়াবা আকৌ এই বিভক্তিৰ আগত স্বাৰ্থিক প্ৰত্যয় ‘অন্’ যোগ কৰা হয় ( §৪৩৪ )। সাধাৰণতঃ পৰিমাণবাচক বা গুণবাচক বিশেষণ-সৰ্বনামৰ অনুৰূপ ৰূপ ক্ৰিয়া-বিশেষণৰো আকৃতি হয় ; কেৱল এই স্বাৰ্থিক প্ৰত্যয় আৰু ৭মী বিভক্তি যোগ হয়। সংস্কৃত ইয়ৎ ( ইৱৎ : § ১৮৯ ) তাৱৎ, যাৱৎ, কিয়ৎ ( কিৱৎ ), মা. প্ৰাকৃত এত্তিঅএ, তেত্তিঅএ, আদিৰ পৰা অসমীয়া কালবাচক সৰ্বনাম-ক্ৰিয়াবিশেষণ এতিআ ( এতিয়া : now ), তেতিয়া ( তেতিয়া : then ), জেতিআ ( যেতিয়া : when ), কেতিআ ( কেতিয়া : when ) ওলাইছে ( § ৩৩৬ দেখা )। ইয়াত কেৱল শেষৰ ‘ই’ লোপ হৈছে।

(খ) সংস্কৃত ইয়ৎ (বৈ. ইয়ৎ), তাৱৎ আদিৰ প্ৰাকৃত ৰূপ এৱ,..তেৱ, জেৱ, কেৱ (§ ৩৩৪)ৰ 'ৱ' লোপ হলে এ, তে, জে, কে থাকে। তাত সংস্কৃত ক্ষণ (moment)=অসমীয়া খন[১] যোগ কৰিলে এখন (now), তেখন (then), জেখন (when) আৰু কেখন (when) শব্দ পোৱা যায়।

(গ) সংস্কৃত এৱং, তথা, যথা আৰু কথম্ শব্দৰ অপভ্ৰংশত এম্ৱ, যেম্ৱ আদি ৰূপ হয় (হেমচ. ৪।৬৭৬, ৪১৮) আৰু সেই শব্দবিলাকৰ পাচত ৭মী একবচনৰ বিভক্তি হিং বা হি (=ইং বা ই) যোগ হয় (হেমচ. ৫।৪২০, ৪২১)। তেতিয়া সিইঁতৰ, আকৃতি, এম্ৱইং, এম্ৱই, তেম্ৱইং, তেম্ৱই আদি হয়। সিইঁতৰ 'ম' লোপ হলে এৱে (now), তেৱে (then), জেৱে, যেৱে (when), কেৱে (when) (§ ৬৯) হয়।

(ঘ) প্ৰাকৃত এৱ, তেৱ, জেৱ, কেৱ বা অপভ্ৰ. এম্ৱ, তেম্ৱ, জেম্ৱ আৰু কেম্ৱ-ৰ সংকোচিত আকৃতি এ, তে, জে, কে-ৰ পিচত স্বাৰ্থিক প্ৰত্যয় 'অন্' যোগ হলে (§ ৪৩৪) আৰু তাৰ পাচত সপ্তমী বিভক্তি 'ই' (অপভ্ৰ. 'হি') যোগ হলে অসমীয়া এনি (this way, in this direction), তেনি (in that direction) আদি শব্দ পোৱা যায়। কিন্তু 'ই' যোগ নকৰি 'এ' (অপভ্ৰ. 'হে' § ২৪০ দেখা) যোগ কৰিলে এনে (thus, like this), তেনে (like that), জেনে (like what) বা সিইঁতৰ ৰূপান্তৰ এনা, তেনা, জেনা, কেনা শব্দ ওলায়। এই কথালৈ মন কৰিব লাগে যে এনা (in this way),[২] তেনা (therefore)[৩] আদি শব্দ বৈদিকৰ সময়ত এই অৰ্থৰ ক্ৰিয়াবিশেষণ স্বৰূপে ব্যৱহৃত হৈছিল।

(ঙ) এৱ, তেৱ, জেৱ, কেৱ বা এম্ৱ, তেম্ৱ, জেম্ৱ, কেম্ৱ-ৰ সংকোচিত আকৃতি এ, তে, জে, কে-ত অপভ্ৰংশ ষষ্ঠী বিভক্তিৰ চিন 'হে' যোগ কৰিলে এহে, তেহে, জেহে, কেহে হয় আৰু তাৰ পিছত ৪ৰ্থী বিভক্তি 'লাগি', (=লৈ) যোগ কৰিলে এহে+লাগি=এহেলৈ, তেহে+লাগি=তেহেলৈ আদি ৰূপ হয়। চতুৰ্থী বিভক্তিৰ পদ হলেও ইসৱৰ ব্যৱহাৰ ক্ৰিয়াবিশেষণৰ অনুৰূপ।

---

১। ক্ষণ উৎসৱে, হেমচ. ২।২০ (চণো, খণো)।

২। Macd. Vedic Grammar, § 178 (3)

৩। Macd. Vedic. Grammar, § 180

(চ) সংস্কৃত ইয়ৎ ( ইৱৎ ), কিয়ৎ, যাৱৎ, তাৱৎ এই কেইটি ৱৎপ্ৰত্যয়ান্ত শব্দ প্ৰাকৃতত মৎপ্ৰত্যয়ান্ত হয় ( হেমচ. ২।১৫৯ )। এইদৰে ইমৎ, কিমৎ, জেমৎ, তেমৎ শব্দ পোৱা যায়। তাত ৭মী বিভক্তি 'এ' যোগ কৰিলে অসমীয়া ক্ৰিয়াবিশেষণ ইমতে, কিমতে, জেমতে, ( যিমতে ), তেমতে ( সিমতে ) ওলায়।

(ছ) সংস্কৃত ততঃ, যতঃ, কুতঃ, অতঃ অপভ্ৰংশ প্ৰাকৃতত তহাঁ, জহাঁ, কঁহা, অহাঁ (?) হয় ( হেমচ. ৪।৩৫৫ ) এইবিলাক শব্দ ৱাস্তৱিকে ৫মীৰ পদ। কিন্তু ইহঁতৰ অৰ্থ স্থানবোধক অৰ্থাৎ ৭মী বিভক্তিযুক্ত পদ। এই অহাঁ, তহাঁ, জহাঁ, কহাঁ শব্দ পুৰণি অসমীয়াত কেতিয়াবা ব্যৱহৃত হৈছিল। বৰ্তমান নামনি আসামত এই শব্দবিলাকৰ পিচত ৭মী বিভক্তি 'ই' যোগ কৰি ক্ৰিয়াবিশেষণ স্বৰূপে ব্যৱহাৰ কৰা হয়; যেনে, অহাঁই ( hither ), তহাঁই বা সহাঁই ( thither ), জহাঁই ( whither ), কহাঁই ( whither )।

(জ) সংস্কৃত অত্ৰ, তত্ৰ, যত্ৰ, কুত্ৰ শব্দ প্ৰাকৃতত ইত্থ্, এত্থ্, ইত্তো, তত্তো, জত্তো, কত্থ হয় ( হেমচ. ২।১৬০, ৪।২৬৫,৩২৩ )। অসমীয়া অ'ত, ত'ত, য'ত, ক'ত আৰু পু. অসমীয়া ঐত, তৈত, জৈত, কৈত ( here, there, where ) শব্দ তাৰ পৰা আহিছে। এত্থ, জেত্থ, কেত্থু, ( হেমচ, ৪।২৬৫, ৩৩০,৪০৫ )ৰ পৰা, এথা, যেথা, কোথা শব্দ ওলাইছে। এতে, আতে, তাতে আদিও এত্থু, তত্তো আদিৰ ৰূপান্তৰ।

(ঝ) সংস্কৃত ঈদৃশঃ, তাদৃশঃ, যাদৃশঃ, কীদৃশঃ শব্দৰ অপভ্ৰংশ প্ৰাকৃতত অইসো, কইসো আদি ৰূপ হয় ( হেমচ. ৪।৪০৩ )। তাত স্বাৰ্থিক প্ৰত্যয় 'অণ্' আৰু ৭মী বিভক্তি 'ই' ( অপভ্ৰ. 'হি' ) যোগ কৰিলে ঐসানি, অইসানি, তৈসানি, তইসানি, যৈসানি (জইসানি), কৈসানি, কইসানি শব্দ পোৱা যায়। কাহানি, কেহ্নি, তাহানি, তেহ্নি আদি শব্দ ইসবৰ ৰূপান্তৰ মাথোন ( §§ ১৩৭,১৬৫ )।

(ঞ) সংস্কৃত ইদানীম্ শব্দ প্ৰাকৃতত এন্হিম্, এত্তাহে, ইআনিম্ হয় ( হেমচ. ২।১৩৪ )। 'এত্তাহে'ৰ সংকোচিত আকৃতি 'এথ' বা 'অথ'; তাত স্বাৰ্থিক প্ৰত্যয় অন্ বা ণ ( § ৪৩৪ ) যোগ কৰিলে এথন, অথন ( now ) হয়। তাৰ পিচত ৭মী বিভক্তি 'ই' যোগ কৰিলে এথনি, অথনি ( now ) শব্দ পোৱা যায়।

(ট) সংস্কৃত কথং তথা যথা শব্দ অপভ্ৰংশ প্ৰাকৃতত তেম, তিহ, তিধ,

তিম, কেম, কিহ, কিধ, কিম আদি ৰূপ হয় ( হেমচ. ৪।৪০১ )। তাৰ পৰা তেৱঁ, তিহ, তিধ, তিৱঁ-ও হয় ( হেমচ, ৪।৩৯৭ )। 'তেৱঁ'ৰ পৰা অসমীয়া তেও ( still ) ওলাইছে। কিহৰ পৰা অসমীয়া কিয়, কিহেৰ পৰা কিয়ে ওলাইছে ( হেমচ. ৪।৪০১ )। অথবা কিম্ শব্দৰ ৭মীৰ একবচনত প্ৰাকৃত কিস্= স. কিস্, কিহ হয় ( হেমচ ৩।৬৮ )। 'তেম'ৰ 'অ' লোপ হলে আৰু তাত অসমীয়া ৭মী বিভক্তি 'তে' যোগ হলে অসমীয়া 'তেন্তে' শব্দ পোৱা যায় ( হে. ৪।৪০১ )। এম, তেম আদিত স্বাৰ্থিক ণ ( বা অন ) যোগ কৰিলে এমন ( this sort of ), এমনে ( in this way ), তেমন, তেমনে আদি পু. অসমীয়া শব্দ পোৱা যায়।

## ২। অন্যান্য ক্ৰিয়াবিশেষণ
## ( Other adverbs )

৩৪০। ইয়াৰ বাহিৰে সংজ্ঞা, কৃদন্ত, সংখ্যাবাচক আৰু বিশেষণ শব্দৰ পৰা ওলোৱা বহুত ক্ৰিয়াবিশেষণ আছে। সিবিলাকৰ আভাস তলত দিলো। ইয়াত দেখা যাব যে প্ৰায় ক্ৰিয়াবিশেষণেই সংজ্ঞা, বিশেষণ আদিৰ ৭মী বিভক্তিযুক্ত পদ। সংজ্ঞা, বিশেষণ আদিৰ পাচত 'কৰি' বা 'কৈ' শব্দ যোগ কৰিও ক্ৰিয়াবিশেষণৰ কাম কৰা হয়; যেনে, ভালকৈ পঢ়িবা।

(ক) **কালবাচক ক্ৰিয়াবিশেষণ** ( Adverbs of time )

ততালিকে ( স. তৎকালিকে **instantly, immediately : lit. at that moment** )।

তিতকালে ( স. তৎকালে **instantly** )।

আজি ( স. অদ্য, প্ৰা. অজ্জ **to-day** )।

আথাকে ( স. অত্যংতিকে, প্ৰা. অত্তম্হিকে (?) **coming in quick succession** )।

কালি ( স. কল্যং, কল্লি, **tomorrow** অপভ্ৰংশ কল্লে, কল্লি, **yesterday** )।

পৰহি ( স. পৰঃ + শ্বস্, অপভ্ৰ. পৰসহুঁ **day before yesterday or day after tomorrow** )।

তুৰন্তে ( স. তূৰ্ণম্ quickly, speedily প্ৰা. তুৰমন্তো, তুৰবমন্তো )।
বিয়লি ( স. বিকালঃ, প্ৰা. বিআলো afternoon )।
আগে, আগেয়ে ( স. অগ্ৰে, অপভ্ৰ. অগ্গই in front of, before )।
পাচে, পিচে ( পাছে, পিছে ) ( স. পশ্চাৎ, পশ্চে, অপভ্ৰ. পচ্ছই at the back of, behind, later : § ৪০৬ দেখা )।
নিতৌ ( স. নিত্যম্, প্ৰা. নিত্তম্ every day, often )।
পুনবায় ( স. পুনৰ্হি, প্ৰা. পুণেৰহিং again : § ৪০৭ )।
ফিৰ ( স. পুনৰ্ again )।
বাৰে বাৰে ( স. বাৰম্বাৰম্ again and again )।
লাহে লাহে ( স. লাস্যম্ লাস্যম্, প্ৰা. লাসং লাসং lit. dancing slowly )।
সদা, সদাই ( স. সদা, সদাহি always )।
সম্প্ৰে, সম্প্ৰো, সাম্প্ৰহতে ( স. সম্প্ৰম্, বৈ. সম্প্ৰশ্চিত্ for the present )।
সোনকালে ( স. সমকালম্ in equal time ; soon ), ইত্যাদি।
তৎসম শব্দ, যেনে, কদাচিৎ, কদাপি, তৎকাল, তৎক্ষণাৎ ( তৎক্ষণম্ ) অকস্মাৎ, হঠাৎ, পূৰ্বে, শীঘ্ৰে, ধীৰে, কচিত্ ইত্যাদিও ব্যৱহৃত হয়।

(খ) **স্থানবাচক ক্ৰিয়াবিশেষণ** ( Adverbs of place )

বাইজে ( স. বাহ্যে, প্ৰা. বাজ্ঝে external, exterior : § ৪০৬ )।
পাৰে, সিপাৰে ( স. পাৰে on the opposite bank )।
পাজৰে ( স. প্ৰ+√চৰ্, প্ৰা. পঞ্চৰএ at a distance )।
পাশে ( স. পাৰ্শ্বে by the side of : § ২৭৬ দেখা )।
বাহিৰে ( স. বহিস্, প্ৰা. বাহিৰএ outside : § ৪০৬ )।
ভিতৰে ( স. অভ্যন্তৰে, প্ৰা. অব্ভিংতৰে in the interior, inside )।
উপৰে, ওপৰত ( স. উপৰি above )।
নীচে ( স. নীচৈস্ beneath, below, down ), ইত্যাদি।
তৎসম অন্যত্ৰ, সৰ্বত্ৰ, যত্ৰ, তত্ৰ আদিও চলে।

(গ) **লক্ষণবাচক ক্ৰিয়াবিশেষণ** ( Adverbs of manner )

একলে, অকলে ( § ৩৩৭ ; alone ).

জানো
জন্নু
জনোৱা
[ স. জ্ঞাতম্, √জ্ঞা ; প্রা. জাণিউম্ known ; অ. জানো I doubt I know : জান্ ধাতু ; জানোৱা=জানো+ৱা। স. জানামি, অপভ্র. জাণউম্ ( হেমচ. ৪।৩৯১ ) ; I know ; অ. জানোঁ ]।

হেনো
হুনু
( স. ঈদৃশঃ, § ৪০৬ক ; as if )।

বিলগে
বেলেগে
( স. বি+লগ্ন, অপভ্র. বিলগ্গি separate, adv. separately )।

বেগাই
বেগতে
( স. বেগঃ speed ; বেগে with speed )।

ভালে ভালে,
ভালেতো
ভালেহে
(স. ভদ্রকে ; অপভ্র. ভল্লএ ; well ; বৈদিক ভল indeed)।

বৰ ( স, ৱড় ; great, large অপভ্র. বড্ডা ) ; ইত্যাদি।

তৎসম শব্দ অধিক, অত্যন্ত, নিৰন্তৰে, পৰম্পৰ আদিও ব্যৱহৃত হয়।

(ঘ) **ইচলামিক ক্রিয়াবিশেষণ** ( Adverbs of Arabic and Persian origin )

জৰুৰ ( immediately ), জলদি ( quickly ), আস্তে আস্তে ( ৰাস্তে ৰাস্তে ( slowly ), খালি ( only ), খাতিৰে ( owing to, on account of ), বদলে, বদলি ( in exchange for ), বাবে ( বাবৎ on account of ) আদি অসমীয়াত প্রচলিত আছে।

(ঙ) **দেশজ ক্রিয়াবিশেষণ**

লেখিয়া ( -আ ) ( ছুটীয়া লাকিআ, like, this sort of ), আকৌ ( খা. নাকৌ, again ), দেই ( ছুটীয়া দেই now ) আদিও অসমীয়াত প্রচলিত আছে।

# অষ্টাদশ আধ্যা

## ক্রিয়া ( Verb )

## ধাতু ( Root )

৩৪১। **ধাতু** ( Root )

গমন, কম্পন, চলন আদি অৰ্থবোধক শব্দৰ নাম ক্রিয়া ( verb )। ইসবৰ প্রকৃতি ( crude form )ৰ নাম ধাতু ( root )। যেনে, হ্, যা, কৰ্ ইত্যাদি। অসমীয়া ক্রিয়াৰ অনুজ্ঞাৰ ( দ্বিতীয় পুৰুষ একবচনৰ ) আকৃতিয়ে ধাতুৰো আকৃতি। যেনে, তই কাম কৰ—ইয়াত 'কৰ্' এই শব্দ অনুজ্ঞাবোধক ক্রিয়া ( verb )। ই ধাতুৰো আকৃতি অৰ্থাৎ ইয়াত ধাতুটোৰ নাম 'কৰ্'। ধাতুৰ আকৃতি একে থাকে, কিন্তু ক্রিয়াৰ আকৃতি বিভক্তি যোগত লৰচৰ হয়; যেনে, কৰোঁ, কৰিলো, কৰিম ইত্যাদি ক্রিয়া আৰু ইবিলাকৰ ধাতু কৰ্। ধাতুত যি বিভক্তি যোগ হয় তাৰ নাম ক্রিয়া-বিভক্তি ( verbal affix )।

### ১। যৌগিক ধাতু ( Primary Roots )

৩৪২। **তৎসম, তদ্ভব আৰু দেশজ ধাতু**

মূল ধাতু তিনি বিধ—তৎসম, তদ্ভৱ আৰু দেশজ ( § ২১০. )। তৎসম ধাতু অসমীয়াত অতি কম। এনে ধাতু অৱশ্যে লিখা ভাষাত কিছু পৰিমাণে পোৱা যায়; যেনে, পূজ্, চিন্ত্, পীড়্, গণ্, বচ্ ইত্যাদি। কিন্তু সৰহভাগ অসমীয়া ধাতুই তদ্ভৱ ধাতু। যদিও বহুত তদ্ভৱ ধাতুৰ স্বৰ-বিকৃতিৰ নিয়মে মূল সংস্কৃত ধাতুৰ পৰা অল্প পৰিবৰ্তন ঘটিছে তথাপি সিহঁত সংস্কৃতৰ পৰা নামিছে বুলি অনায়াসে ধৰিব পাৰি, কিয়নো সিহঁতৰ গঢ় মূল সংস্কৃতৰ পৰা বেচি লৰচৰ হোৱা নাই। তেনে ধাতুক সিদ্ধ ধাতু ( §২১০ ) বুলিব পাৰি। যেনে. কৰ্ ( do ), স. কৃ; ঘূৰ্ ( to turn ), স. ঘূৰ্ণ্; হাঁহ্ ( to laugh ), স. হস্ ইত্যাদি সিদ্ধ ধাতু। আন কিছুমান তদ্ভৱ ধাতু সংস্কৃতৰ পৰা আদিতে আহিলেও সিহঁত

বাস্তৱিকে সংস্কৃতৰ পৰা নামিছে বুলি হঠাতে চিনিব নোৱাৰি। সিবিলাকক সাধ্যমান ধাতু বুলিব পাৰি ; যেনে, ফাল্ (to split), স. পাট্ ; উঘাল্ (to uproot), স. উৎ + √ঘট্ ; পাহৰ্ (to forget), স.—প্র + √ স্মৰ্ ; পোৰ্ (to burn), স.√ প্লুষ্ ; সাঙোৰ্ (to tie together) স. সম্ + √ঘট্ ; বহ্ (to sit), স. উপ + √বিশ্ বা √বিশ্ ; ভুল্ (to forget), স. বি + √ হ্বল, ইত্যাদি। দেশজ ধাতু অতি কম ; যেনে, বমলিয়া (to make a collective cawing noise in flying overhead), নগা—বমলা (to gather as cloud)। এইবিলাক মৌলিক ধাতু (Primary roots)।

৩৪৩। **তদ্ভৱ ধাতুৰ মূল** (Origin of Tadbhava roots)

তলত লিখা কাৰণে অসমীয়া তদ্ভৱ ধাতুৰ আকৃতি সংস্কৃতৰ পৰা লবচৰ হয় :—

(১) স্বৰ-বিকৃতিৰ নিয়মে বৰ্ণ-পৰিবৰ্তন (phonetic degeneration)।

(২) সংস্কৃত বিভক্তি অসমীয়া ধাতুত ৰক্ষণ (assimilation of Sanskrit class-suffixes)।

(৩) সংস্কৃত গণৰ অসমীয়াত পৰিবৰ্তন (change of Gana or class)।

(৪) বাচ্য পৰিবৰ্তন (change of voice)।

৩৪৪। **বৰ্ণ পৰিবৰ্তন** (Phonetic degeneration)

সংস্কৃত ধাতু প্ৰাকৃতৰ মাজেদি বা আন ৰকমে প্ৰাকৃতিক ভাষালৈ নামোতে সাধাৰণতঃ স্বৰ-বিকৃতিৰ নিয়মে সিহঁতৰ অঙ্গৰ পৰিবৰ্তন ঘটে। এই পৰিবৰ্তন বিশেষকৈ আদি আৰু অন্ত্য বৰ্ণত ঘটে। সংস্কৃত ভ্বাদি, দিবাদি আদি গণ-বিলাকৰ নিজ নিজ প্ৰত্যয় যোগ হওঁতে ধাতুৰ অন্ত্য বৰ্ণ মাজত পৰে আৰু সন্ধি বা স্বৰ-বিকৃতিৰ নিয়ম অনুসাৰে সেই মাজত পৰা ব্যঞ্জনৰ পৰিবৰ্তন বা লোপ হয়। যেনে, সংস্কৃত 'চি' ধাতু ; তাত স্বাদিগণীয় প্ৰত্যয় 'নু' যোগ কৰিলে 'চিনু' (চিনো) হয় আৰু তাৰ পিচত লট্ তি যোগ কৰিলে 'চিনোতি' হয়। প্ৰাকৃতত 'চিনোতি'ৰ ঠাইত চিণই আৰু অসমীয়াত 'চিঙে' (he plucks) অৰ্থাৎ 'নু'ৰ ঠাইত 'ঙ' হয় আৰু ধাতুটো 'চিঙ্' হয়। সেই দৰে স. 'কৃষ্' ধাতু (to plough) ; তাত ভ্বাদিগণীয় 'অ' প্ৰত্যয় যোগ হলে 'কৰ্ষ' হয় আৰু তাৰ পাচত লট্ তি যোগ কৰিলে কৰ্ষতি (he ploughs) হয় আৰু প্ৰাকৃতত

কড়্‌ঢই, কৰিসই আৰু অসমীয়াত 'কঢ়ায়' হয়। সেইদৰে স. 'প্ৰচ্ছ্' ধাতু ( to ask ), পৃচ্ছতি ( তুদাদিগণীয় ), প্ৰা. পুচ্ছদি, পুচ্ছই, অসমীয়া পুছে ( পুছ্ ধাতু ): স. √নৃৎ ( to dance ), নৃত্যতি ( দিবাদি গণীয় ), প্ৰা. ণচ্চই, অ. নাচে ( নাচ্ ধাতু ); স. √মন্থ ( to churn ), মথ্নাতি ( ক্ৰ্যাদিগণীয় ), প্ৰা. মংথই, অ. মথে ( মথ্ ধাতু ); স. √পিষ্ ( to grind ), পিনষ্টি ( ৰুধাদিগণীয় ), প্ৰা. পীসই, অ. পিহে ( পিহ্ ধাতু ); স.√অস্ ( to be ), অস্তি ( অদাদিগণীয় ), প্ৰা. অত্থি, আসি, অ. আছে ( আছ্ ধাতু ), ইত্যাদি। ধাতুৰ আদিতে থকা ব্যঞ্জনবৰ্ণৰ কদাচিত হে পৰিবৰ্তন হয়; যেনে, স. √ঘট্ ( to shape ), প্ৰা. ঘঢ়েই, গড়েই অ. গঢ়ে ( গঢ়্ ধাতু )। উপসৰ্গ যোগ হলে আদি ব্যঞ্জন বৰ্ণ শব্দৰ মাজত পৰে। তেতিয়া সেই মধ্যবৰ্ত্তী ব্যঞ্জনৰ পৰিবৰ্তন বা লোপ হয়। যেনে. স. উদ্+√গৄ ( to spit out ), প্ৰা. ওগ্গালই, অস. ওকালে ( ওকাল্ ধাতু ); স. সম্+√স্মৃ ( to remember, to call to mind ), প্ৰা. সম্ভৰ, সম্ভল, অস. চম্ভাল্, ইত্যাদি। কেতিয়াবা কেৱল একব্যঞ্জনযুক্ত শব্দৰ ব্যঞ্জনবৰ্ণৰ পৰিবৰ্তন ঘটে; যেনে, স. √ভূ ( to be ) ভৱতি, প্ৰাকৃত হুৱই, হোই, অস. হয় ( হ ধাতু )। সেইদৰে সংস্কৃত মূল ধাতুৰ স্বৰবৰ্ণৰো পৰিবৰ্তন ঘটে; যেনে, স. √অৰ্হ্ ( to worship ), অৰ্হতি, প্ৰা. অৰিহই, অস. অৰিহে ( অৰিহ্ ধাতু ); স. উৎ+√স্থা ( to rise ), উত্তিষ্ঠতি, প্ৰা. উট্ঠই, অস. উঠে ( উঠ্ ধাতু ); স. √ছুপ্ ( to touch ), ছুপতি, প্ৰা. ছিৱই, অস. ছোৱে ( ছো ধাতু ), ইত্যাদি। স্বৰ-বিকৃতিৰ নিয়ম ওপৰত দেখা ( §§ ৯৭-২০৮ )।

## ৩৪৫। সংস্কৃত গণৰ বিশেষ প্ৰত্যয় অসমীয়া ধাতুত ৰক্ষণ
### ( Assimilation of Sanskrit class-suffixes )

সংস্কৃত ধাতুবিলাক ১০ শ্ৰেণী বা 'গণ'ত বিভক্ত। প্ৰতি গণৰ বিলগ বিলগ বিশেষ প্ৰত্যয় আছে। লট্ ( Present ), লোট্ ( Imperative ), লঙ্ ( Imperfect ) আৰু বিধিলিঙ্ ( Potential )—এই চাৰি বিভক্তিত নিম্নলিখিত প্ৰত্যয় হয়।

(১) ভ্বাদিগণীয় ধাতুৰ উত্তৰ 'শপ্'; যেনে, ভূ+শপ্ (=অ)+তি= ভৱতি ( exists )।

(২) অদাদিগণীয় " " 'শপ্'; যেনে, অদ্+শপ্ (=০)+তি= অত্তি ( eats )।

(৩) হ্বাদিগণীয় " " 'শ্লুঃ'; যেনে, হু+শ্লুঃ (=দ্বিত্ব)+তি= জুহোতি ( sacrifices )।

(৪) দিবাদিগণীয় " " 'শ্যন্'; যেনে, দিৱ্+শ্যন্ (=)য+তি= দীব্যতি ( shines )।

(৫) স্বাদিগণীয় " " 'শ্নু'; যেনে, সু+শ্নু (=নু)+তি= সুনোতি ( bathes )।

(৬) তুদাদিগণীয় " " 'শ'; যেনে, তুদ্+শ (=অ)+তি= তুদতি ( strikes )।

(৭) ৰুধাদিগণীয় " " 'শ্নম্'; যেনে, ৰুধ্+শ্নম্ (=ন)+তি= ৰু+ন+ধ্+তি=ৰুণদ্ধি (holds up);

(৮) তনাদিগণীয় " " 'উ'; যেনে, তন্+উ+তি=তনোতি ( spreads )।

(৯) ক্র্যাদিগণীয় " " 'শ্না'; যেনে, ক্রী+শ্না (=না)=ক্রীণাতি ( buys )।

(১০) চুৰাদিগণীয় " " 'ণিচ্'; যেনে, চুৰ্+ণিচ্ (=ণি=ই=অ (এ))+তি=চোৰি+তি=চোৰ্+অ+তি=চোৰয়তি ( steals )।

আন কাল অৰ্থাৎ লিট্, লুঙ্ আদিত গণসবৰ এই বিশেষ প্ৰত্যয় নহয়। কেৱল সেই সেই কালৰ বিশেষ প্ৰত্যয় যোগ হোৱাৰ পাচত শুদা ধাতুতে বিভক্তি যোগ কৰি ধাতুৰ ৰূপ কৰা হয়। যেনে, স. পত্ ধাতু ( to fall লিট্ 'অ'=পপাত। প্ৰাকৃতত কেতিয়াবা সংস্কৃত গণৰ বিশেষ প্ৰত্যয় যোগ কৰা হয় আৰু এই যোগত লব্ধ পৰিবৰ্তিত ধাতুটোকে এটা মূল ধাতুৰূপে গণ্য কৰি তাৰ সকলো কালতে ৰূপ কৰা হয়। প্ৰাকৃতিক ভাষাবিলাকত প্ৰায় সদা সৰ্বদা এইদৰে সংস্কৃত গণৰ বিশেষ প্ৰত্যয় ধাতুটোত ৰক্ষা কৰি আৰু তাকে মূলধাতু স্বৰূপে গণ্য কৰি ৰূপ কৰা হয়। যেনে, অস. কিন্ ( to purchase ), প্ৰা. কিণ্, স. ক্রী; ইয়াত সংস্কৃত ক্র্যাদিগণীয় ধাতুৰ বিশেষ প্ৰত্যয় 'না' প্ৰাকৃত আৰু অসমীয়া মূল ধাতুত ৰক্ষিত হৈছে। অস. কিনে

( he purchase ) প্ৰা. কিণেই ( কাত্যা. ৭।২৭ ). স. ক্ৰীণাতি। তেনেকৈ অস্. বুজ্ বা বুঝ্ ( to understand ), প্ৰা. বুঝ্, স. বুধ্। ইয়াত দিবাদিগণীয় য প্ৰত্যয় যুক্ত থকাৰ নিমিত্তে 'ধ্য'ৰ ঠাইত প্ৰাকৃতত 'জ্ঝ' আৰু অসমীয়াত 'জ' হৈছে। যেনে, স. বুধ্যতি ( understands ), প্ৰা. বুজ্ঝই ( হেমচ. ৪।২১৭ ), অস. বুজে। অস. ভুঞ্জ ( to eat, to enjoy ), প্ৰা. ভুম্জ্, স. ভুজ্। ইয়াত ৰুধাদিগণীয় 'ন' প্ৰত্যয়ৰ ঠাইত প্ৰাকৃতত 'ম' আৰু অসমীয়াত 'ঞ' হৈছে; যেনে, স. ভুনক্তি, ভুঙ্ক্তে, প্ৰা. ভুম্জই ( হেমচ. ৪।১১০ ), অস. ভুঞ্জে ( he eats )। এই নিয়ম প্ৰাকৃতিক ভাষাবিলাকত প্ৰায় সদাই খাটে বুলি ভাবিবৰ আৰু এটি কাৰণ আছে। প্ৰায় সকলো প্ৰাকৃতিক ভাষাই অপভ্ৰংশৰ মাজেদি নামিছে আৰু অপভ্ৰংশ প্ৰাকৃতত সংস্কৃতত ব্যৱহৃত নোহোৱা গণৰ বিশেষ প্ৰত্যয়ো কেতিয়াবা পোৱা যায়। যেনে, স. শ্ৰূয়তে ( is head ), অপভ্ৰ. সুণ্ণই, সুণিজ্জই; স. শ্ৰূয়ন্তে, অপভ্ৰ, প্ৰাকৃত সুণিজ্জন্তি; অস. শুনা যায়; স. শ্ৰুত্বা, অপভ্ৰ. সুণিউণ ( হেমচ. ৪।২৪১ ), সোউণ, অস. শুনি। ইয়াত সংস্কৃত 'ন' প্ৰত্যয় সংস্কৃত ধাতুটোত ব্যৱহৃত নহলেও অপভ্ৰংশত হৈছে। সেইদৰে, স. হূয়তে ( হু ধাতু to worship ), অপভ্ৰ. হুণিজ্জএ ( হেমচ. ৪।২৪২ ); স. জ্ঞায়তে ( জ্ঞা ধাতু to know ), প্ৰা. জাণীঅই; স. জ্ঞাত্বা, অপভ্ৰ. জাণিউণ ( হেমচ. ৪।৭ ); স. জ্ঞায়ন্তে, অপভ্ৰ. জাণিজ্জন্তি, অস. জানা যায় ( it is known ); স. জ্ঞাপয়তি, প্ৰা. জাণাৱেই ( হেমচ. ৩।১৪৯ ), অস্. জানাৱে, জনায়, জানায় ( he causes to know )। হিন্দী, অসমীয়া আদি প্ৰাকৃতিক ভাষাত এই নিয়ম তাতো বেচি।

৩৪৬। **গণ-পৰিবৰ্তন** ( Change of class )

সংস্কৃত ১০ গণৰ চিন প্ৰাকৃতত প্ৰায় নোহোৱা হল আৰু প্ৰাকৃতিক ভাষবিলাকত একেবাৰে তাৰ চিন মৰিল। সংস্কৃত ভ্বাদি, তুদাদি আৰু চুৰাদিগণীয় ( বা প্ৰথম, ষষ্ঠ আৰু দশম গণৰ ) ধাতুই অত্যন্ত অধিক। আন আন গণৰ ধাতু বিৰল। প্ৰাকৃতত কেৱল তুদাদি বা ভ্বাদি আৰু চুৰাদি-গণীয় ধাতুহে তিষ্ঠিল, কিয়নো এই গণবিলাকৰ ধাতু সংখ্যাত বেছি হোৱাৰ বাবে সচৰাচৰ সিহঁতৰ ব্যৱহাৰ কৰিব লগীয়া হৈছিল। আন গণৰ ধাতু সংখ্যাত কম বুলি সিহঁতৰ ব্যৱহাৰ কাচিত হে হৈছিল আৰু শেষত সিবিলাকৰ

আকৃতিৰ কথা এক ৰকম পাহৰণ পৰিল। এনেকৈ আন গণৰ আকৃতি প্ৰায় লোপ হল। সংস্কৃত দ্বিতীয় আৰু তৃতীয় গণৰ বিশেষ একো পৰিবৰ্তন হোৱা স্বাভাৱিক নহয়, কিয়নো সেই দুই গণৰ বিশেষ প্ৰত্যয় এক ৰকম নাই। কিন্তু সংস্কৃত ৪র্থ, ৫ম, ৭ম, ৮ম আৰু ৯ম গণৰ ধাতু প্ৰাকৃতত উক্ত কাৰণে ৬ষ্ঠ ( বা ১ম ) আৰু ১০ গণত পৰিণত হল। এই পৰিবৰ্ত্তনৰ কাৰণ তলত লিখা দুটি হব পায়।

(ক) সংস্কৃত ৪র্থ গণৰ 'য', পঞ্চম গণৰ 'নু', ৭ম গণৰ 'ন', ৮ম গণৰ 'উ' আৰু ৯ম গণৰ 'না' প্ৰাকৃতত আৰু সচৰাচৰ প্ৰাকৃতিক ভাষাত প্ৰথম, ষষ্ঠ বা দশম গণৰ সাধাৰণ প্ৰত্যয় 'অ'ত পৰিণত হয়। যেনে, চতুৰ্থ বা দিবাদিগণীয় শুষ্ ( to dry ) ধাতুৰ উত্তৰ 'য' আগম হলে 'শুষ্য' হয় আৰু তাত লট্ তি যোগ হলে শুষ্যতি হয়। প্ৰাকৃতত এই ধাতু 'সুস্' হয় আৰু বৰ্তমান কালত তৃতীয় পুৰুষ একবচনত সুসই হয় ( হে. ৪।২৩৬ )। অসমীয়াত এই ধাতু 'শোষ্' হয় আৰু বৰ্তমান কালৰ তৃতীয় পুৰুষ একবচনত 'শোষে' হয়। সেইদৰে পঞ্চম গণৰ তক্ষ্ ধাতু ( to cut, to wound ), লট্ তি=তক্ষ্ণোতি। প্ৰাকৃতত এই ধাতু তচ্ছ্, চচ্ছ্ আৰু বৰ্ত. কাল ৩য়াৰ ১ব.ত তচ্ছই, চচ্ছই হয় ( হেম. ৪।১৯৪ ) আৰু অসমীয়াত চাচ্ ধাতু—চাচেঁ হয়। সপ্তম গণৰ পিষ্ ধাতু ( to grind ), লট তি=পিনষ্টি, প্ৰাকৃত পীসই ( পিস্ ধাতু, হেম. ৪।১৮৫ ), অস. পিহে ( পিহ্ ধাতু )। অষ্টম গণৰ কৃ ধাতু ( to do ), লট তি= কৰোতি, প্ৰা. কৰই ( কৰ্ ধাতু ), অস. কৰে ( কৰ্ ধাতু )। নবম গণৰ মৃদ্ ধাতু ( to press ), লট তি=মৃদ্নাতি, প্ৰা. মড্ডই, মলই ( মড্ড্, মল্ ধাতু, হেম. ৪।১২৬ ), অ. মলে ( মল্ ধাতু )। ইয়াত নু, ন, উ আৰু না-ৰ ঠাইত 'অ' হৈছে।

(গ) সংস্কৃত দিবাদি, স্বাদি, ৰুধাদি, তনাদি, আৰু ক্ৰ্যাদিগণৰ প্ৰত্যয় যথাক্ৰমে য, নু, ন, উ আৰু না ধাতুত যোগ কৰি আৰু তাৰ পিচত আৱশ্যক মতে শেষৰ স্বৰ অৰ্থাৎ উ বা আ-ৰ ঠাইত 'অ' যোগ কৰি প্ৰাকৃতৰ ধাতু সিদ্ধ কৰিব পাৰি। যেনে, স্বাদিগণীয় ধূ ধাতু ( to shake ); সংস্কৃতত উক্তগণৰ প্ৰত্যয় 'নু' যোগ কৰিলে 'ধূনু' হয় আৰু লট তি যোগ কৰিলে ই ধূনোতি হয়। প্ৰাকৃত 'নু' প্ৰত্যয় ধাতুটোত ভুক্ত ৰাখিলে আৰু 'নু'ৰ উকাৰৰ ঠাইত ষষ্ঠ গণৰ প্ৰত্যয় 'অ' যোগ

কৰিলে তুদাদিগণীয় 'ধূণ' ধাতু হয় আৰু তাত বৰ্তমান কালৰ ৩য় পুৰুষৰ একবচনৰ বিভক্তি 'এ' ( =ই ) যোগ কৰিলে 'ধূণই' হয়। অসমীয়াত ই 'ধূন্' ধাতু হয় আৰু বৰ্তমান কালৰ ৩য় পুৰুষ একবচনত 'ধূনে' হয়। আকৌ সংস্কৃত ৰুধাদিগণীয় ভুজ্ ( to eat ) ধাতুত 'ন' যোগ কৰিলে ভুনজ্ আৰু লট তি, তে যোগত ভুনক্তি, ভুঙ্ক্তে হয়। প্ৰাকৃতত 'ন' ৰক্ষা কৰি আৰু 'অ' যোগ কৰি ভুম্জ্ ধাতু সিদ্ধ কৰা হয় আৰু বৰ্তমান কাল ৩য় পুৰুষৰ ১ বচনত 'ই 'ভুম্জই' হয়। অসমীয়াত সেইদৰে ভুঞ্জ্ ধাতু আৰু বৰ্তমান কাল ৩য় পু. ১ ব.ত ভুঞ্জে হয়। সংস্কৃত তনাদি তন্ ধাতু ( to spread ), লট্ তি=তনোতি ; স. তট্ ( to rise ), তটতি, প্ৰাকৃত তড়ই, তণই ( হেমচ. ৪।১৩৭ ), অস. তবে, তনে ( তৰ্, তন্ ধাতু ) হয়। সেইদৰে ক্ৰ্যাদিগণীয় ক্ৰী ধাতু ( to buy ), লট্ তি=ক্ৰীণাতি, প্ৰা. কিণই ( হেমচ. ৪।৫২ ), অস. কিনে ( কিন্ ধাতু )।

(গ) অকল সেইয়ে নহয়। প্ৰাকৃতত ১০ম গণৰ বিশেষ প্ৰত্যয়ো ষষ্ঠ গণৰ প্ৰত্যয়ত পৰিণত হোৱা সময়ে সময়ে দেখা যায় অৰ্থাৎ দশম গণৰ 'এ' প্ৰত্যয় ষষ্ঠ ( বা প্ৰথম ) গণৰ 'অ' প্ৰত্যয় হয় ( ব. ৭।৫, ৩৩ ; হেমচ. ৩।১৪৯, ১৫৮ )। তেনেকৈ আকৌ ষষ্ঠ গণৰ 'অ' প্ৰত্যয়ো দশম গণৰ 'এ' প্ৰত্যয়ত পৰিণত হয়। যেনে, স. পঠতি ( পঠ্ ধাতু he reads ), প্ৰাকৃত পঢ়ই আৰু তাৰ ঠাইত ( দশম গণৰ ) পঢ়েই হয় ; স. পশ্যতি ( he sees ), প্ৰা. পেচ্ছই, পেচ্ছেই ; স. হসতি ( he laughs ) প্ৰা. হসই, হসেই, হসএ—ষষ্ঠ গণৰ পৰা দশম গণলৈ পৰিবৰ্তন। সেইদৰে দশম গণৰ পৰা ষষ্ঠ গণলৈ পৰিবৰ্তন—যেনে, পাটয়তি ( he splits ), প্ৰা. ফাড়েই হয় আৰু তাৰ ঠাইত 'ফাড়ই', 'ফালই' হয় ; স. কথয়তি ( he speaks ), প্ৰা. কহেই আৰু তাৰ ঠাইত কহই ( হেমচ. ৪।২,২৬৭ ) ইত্যাদি। হিন্দী, বঙ্গালী, অসমীয়া আদি প্ৰাকৃতিক ভাষাত এই নিয়মে চৰম সীমা পোৱা দেখা যায়। তাত প্ৰাকৃতৰ ষষ্ঠ ( বা প্ৰথম ) আৰু দশম গণ বুলি যি দুটা গণ আছিল সিও লোপ হৈ কেৱল এটা অৰ্থাৎ তুদাদি ( বা ভ্বাদি ) গণহে থাকিল।

(ঘ) এইদৰে সংস্কৃতৰ ১০টা গণ প্ৰাকৃতত কেৱল দুটাত পৰিণত হল আৰু প্ৰাকৃতৰ সেই দুটাও গৈ প্ৰাকৃতিক ভাষাবিলাকত কেৱল এটা গণ হৈ ৰল। যেনে, অ. হয় বা হবে ( is, exists )=প্ৰাকৃত হোই, হোৱই, স. ভৱতি ; অ. উপজে বা ওপজে ( is born )=প্ৰা. উপজেই, স.

উপজায়তে; অ. ঘূৰে (turns)=প্ৰা, ঘোৰই, স. ঘূৰ্ণতে; অস. বৰিষে (it rains)=প্ৰা. বৰিসই, স. বৰ্ষতি; অ. মৰিষে (pardons)=প্ৰা. মৰিসই, স. মৰ্ষতে; অ. সৰে (falls off)=প্ৰা. সৰএ, স. সৰতি; অ. মৰে (dies)=প্ৰা. মৰএ, স. ম্ৰিয়তে; অ. ভৰে (fills)=প্ৰা. ভৰই, স. বিভৰ্তি, ভৰতি; অ. লয় (takes)=প্ৰা. লহই, স. লভতে; অ. গুথে (strings or weaves together)=প্ৰা. গুম্ফই বা গুত্থেই, স. গ্ৰন্থতি বা গুম্ফতি; অ. হৰে (steals)=প্ৰা. হৰই, স. হৰতি; অ. উঠে (rises)=প্ৰা. উট্‌ঠই, স. উত্তিষ্ঠতি; অ. আফালে (strikes against) =প্ৰা. আফ্‌ফালই, স. আস্ফালয়তি; অ. সুমৰে (remembers) প্ৰা.= সুমৰাৱেই, সুমৰই, স. স্মৰতি; অ. গায়, গাৱে (sings)=প্ৰা. গাই, গাঅই, স. গায়তি; অ. খায়, খাৱে (eats)=প্ৰা. খাই, খাঅই, স. খাদতি; অ. বিকে (sells)=বিক্কই, স. বিক্ৰীণাতি; অ. বেঢ়ে (encircles) =প্ৰা. বেড্‌ঢ়ই, স. বেষ্টতে; অ. থাকে (stays)=প্ৰা. থক্কই, স. থক্কতি; অ. পিন্ধে (wears)=প্ৰা. পিংধই, স. অপিদধাতি; অ. শুৱায় (shines)=প্ৰা. সুহই, স. শোভতে; অ. পিএ (পিয়ে), পিয়াৱে (drinks)=প্ৰা. পিঅঅই, পিঅয়ই, পিঅই, স. পিবতি; অ. দেখে (sees)=প্ৰা. দেক্‌খই, দেক্‌খএ, স. দৃশ্যতে; অ. ৰাজে (paints) =প্ৰা. ৰজ্জতে. স. ৰজতি, ৰজতে (ৰজ্যতে). ইত্যাদি।

৩৪৭। **বাচ্য পৰিবৰ্তন** (Change of voice)

ওপৰৰ উদাহৰণৰ পৰা দেখা যাব যে দিবাদিগণীয় ধাতুৰ সাধাৰণ প্ৰত্যয় 'য' আৰু কৰ্মবাচ্যৰ 'য' প্ৰত্যয়ে আৰু এটি গোলমাল লগাইছিল। উভয় প্ৰত্যয়ে একেৰকম হোৱাৰ কাৰণে আৰু প্ৰাকৃতত দিবাদি আৰু আন গণৰ ধাতু ষষ্ঠ বা দশম গণত পৰিবৰ্তিত হোৱাৰ কাৰণে সংস্কৃত কৰ্তৃ আৰু কৰ্ম উভয় বাচ্যৰ ধাতুকে এক গণত (ষষ্ঠ গণত) কৰ্তৃবাচ্যৰ ধাতু স্বৰূপে ধৰা হৈছিল। যেনে, স. পা ধাতু (to drink) কৰ্তৃবাচ্যত পিবতি আৰু কৰ্ম বাচ্যত পীয়তে হয় (লট্‌ বিভক্তিত)। প্ৰাকৃতত 'পিবতি'ৰ ঠাইত পিঅই আৰু 'পীয়তে'ৰ ঠাইত পিজ্জই, পিঅঅই, পিঅয়ই হয়। অসমীয়াত শেষোক্ত আকৃতিৰ পৰা অৰ্থাৎ কৰ্মবাচ্যৰ ৰূপৰ পৰা 'পিয়ে' হয়। কিন্তু এই 'পিয়ে' শব্দ কৰ্তৃবাচ্যৰ বুলি গণ্য হয়। সেইদৰে সংস্কৃত লগ্‌ ধাতু (to adhere, to

stick to ) কর্তৃবাচ্যে লট্ বিভক্তিত লগতি, প্রা. লগই আৰু কর্মবাচ্যত লগ্যতে, প্রা. লগ্‌গএ হয়। শেষোক্ত ৰূপ লগ্‌গএৰ পৰা অসমীয়া লাগ্ ধাতু, বর্তমান ৩য় পুৰুষ একবচনৰ ৰূপ 'লাগে' আহিছে। কর্তৃবাচ্যৰ 'লগই' ৰূপৰ পৰা 'লাগে' অহা নাই, কিয়নো তাৰ আকাৰ তাৰ পৰা পোৱা নাযায়; তাৰ পৰা 'লগে' শব্দহে পোৱা যায়। অসমীয়া—'দেখে' ( sees ), প্রা. দেক্‌খএ স. 'দৃশ্যতে'ৰ ( কর্মবাচ্যৰ ) পৰা আহিছে, কর্তৃবাচ্যৰ 'পশ্যতি'ৰ পৰা নহয়। অ. দিয়ে, দেই ( gives ) বোধকৰো স. দীয়তে ( কর্মবাচ্য ), প্রা. দিয্যতে, দিজ্জইৰ পৰা ওলাইছে, স. দদাতিৰ পৰা নহয়। উপৰত দিয়া কাৰণৰ পৰা জানিব পাৰি যে বাচ্য পৰিবর্তনো প্রাকৃতিক ভাষাৰ ধাতুৰ পৰিবর্তনৰ এটি কাৰণ।

## ২। ঔৎপাদিক বা দ্বিতীয় স্তৰৰ ধাতু ( Secondary roots )

৩৪৮। ওপৰত যিবিলাক ধাতুৰ কথা কোৱা হল সেইবিলাক মৌলিক ধাতু ( primary roots )। মৌলিক ধাতুবিলাকৰ আকাৰ পৰিবর্তনত বা সংমিশ্রণত আন কিছুমান ধাতু পোৱা যায়। সিবিলাকক ঔৎপাদিক বা দ্বিতীয় স্তৰৰ ধাতু ( secondary roots ) বুলিব পাৰি। সিহঁতক তিনি ভাগত শ্রেণীবদ্ধ কৰিব পাৰি :—

(১) পাচনী বা ণিজন্ত ধাতু ( Casual roots )।

(২) নামধাতু ( Denominative roots )।

(৩) মিশ্র ধাতু ( Compound roots )।

৩৪৯। **পাচনী ধাতু** ( Casual roots )

আন প্রাকৃতিক ভাষাৰ দৰে অসমীয়াতো একে মূলৰ পৰা ওলোৱা একো জোৰ ধাতু আছে। তাৰে এটা সকর্মক আনটো অকর্মক ধাতু। অকর্মক ধাতুটোৱে মূল ধাতু আৰু সকর্মক ধাতুটো সাধাৰণতঃ তাৰ পাচনী ( স. ণিজন্ত ) আকৃতি। যেনে; অস. √পৰ্ ( to fall, অকর্মক )=স. পত্ ধাতু। তাৰ পৰা ওলাইছে অস. পাৰ্ ( to cause to fall, to pluck সকর্মক )=স. পাতি ( ণিজন্ত ) আৰু লট্ তি পাতয়তি ( অস. পাৰে he plucks )। ই পত্ ধাতুৰ পাচনী আকৃতি। অসমীয়া 'পাৰ্' ধাতুৰ ( to pluck ) পাচনী আকৃতি 'পাৰা' ( to cause to pluck )। সেইদৰে অ. বুৰ্ ( to sink )=স.

ক্রুড়্ (লট্ তি ক্রুড়তি)। কিন্তু অ. বুৰা (to cause to sink or immerse, সকর্মক)=স. ক্রুড়ি (ণিজন্ত) আৰু লট তি=ক্রুড়য়তি (অ. বুৰায়)। তেনেকৈ অ. √চৰ্ (to walk, to gaze, অক.)=স.√চৰ্। কিন্তু অ. √চাৰ্ (to cause to walk or gaze, সক.)=স. চাৰি (ণিজন্ত) আৰু লট্ তি চাৰয়তি (অ. চাৰে); অসমীয়া পাচনী ধাতু 'চাৰা' (to cause to gaze); অস. √টুট্ (to be less or short)=স. √টুট্, টুটতি; কিন্তু অ. টুটা (to cause to be less, shorten)=স. ত্রোটি ধাতু, ত্রোটয়তি; অ. √ফুট্ (to split open)=স. স্ফুট্; কিন্তু অ. ফুটা (to cause to burst, to open)=স. স্ফোটি (ণিজন্ত), স্ফোটয়তি, ইত্যাদি। এইদৰে অকর্মক ধাতুৰ প্রধান স্বৰ দীর্ঘ কৰি এটা সকর্মক ধাতু উলিয়াব পাৰি আৰু শেষত 'আ' যোগ কৰি এটা পাচনী ধাতু পাব পাৰি। ওলটি অসমীয়াত সকর্মক ধাতুৰ প্রধান দীর্ঘ স্বৰ হ্রস্ব কৰি অকর্মক ধাতুৰ সৃষ্টি কৰিব পাৰি। এনে যোৰা যোৰা সকর্মক আৰু অকর্মক ধাতুৰ এটিহে অর্থাৎ কেৱল সকর্মক বা অকর্মক ধাতুহে সংস্কৃত আৰু প্রাকৃতত পোৱা যায়। অসমীয়াত এই নিয়ম বৰ বিস্তৃত আৰু কেতিয়াবাহে তাৰ ব্যতিক্রম ঘটে। যেনে, পগা বা পাগা (to cook, to digest)=স. পচ্ ধাতু (সক.); তাৰ পৰা অসমীয়া পক্ (to ripen) আৰু পচ্ (to rot) এই দুটা অকর্মক ধাতু ওলাইছে। সেইদৰে মৰ্ (to die, অকর্মক)=স. √মৃ আৰু √মাৰ্ (to kill, সকর্মক)। তেনেকৈ লৰ্ (to move) আৰু লাৰ্ (to remove, cause to move), ইত্যাদি।

৩৫০। **নামধাতু** (Denominative or Nominal roots)

সংস্কৃতত বিশেষ্যকে ধাতুৰূপে ব্যৱহাৰ কৰা ধাতুৰ নাম নামধাতু। কেতিয়াবা কৃদন্ত শব্দকো ধাতুৰূপে ব্যৱহাৰ কৰা যায়; যেনে, পুত্রীয়তি (behaves like son), শব্দায়তে (sounds), দমদমায়তি বা দমদমায়তে (sounds like kettle-drum) from দমদমা (kettle-drum), অ. দমদমায়; স. জিতঃ (excelled, past participle of জি), অ. জিত্ (to be victorious); স. ফুল্ল্ (to burst open) from ফুল (flower), অ. ফুল্ (to flower); স. ব্যাখ্যাতম্ (praised), প্রা. বক্খাণম্ (হে. ২।৯০), বক্খাণীও, অ. বখান্ (to praise); স. ধাৰা

( streaming ), ধাৰয়তি (?), প্রা. ধাড়ই, ধাড়েই, অ. ঢালে ( pours ); স. চিক্কণ ( smooth ), প্রা. চিক্কম্ ( হে. ২।১৭৪ ), অ.—চিকিনা ( to weed, to clear )। এইদৰে সংস্কৃত আৰু প্রাকৃতত নামধাতু সিদ্ধ হয়। প্রাকৃতিক ভাষাবিলাকত নামধাতুৰ চলতি ভাতো বেচি। যেনে, অসমীয়া দলি ( a clod of earth ), দলিয়া ( to pelt a clod of earth ); গুবি, গোব ( heel, kick ), গুবিয়া ( to kick ); আঙুলি ( finger ), আঙুলিয়া ( to point out with a fingcr ); ছাল ( skin ), ছেলা ( to skin, to peel ); মেৰ ( a loop ), মেৰা ( to encircle ); মুখ ( mouth ), মোখ ( to tie the border. ); বোল ( colour ), বোলা ( to paint ); পিক ( spittle ), পিকা ( to spit ), ইত্যাদি।

৩৫১। **মিশ্রধাতু** ( Compound roots )

গণ আৰু বাচ্য পৰিবৰ্তনৰ লগে লগে মিশ্রধাতুবো সংস্কৃতৰ সময়তে সৃষ্টি হৈছিল। জটিল আৰু উচ্চাৰণ-কঠিন ধাতুৰ ৰূপ কৰা প্রয়াস ত্যাগ কৰিবৰ কাৰণে সৰ্বসাধাৰণ লোকে সংজ্ঞা, কৃদন্ত আদি শব্দৰ পাচত কৃ, ভূ, ধা আদি কেইটিমান সচৰাচৰ প্রচলিত ধাতু যোগ কৰি মিশ্রধাতু সৃষ্টি কৰিছিল :—

যেনে, স. ভস্মী-কৃ ( to reduce to ashes ), তৃণী-কৃ ( to make as little as straw ), মনসা-কৃ ( to think of ), বিনা-কৃ ( to separate from ) : চমৎ-কৃ ( to cause surprise ), ভস্মী-ভূ ( to be reduccd to ashes ), বিষয়ী-ভূ ( to form the subject )। অসমীয়াতো সেইদৰে মিশ্রধাতুৰ সৃষ্টি হৈছে; যেনে, কাষৰ-হ ( stand off. ), মজা-দি ( to retailiate ), মুৰ-দোঁৱা ( to salute ), মোৰ্-ভাঙ্ ( to remove the tangle ), ইত্যাদি। প্রাকৃতৰ সময়তে কিছুমান মিশ্রধাতুৰ অংশ এনেকৈ মিহলি হৈ গৈছে যে এতিয়া সিহঁতৰ পৃথক পৃথক অংশতো বাহিৰ কৰিব নোৱাৰিয়েই, সিহঁতৰ চিন-মোকামো ধৰা টান। উভয় অংশ মিলি সিহঁত নতুন একোটা ধাতু হৈছে; যেনে, চঁকে ( frightened suddenly, or surprised ), প্রা. চমক্কই, চমক্কেই, স. চমৎক্রিয়তে ( চমৎ+কৃ ); ফুকায়, ফুৱায় ( blows or puffs ), প্রা. ফুক্কেই, ফুক্কই, স. ফুৎকৰোতি ( ফুৎ+কৃ ) ( হেমচ. ৪।৪২২ ); চুকায় ( ceases, finishes ), প্রা. চুক্কই ( হেমচ. ৪।১৭৭ ) স. চ্যুৎক্রিয়তে, ইত্যাদি ( § ৪০৪ )।

# উনবিংশ আধ্যা

## ধাত্বাদেশ ( substitutes of roots )

৩৫২। **ধাত্বাদেশ:** সংস্কৃতৰপৰা প্ৰাকৃতৰ মাজেদি কেনেকৈ অসমীয়া ধাতু নামিছে তাক স্বৰ-বিকৃতিৰ নিয়মৰ পৰা ( §§ ৯৭—২০৮ ) জনা যাব। সংস্কৃত আৰু প্ৰাকৃত ধাতুবিলাকে অসমীয়ালৈ আহোতে অলপ গঢ় সলায়। এইদৰে পৰিবৰ্তিত অসমীয়া ধাতুক ধাতুৰ আদেশ ( substitute ) বুলিব পাৰি। তলত এই আদেশৰ এটি অতি সংক্ষেপ তালিকা দিলোঁ। মূল সূত্ৰবিলাক প্ৰায়ে হেমচন্দ্ৰৰ প্ৰাকৃত-প্ৰকাশৰ পৰা লোৱা হৈছে।

| অসমীয়া ধাতু | মূল সূত্ৰ | প্ৰাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| অনা, ওনা, ( To listen attentively for distant sound ) | "শ্ৰুতেৰ্হণঃ" ( ৪।৫৮ ) | বৰ্ত, ৩য়াৰ ১ব হণই | লট্-তি, -তে শৃণোতি | √শ্ৰু |
| আগচ্ (To intercept) | 'অভ্যাগোম্মথঃ' ( ৪।১৬৫ ) | অভ্যাগচ্ছই ( অভিমুখম্ | অভ্যাগচ্ছতি, আগচ্ছতি ইতি অৰ্থঃ )। | অতি+গম্ |
| আছ্ ( to exist, to stay ) | 'গমিষ্যমাসাম্ ছঃ' ( ৪।২১৫ ) | আচ্ছই | আস্তে | √আস্ (to sit, to exist) |
| আঁছোৰ্, আঁচোৰ্ (to scratch by nail ) | 'নিষ্পাটা o' ( ৪।৭১ ) | আচ্ছোডাই | আচ্ছোটয়তি | আ+√ক্ষুদ্ বা আ+√ছুট্ |
| আঁট ( to suffice ) | — | — | অট্টয়তি | √অট্ট্ |
| আঁত্ ( to press, to squeeze ) | 'স্নিহেঃ o'। ( ৪।১২০ ) | অম্তই | অস্ততি | √অন্ত্ ( to bind ) |
| আন্ ( to bring ) | (হেমচ. ৪।৩৮৩) | আনঅই, আনই, | আনয়তি | আ+√নী |
| আৰম্ভ ( to begin ) | 'আঙো ৰভে o' ( ৪।১৫৫ ) | আৰম্ভই | আৰভতে | আ+√ৰভ্ |
| আফাল্ ( to strike against ) | — | আফ্ফালই | আস্ফালয়তি | √আস্ফল্ |
| আৱৰা ( to repeat ) | — | আৱড্ডেই | আবৃত্যতে | আ+√বৃ |

| অসমীয়া ধাতু | মূল সূত্ৰ | প্ৰাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| উকিয়া[1] ( to call loudly, to shout out ) | 'ব্যাহৃগে o' ( ৪।৭৬ ) | পোক্কই | ৰক্তি, বক্কতি | √ৰচ্ |
| উখিয়া ( উখিআ to toss-up ) | 'উৎক্ষিপেৰ্ o' ( ৪।১৪৪ ) | উক্খিৱই | উৎক্ষিপ্যতি | উৎ + √ক্ষিপ্ |
| উকা ( to relapse ) | "উদ্ঘটেকগ্গঃ" ( হে ৪।৩৩ ) | উগ্গই | উদ্ঘটতে | উদ্ + √ঘট্ |
| উঘাল্ ( to uproot ) | 'উদ্ঘটেকগ্গঃ' ( ৪।৩৩ ) | উগ্ঘাড়ই | উদ্ঘাটয়তি | উদ্ + √ঘট্ |
| উচাল্ ( to rise up, jump up ) | 'উচ্ছল o' ( ৪।১৭৪ ) | উচ্ছলই | উচ্ছলতি | উৎ + √চল্ |
| উমল্ ওমল্ } ( to play ) | প্ৰাদেৰ্মীলেঃ (৺৪।২৩২ ) | উম্মিল্লই ( হেমচ. ৪।৩৫৪ ) | উন্মিলতি | উৎ + √মীল্ |
| উমা ( to blow fire or spark ) | ( নাম ধাতু from উম্ ) | | | cf উষ্মন্ |
| উলটু ( to turn round ) | — | — | উল্লোটতি | উৎ + √লুট্ |
| এৰ্ ( to throw, to discharge. ) | — | এৰয়ই | ঈৰয়তি | causal of √ঈৰ্ |
| ওকাল্ ( to spit out ) | 'ৰোমন্থে o' ( ৪।৪৩ ) | ওগ্গালই | উদ্গৃণাতি | উদ্ + √গৃ |
| ওফন্দ্ (to puff up, to expand ) | 'স্পন্দেশ্ o' ( ৪।১২৭ ) | উফম্দই, ফম্মই | উৎস্পন্দতে | উৎ + √স্পন্দ্ ( to throb) |
| ওপং ( to float ) | — | — | উপপ্লবতে | উপ + √প্লু |
| ওভত্ উভত্ } (to turn round) | 'উৎক্ষিপেৰ্ o' ( ৪।১৪৪ ) | উব্ভুত্তই | উদ্বৰ্ততে | উদ্ + √বৃৎ |
| উপজ্ ওপজ্ } ( to be born ) | 'জনো জাজম্মৌ' ( ৪।১৩৬ ) | উঅজ্জাঅই | উপজায়তে | উপ + √জন্ পালি—উপজ্জ (কাচ্চাঃ § ২৩৩) |
| উচুকা ( to incite ) | 'তিজেৰ্ o' ( ৪।১০৪ ) | ওসুক্কই | উৎসুকয়তি | =নামধাতু from উৎসুক |

১। নাম ধাতু from উকি, স. উক্তিঃ ( communicating or calling loudly ) ।

| অস. ধাতু | মূল সূত্র | প্রাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| উজৰ্ ( to frighten or scare away ) | — | উচ্চড়ই (?) | উচ্চটয়তি | উৎ+√চট্ |
| উটূ ( to float down, to flood ) | — | | উৎপ্লৱতে cf স. উদ্দীপ = flood | উৎ+√প্লু |
| উঠ্ ( to stand up, to rise ) | 'উদষ্ঠকুক্কৰো' ( ৪।১৭ ) | উট্‌ঠই | উত্তিষ্ঠতি | উৎ+√স্থা |
| উড়্ ( to fly ) | 'যুৱর্ণস্য গুণঃ' ( ৪।৩৩৭ ) | উড্ডেই | উড্ডয়তে | উৎ+√ডী |
| উঢ়্ ( to wear ) | — | উঅড্‌ঢই<br>উঅড্‌ঢেই | উপধ্রিয়তে | উপ+√ধৃ |
| উতল্ ( to boil ) | — | উত্তপই | উত্তপতি | উৎ+√তপ্ |
| উথল্ ( to toss, to move upward, to wave ) | 'উচ্ছল উৎথল্লঃ' ( ৪।১৭৪ ) | উৎথল্লই | উচ্ছলতি | √উচ্ছল্ |
| উফা ( to swell, to extend ) | — | উফ্‌ফায়ই (?) | উৎস্ফায়তে | উৎ+√স্ফায় |
| ওলা ( to come or get out ) | — | ওচৰই (?) | অৱচৰতি | অৱ+√চৰ্ |
| ওপচ্ (to accumulate, to heap up ) | — | উৱচিণোই | উপচিনোতি | √উপচি |
| ক ( to speak ) | — | কঅএ | কৱতে | √কৱ্ |
| কহ্ ( to speak ) | 'কথেৰ ০' ( ৪।২ ) | কহই | কথতি | √কথ্ |
| কচাল্ ( to stir, to agitate ) | 'মন্থেৰ্ ০' ( ৪।১২১ ) | ঘুসলই | — | — |
| কৰ্ ( to do ) | 'কৃঞকুণঃ' ( ৮।১৩ ) | কৰই<br>কৰএ | কৰোতি<br>কৰতে | √কৃ |
| কাঢ়া ( to plough ) | "কৃষে ০" ( ৩।১৮৭ ) | কড্‌ঢই | কৰ্ষতি<br>কৰ্ষ্যতে | √কৃষ্ |
| কামা (to shave) | 'ক্ষুৰে কম্মঃ' ( ৪।৭২ ) | কম্মই | নামধাতু from | কর্ম্মন্ |

| অসমীয়া ধাতু | মূল সূত্ৰ | প্ৰাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| কিন্ ( to buy ) | 'ক্ৰিয়ঃ কিনো o' ( ৪।৫২ ) | কিণ | ক্ৰীণাতি | √ক্ৰী |
| খা ( to eat ) | 'খাদি ধাৱ্যো o' ( বৰ. ৮।২৭ ) | খাই | খাদতি | √খাদ্ |
| খান্ ( to dig ) | 'হন্ খনৌ o' ( ৪।১৯৭ ) | খণই | খনতি | √খন্ |
| খুটিয়া ( to peck, to bite ) | 'তুদেস্ o' ( ৪।১১৬ ) | খুট্টই খুড়ই | খোড়য়তি | √খুড়্ (?) |
| খেল্ ( to play ) | — | খেলই | খেলতি | √খেল্ |
| খেল্, খেদ্ ( to play ) | 'ৰমেঃ o' ( ৪।১৬৮ ) | খেড্ডই | ক্ৰীড়তি | √ক্ৰীড়্ |
| গঢ়্ ( to shape ) | 'ঘটেৰ্গঢ়ঃ' ( ৪।১১২ ) | গড়্হই | ঘটতে | √ঘট্ |
| গম্ ( to think, to seek ) | — | গমই (?) | গমতি (?) | √গম্ ( to resort to, to go to the state or condition of ) |
| গলতিয়া ( গল্‌তিআ, to push by the neck) | 'ক্ষিপেৰ্ o' ( ৪।১৪৩ ) | গলথই গত্তই | — | নাম ধাতু from গল ( neck ) |
| গা ( to sing ) | 'ধ্যাগোৰ্ঝা o' ( ৪।৬ ) | গাই, গাঅই | গায়তি | √গৈ |
| গাঁঠ্ ( to string together ) | 'গ্ৰন্থে গণ্ঠ' ( ৪।১২০ ) | গণ্ঠই | গ্ৰথ্নাতি | √গ্ৰন্থ্ |
| গুচ্ ( be off ) | — | মুচই মুচ্ছই | মোচতি | √মুচ্ |
| ঘহ ( to rub ) | — | ঘসই | ঘৰ্ষতি | √ঘৃষ্ |
| গোৱা ( to while away ) | 'গুপেৰ্ o' ( ৪।১৫০, ৩৩৮ ) | গোৱই গুপ্পই | গোপতি | √গুপ্ |
| গুথ্ ( to string, to weave ) | — | গুম্থই, গুম্ফই | গ্ৰন্থতি গুম্ফতি | √গ্ৰন্থ্ √গুম্ফ |

| অসমীয়া ধাতু | মূল সূত্ৰ | প্ৰাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| ঘুমা ( to sleep ) | — | probably | নামধাতু from | ঘুর্ম[1] |
| ঘূৰ্ ( to turn ) | 'ঘূৰ্ণো ঘোৰ:' ( ৭।৫ ) | ঘোৰই | ঘূৰ্ণতে | √ঘূৰ্ণ্ |
| চম্ভাল্ ( to control, to check | — | সম্ভালই | সংভৰতি | সম্+√ভৃ |
| চক্ (to take fright) | — | চকই | চকতি | √চক্ |
| চমক্ ( to be frightened ) | — | চমক্কই চমক্কেই | চমৎক্ৰিয়তে | চমৎ+ √কৃ |
| চৰ্ ( to rise, to increase ) | 'আৰুহে o' ( ৪।২০৬ ) | চড়ই | — | — |
| চা ( to see ) | — | চাঅই (?) | চায়তি | √ চায়্ |
| চাখ্ ( to taste ) | 'আস্বাদনে' ( ৮।২৫৮ ) | চাক্খিঅম্ (=আস্বাদিতম্ ) | চষ্টে | √চক্ষ্ |
| চাঁচ্[2] ( to cut, চাঁছ্ to chop, to hew) | 'তক্ষো o' ( ৪।১৯৪ ) | চচ্চই তচ্ছই | তক্ষই তক্ষোতি | √তক্ষ্ পালি √তচ্ছ্ |
| ( cf. সীদন্তী, √সদ্ to plunge into or √শদ্ to cut into ) | | | | |
| চাট্ ( to lick ) | 'ভূজো o' ( ৪।১১০ ) | চড্ডই | চ্যোতন্তি | চ্যুৎ ( to moisten, to wet, to ooze ) |
| চাট্ ( to pound, to husk or cover ) | 'পিষেo' ৪।১৮৫ 'মৃদোo' (৪।১২৬) | চড্ডই | চটতি | √চট্ |
| চাপ্ (to approach) | 'উপসৰ্পেo' ( ৪।১৩৯ ) | উৱসপ্পই | উপসৰ্প তি | উপ+√সৃপ্ |
| চামিলা ( to mix ) | 'প্ৰাদেৰ্মীলেঃ' ( ৪।২৩২ ) | সম্মীল্লই | সম্মিলতি | সম্+√মিল্ |
| চাল্ ( to shake, to sift ) | 'প্ৰসৰে o' ( ৪।৭৭ ) | causative of √চল্ | | |

১। cf. ঘুৰ্ to snore.

২। cf. however Vedic—'sasa' ( =a sword or knife, Ath. vii. 17.8. )

| অসমীয়া ধাতু | মূল সূত্ৰ | প্ৰাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| চিঙ্ ( to pluck, to gather ) | 'চিঞশ্চিণঃ' ( ৰৰ. ৮।২৬ ) | চিণোই, চিণই | চিনোতি | √চিঞ্ |
| চিপ্, চেপ্ ( to press dry, to grind ) | ( হে. ৪।৩৯৫ ) | চপ্পই | চপতি | √চপ্ |
| চিলমিলা ( to flash, as lightning ) নাম ধাতু. স. চিলমিলিকা (lightning) | | | | |
| চুকা ( to settle, to fail ) | 'ভ্ৰংশেঃ o' ( ৪।১১৭ ) | চুক্কেই, চুক্কই | চ্যুৎক্ৰিয়তে | চ্যুৎ+√কৃ |
| চোচ্ ( to scrape, to shave ) | 'মুণ্ডেঃ o' ( ৪১১৫ ) | চিম্চই চিম্চাই | নাম ধাতু from চোচ ( bark, rind of a fruit ) | |
| ছা ( to cover, to thatch ) | 'ছদেৰ্ o' ( ৪।২১ ) | ছায়ই | ছদতি ছাদয়তি | √ছদ্ |
| ছাৰ্ ( to cease, to let go ) | 'মুচেস্ o' ( ৪।৯১ ) | — | সাৰয়তি causative of উৎ+সৃ or √সৃ=to cease, to go or move. | |
| ছিৰ্ ( to cut, to split ) | 'ছিদেৰ o' ( ৪।১২৪ ) | ছিন্দই, | ছিনত্তি | √ছিদ্ |
| ছিগ্, ছিঙ্ ( to cut, to tear, to break ) | — | — | ছিংত্তে | √ছিদ্ |
| ছো ( to touch ) | — | ছুঅই | ছুপতি | √ছুপ্ |
| জঁক্ ( to be in a fit of anger, to lament, to babble ) | 'ৰিলপেঃ o' ( ৪।১৪৮ ) | ঝংখই | — | — |
| জপ্ ( to mutter ) | 'কথেৰ্ o' | জম্পই জপই | জল্পতি জপতি | √জল্প্ √জপ্ |
| জহ্ ( to be exhausted ) | — | জসই | জসতি | √জস্ |
| জন্ম্ ( to be born ) | 'জনো জাজম্মৌ' ( ৪।১৩৬ ) | জম্মই | জায়তে | √জন্ |
| জান্ ( to know ) | 'জ্ঞো জানমুণৌ' ( ৰ. ৮।২৩ ) | জাণই | জানাতি | √জ্ঞা |
| জাগ্ ( to awake ) | 'জাগ্ৰের্জগ্গঃ' ( ৪।৮৯ ) | জগ্গই - জাগৰই | জাগৰ্ত্তি | √জাগৃ |

| অসমীয়া ধাতু | মূল সূত্র | প্রাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| জিন্ ( to conquer ) | 'শ্রু-হি-জি-o' ( ব. ৮।৫৬ ) | জিণই | জিনাতি | √জ্যা |
| জিম্, জিন্ ( To satiate, to digest, to subside ) | 'ভুজো o' ( ৪।১১০ ) | জিমই, জেমই | জেমতি | √জিম্ ( to eat ) |
| জুপ্ ( to look, to behold ) | ( হে. ৪।৩৩২ ) | জো অম্‌তিহে ( =পশ্যন্ত্যা ) | জায়তে | √জ্বা |
| জোবোবা, জুবুৰিয়া (—আ) ( to immerse ) | 'ম্রাক্ষে o' ( ৪।১৯২ ) | চপ্পড়ই | — | — |
| জোকা ( to provoke, to irritate ) | 'সমতপে o' ( ৪।১৪০ ) | ঝম্‌খই | — | — |
| জোকা ( to taunt, to cut joke ) | 'উপালম্ভেৰ্ o' ( ৪।১৫৬ ) | „ | — | — |
| ঝৰ্ ( to ooze, to percolate ) | 'শদো o' ( ৪।১৩০ ) | ঝৰই | ঝৰতি | √ঝৃ |
| ঝাঁট্ ( to spread ) | 'ভ্রমেঃ o' (৪।১৬১) | ঝংটই | অধ্যাটয়তি | অধি+√অট্ |
| ঝাৰ্ ( to sweep ) | 'ভ্রমেঃ o' (৪।১৬১) | অজ্‌ঝড্ডেই | অধ্যৰ্দয়তি | অধি+√অৰ্দ্ |
| তুট্ ( টুট্ ? ) (to tear, to decrease) | শকাদীনাম্ o' ( ৪।১৩০ ) | তুট্টই | ত্রুটতি | √ত্রুট্ |
| ডৰা, দৰা ( to fear ) | 'প্রসেৰ্ o' (৪।১৯৮) | ডৰই | দৰতি | √দৃ |
| ডুব্ ( to sink ) | | ডুব্বই | ব্রুড়তি | √ব্রুড্ ( ব্যত্যয় ) |
| ঢাক্ ( to hide, to cover ) | 'ছদেঃ o' (৪।২১) | ঢক্কই | ঢৌকতে | √ ঢৌক্ ( to go, approach ) |
| | | ( or নামধাতু from ঢকা=disappearance ) | | |
| ঢাল্ ( to pour ) | 'নিস্‌সৰেৰ্ o' ( ৪।৭৯ ) | ধাড়ই | ( নাম ধাতু from ধাৰা=stream ; ( cf. স্খলতি, √স্খল্ ( to shake, tremble ) | |
| ঢেকা, ঢকা (to push forcibly) | 'ক্ষিপেঃ o' ( ৪।১৪৩ ) | অড্ডক্কই | ধক্কয়তি | √ধক্ক্ ( lit. to destroy ) |
| তৰ্ ( to stretch, | 'তনেস্‌o' | তড়ই | তটতি | √তট্ ( to rise ) |
| তনা to spread ) | ( ৪।১৩৭ ) | তণই | তনোতি | √তন্ (to stretch) |

| অসমীয়া ধাতু | মূল সূত্ৰ | প্ৰাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| তিত্ ( to be wet ) | ( হে. ৪।৪৩১ ) তিম্তু = স্তিমিত | তিম্তই (?) | স্তিম্যতি | √স্তিম্ |
| তোল্ ( to raise, to lift up ) | 'তুলেৰোহামঃ' ( ৪।২৫ ) | তুলই | তোলতি তোলয়তি | √তুল্ |
| তোষ্ ( to satisfy ) | 'কৃষয়াদীনাং o' ( বৰ. ৮।৪৬ ) | তুসই | তুষ্যতি | √তুষ |
| থ ( to place, to keep ) | ( হে. ৪।৩৫৭ ) | ঠৱই | স্থাপয়তি ( causal ) | √স্থা পালি√থা |
| থা ( to find a footing ) | ( হে. ১।১৯৯ ) | থাই | তিষ্ঠতি | √স্থা |
| থাক্ ( to stay ) | 'স্থস্থাথক o' 'ফক্কস্থক্কঃ' ( ৪।১৬ ), ( ৪।৮৭ ) | থাই, থক্কই বা ফক্কই | তিষ্ঠতি ফক্কতি | √স্থা ( to stay ) √ফক্ক্ |
| | | ( নীচাং গতিং কৰোতি বিলম্বয়তি বা )[1] | | |
| দা ( to cut ) | —— | দাই | দাতি | √দা |
| দি, দে ( to give ) | 'স্বৰাণাং স্বৰাঃ' ( ৪।২৩৮ ) | দেই | দদাতি | √দা |
| দু ( to milk ) | 'স্তোঃ দুহলিহ o' ( ৪।২৪৫ ) | দুহুই | দোগ্ধি | √দুহ্ |
| দেখ্ ( to see, to look ) | 'দৃশে o' ( ৪।৩২, ১৮১ ) | দকখৱই, দেকখই | দৃশ্যতে | √দৃশ্ |
| ধৰ্ ( to hold, to bear ) | 'ঋৱর্ণস্যাৰঃ' ( ৪।২৩৪ ) | ধৰই | ধৰতি | √ধৃ |
| ধা ( to run ) | 'খাদধাৱোর্লুক্' ( ৪।২২৮ ) | ধাই | ধাৱতি | √ধাৱ্ |
| ধুন্ ( to stir, to shake ), | 'ধ্রু-হ্ন o' ( ব. ৮।৫৬ ) | ধুণই | ধুনোতি | √ধু, ধুঞ্ ( কম্পনে ) |
| ধো ( to wash ) | 'স্বৰাণাং স্বৰাঃ' ( ৪।২৩৮ ) | ধুৱই ধাৱই | ধাৱতি | √ধাৱ্ |

১। cf. Mh. থকণে, Guj. থাকবুং, Sind. থকণু, H or U. থাকনা

| অসমীয়া ধাতু | মূল সূত্র | প্রাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| নাচ্ ( to dance ) | 'চ্ছো ব্রজনৃত্যোঃ' ( ৱ. ৮।৪৭ ) | ণচ্চই | নৃত্যতি | √নৃত্, √নর্ত্ পালি—√নচ্ |
| নাশ্ ( to destroy ) | 'স্বৰাণাং স্বৰাঃ' ( ৪।২৩৭ ) | নাশই | নশ্যতি | √নশ্ |
| নাম্ ( to go down, to sink ) | | ণমই | নমতি | √নম্ |
| নি, নে ( to take to carry ) | 'যুবর্ণস্য গুণঃ' ( ৪।২৩৭ ) | নেই | নয়তি | √নী পালি√নি ( to guide ) |
| নিজৰ্, নিঝৰ্ (to drip, to percolate ) | 'ক্ষৰ নিজ্ঝৰো ৱা' ( ৪।২০ ) | নিজ্ঝৰই | নির্ঝৰতি | নি+√ঝৃ |
| নিভা ( to blow, to put out ) | "ৱিশ্রমে ০" | নিব্বই, নিত্তুই | নির্ৱাতি | নিৰ্+√ৱা[1] |
| নিমা, নুমা ( to extinguish ) | ( ৪।১৫৯ ) | ,, | ,, | ,, |
| নুম্ ( to wade, to sink ) | 'নেঃ সদোমজ্জঃ' ৪।১২৩ | নুমজ্জই | নিমজ্জতি | নি+√মস্জ |
| নিৰা ( to weed ) | 'আক্ষিপে ০' ( ৪।১৪৫ ) | নীৰৱই | নিৰোপয়তি | নি+√ৰুহ্[2] |
| নিবাৰ্ ( to prevent ) | 'নিবৃপত্যো ০' ( ৪।২২ ) | নিৱাৰই | নিবৃণোতি | নি+√বৃ |
| নিহৰ্ ( to dry, to be void of water ) | 'নিস্সৰেৰ্ ০' ( ৪।৭৯ ) | ণীহৰই | নিঃসৰতি | √নিঃ+সৃ ( to ooze out, to exude ) |
| নোৱা ( to bathe ) | 'স্নাতে ০' ( ৪।১৪ ) | ণ্হাই ( caus. ) ন্হাৱই | স্নাতি স্নাপয়তি | √স্না |
| পখাল্ ( to wash ) | ( হে. ৪।২৮৮ ) | পক্খালই | প্রক্ষালয়তি | প্র+ √ক্ষল্ |

১। cf. also নি√ভা=to shine.

২। cf. নি+√দো, caus. নিদাপয়তি, to cut or lop off.

| অসমীয়া ধাতু | মূল সূত্ৰ | প্ৰাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| পৰ্ (to fall) | "শদিপতোৰ্ডঃ" (কাত্যা. ৭।৪৮) | পৰই, পড়ই | পততি | √পত্ পা.√পড়্ |
| পঢ়্ ( to read ) | (হেমচ. ১।১৯৯) | পঢ়ই | পঠতি | √পঠ্ |
| পঠা ( to send ) | "প্ৰস্থাপেঃ ০" ( ৪।৩৭ ) | পট্ঠাৱই, পট্ঠাৱই | প্ৰস্থাপয়তি ( caus. ) | প্ৰ+√স্থা |
| পোহৰা ( to light )[১] | "প্ৰসৰেঃ" ( ৪।৭৭ ) | পসৰই | প্ৰসৰতি | প্ৰ√সৃ |
| পৰশ্, পৰখ্ (to touch) | "স্পৃশেঃ ০" ( ৪।১৮২ ) | ফৰিসই | স্পৃশতি | √স্পৃশ্ |
| পলা ( to flee ) | "নশে ০" ( ৪।৩১ ) | পলাৱই | পলায়তে | পৰা+ √অয়্ |
| পা (to get, to obtain ) | "বাঞ্জনাদদন্তে" ( ৪।২৩৯ ) | পাৱই | প্ৰাপ্নোতি | প্ৰ+ √আপ |
| পাগুল্ ( to chew the cud ) | "ৰোমন্থে ০" ( ৪।৪৩ ) ( of নামধাতু from প্ৰ+ঘূৰ্ণ্ ) | ৰগ্গোলই | ৱিগৃণাতি ৱিগিৰতি | ৱি+ √গৃ |
| পাজৰ্ ( to stand off ) | "গমেৰ্০" ( ৪।১৬২ ) | পচ্চৰই, পচ্চৰই | প্ৰচৰতি | প্ৰ+ √চৰ্ |
| পতিয়া ( to trust, to be convinced ) | —— | পচ্চাঅঅই | প্ৰত্যায়য়তি | √প্ৰতী (=প্ৰতি ) +√ই |
| পাৰ্ (can, to be able, to perform ) | "শকে ০" ( ৪।৮৬ ) | পাৰই | পাৰয়তি | √পৃ |
| পাৰ্, পাড়্ (to pluck, to cause to fall ) | "নিৰ্পত্যো ০" ( ৪।২২ ) | পাড়েই | পাতয়তি | √পত্ (caus.) |
| পালট্ ( to turn round ) | "প্ৰত্যাঙা পলোট্টঃ" "পৰ্যসঃ" ( ৪।১৬৬ ) | পলোট্টই পল্লট্টই, পল্হত্থই | প্ৰত্যাবৰ্ততে | প্ৰতি+ আ+√বৃৎ |

১। cf. মহাৰশ্মিপুঞ্জে পসৰাই।
আগত কিৰণে ঝাড়ি যাই॥—শঙ্কৰ

| অসমীয়া ধাতু | মূল সূত্র | প্রাকৃত রূপ | সংস্কৃত রূপ | মূল ধাতু |
|---|---|---|---|---|
| পাহৰ্ ( to forget ) | "স্মরেঃ০" (৪।৭৪) | পম্হরই, বিস্হরই, | —প্রস্মরতি | প্র+√স্মর্ |
| | | বিসরই | —বিস্মরতি | বি+√স্মর্ |
| পিছল্ ( to slip ) | "কম্পের্বিচ্ছোলঃ" ( ৪।৪৬ ) | বিচ্ছোলই | নামধাতু from | পিচ্ছিল, বা পিচ্ছল |
| পিট্ ( to beat ) | "পিবেৰ০" ( ৪।১৮৫ ) | পিট্টেই, পিট্টই | নামধাতু from | পিষ্ট |
| পিহ্ ( to pound ) | "পিবেৰ০" ( ৪।১৮৫ ) | পিসই, পীসই | পিনষ্টি | √পিষ্ ( to grind ) |
| পি, পিআ ( to drink ) | "পিবেঃ০" ( ৪।১০ ) | পিঅই | পিবতি | √পা |
| পুছ্ ( to ask ) | "প্রচ্ছঃ পুচ্ছঃ" ( ৪।৯৭ ) | পুচ্ছই | পৃচ্ছতি | √পৃচ্ছ্ |
| পুঁছ্ ( to plaster, to rub ) | "মৃজেঃ০" ( ৪।১০৫ ) | পুম্ছই, পুম্সই | প্রোঞ্ছতি | প্র+√উঞ্ছ |
| পিন্ধ্ ( to wear , to put on ) | ——— | পিংধই | অপিদধাতি | অপি+√ধা |
| পেখ্ ( to see, to look ) | "দৃশো ০" ( ৪।১৮১ ) | পেচ্ছই ( পেক্খই ? ) | প্রেক্ষতে | প্র+√ঈক্ষ্ |
| পেলা, ফেলা (to throw) | "ক্ষিপেঃ ০" ( ৪।১৪৩ ) | পেল্লই | পেলতি, পেলয়তি বা ফেলতি, ফেলয়তি | √পেল্ √ফেল্ |
| পোৰ্[1] ( to burn ) | "পচেঃ০" ( ৪।৯০ ) | পোলই | প্লুষতি | √প্লুস্ |
| ফাল্ ( to split ) | "পাটেঃ ফাৰঃ" ( কা. ৭।৮ ) | ফারেই | পাটয়তি | √পাট্ |
| ফুকা, ফুৰা ( to blow ) | ( হেমচ. ৪।৪২২ ) | ফুক্কেই, ফুক্কই | ফুৎ+ক্রীয়তে | ফুৎ√কৃ |

১। এহিসে বানৰ আমাঠেৰ লঙ্কাপোলা। মা. ক.
অনিচ্ছাতো যেন অগনি পোলে। শঙ্কৰ
Mh.—পোড়ণে—to burn, singe : to be scorched.

| অসমীয়া ধাতু | মূল সূত্ৰ | প্ৰাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| ফুকাৰ্ ( call out ) | "ব্যাহৃগেঃ ০" ( ৪।৭৬ ) | পোক্কই | —— | —— |
| ফুট্ ( to break, to burst ) | "ভ্ৰংশেঃ ০" ( ৪।১৭৭ ) | ফুট্টই | স্ফুটতি | √স্ফুট্ |
| ফুৰ্ ( to wander, to walk ) | "স্ফুৰ স্পন্দনে" | ফুৰদি, ফুৰই | স্ফুৰতি | √স্ফুৰ্ |
| ফিৰ্ ( to turn round ) | "ভ্ৰম্শেঃ ০" ( ৪।১৭৭ ) | ফিড়ই, ফিট্টই | — | —— |
| ব ( to carry ) | "স্তো দুহলিহবহ ০" ( ৪।২৪৫।৪০১, ১।৩৮ ) | বুব্ভই, ৰহিজ্জই, ৰহই | উহ্যতে ৰহতি | √ৰহ্ |
| ব ( to blow, to flow ) | "ম্লেৰ্ ০" ( ৪।১৮ ) | ৰাই | ৰাতি | √ৰা |
| বক্ ( to babble ) | "বিজ্ঞাপেৰ ০" ( ৪।৩৮ ) | ৰোক্কই | ৰক্কয়তি | √ৰক্ক্ |
| বখলা ( to husk, to peel ) | "বিকোশেঃ ০" ( ৪।৪২ ) | পক্খৰই, ৰক্কলই | নাম ধাতু from ৰক্কল (bark), | |
| বৰিষ্ ( to rain ) | "বৃষাদীনামৃতোৰিঃ" ( কা. ৭।৯ ) | বৰিসই | বৰ্ষতি | √বৃষ্ |
| বলা ( to super-impose ) | "আৰোপে ৰলঃ" "দলিবলয়োৰ্ ০" ( ৪।১৭৬ ) | ৰলই | ৰলতি | √ৰল্ ( to move, to cover ) |
| বহ্[১] ( to sit ) | ( হেমচ. ৪।৪৪৪, ১।২৬০ ) | ৱিসই, বৈসই | ৱিশতি (cf. উপৱিশতি=উপ+√ৱিশ্) | √ৱিশ |
| বাচ্ ( to select, .to separate ) | —— | —— | ৱিচোতি | √ৱিচ্ |
| বজ্, বাজ্ ( to stick ) | "বন্ধোন্ধঃ" ( ৪।২৪৭ ) | বজ্ঝই | বধ্নাতি | √বন্ধ্ |
| বাজ্ ( to sound ) | ( হেমচ. ৪।৪০৬ ) | ৰজ্জই | ৰাদ্যতে, নাম ধাতু from ৰাদ্য | |

১। অস. বৈঠ। প্ৰাকৃত বৈট্‌ঠউ, স. উপৱিষ্টঃ ( seated )

| অসমীয়া ধাতু | মূল সূত্র | প্রাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| বাঢ়্ ( to increase, to expand ) | "বৃধের্ঢ়ঃ" | ৱড্ঢই | ৱর্ধতে | √বৃধ্ |
| বাঢ়্, বাৰ্ ( to apportion ) | ( ৱৰ. ৮।৪৪ ) | ৱম্ভএ ? | ৱংভতে | √ৱংভ্ |
| বান্ধ্ ( to tie ) | ( হেমচ. ১।৮৭ ) | বন্ধই | বধ্নাতি | √বন্ধ্ |
| বিচ্ ( to fan ) | "ৱভুক্ষিৱিজ্যোৰ্ o" ( ৪।৫ ) | ৱীজই | ৱীজয়তি | √ৱীজ্ cf. ৱ্যজন্ |
| বিক্ ( to sell ) | "ক্রিয়কিণো o" ( ৪।৫২ ) | বিক্কেই, বিকিণই | বিক্রীণাতি, বিক্রীণীতে | বি+√ক্রী |
| বিন্ধ্ ( to pierce ) | "ছিদিভিদোন্দঃ" ( ৪।২১৬ ) | ভিন্দই | ভিন্দতি অথবা, বিধ্যতি | √ভিদ্ √ব্যধ্ |
| বিয়ল্ ( to spread, to vanish ) | —— | ৱিগলই ৱিঅলই | ৱিগলতি | ৱি+√গল্ |
| বিলা (to distribute) | ( হেমচ. ৪।৩,৫ ) | ৱিলহই | ৱিলভতে | ৱি+√লভ্ |
| বিনা ( to lament, to praise while lamenting ) | "ৱিজ্ঞাপেৰ্ o" ( ৪।৩৮ ) | ৱিন্নৱই | ৱিজ্ঞাপয়তি ( cf. ৱেণতি | ৱি+√জ্ঞা √ৱেণ্ ( to praise ) |
| বিহৰ্[1] ( to forget ) | "স্মৰেঃ o" ( ৪।৭৪ ) | ৱিম্হৰই ৱীসৰই | ৱিস্মৰতি | ৱি+√স্মৃ |
| বুজ্, বুঝ্ ( to understand | "যুধিবুধ্যোৰ্ঝঃ" ( ৱৰ ৮।৪৮ ) | বুজ্ঝই, বুজ্ঝএ | বুধ্যতে | √বুধ্ |
| বুৰ্ ( to sink ) | "মস্জেঃ o" ( ৪।১০৫ ) | বুড্ডই | ব্রুড়তি | √ব্রুড় |
| বুল্ ( to walk ) ব'ল্ | "গমেঃ o" ( ৪।১৬২ ) | ৱোলই | ৱলতি, ৱলতে | √ৱল্ |
| বেচ্ ( to sell ) | ( হেমচ. ৪।৪১৯ ) | ৱেচ্ছই | প্রযচ্ছতি | প্র+√যম্ |
| বেঢ়্ ( to encircle ) | "ৱেষ্টেশ্চ" ( ৱৰ ৮।৪০ ) | ৱেঢ়ই, ৱেড্ঢই | ৱেষ্টতে | √ৱেষ্ট |

১। cf. বিচুর্তি=স. বিস্মৃতিঃ ( perplexity )।

| অসমীয়া ধাতু | মূল সূত্ৰ | প্ৰাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| বো, ৱ ( to sow ) | "ৱপেঃ" | ৱৱই | ৱপতি | √ৱপ্ |
| বোল্ ( to speak ) | "কথেঃ ০" ( ৪।২ ) | বোল্লই | ৱল্হয়তি | √ৱল্হ্ |
| ভৰ্ ( to fill ) | "অন্ত্যস্যাৰঃ" ( কাঃ ৭।১০ ) | ভৰেই | ভৰতি, ভৰতে | √ভৃ |
| ভাঙ্ ( to break ) | "ভঞ্জেৰ্ ০" ( ৪।১০৬ ) | ভম্‌জই | ভনক্তি | √ভঞ্জ্ |
| ভুক ( to bark ) | "গৰ্জ্জেবুক্কঃ" ( ৪।৯৮ ) | ৱুক্কই | ৱুক্কতি | √বুক্ক্ ( to be angry ) |
| ভাজ্ ( to fry ) | — | ভুজ্জই (?) | ভৃজ্জতি | √ভ্ৰস্‌জ্ |
| ভিজ্ ( to get wet ) | — | অব্ভিজ্জই | অভ্যাৰ্দ্ৰয়তি | অভি+আ+√অৰ্দ্ নাম ধাতু—আৰ্দ্ৰ |
| ভুল্ ( to err, to forget ) | "ভ্ৰম্‌শেঃ০" (৪।১৭৭) | ভুল্লই | বিহ্বলতি | বি+ √হ্বল্ or নামধাতু from ভোল cf. "ভোলো কামাদিবিহ্বলে" ইতি মেদিনী |
| ভুঞ্জ্ ( to enjoy, to eat | "ভুজোং ০" ( ৪।১১০ ) | ভুম্‌জই | ভুনক্তি, ভুংক্তে | √ভুজ্ |
| ভুমুৰ্, ভোমৰ্ (to roam, to wander ) | "ভ্ৰমেশ্ ০" ( ৪।১৬১ ) | ভম্মড়ই, ভমড়ই, ভমাড়ই | ভ্ৰমতি | √ভ্ৰম্ |
| ভোৰভোৰা, ভেৰ্ভেৰা (to babble to prate) | "ৱিলপে ০" ( ৪।১৪৮ ) | ৱড়ৱড়ই | নাম ধাতু from স. ভটভট | |
| ভেট্ (to meet, to come in contact with ) | "সমাব্ভিড়ঃ" ( ৪।১৬৪ ) | অব্ভিড়ই | অভিৱৃত্যতে | অভি+ √ৱৃৎ |
| মথ্ ( to churn, to agitate ) | "মন্থেৰ্ ০" ( ৰ ৪।১২১ ) | মম্থই | মথ্নাতি | √মন্থ্ |
| মন্ ( to discern, to look minutely ) | "জ্ঞো জানমুনৌ" ( ৪।৭ ) | মুনই | মন্যতে | √মন্ |
| মৰ্ ( to die ) | "অন্ত্যস্যাৰঃ" ( কা. ৭।১০ ) | মৰএ | ম্ৰিয়তে | √মৃ |

| অসমীয়া ধাতু | মূল সূত্র | প্রাকৃত রূপ | সংস্কৃত রূপ | মূল ধাতু |
|---|---|---|---|---|
| মল্ ( to press, to rub, pound, to wash | "মৃদো লঃ" ( ব. ৮।৫০ ) | মলই, মৰএ, মলএ | মৃদ্নাতি<br>ম্রদতে | √মৃদ্<br>√ম্রদ্ |
| মৰিষ্ ( to pardon, to excuse ) | "বৃষাদীনামৃতাবিঃ" ( কা. ৭।৯ ) | মৰিসই | মর্ষতে | √মৃষ্ |
| মাখ্ ( to anoint, to rub ) | "ম্রক্ষেশ্ ০" ( ৪।১৯১ ) | মক্খই | মক্ষতি | √মক্ষ্ |
| মাগ্ (to beg, to seek, to solicit ) | "শকাদীনাং দ্বিত্বম্" ( ৪।২৩০ ) | মগ্গই | মার্গতি<br>cf. মৃগ্যতি | √মার্গ্<br>√মৃগ্ ( to seek ) |
| মাজ্ ( to rub, to wipe off, to clean ) | "মৃজেঃ ০" ( ৪।১০৫ ) | মজ্জই | মার্জয়তি | √মৃজ্ |
| মাত্ ( to call ) | ( ৪।২৬০ ) | মন্তই (?) | মন্ত্রয়তে<br>cf. প্রা. মন্তিদো=স.মন্ত্রিতঃ | √মন্ত্র্ |
| মিল্ ( to agree, to join ) | "প্রাদের্মীলেঃ" ( ৪।২৩২ ) | মিলই | মিলতি | √মিল্ |
| মিলা ( to mix )<br>মিহাল্ | "মিশ্রে" ( ৪।২৮ ) | বিসালই<br>মেলাবই<br>মিস্সই | মিশ্রয়তি | √মিশ্র<br>বৈ. √মিশ্ল্ |
| মুজ্, মুদ্ ( to close up ) | "যুধবুধ ০" (৪।২১৭ ) | মুজ্ঝই | মুদ্রয়তি | √মুদ্র্ |
| মোকাল্[১] (to loosen, to set free ) | ( ৪।৩৬৬ ) | মোক্কলড়ই<br>cf. | মোক্ষতি<br>মোচয়তি | √মোক্ষ্<br>√মুচ্ |
| মোটক্ ( to squeeze, to press ) | ( ৪।৪৪৫ ) | মোড়য়তি | মোটয়তি | √মুট্ ( to crush ) |
| মেল্ ( to let loose, to set free ) | "মুচেঃ ০" ( ৪।৯১ ) | মেল্লই | মুঞ্চতি | √মুচ্ |
| যাচ্ ( to offer, to bestow ) | "গমিষ্যমাসাম্ ০" ( ৪।২১৫ ) | যচ্ছই | যচ্ছতি | √যম্ |

26

১। cf. Mar. মোকড় adv. loosely, freely, at large ; Guj. মোকলু adj. unrestrained ; Sin. মোকল leave, permisson.

| অসমীয়া ধাতু | মূল সূত্র | প্রাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| যুঁজ্, যুঝ্ (to fight) | "যুধিবুধ্যোর্ঝ:" ( ব. ৮।৪৮ ) | যুজ্ঝএ | যুধ্যতে | √যুধ্ |
| ৰ, ৰহ্ ( to stop, to stay ) | — | ৰহই | ৰহতি | √ৰহ্ ( to leave, to forsake) |
| ৰাখ্ ( to keep ) | ( ৪।৪৯ ) | ৰক্‌খই | ৰক্ষতি | √ৰক্ষ্ |
| ৰাজ্, ৰঞ্জ্ ( to paint ) | "ৰঞ্জে ৰাৱ:" ( ৪।৪৯ ) | ৰঞ্জেই | ৰজতি | √ৰঞ্জ্ |
| ৰো ( to plant ) | — | ৰোঅই | ৰোপয়তি | √ৰুহ্ |
| ৰেঙা ( to creep, to ooze, to enter ) | "প্রবিশেৰিঅ:" ( ৪।১৮৩ ) | ৰিঅই, ৰিগ্‌গই | ৰিংখতি, ৰিংগতি | √ৰিংখ্, √ৰিঙ্গ্ |
| ৰেপ্ (to cut drawing the knife backward and forward) | "তক্ষে: ০" ( ৪।১৯৪ ) | ৰম্পই, ৰম্ফই | ৰিফতি | √ৰিফ্ (to hurt) |
| ল (to take, to get) | ( ৪।৩৩৫ ) | লহই | লভতে | √লভ্ |
| লৰ্ ( to move ) | — | লৰই | লৰ্তি | √লৰ্ |
| লাগ্ ( to belong, to be attached | "শকলগ্‌শক্কো" ( ব. ৮।৫২ ) | লগ্‌গই | লগতি | √লগ্ |
| লিপ্ ( plaster, to anoint ) | "লিপো লিম্প:" ( ৪।১৪৯ ) | লিম্পই | লিম্পতি, লিম্পতে | √লিপ্ |
| লুকা ( to hide ) | "বিলীনেৰ্ ০" | লুক্কই | লুক্যতি (?) | √লুক্ ( to disappear ) |
| লোৰ্ ( to gather ) | "পুঞ্জেৰ ০" ( ৪।১০২ ) | লুড়ই, আৰোলই | লোটতি, আলুড়তি | √লুট্, আ+√লুড়্ |
| শলাগ্ ( to praise, to be grateful ) | "শ্লাঘ: ০" ( ৪।৮৮ ) | সলহই | শ্লাঘতে | √শ্লাঘ্ |
| শিখ্, শিক্ (to learn) | — | সিক্‌খএ | শিক্ষতে | √শিক্ষ |
| শুঙ্ ( to smell ) | — | শিম্‌হই | শিংঘতি | √শিংঘ্ |
| শুখা, শুকা (to dry) | ২।৫ | সুক্‌খম্, সুক্কম্ | শুষ্কং | নামধাতু |
| শুন্ ( to hear ) | "শ্রুতের্হণ:" ( ৪।৫৮ ) | সুণই, হুণই | শৃণোতি | √শ্রু |

| অসমীয়া ধাতু | মূল সূত্র | প্রাকৃত রূপ | সংস্কৃত রূপ | মূল ধাতু |
|---|---|---|---|---|
| শুৱা ( to shine ) | ( ১।১৮৭, ২৬০ ) | সোহই | শোভতে | √শুভ্ |
| শো ( to sleep ) | "স্বপেঃ ০" ( ৪।১৪৬ ) | সুঅই, সোৱই, সুৱই | স্বপিতি | √স্বপ্ |
| শোষ্, শোহ্ ( to suck, to lick dry ) | "কষাদীনাম্ ০" ( ৪।২৩৬ ) | শূসই | শুষ্যতি | √শুষ্ |
| স ( to bear, to suffer ) | ( ১।৬ ) | সহই | সহতে | √সহ্ |
| সমাৰ্, সামৰ্ ( to conclude ) | "সমৰাচৰ ০" ( ৪।৯৫ ) | সমাৰই, সমুৰৰই | সমৃৰতি | সম্ + √ৱৃ |
| সঁপ্ ( to make over, to entrust ) | "অর্পেৰ ০" ( ৪।৩৯ ) | সমপ্পেই | সমর্পতি (?) | সম্ + √অর্প |
| সমজা (to explain) | "যুধবুধ ০" ( ৪।২১৭ ) | সম্বুজ্ঝই | সম্বুধ্যতে | সম্ + √বুধ্ |
| সৰ্ ( to fall, to drop ) | ( কা. ৭।৪৮ ) | সৰই, সড়ই | সৰতি | √সৃ |
| সাৰ্ ( to sweep ) | "প্রহৃগেঃ ০" ( ৪।৮৪ ) | সাৰই | সাৰয়তি | √সৃ ( causal ) |
| সাৰ্ ( to escape ) | "সমাৰচেৰ্ ০" ( ৪।৯৪ ) | সাৰৱই | — | — |
| সাঁহৰা (to intimate or warn by sound ) | "সমৱৃণেঃ ০" | সাহৰই, সাহট্টই | সম্বৃণোতি | সম্ + বৃ |
| সাঙ্গোৰ্[১] ( to tie together, to link ) | "সমোগলঃ" ( ৪।১১৩ ) | সম্গলই সম্ঘড়ই | সম্ঘটতে | সম্ + √ঘট্ |
| সাজাৰ্, সাজুৰ্ ( to tie together, to link ) | — | সম্জুড়ই | সম্জুড়তি | সম্ + √জুড়্ |
| সি ( to sew ) | "শকাদীনাম্ ০" ( ৪।২৩০ ) | সিব্বই | সীব্যতি | √সিব্ |

---

১। Cf. Mar. সাংগড়ণে to link, join, unite together ; স. সংগূঢ় united.

| অসমীয়া ধাতু | মূল সূত্ৰ | প্ৰাকৃত ৰূপ | সংস্কৃত ৰূপ | মূল ধাতু |
|---|---|---|---|---|
| সিঁচ্ ( to bale ) | "সিচেঃ" ( ৪।৯৬ ) | সিম্চই | সিঞ্চতি | √সিচ্ |
| সিজ ( to succeed, to boil ) | "যুধবুধ o" ( ৪।২১৭ ) | সিজ্ঝই | সিধ্যতি | √সিধ্ |
| সুমৰ্ ( to remember ) | "স্মৰতের্ভৰসুমৰৌ" ( বা. ৮।১৮ ) | সুমৰই | স্মৰতি | √স্মৃ |
| হ ( to be ) | "ভুৱহোভুবৌ" ব. ৮।১ | হোই হুৱই, হৱই | ভৱতি | √ভূ |
| হৰ্ ( to steal ) | "অন্ত্যস্যাৰঃ" ( কা. ৭।১০ ) | হৰই, হৰেই | হৰতি | √হৃ |
| হান্ ( to stab, to pierce ) | "হন্খনে o" | হণই হম্মই | হন্তে | √হন্ |
| হাল্ ( to droop, to bend ) | —— | — | নামধাতু | স. হল্লনং — rolling or tossing about. |
| হাঁহ্ ( to laugh, to smile ) | "হসেৰ্ o" ( ৪।১৯৬ ) | হসই, হস্সই | হসতি | √হস্ |
| হাৰা, হেৰা, হৰা ( to miss ) | "নশেঃ o" ( ৪।৩১ ) | হাৰৱই | হাৰয়তি | √হৃ |
| হুলা ( to pierce, to impale ) | "ক্ষিপেৰ্ o" ( ৪।১৪৩ ) | হুলই | শূলতি | √শূল্ |

# বিশ আধ্যা

## ক্ৰিয়াৰ প্ৰকাৰ

## ( Kinds of Verbs )

৩৫৩। **ক্ৰিয়া ( Verb ):** বিভক্তি আৰু কৃৎপ্ৰত্যয়যুক্ত ধাতুৰ নাম ক্ৰিয়া। ক্ৰিয়া দুবিধ—সকৰ্মক ( transitive ) আৰু অকৰ্মক ( intransitive )। যি ক্ৰিয়াৰ পাচত এটা কৰ্ম থাকে তাক সকৰ্মক আৰু যি ক্ৰিয়াৰ কৰ্ম থাকিব নোৱাৰে তাক অকৰ্মক ক্ৰিয়া বোলে। যেনে, ৰামে ভাত খালে—ইয়াত 'খালে' এই ক্ৰিয়াপদৰ লগত 'ভাত' এই কৰ্মপদ আছে। এতেকে 'খালে' সকৰ্মক ক্ৰিয়া আৰু 'খা' সকৰ্মক ধাতু। আকৌ, 'ৰাম আছে'—ইয়াত 'আছে' এই ক্ৰিয়াপদৰ লগত কোনো কৰ্ম নাই আৰু থাকিব নোৱাৰে। এতেকে 'আছে' অকৰ্মক ক্ৰিয়া আৰু 'আছ্' অকৰ্মক ধাতু। অকৰ্মক ধাতুৰ প্ৰধান স্বৰ দীৰ্ঘ কৰি তাক সকৰ্মক ধাতুত পৰিণত কৰিব পাৰি। সাধাৰণতঃ 'অ'ৰ ঠাইত 'আ', 'ই'ৰ ঠাইত 'ঈ' বা 'এ' আৰু 'উ'ৰ ঠাইত 'ঊ' বা 'ও' দি বহুত সময়ত অকৰ্মক ধাতুৰ পৰা সকৰ্মক ধাতু উলিয়াব পাৰি। কেতিয়াবা এই নিয়ম নাখাটে। যেনে, 'সোমা' ( to enter ) অকৰ্মক ধাতু; 'সুমা' ( to take in, to admit ) সকৰ্মক; সুমুৱা পাচনীধাতু ( to cause to enter )। উদাহৰণ :—

| মূল সংস্কৃত ধাতু | অকৰ্মক ধাতু | সকৰ্মক ধাতু |
|---|---|---|
| √মৃ | মৰ্ ( to die ) | মাৰ্ ( to kill ) |
| √চৰ্ | চৰ্ ( to graze ) | চাৰ্ ( to tend ) |
| √গ্লুচ্ বা গম্ | গুচ্ ( be off ) | গুচা ( to remove ) |
| √স্ফুট্ | ফুট্ ( to split open ) | ফুটা ( to pierce ) |
| √জ্বল্ | জ্বল্ ( to burn ) | জ্বাল্ ( to kindle ) |
| অভি+ √আৰ্দ্ৰ্ | ভিজ্ ( to wet ) | ভিজা ( to moisten ) |

| মূল সংস্কৃত ধাতু | অকৰ্মক ধাতু | সকৰ্মক ধাতু |
|---|---|---|
| √ব্রুড়্ | বুৰ্ ( to sink ) | বুৰা ( to immerse ) |
| নি+√গৃ | নিগৰ্ ( to drip ) | নিগিৰা ( to cause to drip, to empty ) |
| √সাধ্ | সাধ্ ( to persevere ) | সাধা ( to breah ) |
| √সিধ্ | সিজ্ ( toil, to be done ! | সিজা ( to boil, to crook ) |
| √বল্হ্ | বোল্ ( to speak ) | বুলা ( to call, to invite ) |
| √গল্ | গল্ / গেল্ ( to liquefy ) | গুল্ ( dissolve ) |
| শুষ্ম্ | শুখা ( to dry ) | শোষ্ ( to absorb, to soak ), ইত্যাদি। |

কেতিয়াবা অকৰ্মক ধাতুৰ পৰা ওলোৱা সকৰ্মক ধাতু সংস্কৃত ণিজন্ত ( বা পাচনী ) ধাতুৰ বিকৃতি ভিন্ন আন একো নহয় ( §৩৪৯ )। যেনে, স. √চৰ্ ( to walk )=অ. √চৰ্ ( to graze ) আৰু স. ণিজন্ত 'চাৰি' ( cf. চাৰয়তি )=অ. সকৰ্মক √চাৰ্ ( to graze ); স. √পত্ ( to fall ), পততি=অ. √পৰ্ ( to fall ), আৰু স. ণিজন্ত 'পাতি' ( পাতয়তি )=অ. √পাৰ্ ( to pluck )।

কিছুমান ক্রিয়াৰ দুটাকৈ কৰ্ম থাকে ( § ২৬০।ঘ ); যেনে, সি তাক প্রশ্ন সুধিছিল। ক্রিয়াৰ তিনিটা পুৰুষ ( person )—প্রথম পুৰুষ ( first person ) 'মই', দ্বিতীয় পুৰুষ ( second person ) 'তুমি' বা 'তই' আৰু তৃতীয় পুৰুষ ( third person ) 'যি,' 'সি', ইত্যাদি। ক্রিয়াৰ দুটা বচন ( number )—একবচন ( singular ) আৰু বহুবচন ( plural )।

# একৈশ আধ্যা

## ক্রিয়াৰ ৰূপ ( Mood )

৩৫৪। **ক্রিয়াৰ ৰূপ** ( Mood )

(ক) ক্রিয়া প্রকাশৰ ৰূপ চাৰি বিধ—স্বার্থ বা নির্দেশক ( Indicative ), সম্ভাব্য ( Subjunctive ), অনুজ্ঞা ( Imperative ) আৰু তুমন্ত ( Infinitive )।

(খ) **মূল ঃ** সংস্কৃতত কাল ( tense ) আৰু ক্রিয়াৰ ৰূপ ( mood ) বুজাবলৈ দহোটা বিভক্তি আছিল—লট্, লোট্, লঙ্, বিধিলিঙ্, লৃট্, লৃঙ্, লুট্, আশীর্লিঙ্ লিট্ আৰু লুঙ্। বৈদিকত ইয়াৰ বাহিৰেও আৰু এটি বিভক্তি আছিল—লেট্। এই বিভক্তিবিলাকে সকলো কাল আৰু সকলো ৰূপ নির্দেশ কৰিছিল[১]। প্রাকৃত আৰু প্রাকৃতিক ভাষাত এই বিভক্তিসবৰ কেইবাটাও লোপ হল বা একে ৰূপত পৰিণত হল। যেনে,

১। "বর্তমানে লট্।", পাণি. ৩।২।১২৩। বর্তমানকালত ধাতুৰ উত্তৰ লট্ হয়—গচ্ছামি।
"পৰোক্ষে লিট্"। পাণি. ৩।২।১২৫। ভূত অনদ্যতন আৰু পৰোক্ষ ( যাৰ সাক্ষাৎকাৰ হোৱা নাই )। অর্থত লিট্ হয়। জগাম।
"অনদ্যতনে লুট্।", পাণি. ৩।৩।১৫। "ভবিষ্যত্যনদ্যতনেঽর্থে ধাতোর্লুট্ স্যাৎ", ল. সি. কৌ। ভবিষ্যৎ অনদ্যতন অর্থ প্রকাশ কৰোঁতে লুট্ লকাৰ হয়—গন্তাস্মি।
"লৃট্ শেষে চ।", পাণি. ৩।৩।১৩। ভবিষ্যদর্থাদ্ধাতোর্লৃট্ ক্রিয়ার্থায়াং ক্রিয়ায়াং সত্যামসত্যাং বা।", ল. সি. কৌ। ভবিষ্যৎ অর্থত ধাতুৰ পাচত লৃট লকাৰ হয়, ক্রিয়ার্থা-ক্রিয়া বিদ্যমান থাকক বা নাথাকক। ক্রিয়াৰ অর্থৰ নিমিত্তে যি ক্রিয়া তাৰ নাম ক্রিয়ার্থা-ক্রিয়া ( gerund ); যেনে, পঠিতুং যাতি ( পঢ়িবলৈ যায় )। ইয়াত পঢ়া ক্রিয়া ভবিষ্যৎ কালৰ। cf. "তুমুন্ণ্বুলৌ ক্রিয়ায়াং ক্রিয়ার্থায়াম্"। পাণি. ৩।৩।১০। লৃট্—গমিষ্যামি। "বিধিনিমন্ত্রণামন্ত্রণাধীষ্টসংপ্রশ্নপ্রার্থনেষু লিঙ্।", পাণি. ৩।৩।১৬১। বিধি, নিমন্ত্রণ, আমন্ত্রণ, অধীষ্ট, সংপ্রশ্ন, প্রার্থনা—এই অর্থত ধাতুৰ পাচত লিঙ্ ( বিধিলিঙ্, আশীর্লিঙ ) লকাৰ হয়। বিধিলিঙ্—গচ্ছেয়ম্, আশীর্লিঙ্—গম্যাসম্।
"লোট্ চ।", পাণি. ৩।৩।১৬২। বিধি আদি অর্থত লোট্ লকাৰো হয়—গচ্ছ। "আশিষি লিঙ্লোটৌ।", পাণি. ৩।৩।১৭৩। আশীর্বাদ অর্থত ধাতুৰ পাচত লিঙ্ আৰু লোট্ হয়।

প্ৰাকৃত বৰ্তমান আৰু ভবিষ্যৎ অনদ্যতনত হোই, হোজ্জ, হোজ্জা এনে আকৃতি হয়। সংস্কৃতত এই আকৃতিৰ প্ৰতিৰূপ লট্ আৰু লৃট্[১]।

৩৫৫। (ক) **স্বাৰ্থ বা নিৰ্দেশক ৰূপ** ( Indicative mood )

ক্ৰিয়াৰ সাধাৰণ ভাব প্ৰকাশৰ উপায়ক স্বাৰ্থ বা নিৰ্দেশক ৰূপ বোলে। যেনে, খাওঁ, খালো, খাম। সংস্কৃত লট্, লঙ্, লুঙ্, লিট্, লৃট্ আৰু লুট্ এই ৰূপৰ অন্তৰ্গত। কেৱল লোট্, লিঙ্ আৰু লৃঙ্ এই উপায়ৰ বাহিৰ।

(খ) **সম্ভাব্য ৰূপ** ( Conditional or Subjunctive mood )

সম্ভাব্য অৰ্থত ধাতুৰ পাচত সংস্কৃতত লৃঙ্ হয়; যেনে, যদি বৃষ্টিৰ-ভবিষ্যৎ তদাহম্ অগমিষ্যম্=অস. বৰ্ষণ হোৱা হলে মই গলো হেতেন ( বা হয় )। সংস্কৃত লৃঙ্ কেৱল ভবিষ্যৎ অৰ্থত প্ৰয়োগ হয়। কিন্তু অসমীয়াত বৰ্তমান অৰ্থতো ইয়াৰ ব্যৱহাৰ হয়; যেনে, যদি মই পাৰোঁ এবাৰ যাম; যদি পইছা দিব লাগে মই নৈদী পাৰ নহওঁ। এই শেষোক্ত উদাহৰণত ক্ৰিয়াৰ অৰ্থ ভবিষ্যৎ কালত; সেই দেখি সম্ভাব্য বৰ্তমানক ( subjunctive presentক ) নিৰ্দেশক ভবিষ্যতো ( future indicative ) বুলিব পাৰি। সম্ভাব্য ৰূপ কেতিয়াবা ভূত কালতো হয়; যেনে, "সি অহা হেতেন মই তাৰ লগতেই গলো হেতেন" ( বহল ব্যাকৰণ, ১৮১ পৃ. )। সম্ভাব্যৰ তিনিটি আকৃতি আছে:—(১) 'যদি' যোগত; যেনে, যদি তুমি পঢ়িলা হয় ( বা হেতেন ) তেন্তে মই বলো হেতেন ( বা হয় ); (২) 'যদি' শূন্যত; যেনে, তুমি পঢ়া হেতেন ( বা হলে ) মই গলো হেতেন ( বা হয় ); (৩) 'হেতেন'

---

"অনদ্যতনে লঙ্।", পাণি. ৩।২।১১১। অনদ্যতনভূতাৰ্থবৃত্তেৰ্ধাতোৰ্লঙ্ স্যাৎ", ল. সি কৌ। অনদ্যতন ভূত অৰ্থত বৰ্তমান ধাতুৰ পাচত লঙ্ হয়—অগচ্ছম্।

"লুঙ্।", পাণি. ৩।২।১১০। "ভূতাৰ্থে ধাতোলঙ্ স্যাৎ।", ল. সি. কৌ.। ভূত অৰ্থ প্ৰকাশ কৰিবলৈ ধাতুৰ পাচত লুঙ্ হয়—অগমম্।

"লিঙ্নিমিত্তে লৃঙ্ ক্ৰিয়াতিপত্তৌ।", পাণি. ৩।৩।১৩৯। "হেতুহেতুমদ্ভাবাদি লিঙ্নিমিত্তং তত্ৰ ভবিষ্যত্যৰ্থে লৃঙ্ ক্ৰিয়ায়া অনিষ্পত্তৌ গম্যমানায়াম্।, ল, সি. কৌ। ক্ৰিয়াৰ অসিদ্ধি হোৱা অৱস্থাত লিঙৰ নিমিত্ত—হেতু, হেতুমদ্ভাব আৰু বিধি, নিমন্ত্ৰণ আদি অৰ্থত কিবা অৰ্থ হলে ভবিষ্যৎ অৰ্থত লৃঙ্ লকাৰ হয়, অৰ্থাৎ ধাত্বৰ্থৰ অসিদ্ধি বুজালে সম্ভাবনা অৰ্থত ( ভবিষ্যতত ) লৃঙ্ লকাৰ হয়—অগমিষ্যম্।

১। "ৰ্বৰ্তমানভবিষ্যদনদ্যতনাদ্যতনয়োশ্চ জজ্জৌ বা।", বৰক. ৭।২০।

বা 'হয়' শব্দ বাৰ বাৰ প্ৰয়োগ নকৰাত ; যেনে, তুমি আহিলে মই গলো হয় ( বা হেতেন )। পূ. অস. উদাহৰণ :—

আন খন চিৰকালে নকৰিবি বাপে।
প্ৰাণক তেজিলোঁ হয় তোহোৰ সন্তাপে॥—মা. ক.
"প্ৰমাদত লঙ্কা পুৰি গৈল হনুমন্তে।
আমি জানিলাত গহ নভৈলেক হন্তে॥"
"আছিলোহো হন্তে আমি সচকিত মনে।
কিসক কৰয় পৰাভৱ অল্পজনে॥"—মা. ক.
যদি আজি ঘৰত আছিল হন্তে স্বামী
তেবে আসি তোমাক ৰাখিলোঁ হন্তে আমি॥—দৈত্যাৰি
তেহে এক জন যদি গৈল হন্তে তয়।
তেবে কি মোহোৰ স্বামী বন্ধনে পৰয়॥—দুৰ্গাবৰ

(গ) **অনুজ্ঞা ৰূপ** ( Imperative mood )

আদেশ অৰ্থত ধাতুৰ অনুজ্ঞা ৰূপ হয়। সংস্কৃত লোট্ লকাৰ ইয়াৰ মূল। সংস্কৃতত বিধি, নিমন্ত্ৰণ, আমন্ত্ৰণ, অধীষ্ট, সংপ্ৰশ্ন আৰু আশীৰ্বাদ অৰ্থত লোট আৰু লিঙ্ ( বিধিলিঙ্, আশীৰ্লিঙ ) হয়। কিন্তু অসমীয়াত সাধাৰণতঃ এইবিলাক অৰ্থত কেৱল লোট্ ( অনুজ্ঞা ) হয়। যেনে,

হে ঈশ্বৰ! মোক দয়া কৰা।—প্ৰাৰ্থনা।
যদু! তুমি বন কৰা।—আদেশ।
আজি যেন তেন মতে ভোজন কৰাবা পথে।—দৈত্যাৰি
কিয়নো মাতিলা হা ডেকাগিৰি
কথা কৱা বেলি যাই।—দৈত্যাৰি

আশীৰ্বাদ আদি অৰ্থত ধাতুৰ পাচত সাধাৰণতঃ তৃতীয় পুৰুষত অক্ বা ওক্, পু. অ. ইয়োক, ওক প্ৰত্যয় হয়। যেনে,

ভাল হক।
কুশল হক।
আয়ুশ্ৰী বাঢ়ক।—আশীৰ্বাদ।
আশীৰ্বাদ কৰিয়োক।
ৰামসনে ধৰিয়োক॥

দুৰ্গতিত তৰিয়োক।
অচিন্তাত থাকিয়োক ॥ মা. ক.
মুণ্ডচোক ৰতি মোৰ তোমাৰ চৰণে।—মা. ক.

অনুজ্ঞা ৰূপ কেৱল বৰ্তমান আৰু ভবিষ্যৎ কালত হয়।

(ঘ). **ক্ৰিয়াৰ্থা-ক্ৰিয়া বা তুমন্ত ৰূপ** ( Infinitive mood )

কোনো ক্ৰিয়া সম্পাদনৰ নিমিত্তে আন ক্ৰিয়া সম্পাদিত হলে প্ৰথম ক্ৰিয়াটোক ক্ৰিয়াৰ্থা-ক্ৰিয়া ( **Infinitive mood** ) বোলা যায়। যেনে, পঢ়িবলৈ বা পঢ়িব যায়। ইয়াত 'পঢ়া' কাম সম্পাদনৰ নিমিত্তে 'যায়' ক্ৰিয়াপদৰ প্ৰয়োগ হৈছে; পঢ়া কাৰ্য এতিয়াও হোৱা নাই, ভবিষ্যতে হব। সেই দেখি 'পঢ়্' ধাতুৰ এই ৰূপক ক্ৰিয়াৰ্থা-ক্ৰিয়া বোলে। ক্ৰিয়াৰ্থা-ক্ৰিয়াৰ পাচত ইব ( বা ইবা ), ইবলৈ ( বা ইবা লাগি ), অব ( বা অবা ), অবলৈ ( অবা লাগি ) প্ৰত্যয় হয়। যেনে, খাব ( বা খাবা ), খাবলৈ ( বা খাবা লাগি )—খা ধাতু; শুব, শুবলৈ—শো ধাতু; পঢ়িব, পঢ়িবলৈ ( to read )—পঢ়্ ধাতু। ক্ৰিয়াৰ্থা-ক্ৰিয়া দুবিধ—(১) সাধাৰণ ক্ৰিয়াৰ্থা-ক্ৰিয়া ( simple **infinitive** ) আৰু ক্ৰিয়াৰ্থা-সংজ্ঞা ( gerund )। সাধাৰণ ক্ৰিয়া-সম্পাদন বুজাবলৈ সাধাৰণ ক্ৰিয়াৰ্থা-ক্ৰিয়া আৰু সি কৰ্মযুক্ত হলে ক্ৰিয়াৰ্থা-সংজ্ঞা হয়। পুৰণি অসমীয়াত এই অব বা ইব প্ৰত্যয় ইবে, ইবা, ইবে লাগি, ইবাক, ইবাক লাগি, অবা, অবা লাগি আছিল। যেনে,

পঠাইলন্ত বান্ধিবাক ৰামচৰণক।
গৈলন্ত বান্ধিবে এক তাম্বিৰ ঘৰক ॥—দৈত্যাৰি
নলাগে দেবদ্বিজ ঋষি দুইবে।
নলাগে সমস্ত শাস্ত্ৰ জানিবে ॥—শঙ্কৰ
মথিবাক নেদে আৰৰ দধি।—শঙ্কৰ
গুণক অতিক্ৰমি অমৃতক পাইবাৰ শুনি
তাৰ লক্ষণ আচাৰ উপায়ক ভালমতে জানিতে
ইচায়ে অৰ্জুনে পুছন্ত।—ভট্ট. দে.
বসিবাক লাগি হৰি দিয়াইলা আসন।—শঙ্কৰ
মাৰিবে নপাৰি হস্তিগণ অন্তৰিলা।—হেম. সৰ.

নামনি আসামত পু. অসমীয়াৰ দৰে অবা, ইবা, ইবা লাগি প্ৰচলিত

আছে। যেনে, মই যাবা লাগি ওলাই আছো; ফুৰিবা যাঁও। পুৰণি অসমীয়াত 'ইতে' প্ৰত্যয়ো তুমন্ত বা ক্রিয়ার্থা-ক্রিয়াত প্ৰয়োগ হৈছিল। যেনে,

তোমাক দহিতে পাৰো পতিব্ৰতা শাপে।—মা. ক.

ৰাসক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈল মন।—শঙ্কৰ

এই ৰূপ কিন্তু অতি বিৰল। বৰ্তমানত ইয়াৰ চলতি নাই।

(ঙ) **ক্রিয়ার্থা-ক্রিয়াৰ মূল:** ডাক্তৰ হূৰ্ণলিৰ মতে এই প্ৰত্যয়ৰ মূল সংস্কৃতৰ কৃৎপ্ৰত্যয় 'তব্য'। প্ৰাকৃতত এই প্ৰত্যয় এঅব্বং বা ইঅব্বং[1] হয় আৰু অপভ্ৰংশ প্ৰাকৃতত এব্বং, এবং বা ইব্বং[2] হয়। যেনে স.—কৰ্তব্যম্= প্ৰা. কৰেঅৱ্বং, কৰিৱ্বং=অপভ্ৰ. কৰিএৱ্বউম্, কৰেৱ্বউম্, কৰেবা। অপভ্ৰংশ 'এৱা' ৰ পৰা অসমীয়া ইব (ইবা), অব (অবা) হৈছে। যেনে, কৰিব (বা কৰিবা), হাঁহিব (বা হাঁহিবা), ইত্যাদি। ক্রিয়ার্থা-সংজ্ঞাৰ (gerund ৰ) বিষয়ত হলে এই ইব (বা ইবা) আৰু অব (বা অবা)ৰ পাচত লৈ (বা লাগি) আৰু পুৰণি অসমীয়া লাগি. বা ক লাগি যোগ হয়। যেনে, কৰিবলৈ (বা কৰিবা লাগি), পুৰণি অস. কৰিবে লাগি বা কৰিবাক লাগি, ইত্যাদি।

ভাইক মেৰাইবাক লাগি যুৰিলা উপাই।—মা. ক.

যুজিবাক লাগি ৰাজা কৰয় আদেশ।—মা. ক.

কিন্তু এই প্ৰত্যয় বৈদিকৰ পৰা অপভ্ৰংশৰ মাজেদি অসমীয়ালৈ অহা যেন হে অনুমান হয়। বৈদিকত তুমৰ্থে 'তবৈ', 'তবেঙ্', 'তবেন্,' আদি ১৫টা প্ৰত্যয় হয়[3]। যেনে, অষ্টবে to attain (√অংশ্), অত্তবে to eat (√অদ্), অৱিতবে to favour (√অৱ্), অস্তবে, অস্তবৈ to throw (√অস্), এতবে, এতবৈ to go (√ই), এষ্টবৈ to desire (√ইষ্), উহিতবৈ to remove (√উহ্), কৰ্তবে, কৰ্তবৈ to make (√কৃ), গন্তবে,

১। "এচ্চ ক্তাতুমৃতব্যভবিষ্যৎসু", হেমচ. ৩।২৫৭। ক্তাতুম্তব্যেষু ভবিষ্যৎকাল-বিহিতে চ প্ৰত্যয়ে পৰতোঽত একাৰশ্চকাৰাদ্ ইকাৰশ্চভবতি। তব্য—হসেঅব্বম্, হসিঅব্বম্; ক্তা—হসেউণ, হসিউণ; তুম্—হসেউম্, হসিউম্।

২। "তব্যস্য ইএৱ্বউম্ এৱ্বউম্ এবা:।" হেমচ. ৪।৪৩৮। অপভ্ৰংশে তব্যপ্ৰত্যয়স্য ইএৱ্বউম্, এৱ্বউম্, এৱা ইতি এতে ত্ৰয় আদেশা ভবন্তি।

৩। পাণিনি অষ্টাধ্যায়ী, ৩।৪।৯।

গন্তৱৈ, to go ( √গম্ ), গ্ৰহীতৱৈ to seize ( √গ্ৰহ্ ), চৰিতৱে to move ( √চৰ্ ), দাতৱে, দাতৱৈ, দাৱনে to give ( √দা ), নেতৱৈ to lead ( √নী ), পক্তৱে to cook ( √পচ্ ), পাতৱে, পাতৱৈ to drink ( √পা ), পেষ্টৱৈ to crush ( √পিষ্ ), ভুৱে, ভুৱৈ, ভ্বে to be ( √ভূ ), মন্থিতৱৈ to stir ( √মথ্, √মন্থ্ ), মন্তৱে, মন্তৱৈ to think ( √মন্ ), যোতৱে, যোতৱৈ to separate ( √যু ), ওতৱে, ওতৱৈ, ৱাতৱে to wear ( √ৱা ), সেতৱে to bind ( √সি ), ইত্যাদি। অপভ্ৰংশত তুমৰ্থে এবং, অণ, অণহং, অণাহিং প্ৰত্যয় হয়[১]। যেনে, স. দাতুম্ to give, অপভ্ৰ. দেৱং, অস. দিব ; স. পালয়িতুম্ to maintain, অপভ্ৰ. পালেৱি, অস. পালিব। বৈদিক প্ৰত্যয়ৰ পৰা অপভ্ৰংশ আৰু অসমীয়া প্ৰত্যয় নমোৱা কঠিন নহব।

৩৫৬। **কৃদন্ত** ( Participle )

অসমীয়া কৃদন্ত পদ বৰ অসম্পূৰ্ণ। তাত অপূৰ্ণ কৃৎ ( imperfect participle ), নিত্য কৃৎ ( perfect participle ) আৰু অসমাপিকা ক্ৰিয়া ( conjunctive participle ) মাত্ৰ অনিশ্চিত ভাবে প্ৰকাশিত হয়। যেনে,

| | | | |
|---|---|---|---|
| বৰ্তমান (Present) | অপূৰ্ণ কৃৎ ( Imperfect participle ) | হিন্দী :—মৈ পঢ়তা হুঁ।<br>মৈ পঢ়তা বাটোঁ।<br>মৈ পঢ়তা হৈবোঁ।<br>অসমীয়া :—মই পঢ়ি আছোঁ।<br>(মই পঢ়িব লাগিছোঁ)<br>মই পঢ়াত আছোঁ।<br>মই পঢ়িছোঁ। | I am reading |
| | নিত্য কৃৎ (Perfect participle) | হিন্দী :—মৈ পঢ়া হুঁ।<br>মৈ পঢ়লে বাটোঁ।<br>মৈ পঢ়লে হৈবোঁ।<br>অসমীয়া :—মই পঢ়িলোঁ।<br>মই পঢ়া ( কাম ) কৰিলোঁ। | I have read |

১। "তুম এবং অণাণহম্ অণহিম্ চ", হেমচ. ৪।৪৪১

| | | | |
|---|---|---|---|
| ভূত (Past) | অপূৰ্ণ কৃৎ (Imperfect participle) | হিন্দী :—মৈ পঢ়তা থা।<br>মৈ পঢ়ৎ ৰহলো।<br>অসমীয়া :—মই পঢ়ি আছিলোঁ।<br>(মই পঢ়িব ধৰিছিলোঁ)।<br>মই পঢ়াত আছিলোঁ। | I was reading |
| | নিত্য কৃৎ (Perfect participle) | হিন্দী :—মৈ পঢ়া থা।<br>মৈ পঢ়লে ৰহলো।<br>অসমীয়া :—মই পঢ়িছিলোঁ।<br>মই পঢ়া ( কাম ) কৰিছিলোঁ। | I had read. |

পুৰণি অসমীয়াত অপূৰ্ণ কৃতত অন্ত, অন্তে, অন্তি প্ৰত্যয় যোগ হৈছিল। উদাহৰণ :—

বৰ্ত্তমান অপূৰ্ণ কৃৎ ( present imperfect ) :—

দেৱে যেৱে উপাসন্তে আছে।
পৰিল আকাশী বাণী পাছে॥—শঙ্কৰ
বসিয়া আছন্ত আনন্দ কৰি।—শঙ্কৰ
আপোনাৰ তেজে বিশ্বক প্ৰকাশ কৰিবে লাগিছা।—ভট্টদেৱ

বৰ্ত্তমান নিত্য কৃৎ ( present perfect ) :—

গোপী বোলে উপকাৰ কৰি আছা ভাল।
কিসক জগাইলি মোৰ নিদ্ৰাৰ ছৱাল॥—মা. দে.
আদিত্যো শ্ৰাদ্ধদেৱ মনুত কহিলা, মনুৱো পুত্ৰ ইক্ষাকুত কহিলা।—ভট্ট দে.
সম্পাতিৰ বচনত খণ্ডিল বিষাদ।
কৌতুকে বানৰে কৰিলন্ত সিংহনাদ॥—মা. ক.

ভূত অপূৰ্ণ কৃৎ ( past imperfect ) :—

ইতো ত্ৰিজগতক আছিলা ৰক্ষা কৰি।—শঙ্কৰ
ৰহিলা কান্দন্তে মুদি আখি।—শঙ্কৰ

ভূত নিত্য কৃৎ ( past perfect ) :—

যাবা তোমাক বৰ বুলি সংকাৰ কৰিছিল তাবাৰ
আগত লঘু হুইবা।—ভট্টদেৱ

অসমীয়া অপূর্ণ আৰু নিত্য কৃতৰ তলত লিখা প্ৰত্যয় পোৱা যায়, অৰ্থাৎ অপূৰ্ণ কৃতৰ 'ই' বা 'আত' আৰু নিত্য কৃতৰ 'আ', 'অল্' বা 'ইল্' প্ৰত্যয়।

আ-প্ৰত্যয় বিশেষকৈ কৰ্মবাচ্যৰ পৰা আহিছে ; যেনে, কৰা যায় (is done), লোৱা যায় ( is taken ), ইত্যাদি। অপূর্ণ কৃতৰ অৰ্থ ক্ৰিয়াৰ্থ-ক্ৰিয়াৰ প্ৰয়োগ কৰিও প্ৰকাশ কৰা যায়। যেনে, পঢ়িব ধৰিছো ( I am reading), পঢ়িব ধৰিছিল ( He was reading )। এনে স্থলত সহকাৰী ক্ৰিয়াটো বাস্তৱিকে নিত্য কৃৎ। তলত কৃদন্ত আৰু ক্ৰিয়াৰ্থা-ক্ৰিয়াৰ উদাহৰণ দিয়া হল।

| ধাতু | ক্ৰিয়াৰ্থা-ক্ৰিয়া | অপূর্ণ কৃৎ | নিত্য কৃৎ |
|---|---|---|---|
| বোল্ ( to speak ) | বুলিব | বুলি, বোলাত | বোলা, বুলিল |
| মৰ্ ( to die ) | মৰিব | মৰি, মৰাত | মৰা, মৰিল |
| মিল্ ( to meet ) | মিলিব | মিলি, মিলাত | মিলা, মিলিল |
| সি ( to sew ) | সিব | সি, সিয়াত | সিয়া, সিল |
| পি ( to drink ) | পিব | পি, পিয়াত | পিয়া, পিল |
| শো ( to sleep ) | শুব | শুই, শোৱাত | শোৱা, শুল |
| হ ( to be ) | হব | হৈ, হোৱাত | হোৱা, হল |

৩৫৭। মূল ( Origin and derivation )

(ক) অপূর্ণ কৃৎ ( imperfect participle ): ইয়াৰ মূল সংস্কৃত কৃৎ প্ৰত্যয় শতৃ ( অত্ বা অন্ত্ )। তাৰ পৰা প্ৰাকৃতত 'অংতো'[১] অপভ্ৰংশত 'ই' ( হেমচ. ৪।৪৩৯ ), হিন্দী—'অত্', 'তা', বঙ্গলা—'ইত্', উৰিয়া—'উ', পু. অস.—'অন্ত্', 'অন্তে' আৰু অসমীয়াত—'ই', 'আত্ হয়। যেনে, স. সহন্ ( having endured ) মা. প্ৰা. সহংতে, প্ৰা সহমৃতো, অপভ্ৰ. সহি ; হিন্দী সহতা, সহৎ, বঙ্গলা সহিতে, পু. অস. সহন্ত : অস.—সহি, সৈ, সহাত্। ধাতু 'ই' যুক্ত হোৱাৰ পিচত 'আছ্' ধাতু যোগ কৰি তাত বিভক্তি যোগ কৰা হয়। যেনে, পঢ়ি আছে ( He is reading ); পঢ়ি আছিল ( He was reading )।

(খ) নিত্য কৃৎ ( perfect participle ):—ইয়াৰ মূল সংস্কৃত কৃৎ প্ৰত্যয় 'ক্ত' (=ত)। তাৰ পাচত স্বাৰ্থিক প্ৰত্যয় 'ক' যোগ হলে 'তক' আৰু উভয়ে

১। 'ন্তমানৌ', হেমচ. ৩।১৮০ ; যেনে, সহমৃতো।
'শত্ৰানশঃ', হেমচ. ৩।১৮১ ; যেনে, হসমৃতো।

লোপ হলে অঅ=আ হয়। আকৌ 'ত'ৰ আগত প্ৰাকৃতৰ নিয়মে 'ই' যোগ কৰিলে 'ইত' হয়[১]। সংস্কৃততো কেতিয়াবা 'ত'ৰ আগত এইদৰে 'ই' যোগ হয় আৰু প্ৰত্যয়টো 'ইত' হয়। যেনে, স. পতিতম্ ( পত্ ধাতু ). প্ৰা. পড়িঅং ( fallen ); স. হসিতম্ ( হস্ ধাতু ), প্ৰা. হসিঅং ( laughed ); স. পঠিতম্ ( পঠ্ ধাতু ), প্ৰা. পঢ়িঅং ( read )। তাৰ পিচত 'ত'ৰ ঠাইত দ ( হেমচ. ৪।২৬০ ), প্ৰা. ড হয় আৰু দ, ড-ৰ ঠাইত স্বৰ-বিকৃতিৰ নিয়মে 'ল' কৰিলে ( § ১৪৬, ১৫০, ১৫২ ) অসমীয়াত 'ইল্' হয়। ডাক্তৰ হৰ্ণলিৰো এই মত[২]। ডাক্তৰ কেলোগ আৰু জন বিম্‌চে এই মত স্বীকাৰ নকৰে। তেওঁলোকৰ মতে 'ল'টো সংস্কৃত 'ক্ত' ৰ অনুৰূপ এটা পৃথক প্ৰত্যয়[৩]। এই প্ৰত্যয়টো কি ঠিক জনা নাযায়। উদাহৰণ—স. ভূতম্ ( become ), প্ৰা. হুঅম্, হিন্দী হুৱা, পু. অস. হুৱা, অস. হোৱা। কিন্তু স. ভৱিতম্ (?), হিন্দী ভইল, পু. অস, ভৈল, হইল, হৈল, অস. হ'ল, বঙ্গালী হইল। ডা. হৰ্ণলিৰ মতেই ঠিক বুলি বিশ্বাস হয়।

### ৩৫৮। কৃদন্ত বিশেষণ ( Participle adjective )

কৃৎ, বিশেষকৈ আ-প্ৰত্যয়ান্ত নিত্য কৃৎ, সচৰাচৰ বিশেষণৰূপে ব্যৱহৃত হয়। যেনে, "তুমি জুজন্তা হে, যুদ্ধচাৱা নহা।" ( You are a warrior and not war-seer. )—ভট্টদেৱ। "মৰাক বঢ়ৱা চাউল কৰয় ভোজন।" ( Eats the rice dedicated to the dead. )—দৈত্যাৰি। ৰোৱা ধান ( planted paddy ), খোৱা ভাত ( rice to be eaten ), পিন্ধা কাপোৰ ( cloth to be worn ), ভাৰ বোৱা মানুহ ( man who carries load ), লৰি অহা ঘোৰা ( horse that comes running ), ইত্যাদি। কেতিয়াবা নিত্য কৃৎ সংজ্ঞা-শব্দৰ দৰেও ব্যৱহৃত হয়। যেনে, ৰোৱা খালে ( has eaten transplanted paddy ), মৰাক মাৰিলে ( has killed the dead ), ধোৱাকে ধুলে

---

১। 'ক্তে', হেমচ. ৩।১৫৬, ৰৰুৰু. ৭।৩২
"তে পৰতোহত ইত্বং ভৱতি।" হসিঅং।

২। Hornle: Comp. Gramm. § 306.

৩। Beame's Comp. Gramm. Vol. III. pp. 135-136; Kellogg's Hindi Gramm., p. 340.

( **has washed the thing already washed** ), ইত্যাদি। তেতিয়া হলে ইয়াৰ সংজ্ঞা-শব্দৰ দৰে ৰূপ হয়। যেনে, √হ ( **to become** ):

১মা। হোৱা
২য়া। হোৱা, হোৱাক
৩য়া। হোৱাৰে, হোৱাইদি
৪ৰ্থী। হোৱালৈ
৫মী। হোৱাৰ পৰা
৬ষ্ঠী। হোৱাৰ
৭মী। হোৱাত

অসমীয়া ভাষাত সম্বন্ধ-বাচক সৰ্বনামৰ ( **Relative pronoun** ৰ ) ব্যৱহাৰ অতি কম। তাৰ ঠাইত কৃদন্ত বিশেষণ বা সংজ্ঞা ব্যৱহৃত হয়। এই নিয়ম বড়ো ভাষাৰ বিশেষত্ব। বড়ো ভাষাত সম্বন্ধ-বাচক সৰ্বনামৰ ঠাইত সচৰাচৰ নিত্য কৃতৰ ব্যৱহাৰ হয়। কছাৰী ভাষাত তলত লিখা বাক্য, অৰ্থাৎ

কছাৰী—যি মান্সুই-খো আং মিঅা মু-দাংমান বি খাট্লাং-বাই।

অস.—যি মানুহটোক মই কালি দেখিছিলো সি পলাই-গল।

**Eng.—Whom the man I yesterday saw he has fled away.**

তেনে বাক্য কছাৰী ভাষাত তলত লিখাদৰে কলেহে সুৱলা হয়:—

কছাৰী—মিঅা ( মুনই ) মান্সুইঅা খাট্লাং-বাই।

অস.—কালি ( দেখা ) মানুহটো পলাই-গল।

**Eng.—Yesterday ( seen ) the-man has fled away.**

সেই কথাকে গাৰো ভাষাত তলত লিখাদৰে কব পাৰি:—

গাৰো—যে মান্দেখো আঙা মেক্সালো নিকা-চিম্ উঅা খাটাঙাহা। কিন্তু তলত লিখা দৰে কলেহে সুৱলা হয়:—

গাৰো—মেক্সালো নিকা মান্দে খাটাঙাহা।

অস. —কালি দেখা মানুহ পলাল।

**Eng.—Yesterday seen man has fled away.**

এই নিয়ম বড়ো ভাষাৰ পৰা অসমীয়ালৈ আহিছে। দ্ৰাবিড়ীতো প্ৰায় তেনে।

৩৫৯। **কৃদন্ত ক্রিয়া-বিশেষণ** ( Adverbial participle )

ধাতুত ওঁতে ( অন্তে ), অলে ( ইলে ) আৰু অব ( ইব ) প্রত্যয় যোগ কৰি কৃদন্ত ক্রিয়া-বিশেষণ সিদ্ধ কৰা হয়। এই তিনি প্রত্যয় তিনি কালত প্রয়োগ হয়। যেনে,

বর্তমান—হওঁতে—ওঁতে
ভূত —হলে—অলে
ভৱিষ্যৎ—হব—অব

উদাহৰণ :—যেনে, সি পুথি পঢ়োঁতে হাঁহিলে ( He has laughed while reading book )। সি পুথি পঢ়িলে হাঁহে ( He laughs when reading book )। সি পঢ়িব যায় ( He goes to read )। বর্তমান কৃদন্ত ক্রিয়া-বিশেষণে ( Present adverbial participle ) সমসাময়িক কাম, ভূত কৃদন্ত ক্রিয়া-বিশেষণে ( Past adverbial participle ) আগৰ কাম আৰু ভৱিষ্যত কৃদন্ত ক্রিয়া-বিশেষণে ( Future adverbial participle ) হেতু বুজায়। ভৱিষ্যত কৃদন্ত ক্রিয়া-বিশেষণ আৰু ক্রিয়ার্থা-ক্রিয়া একে। পুৰণি অসমীয়াতো এনে ব্যৱহাৰ আছিল। যেনে,

তোমাক দেখিলো পাছে।
দেহা প্রকাশন্তে আছে।—শঙ্কৰ
জলকুম্ভ ভৰান্তে বাজিল ঘটাং কৰি।—মা. ক.

**মূল** ( Derivation ): 'ওঁতে'ৰ মূল সংস্কৃত কৃৎপ্রত্যয় শতৃ ( =অত্ বা অন্ত্ )। তাৰ পৰা অসমীয়া অতে, অন্তে=ওঁতে হয় ( §৩৫৭ )। 'অলে'ৰ মূল সংস্কৃত 'ক্ত' ( §৩৫৭ )। 'অব'ৰ মূল বৈদিক তবৈ, তবেঙ্ ( §৩৫৫।৫ )। সাধাৰণ ক্রিয়া-বিশেষণৰ নিচিনা প্রথমোক্ত দুই প্রত্যয়ত ৭মী বিভক্তি ( এ ) যোগ হয়।

৩৬০। **ক্রিয়া-কর্তা** ( Noun of agency )

যিহে ক্রিয়া সম্পাদন কৰে তাক ক্রিয়া-কর্তা বোলে। ধাতুৰ পাচত 'ওঁতা,' পু. অ.—'অন্তা' প্রত্যয় যোগ কৰি ক্রিয়া-কর্তা নির্দেশ কৰা হয়। যেনে, কৰোঁতা ( doer ), ধৰোঁতা ( bearer ), ইত্যাদি। "যি পণ্ডিত হয় সি জীৱন্তা মৰন্তা দুইকো শোক নকৰে।"—ভট্ট দে.। "মোৰ হাতে মৰিবি বাথন্তা নাহি কেৱ।"—মা. ক.।

৩৬১। **মূল** ( Derivation )

এই প্ৰত্যয়ৰ মূল সংস্কৃত আনশ্ ( =আন্ ) বা শতৃ ( অৎ )। এই দুই প্ৰত্যয়ৰ প্ৰত্যেকে প্ৰাকৃতত 'অন্ত,' 'মাণ' হয়[১]। 'অন্ত'ৰ পাচত স্বার্থিক প্ৰত্যয় 'ক' ( =অ ) যোগ কৰিলে অন্তঅ=অন্তা হয়। এই প্ৰত্যয় প্ৰাকৃতিক ভাষাত অতা, অন্তা, অত্ আদি ৰূপে ব্যৱহৃত হৈছে। অসমীয়াত আদিতে 'অন্তা' প্ৰত্যয় চলিছিল। বৰ্তমানত 'অন্তা'ৰ 'অ'ৰ ঠাইত 'ও' হয়, কিয়নো ই শব্দৰ মাজত পৰে ( §১২৫ ) আৰু 'ন'ৰ ঠাইত চন্দ্ৰবিন্দু হয় ( §১৬৮ )। সংস্কৃত 'তৃচ্' প্ৰত্যয় ( =তা ), যেনে, দাতা, পাতা, জেতা ইত্যাদি, ইয়াৰ মূল নহয়।

৩৬২। **অসমাপিকা ক্ৰিয়া বা সংযোজক কৃৎ** ( Conjunctive participle )

ক্ৰিয়াৰ যি ৰূপৰ পৰা কোনো কাম শেষ হোৱা বুজা যায় সি সমাপিকা ক্ৰিয়া ( finishing verb ) আৰু যি ৰূপৰ পৰা কামৰ ওৰ নপৰে সি অসমাপিকা ক্ৰিয়া ( Conjunctive participle )। এই শেষোক্ত ৰূপে দুটা বাক্যৰ সংযোগ কৰে। ধাতুৰ পাছত 'ই' প্ৰত্যয় যোগ কৰিলে অসমাপিকা ক্ৰিয়া পোৱা যায়; যেনে, পঢ়ি ( reading ), শুনি ( hearing ), কৈ, কই কে ( doing )—নদী বৈ গৈ সাগৰত পৰে। পুৰণি অসমীয়াত 'ই', 'ইয়া' এই দুই প্ৰত্যয়ৰ চলতি আছিল। যেনে, "দুৰ্যোধন ৰাজা দ্ৰোণ আচাৰ্য্যৰ সমিপক গৈয়া বুলিবে লাগিলা।"—ভট্ট দে.। "অৰ্যুনে এই বাক্য বুলি ধনুশৰ এড়ি শোকে কম্পিত হয়া ৰথৰ উপৰত বসিলা।"—ভট্ট দে.। ইয়াৰ অৰ্থ স্পষ্ট কৰিবৰ কাৰণে কেতিয়াবা 'পেলাই' শব্দ যোগ কৰা হয়; যেনে সি গৈ পেলাই সকলো কথা কলে।

৩৬৩। **মূল** ( Derivation )

এই প্ৰত্যয়ৰ মূল সংস্কৃত কৃৎ প্ৰত্যয় ক্ত্বা বা য। শৌৰসেনী আৰু মাগধী প্ৰাকৃতত 'ক্ত্বা'ৰ ঠাইত 'ইঅ' আৰু 'দুণ' হয়[২]। বৰৰুচিৰ মতে 'ক্ত্বা'ৰ ঠাইত

---

১। "শত্ৰানাশঃ", হেমচ. ৩।১৮১। শত্ৰানশিত্যেতয়োঃ প্ৰত্যেকম্ ন্ত মাণ ইত্যেতাৱাদেশৌ ভৱতঃ।

২। "ক্তো ইঅদূণৌ।", হেমচ. ৪।২৭১। ভৱিঅ, ভোদূণ। হৱিঅ, হোদূণ।

'দাণি' হয়[১]। অপভ্রংশত ক্ত্বা-প্রত্যয়ৰ ঠাইত ই, ইউ, ইৱি, অৱি এই চাৰি আদেশ হয়[২]। প্রাকৃত আৰু অপভ্রংশৰ এই প্রত্যয় সংস্কৃত ক্ত্বা বা য-ৰ পৰা কেনেকৈ আহিছে ঠিক বুজিব নোৱাৰি। কিন্তু বৈদিক প্রত্যয়ৰ পৰা যে তাক নমাব পাৰি তাক বুজা টান নহয়। সংস্কৃত ক্ত্বা প্রত্যয় সাধাৰণ ধাতুত আৰু য-প্রত্যয় মিশ্র ধাতুত যোগ হয়। সেইদৰে বৈদিক ত্বি, ত্বা ত্বায় এই তিনি প্রত্যয় সাধাৰণ ধাতুত আৰু ত্য (বা য) প্রত্যয় মিশ্র ধাতুত যোগ হয়। যেনে, ত্বি—কৃত্বি (**having made**), গত্বি (**having gone**); ত্বা—পীত্বা (**having drunk**), সুপ্ত্বা (**having slept**); ত্বায়—গত্বায় (**having gone**), যুক্ত্বায় (**having yoked**); য—অভিক্রম্য (**approaching**), সংগির্য (**swallowing**)। ই, ইউ, ইৱি আৰু অৱি—ত্বি আৰু ত্বায়-ৰ পৰা অহা হে সম্ভৱ। অপভ্র. ই আৰু শৌৰসেনী আৰু মাগধী ইঅ প্রাকৃতিক ভাষাত ৰক্ষিত হৈছে। হিন্দী, অসমীয়া আৰু উড়িয়াত 'ই' আৰু পু. অ. আৰু বঙ্গালীত 'ইয়া' হৈছে। যেনে, হি. পাই, পায়; উ. পাই; অস. পাই; পু. অ.—পাইয়া, পায়া; বঙ্গালী—পাইয়া; প্রা. পাৱিঅ; স. প্রাপ্য (**having got**)।

---

১। "ক্ত্বো দাণি।" ৱ. ১১।১৬। কৰিদাণি আঅড়ে—কৃত্বা আগতঃ।

২। "ইইউইৱিঅৱয়ঃ।", হেমচ. ৪।৪৩৯। মাৰি—মাৰয়িত্বা, ভজ্জিউ—ভংক্ত্বা. চুম্বিৱি—চুম্বিত্বা, বিচ্ছেড়বি—বিশ্চোগ্ত্য।

# বাইশ আধ্যা

## কাল ( Tenses )

৩৬৪। **কাল** ( Tense )

ক্রিয়াৰ কাল সাধাৰণতঃ তিনটি—বৰ্ত্তমান ( present ), ভূত ( past or preterite ) আৰু ভবিষ্যৎ ( future )। এই তিনটি সাধাৰণ কাল ( simple tenses )। ইয়াত বাদে আচল ক্ৰিয়াৰ লগত আন সহায়কাৰী ( auxiliary ) বা অসম্পূৰ্ণ ( defective ) ক্ৰিয়াৰ সংযোগত আন কেইটিমান কাল পোৱা যায়। ইসবৰ নাম যৌগিক কাল ( periphrastic tenses ) দিব পাৰি।

৩৬৫। **বৰ্ত্তমান কাল** ( Present tense )

চলিত সময়ৰ নাম বৰ্ত্তমান কাল ( Present tense )। ইয়াক দুভাগ কৰিব পাৰি,—

(১) নিত্য বৰ্ত্তমান ( Real present ); যেনে, মই কৰোঁ ( I do )। আৰু—

(২) স্বৰূপ বৰ্ত্তমান ( Present imperfect ); যেনে, মই কৰি আছো বা কৰিছো ( I am doing )। এই কাল বাস্তৱিকে বৰ্ত্তমান অপূৰ্ণ কৃৎ ( Present imperfect participle ) ভিন্ন আন একো নহয়।

বৰ্ত্তমান কালৰ ক্ৰিয়া তিনি উপায়ে ( mood এ ) প্ৰকাশ কৰিব পাৰি— নিৰ্দেশক, সম্ভাব্য আৰু অনুজ্ঞাৰূপে।

৩৬৬। **নিৰ্দেশক ৰূপৰ বৰ্ত্তমান** ( Present Indicative )

এই কালৰ নিৰ্দেশক ৰূপ সম্ভাব্য ৰূপৰ অনুৰূপ। যেনে, তুমি থাকা ( you stay ); যদি তুমি থাকা ( if you stay )। নিৰ্দেশক আৰু সম্ভাব্য বৰ্ত্তমানৰ বিভক্তি এই :—

### বৰ্ত্তমান অসমীয়া

| পুৰুষ | বিভক্তি | উদাহৰণ |
|---|---|---|
| ১। | ওঁ | যেনে, মই পঢ়োঁ। ( I read )। |
| ২। | অ বা আহ ( তুচ্ছাৰ্থত ) | যেনে, তই পঢ় বা পঢ়াহ্ ( Thou readest )। |
| | আ ( মান্যাৰ্থত ) | যেনে, তুমি পঢ়া ( you read )। |
| ৩। | এ | যেনে, সি পঢ়ে ( he reads )। |

### পুৰণি অসমীয়া

১। ওঁ, উ, ওহোঁ

২। অ, আ, অস্, আহা

৩। এ, ই, অন্ত

( ৰে, য়ে, ঐ, অন্তি )

উদাহৰণ :—

শুন ভূতনাথ হৰ তুষ্ট হুয়া দেওঁ বৰ
হোক মায়া তোমাৰ অধীন।—শঙ্কৰ

তাহাঙ্ক খোজন্তে আমি ফুৰু বনে বনে।—মা. ক.

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহোঁ ভকতি।—মা. দে.

আপুনি ঈশ্বৰ হুয়া।
বোলাহা কৰিও দয়া॥—শঙ্কৰ

ত্ৰৈলোক্যৰ নাথ এড়ি তাপসিক চাস্।
পকা কণ্টকিক এড়ি ডহা ফল খাস্॥—মা. ক.

শুক নিশিখাইলে হেন বিমঙ্গল
বাণী বোল কোন মতে।—শঙ্কৰ

হে অৰ্জুন! তুমি শোকৰ অবিষয় বন্ধুসবক শোক কৰা, তাত মঞি বাধা দিলেও পণ্ডিতসবৰ বাদ কহা, তুমি পুনু পণ্ডিত নহা।—ভট্ট দে.

বস্ত্ৰ নিভিজয় শুখানে থাকয়
উঠন্ত পুনু জলৰ।—দৈত্যাৰি

কতো মেলি হানে গাছ।
কতো কোপে চাপে কাছ॥—শঙ্কৰ

শুনি হৰি উপৰক চান্ত।
ব্ৰহ্মাক আগতে ভেট পান্ত ॥—শঙ্কৰ
বেঢ়াৰ উপৰে কতো গভুৰা বঢ়াৱে।—মা. ক.
মোৰ কৰ চৰণাদি অঙ্গসৱ ভাগি যাই, মুখো শুখাই, শৰীৰো কাম্পে,
ৰোমো সিহৰয়।—ভট্ট দে.
তাক চৌৰ বুলি। ভট্ট দে.
বিষয়সৱ সুখ-দুখ স্বভাৱে পুৰুষক শীত-উষ্ণ সুখ-দুখ দেয়ি।—ভট্ট দে.
পশুসৱ উফৰয় নাগেও ফোফাই।—মা. ক.
পূৰ্বদিক ধৱল কোকিল কাক ৰঢ়ে।
দিন গোটা ৰঞ্চো কৈত কোন কাৰ্য্য পৰৈ ॥—মা. ক.
আকাশৰ পথে যান্তি।
দশ দিশে নিহালন্তি ॥ মা. ক.

ইয়াৰ পৰা দেখা যায় যে পুৰণি অসমীয়াত ৩য় পুৰুষৰ বিভক্তি এ, ঐ, ই, অন্ত, অন্তি, ৱে, য়ি ( অয় ) বৰ্তমান অসমীয়াত ৩য় পুৰুষ ১বচনত অকাৰান্ত বা আকাৰান্ত ধাতুৰ পাচত -য় ( বা ই ) বা ৱে হয়। যেনে, হয়, হৱে; খায়, খাই, খাৱে। ইকাৰান্ত আৰু উকাৰান্ত ধাতুৰ পাচত যথাক্ৰমে 'য়ে' (এ) আৰু 'ৱে' (এ) হয়। যেনে, নিয়ে ( নিএ ) takes; দুৱে, ( দুএ ) milks। উকাৰান্ত ধাতুৰ পাচত কেতিয়াবা 'ই'ও হয়। যেনে, দুই milks। একাৰান্ত ধাতুৰ পাচত 'ই' বা 'ইয়ে' ( ইএ ) আৰু ওকাৰান্ত ধাতুৰ পাচত 'ৱ' (এ) বা 'য়' হয়। যেনে, দেই, দিয়ে ( দিএ ) gives; ধোৱে ( ধোএ ) ধোয় washes। দ্বিতীয় পুৰুষ সম্ভ্ৰমাৰ্থত অকাৰান্ত আকাৰান্ত, উকাৰান্ত আৰু ওকাৰান্ত ধাতুৰ পাচত বিকল্পে ৱা বা ওৱা ( ওআ ) হয়। যেনে, হৱা, হোৱা; চাৱা, চোৱা; দুৱা; ৰোৱা, বা হোআ, চোআ, দুআ, ৰোআ ( be, see, milk, plant )। ইকাৰান্ত আৰু একাৰান্ত ধাতুৰ পাচত য়া বা ইয়া ( ইআ ) হয়। যেনে, পিয়া ( you drink ), দিয়া ( দি ধাতু, you give )। হোৱা, চোৱা, দিয়া ইত্যাদিৰ ৱা আৰু য়া ৱাস্তৱিকে 'আ' আৰু উচ্চাৰণতো সেই ( §৬৫ )। তুচ্ছাৰ্থত থৱ ( thou placest ), খাৱ ( thou eatest ), পিয় ( thou drinkest ) আদিত 'ৱ'ৰ উচ্চাৰণ 'ওঅ' আৰু 'য়'ৰ উচ্চাৰণ 'ইঅ'ৰ অনুৰূপ।

৩৬৭। **মূল ( Derivation ):**

**ইয়াৰ মূল সংস্কৃত লট্ বিভক্তি।**

একবচন

| পুৰুষ | সংস্কৃত | পালি | প্ৰাকৃত | অপভ্ৰংশ | পু. অসমীয়া | অসমীয়া |
|---|---|---|---|---|---|---|
| ১। | মি (=আমি) | মি | আমি<br>অমি | অমি,<br>অউ | অওঁ, ওঁ<br>উঁ, ওঁহো | ওঁ (উঁ) |
| ২। | সি (=অসি) | সি | অসি | অসি<br>অহি | অস্, ইস্<br>আ, আহা | অ, আ,<br>আহ্ |
| ৩। | তি (=অতি) | তি | অই | অই | অই, ঐ<br>এ | এ, ই<br>(এই) |

বহুবচন

| পুৰুষ | সংস্কৃত | পালি | প্ৰাকৃত | অপভ্ৰংশ | পু. অসমীয়া | অসমীয়া |
|---|---|---|---|---|---|---|
| ১। | মস্ (=আম) | ম | আমো, আমু<br>আম, অমো<br>অমু, অম,<br>ইমো, ইমু, ইম | ইমু, ইমো<br>ইম, অহুং | অওঁ, ওঁ, উ<br>ওঁহো | ওঁ, (উ) |
| ২। | থস্ (=অথ) | স | অহ, অহং | অহ, অহু | অহ, অহু<br>আ | অ, আ<br>আহ্ |
| ৩। | অন্তি (=অন্তি) | অন্তি | অংতি | অংহি | অহিঁ, অইঁ<br>ঐ, এ | এ, ই<br>(এই) |

সংস্কৃত লট্ বিভক্তিয়ে অসমীয়া বর্তমান কাল (§৩৫৪ f. n.)। উপৰত দিয়া মতে লট্ বিভক্তিৰ পৰা অসমীয়া বিভক্তি কেনেকৈ নামি আহিছে তাক ধৰা টান নহব। ইয়াত কেৱল পাহৰিব নালাগে যে প্ৰাকৃতত পৰস্মৈপদ আৰু আত্মনেপদৰ পাৰ্থক্য লোপ হৈছিল। যেনে, স. সহতে ( he bears ), প্ৰা. সহএ, সহই ; স. ভাসতে ( shines ), প্ৰা. ভাসই, ভাসএ[১]। আমি ইয়াত পৰস্মৈপদৰ ৰূপকে ধৰিম।

(১) সংস্কৃত 'মি' বিভক্তি: ই লট্ 'মি' অৰ্থাৎ লট্ প্ৰথম পুৰুষ এক বচনৰ বিভক্তি। উপৰত আমি পাই আহিছো (§৩৪৬গ) যে সংস্কৃতৰ

১। "ততিপো বিদেতৌ।", ব. ৭।৮

১০ গণ প্ৰাকৃতত আৰু প্ৰাকৃতিক ভাষাত লোপ হৈ কেৱল এটা অৰ্থাৎ তুদাদি বা ভ্বাদিগণ থাকিল। আমি এইটোও জানো যে তুদাদি আৰু ভ্বাদিগণীয় ধাতুৰ পাচত সংস্কৃতত 'অ' আগম হয় আৰু ব আৰু ম-ৰ আগৰ অ 'আ' হয়। এতেকে আমি 'মি'ৰ ঠাইত 'আমি' ধৰি লব পাৰো। এই 'আমি' প্ৰাকৃতত 'আমি' বা 'অমি' হয় ( হেমচ. ৩।১৪১,১৫৪ )[১]। অপভ্ৰংশত ই 'অমি' বা 'অউ' ( বা উ ) হয় ( হেমচ. ৪।৩৮৫ )।[২] ইয়াৰ প্ৰথমটো বঙ্গালী আৰু উড়িয়া ভাষাত 'ই' হয়। দ্বিতীয়টো ( অৰ্থাৎ উ ) অসমীয়া আৰু হিন্দী ভাষাত 'ওঁ' বা 'উ' স্বৰূপে ৰৈছে। পুৰণি অসমীয়াত এই বিভক্তি অওঁ, ওঁ আৰু উ আছিল। যেনে,

শুন শুন ভাই মই কহওঁ কাহিনী।—মা. ক.
এতেকে উদাসিন হেন থাকওঁ।—ভট্ট. দে.
এতেকে তোমাৰ হিতক ইচ্ছায় কহঞোঁ।—ভট্ট. দে.
ইসব কথাক আৰে এহিমানে থঞু।
গুৰুৰ গৃহক চলা মোৰ লগে যাঞু॥—ৰামচৰণ

আকৌ সংস্কৃত 'আম' অপভ্ৰংশৰ বহুবচনত ৱিকল্পে অহুঁ ( হুঁ ) হয়[৩]। তাৰ পৰা অসমীয়া ওঁ ( বা উ ) আৰু পু. অ. অহোঁ ( বা অহুঁ ) ওলাইছে। প্ৰাকৃতিক ভাষাত, ইমান কি অপভ্ৰংশতো, বহুবচনৰ বিভক্তি একবচনত আৰু একবচনৰ বিভক্তি বহুবচনত প্ৰয়োগ কৰাত কোনো বাধা নাই[৪]।

১। "তৃতীয়স্য মিঃ।", হে. ৩।১৪১। ত্যাদি বিভক্তিৰ পৰস্মৈপদ আৰু আত্মনেপদত ১ম পুৰুষৰ তিনি বিভক্তিৰ আদ্য বিভক্তিত 'মি' আদেশ হয়। যেনে, হসামি ( I laugh ), ৱেৱামি ( I tremble )। আকৌ "মৌ ৱা।", হেম. ৩।১৫৪। মি পাচত থাকিলে অ বা আ হয়। যেনে হসামি, হসমি ( I laugh ); জাণামি, জাণমি ( I know ), স. হসামি, জানামি।

২। "অন্ত্যত্ৰয়স্যাদ্যস্য উম্।", হেমচ. ৪।৩৮৫। ত্যাদীনাম অন্ত্যত্ৰয়স্য যদ্ আদ্যং ৱচনং তস্যাপভ্ৰংশে উম্ ইত্যাদেশো ৱা ভৱতি। যেনে, স. কৰ্তয়ামি, অপভ্ৰ. কট্টউম্, কট্টমি ( I cut ); স. পশ্যামি, অপভ্ৰ. দেক্খম্ ( I see ); স. কিং কৰোম্যহম্=অপভ্ৰ. কাঁই কৰউম্ হউম্ ( What do I do ? )।

৩। "বহুত্বে হুম্।", হেমচ. ৪।৩৮৬। অপভ্ৰংশৰ বহুবচনত 'মস্' বিভক্তি হুঁ বা মু হয়। যেনে, অপভ্ৰ; খগ্গৱিসাহিউম্ জহিম্ লহহুম্ পিঅ তহিম্ দেশহিম্ জাহুম্।

স. খড্গৱিসায়িতং যস্মিন্ লভামহে প্ৰিয় তস্মিন্ দেশে যামঃ। পক্ষে লহিমু।

৪। See Beame's Comp. Grammar. Vol III. pp. 105-106.

(২) সংস্কৃত 'সি' বিভক্তি : ই লট্ দ্বিতীয় পুৰুষ একবচনৰ বিভক্তি। ওপৰত কোৱা নিয়মে ইয়াৰ আকৃতি বাস্তৱিকে 'অসি'। ই প্রাকৃতত 'অসি', 'অসে'[১] আৰু অপভ্রংশত 'অসি', 'অহিঃ' হয়[২]। ইয়াৰ প্রথমটোৰ পৰা পু. অ. অস্, অ আৰু দ্বিতীয়টোৰ পৰা অ, অহ্, আ আৰু আহা ওলাইছে। বৰ্তমানত সম্ভ্রমার্থে 'আ' আৰু তুচ্ছার্থে 'অ' আৰু 'আহা' হৈছে। 'অসি'ৰ 'স' লোপ হলে অই, অএ আৰু তাৰ ই লোপ হলে অঅ=আ হয়।

(৩) সংস্কৃত 'তি' বিভক্তি : ই লট্ ৩য় পু. ১বচনৰ বিভক্তি আৰু ওপৰৰ নিয়মে তাৰ আকৃতি 'অতি'। প্রাকৃতত ই 'অই', 'অএ' হয়[৩]। তাৰ পৰা পুৰণি অসমীয়াত আৰু হিন্দী আদি ভাষাত 'অই' হয়। পুৰণি অসমীয়াত সন্ধিৰ নিয়মে ( §৬৯ ) 'অই'ৰ ঠাইত ঐ বা এ হয়। তাৰ বাহিৰেও 'অই'ৰ ঠাইত 'অয়', 'অএ'ৰ ঠাইত 'অয়ে', 'অৱে', 'এ'ৰ ঠাইত 'য়ে', 'ৱে, আদি বিভিন্ন ৰূপ হয় ( §৬৫ )। প্রাকৃতত কেতিয়াবা 'অ'ৰ ঠাইত বিভক্তিৰ আগত 'এ' হয়[৪]। বৰ্তমানতো এনে ৰূপ নামনিৰ ফালে চলিত আছে। যেনে, সি পঢ়ে বা পঢ়েই ( he reads ) ; সি দিয়ে বা দেই ( he gives )। বৰ্তমানতো

১। "দ্বিতীয়স্য সি সে।", হেমচ. ৩।১৪০। পৰস্মৈপদ আৰু আত্মনেপদৰ ২য় পুৰুষ একবচনত লট্ বিভক্তিত সি আৰু সে হয়। যেনে, হসসি, হসসে ( you laugh ) স. হসসি ; বেৱসি, বেৱসে ( you tremble ), স. বেপসে।

২। "মধ্যত্রয়স্যাদ্যস্য হিঃ।", হেমচ. ৪।৩৮৩। অপভ্রংশত ২য় পু. ১ বচনত 'সি'ৰ ঠাইত বিকল্পে হিঃ হয়। যেনে,—

অপভ্র.—বপ্পীহা পিউ পিউ ভণৱি কেত্তিউ ৰুঅহি হআস। পক্ষে ৰুঅসি ( thou criest )।

স.—চাতক পিউ পিউ ইত্যনুকাৰং কৃত্বা কিয়দ্ ৰোদিষি হতাশ।

অপভ্র.—সায়ৰি ভৰিঅই ৱিমল জলি লহহি ন এক্ক ই ধাৰ। পক্ষে, লহসি ( thou takest )।

স.—সাগৰে ভৰিতে ৱিমলে জলে লভসে ন একাম্ অপি ধাৰাম্।

৩। "ত্যাদীনাম্ আদ্যত্রয়স্যাদ্যস্যেচেচৌ।", হেমচ. ৩।১৩৯। তৃতীয় পুৰুষ একবচনত তি বিভক্তিৰ ঠাইত ইচ্, এচ্ ( =অই, অএ ) হয়। যেনে, হসই, ( he laughs ), স. হসতি ; বেৱই, বেৱএ ( he trembles ), স. বেপতে।

৪। "অত এসে।", বৰ. ৭।৫। হসএ, হসেই ; পঢ়এ, পঢ়েই ; ণেই ( he takes ) ; দেই=স. হসতি, পঠতি, নয়তি, দদাতি।

এই বিভক্তি এ বা ই হয়। যেনে, খাই, খায় ( eats ); শোৱে, শোএ; ইত্যাদি।

(৪) সংস্কৃত 'মস্' বিভক্তি: ই লট্ ১ম পু. বহুবচনৰ বিভক্তি আৰু ওপৰৰ নিয়মে ইয়াৰ আকৃতি 'আম'। তাৰ পৰা প্ৰাকৃতত আমো, আমু, আম, অমো, অমু, অম, ইমো, ইমু, ইম এই কেই বিভক্তি হয়[১]। অপভ্ৰংশত ইমো, ইমু, ইম, অমো ইত্যাদি ৱিকল্পে হুম্ ( অহুম্ বা অহুঁ ) হয় ( §৩৬৭।১ )। 'অহুঁ'ৰ পৰা অহোঁ, ওহোঁ হয়। অসমীয়া একবচন আৰু বহুবচনৰ আকৃতি একে। বৈদিকত মস্, মসি উভয়ে হয়।

(৫) সংস্কৃত 'থ' বিভক্তি: ই লট্ ২য় পু. বহুবচনৰ বিভক্তি আৰু উপৰৰ নিয়মে ই 'অথ' হয়। প্ৰাকৃতত ই 'অহ' বা 'অইত্থ' ( হ, ইথ ) হয়[২] আৰু অপভ্ৰংশত 'অহ' বা 'অহু'[৩] হয়। অসমীয়াত 'অহ'ৰ ঠাইত অ, আ, অহ ( অহ্ ) আৰু আহা হয়। কেতিয়াবা 'অহু'ৰ পৰা বিকল্পে অউ হয়। একবচনৰ আকৃতি 'অস্' বহুবচনতো কেতিয়াবা ব্যৱহৃত হয়। বৈদিকত থ, থন উভয়ে হৈছিল।

(৬) সংস্কৃত 'ন্তি' বিভক্তি: ই লট্ ৩য় পু, বহুবচনৰ বিভক্তি আৰু ওপৰৰ নিয়মে 'অন্তি' হয়। ই প্ৰাকৃতত অংতে, অংতি আৰু অইৰে হয়[৪] আৰু অপভ্ৰংশত অংতি, অংহি হয়[৫]। 'অংতি'ৰ পৰা পু. অ. অন্তি অন্ত হৈছিল। 'অংহি'ৰ পৰা অই, অয়, এ ( ৱে, য়ে ), এ, ঐ, ই হয় আৰু একবচন বহুবচন উভয়তে চলে ( উদাহৰণ ওপৰত দেখা )। 'অইৰে'ৰ পৰাও এ, ঐ, ই হব পাৰে। বৈদিকত অন্তি, ন্তি উভয়ে হৈছিল আৰু বহুত ঠাইত কেৱল 'অতি' হৈছিল। 'অতি'ৰ পৰাও এ, ঐ হব পাৰে।

১। "তৃতীয়স্য মোমুমাঃ।", হেমচ. ৩।১৪৪ আৰু "ইচ্চ মোমুমে ৱা।", হেমচ. ৩।১৫৪; যেনে, ভণামো, ভণামু, ভণাম, ভণিমো, ভণিমু, ভণিম, ভণমো, ভণমু, ভণম=স. ভণাম ( we speak )।

২। "মধ্যমস্যেত্থাহচৌ।", হেমচ. ৩।১৪৩
"ন্তি-হ-থ, মো-মু-মা-বহুষু।", ব. ৭।৪

৩। "বহুত্বে হুঃ।", হেমচ. ৩।৩৮৪; ৱিকল্পে অহ হয়।

৪। "ৱহুষাদ্যস্য ন্তিন্তে ইৰে।", হেমচ. ৩।১৪২, ব. ৭।৪

৫। "ত্যাদেৰাদ্যত্ৰয়স্য বহুত্বে হিম্ ন ৱা।", হেমচ. ৪।৩৮২

৩৬৮। **অনুজ্ঞা ( Imperative mood )। বৰ্তমান অনুজ্ঞা ( Present imperative )**

বাস্তৱিকে অসমীয়াত প্ৰথম পুৰুষৰ অনুজ্ঞা নাই। বৈদিকতো নাছিল[১]। নিৰ্দেশক বৰ্তমানৰ বিভক্তিয়ে অসমীয়া অনুজ্ঞা প্ৰথম পুৰুষৰ বিভক্তি। আন প্ৰাকৃতিক ভাষাতো প্ৰায় তেনে। যেনে,

| পুৰুষ | অসমীয়া | হিন্দী | বঙ্গালী | উৰিয়া |
|---|---|---|---|---|
| ১। | ওঁ | ঙঁ, উঁ | ই | ই, অই |
| ২। | লুপ্ত অ, আ | উ, অ | লুপ্ত অ, অ | লুপ্ত অ |
| ৩। | অক্, ওক্ | ঐ, এ | উক | অই, উ |

উদাহৰণ:—মই পঢ়োঁ ( I read ), তই পঢ় বা তুমি পঢ়া ( Thou readest or you read ), সি বা তেওঁ পঢ়ক বা পঢ়োক ( Let him read )।

৩৬৯। **মূল ( Derivation ): ইয়াৰ মূল সংস্কৃত লোট্**

| পুৰুষ | সংস্কৃত | পালি | প্ৰাকৃত | পু. অসমীয়া | অসমীয়া |
|---|---|---|---|---|---|
| ১। | আনি | মি | আমু, অমু | ওঁ, ওঁহো | ওঁ |
| ২। | হি (=অহি) | হি | অসু, অহি, অ, ইজ্জসু, ইজ্জহি, ইজ্জ | অ, আ (ৱা) য়ো, ইয়ো (ইও), উ, ও অহ, আহা, হু অহু | হি, আহি, উ, লুপ্ত অ, আ |
| ৩। | তু (=অতু) | তু | অউ | ওক্, উক্ | অক্ (য়ক্, ৱক্) ওক্ |
| ১। | আম | ম | অমো, অহে, অমু | ওঁ, ওঁহো | ওঁ |
| ২। | ত (=অত) | থ | অহ | অ, আ (ৱা) য়ো, ইয়ো (ইও), উ, ও অহ, আহা, অহু, (অহো | হি, আহি, উ, লুপ্ত অ, আ |
| ৩। | অন্তু | অন্তু | অংতু | ন্তোক, ওক্, উক্ | অক্, (য়ক, ৱক্) ওক্ |

উদাহৰণ।—মই বা আমি হওঁ ( I or we be ); তই বা তহঁত হ বা হউ ( Thou be ); তুমি বা তোমালোক হোৱা ( You be ); সি বা সিহঁত

১। Macd. Vedic Grammar. p. 125 § 131.

হক বা হওক ( He or they be ); তই বা তহঁত পঢ় বা পঢ়হি ( Thou readest, or you read ); তুমি বা তোমালোক পঢ়া বা পঢ়াহি ( You read ); সি বা সিহঁত বা তেওঁ বা তেওঁলোক পঢ়ক বা পঢ়োক ( Let him or them read ); তই বা তহঁতে দে বা দেহি ( Thou givest or you give ); সি বা সিহঁতে দিয়ক ( Let him or them give ); সি বা সিহঁত শোৱক বা শোক, ( Let him or them sleep ); ইত্যাদি।

পু. অ. :—

বিচাৰি দেখস পামৰ মনাই এ।—মা. দে.
জগন্নাথ! অনাথক থাপিয়ো চৰণে।—শঙ্কৰ
ভাৱক ভাই! ভজ ভগৱন্ত ভক্তিভাৱে।—মা. দে.
শঙ্কৰে ৰচিলা ডাকি বোলা হৰি হৰি।—শঙ্কৰ
দেহু দেখা ৰাম নয়ন ভৰি চাঁও।—শঙ্কৰ
গোপাল কৃষ্ণ, কৰহু ত্ৰাণ।—শঙ্কৰ
নমো দামোদৰ হৰি।
নিয়োক নাথ উদ্ধাৰি॥—শঙ্কৰ
পিয়ো পিয়ো ৰামনাম অমৃত।—শঙ্কৰ
কৰাহা নিস্তাৰ তোমাৰ চৰণে শৰণ পশিলো আমি।—শঙ্কৰ
হে দেৱবৰ! তোমাক নমস্কাৰ কৰো প্ৰসন্ন হৱা।—ভট্ট দে.
এতেকে তোমাত পুচোঁ যি শ্ৰেয়স্ হয় তাক নিশ্চয় কৰি কহা।
—ভট্ট দে.

তাৱত ভৰত গৈয়া চাৱা ৰাজকাজ।—মা. ক.
আজি ধৰি হউ বাপু অজৰ অমৰ।—হে. স.
স্মৰহ গোবিন্দ মূঢ় বলহ গোবিন্দ মূঢ়
ভজহ গোবিন্দ সৰ্ব্বক্ষণে।—মা. দে.
শ্ৰীৰাম বোলন্ত সৱে বীৰ চলি যাহাঁ।
ৰাজকুমাৰক গৈয়া সৱেহি ৰাখাহাঁ॥—মা. ক.
চৌধ বৰিষক লাগি বনবাস কৰ।—মা. ক.
কমলাপতি! হোক গতি।—শঙ্কৰ
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি।—শঙ্কৰ
বোলা হৰি হৰি পাপ যাউক অধোগতি।—শঙ্কৰ

সমস্ত ভম্বক আচৰোক পঢ়োক পৰ্বতে উঠি যত
তীৰ্থত ভ্ৰমোক পঢ়োক বেদনিচয়।—মা. দে.
দেৱসবো বৃষ্টিদ্বাৰে শস্য সম্পূৰ্ণ কৰি তোৰাক বৃদ্ধি কৰাউক।—ভট্ট. দে.

(১) সংস্কৃত লোট্ 'আনি' বিভক্তি:

প্ৰাকৃতত ইয়াৰ কোনো চিন নাই। কিন্তু প্ৰাকৃতত তাৰ পৰিবৰ্তে অমু আৰু আমু বিভক্তি হয়[১]। তাৰ পৰা অপভ্ৰংশত 'ম' লোপ হলে 'অউ' হয়। ই লটৰ আকৃতি। অপভ্ৰংশ আৰু অসমীয়াত বাস্তবিকে প্ৰথম পুৰুষৰ অনুজ্ঞা বিভক্তি নাই। লট্ ওঁ উ বা এ ইয়াবো বিভক্তি।

(২) সংস্কৃত লোট্ 'হি' বিভক্তি:

এই বিভক্তি প্ৰাকৃতত অহি, অসু আৰু অ হয়[২]। অপভ্ৰংশত এই বিভক্তি অহি, অই, অউ, অএ (হি, ই, উ, এ) হয়[৩]। অসমীয়াত 'অহি'ৰ পৰা হি, আহি হয়, 'অসু'ৰ পৰা অস্ আৰু 'অ'ৰ পৰা অ আৰু আ হয়, 'অই'ৰ পৰা অ, য়ো (ও), 'অউ'ৰ পৰা উ বা ও আৰু 'অএ'ৰ পৰা অঅই= আ (বা ৱা) হয়। প্ৰাকৃতত ইয়াৰ বাহিৰে ইজ্জসু, ইজ্জহি, ইজ্জ এই তিনি বিভক্তিও হয়[৪]। তাৰ পৰা ইয়ো বিভক্তি ওলাইছে অৰ্থাৎ ইজ্জসু=ইয্যহু= ইয়উ=ইয়ও=ইয়ো। বৈদিকত তাৎ, ধি আৰু হি বিভক্তি হয়।[৫] 'তাৎ'ৰ পৰা অ, আ, 'হি'ৰ পৰা হি আৰু 'ধি'ৰ পৰা অহি, আহি, হি হোৱা সম্ভব। প্ৰাকৃত বহুবচনত 'অহ' আৰু অপভ্ৰংশত লটৰ দৰে 'অহু' হয়[৬]। তাৰ পৰা অসমীয়াত একবচনতো অহ, অহো আৰু অহু হয়।

(৩) সংস্কৃত লোট্ 'অতু' (তু) বিভক্তি:

এই বিভক্তি প্ৰাকৃতত অউ (উ) হয় (হেমচ. ৩।১৭৩; বৰ. ৭।১৮) আৰু অসমীয়াত অউ বা অও (উ বা ও) হয়। তাৰ পিচত স্বাৰ্থিক 'ক' যোগ হলে অউক, অওক (বা উক বা ওক) হয়। কেতিয়াবা উ বা ও লোপ

---

১। "দু সু মু বিধ্যাদিষেকস্মিংস্ত্ৰয়াণাম্।", হেমচ. ৩।১৭৩
"উ-সু-মু বিধ্যাদিষেকস্মিন্।", বৰৰু ৭।১৮; যেনে, হসামু অহং=laugh I.

২। হেমচ. ৩।১৭৩; "সোৰ্হি ৰ্বা।", হেমচ. ৩।১৭৪; যেনে, দেহি, দেহু (Thou givest or you give).

৩। "হিস্বয়োৰিদ-উদ্-এৎ।", হেমচ. ৪।৩৮৭; যেনে, মেল্লি (You open), স. মুঞ্চ; বিলম্বু (You hang) স. বিলম্বস্ব; কৰে (You do), স. কুৰু।

৪। অত ইজ্জস্বিজ্জহিজ্জেলুকো ৰ্বা।", হেমচ. ৩।১৭৫

৫। Macd. Vedic Grammar. P. 125, § 131

৬। "বহুষু ন্তু হমো।", হেমচ. ৩।১৭৬। "বহুত্বে হুঃ।", হেমচ. ৪।৩৮৪

হলে কেৱল ক থাকে। যেনে, হওক বা হক ( let it be ); থাকোক বা থাওক বা থাকক ( let it stand )।

(৪) সংস্কৃত লোট্ 'আম' বিভক্তি :

এই বিভক্তি প্ৰাকৃতত আমো, আম, এম হয়[১]। অপভ্ৰংশত লটৰ অহুং হয়[২]। যেনে স. হসাম ( laugh we ), প্ৰা. হসামো, হসাম, হসেম, অপভ্ৰংশ হসহুম্। পু. অসমীয়াত তাৰ পৰা ওঁ, ওঁহো, আৰু অসমীয়াত ওঁ হয়। যেনে, পূ. অ. হাসোহোঁ, হাসোঁ, অস. হাহোঁ। "ৰাজ্যৰ নিমিত্তে আমি দুই ভাই যুজোঁহোঁ।"—মা. ক। অসমীয়াত ১ব আৰু বহুবচনৰ ৰূপ একে।

(৫) সংস্কৃত লোট্ 'অত' বিভক্তি :

এই বিভক্তি প্ৰাকৃতত অহ (হ), অত, এথ হয়[৩] আৰু অপভ্ৰংশত লটৰ অহুঃ অহ হয়[৪]। তাৰ পৰা অসমীয়া বিভক্তি ওলাইছে। যেনে, হসত ( laugh you ), প্ৰা. হসহ, হসত, হসেথ, অপভ্ৰংশ হসহ, হসহু ; পু. অ. হাসহ, হাস, হাসা, হাসহু, হাসাহা ; অস. হাঁহ্, হাহাঁ। অসমীয়াত একবচন আৰু বহুবচনৰ বিভক্তিৰ পাৰ্থক্য নাই। বৈদিকত অত, অতন ( ত, তন ) হয়। 'অতন' ৰ পৰা কোনো বিভক্তি অসমীয়ালৈ নামা নাই। অসমীয়া অ, আ, অহ আদি আকৃতি ঠিক একবচনৰ নিচিনাই।

(৬) সংস্কৃত লোট্ 'অন্তু' বিভক্তি :

এই বিভক্তি প্ৰাকৃতত 'অংতু' হয়। তাৰ পৰা অসমীয়াত ওঁ, উ আৰু স্বাৰ্থিক প্ৰত্যয় 'ক' যোগ কৰলে ওঁক, উক হয়। এই বিভক্তি একবচনৰ অনুৰূপ।

## ৩৭০। অব্যয় হঁত, হঁক আৰু চোন ( Indeclinables ) :

(ক) হঁত ( Interjection—'hant' ) : অসমীয়া অনুজ্ঞাৰ ২য় পু. বহুবচনত ক্ৰিয়াপদৰ পাচত দঢ়াই কোৱা অৰ্থত কেতিয়াবা 'হঁত' অব্যয় ব্যৱহৃত হয় ; যেনে, যাহঁত ( go, I say ) ; কৰহঁত ( do, I say )। ইয়াৰ মূল বৈদিক 'হন্ত'। বৈদিকত 'হন্ত' দঢ়াই কোৱা অৰ্থত হৰ্ষবিষাদাত্মক অব্যয় স্বৰূপে ( as an interjection in exhortations ) ব্যৱহৃত হৈছিল। তাৰ অৰ্থ 'আহ্' ( come ) ; যেনে,

---

১। "বহুষু ন্তু-হ-মো।", হেমচ. ৩।১৭৬ ; ব. ৭।১৯

২। "বহুত্বে হুম্।", হেমচ. ৪।৩৮৬

৩। "বহুত্বে হুঃ।", হেমচ. ৪।৩৮৪

৪। "বহুষু ন্তু-হ-মো।, হে. ৩।১৭৬ ; ব. ৭।১৯

যজামহৈ যজ্ঞিয়ান্ হন্ত দেবান্।—( ঋক্ ১০।৫৩।২ )[১]
Come, we will worship the adorable gods.
আহইঁত, আমি যজ্ঞীয় দেৱতাসৱৰ পূজাত লাগো।
হন্ত ইমং যজ্ঞং সম্ভৰাম। —ঐত. ব্রা.
Come, we will prepare the sacrifice.
আহইঁত, আমি এই যজ্ঞ আৰম্ভো।
অসমীয়াত কেৱল বহুবচনত হে এই অব্যয় ৰক্ষিত হৈছে।

(খ) হঁক্ ( Interjection hank ): সেইদৰে বৰ্তমান, ভূত আৰু অনুজ্ঞাৰ প্ৰথম আৰু দ্বিতীয় পুৰুষ বহুবচনত অসমীয়াত তেনে অৰ্থত 'হঁক্' অব্যয়ৰ প্ৰয়োগ হয়। যেনে, যাওঁহঁক ( indeed we go ); পঢ়াহঁক ( you do read ); খালোহঁক (truly we have eaten)। ইয়াৰ মূল সংস্কৃত 'ভূ'ধাতুৰ পৰা ওলোৱা 'হ'ত স্বাৰ্থিক প্ৰত্যয় ক যোগ কৰি পোৱা 'হক্' নহয়, কিয়নো তাৰ কোনো অৰ্থ নাই। ইয়াৰ মূল ৱাস্তৱিকে আৰ্বী 'হক্' বা 'হক্ক' (=true, correct, indeed ) বুলি মনে ধৰে। আৰবীত ই ক্ৰিয়াৰ পাচত ক্ৰিয়াবিশেষণৰ দৰে কেতিয়াবা ব্যৱহৃত হয়। তেনেকৈ অসমীয়াতো ইয়াৰ ব্যৱহাৰ হয়। চন্দ্ৰবিন্দু অসমীয়াৰ নিজস্ব।

(গ) চোন: অসমীয়া 'কৰচোন,' 'ধৰচোন' আদি বাক্যৰ 'চোন' বাস্তৱিকে বৈদিক 'চন' = ever, even ( ঋক্ ১।২৪।৬১ )। 'চন'ৰ অৰ্থ বাস্তৱিকে চ ন ( not even ) আৰু negative শব্দৰ পাচত বহে। কিন্তু ই সদায় 'নহয়' ( negative ) অৰ্থত নচলে ( ঋক ৬।২৬।৭ ; ১।৫৫।৫ )[২]। এনে অৰ্থতে অসমীয়াত ইয়াৰ চলতি আছে।

৩৭১। **ভূত কাল ( Past tense )**

যি কাল অতীত হৈছে তাৰ নাম ভূত কাল ( past tense or preterite )। ই তিনি প্ৰকাৰ[৩] -(১) অদ্যতনী বা সামীপ্যভূত ( Aorist or present perfect or first preterite ), (২) অনদ্যতনী বা অদূৰভূত ( Imperfect tense or second preterite ) আৰু (৩) পৰোক্ষ বা স্বৰূপভূত ( Perfect

---

১। Macd. Vedic Grammr. ( §§।৪০।৪০ )
২। In a few passages even when there is no accompanying negative চন throwing off its negative sense means 'even', 'also'. Macd. V.G. § 180.
৩। Kachayano's Pali Grammar, by E. Mason § 174.

**tense or past participle or third preterite**)। যি কাল এই মাত্ৰ অতীত হৈছে তাৰ নাম অদ্যতনী। ইয়াৰ আন নাম "আজিৰ ভূত" (**Preterite of to-day**) দিব পাৰি ; যেনে, মই পঢ়িলো (I have read)। অনদ্যতনী বুলিলে যি কাল নিশ্চিতৰূপে অতীত হৈছে তাক বুজায়। কাৰো কাৰো মতে যি কাল আজি দিনৰ আগেয়ে অতীত হৈছে আৰু কাৰো কাৰো মতে যি কাল কালি দিনৰ আগেয়ে অতীত হৈছে, কিন্তু বেচি পলম হোৱা নাই তেনে কালক বুজায়। কাচ্চায়নে এই কালক অপূৰ্ণ কাল (**Imperfect tense**) বুলিছে আৰু ইয়াৰ নাম (হিজ্জতনী) হ্যস্তনী। দিছে। যেনে, মই পঢ়িছো (I read)—ইয়াত পঢ়া কাম আগেয়ে শেষ হৈছে, কিন্তু বহুত দিন হোৱা নাই। অসমীয়া ক্ৰিয়াৰ এই আকৃতি কেতিয়াবা স্বৰূপ-বৰ্ত্তমান বা বৰ্ত্তমান অপূৰ্ণ কৃৎ (**Present imperfect**) স্বৰূপেও ব্যৱহৃত হয়। যেনে, মই পঢ়িছো (**I am reading**)—ইয়াত পঢ়া কাম চলিয়ে আছে (§§ ৩৫৬।৩৬৫)। পৰোক্ষ বুলিলে অনিৰূপিত আৰু অনিশ্চিত অতীতক বুজায়। কোনোৱে এই কালক নিত্যভূত (**Perfect preterite**) আৰু কোনোৱে দ্বিতীয় অতীত (**Second preterite**) বুলিছে। মেক্সমুলাৰে কয়—'যি কাল অতিকৈ অতীত হৈছে' (**something absolutely past'**)—সেয়ে পৰোক্ষ কাল; যেনে, মই পঢ়িছিলো (**I had read**)—ইয়াত পঢ়া কাম কেতিয়াবাই শেষ হৈছিল। অদ্যতনী আৰু অনদ্যতনীৰ পাৰ্থক্য তলত দিয়া পু. অসমীয়াৰ উদাহৰণৰ পৰা বুজা যাব।

"এই অব্যয় ফল যোগক পূৰ্ব্বত মঞি আদিত্যৰ আগত কহিছো। আদিত্যো আপুনাৰ পুত্ৰ শ্ৰাদ্ধদেৱ মনুত কহিলা ; মনুৱো পুত্ৰ ইক্ষাকুত কহিলা। এই পৰম্পৰায় ৰাজঋষিসৱে জানিলা। পাচে অনেক কালে সম্প্ৰদায় বিচ্ছিন্ন হৈল। সেই যোগক আজি মঞি তোমাত কহিলো"।—ভট্টদেৱ। "আকৰাঢ় পুৰুষৰ তৃতীয় অধ্যায়তে কৰ্মযোগ কহিছো ; তাক ই অধ্যায়ে প্ৰপঞ্চিলো।"—ভট্টদেৱ।

৩৭২। **অদ্যতনী বা সামীপ্যভূত** (**Aorist or present perfect or first preterite**) :—

এই কাল সংস্কৃত লুঙ্ লকাৰৰ অনুৰূপ। ই সকলো প্ৰাকৃতিক ভাষাতে আছে। তলত ইয়াৰ ৰূপ দিয়া হল।

নিৰ্দেশক ৰূপ ( Indicative mood )

| পুৰুষ | অসমীয়া | পু. অসমীয়া | হিন্দী | বঙ্গালী | উড়িয়া |
|---|---|---|---|---|---|
| ১। | ইলো ( লোঁ ) | ইলোঁ, ইলোহোঁ | অলো | ইলাম | ইলি |
| ২। | ইলি, ইলা, ( লি, লা ) | ইলি, ইলা, ইলাহা | অলেস্, অলে | ইলি | ইলু |
| ৩। | ইল, ইলে, ইলা, ইলাক্ ( ল্, লে, লা, লাক্ ) | ইল্. ইল, ইলা, ইলেক্, ইলন্ত | অল, অলেস্, | ইল্ | ইল্, ইলা |

উদাহৰণ : বৰ্তমান :—

মই পঢ়িলো ( I have read ); মই বা আমি খালো ( I or we have eaten ); তই পঢ়িলি ( Thou hast read ); তুমি পঢ়িলা ( You have read ); সি বা তেওঁ বহিল ( He or they have sat ); সি বা তেওঁ পঢ়িলে বা পঢ়িলা বা পঢ়িলাক ( পঢ়লাক ) ( He or they have read )।

পূৰণি :—

সকলো লোকক মঞিসে নষ্ট কৰিলো ;—ভট্ট দে.
দেখি প্ৰভু তাক ভৈলোহোঁ দাসী।—শঙ্কৰ
দেখিলাহা ইটো বিকশিত বৃন্দাবন।—শঙ্কৰ
বনকো দেখিল চন্দ্ৰ-ৰশ্মিয়ে ৰঞ্জিত।—শঙ্কৰ
মৰিল তনয় মোৰ আহাঁৰেসে দোষে।—শঙ্কৰ
তাসৱাক বাক্যে মোহি বুলিলা মুৰাৰি।—শঙ্কৰ
যেৱে সৱে সমীপ পাইলেক গোপ নাৰী।—শঙ্কৰ
কৃষ্ণে হৰিলন্ত চিত্ত হৰাইল চেতন।—শঙ্কৰ

৩৭৩। **মূল ( Derivation ) :**

কৃদন্ত বিশেষণ ( বা perfect participle ) অল বা ইল প্ৰত্যয় সংযুক্ত ক্ৰিয়াৰ পাচত নিৰ্দেশক বৰ্তমানৰ ( present indicative moodৰ ) বিভক্তি যোগ কৰিলে এই কালৰ ৰূপ পোৱা যায় ( §§ ৩৫৭।৩৬৭ )। অসমীয়াত অকৰ্মক ক্ৰিয়াৰ তৃতীয় পুৰুষত সাধাৰণতঃ কোনো বিভক্তি যোগ কৰা নহয়। কিন্তু সকৰ্মক ক্ৰিয়াৰ পাচত নিৰ্দেশক বৰ্তমানৰ বিভক্তি যোগ কৰা হয়। যেনে, সি মৰিল ( he has died, অক ); কিন্তু সি মাৰিলে

( উ. অস. ), বা সি মাৰিল বা মাৰিলা বা মাৰিলাক ( মাৰলাক্ ; না. অস ), সি মাৰিলা বা মাৰিলেক ( পু. অ. He has beaten )। পু. অসমীয়াত সকলো ক্রিয়াৰে তৃতীয় পুৰুষ উভয় বচনত কোনো বিভক্তি যোগ নহৈছিল। সেই দৰে বঙ্গালীত সকলো ক্রিয়াৰ তৃতীয় পুৰুষত আৰু পূৰ্ব হিন্দীত অকৰ্মক ক্রিয়াৰ তৃতীয় পুৰুষ উভয় বচনত কোনো বিভক্তি যোগ কৰা নহয়। যেনে,

বাঙ্গালী—সে বই পড়িল বা পড়্ল ; বেলা হইল বা হল।

উৰিয়া—সে পোথি পড়িলা ; বেলা হেলা।

পূ. হিন্দী—উ পোথী পড়লেস্ ; বেলি হোখল বা ভইল।

অস.—সি পুথি পঢ়িলে ; বেলি হ'ল।

Eng—He has read book ; It has been time or time is up.

(১) প্রথম পুৰুষ একবচনৰ ইলোঁ, বা লোঁ ( ইল্+ওঁ : ল্+ওঁ ) বিভক্তি। 'ইল্' আৰু 'ওঁ' ৰ মূল ওপৰত দিয়া হৈছে ( § ৩৫৭ আৰু ৩৬৭ )। যেনে, অ. পঢ়িলোঁ, পূ. হি. পড়লোঁ, ব. পড়িলাম, উ. পিঢ়িলি I have read. 'ইল্' ৰ ই লোপ হলে আৰু তাত ওঁ যোগ কৰিলে লোঁ হয়।

(২) দ্বিতীয় পুৰুষ একবচনত তুচ্ছার্থে ইলি ( ইল্+ই ), লি ( ল্+ই ) আৰু মান্যার্থে ইলা ( ইল্+আ ), লা ( ল্+আ ) বিভক্তি। 'ইল্'ৰ মূল ওপৰত দেখা ( § ৩৫৭ )। 'ই'ৰ মূল সংস্কৃত লট্ সি। তাৰ স্ ইত্ হলে ই থাকে। 'আ'ৰ মূল আগেয়ে দিয়া হৈছে ( § ৩৬৭ (২) )। 'ইল্'ৰ ই লোপ হলে ল্ থাকে আৰু তাত নির্দেশক বিভক্তি যোগ কৰিলে লা, লি, থাকে। পু. অ. ইলাহা=ইল্+আহা ( § ৩৬৭ (২) )।

উদাহৰণ।—

আলখনী কুজীত সুধিলি তই কাজ।—মা. ক.

ভৈলাহা নাৰদ ঋষি নামে অৱতাৰ।

পঞ্চৰাত্র নামে তন্ত্র কৰিলা প্রচাৰ॥—শঙ্কৰ

(৩) তৃতীয় পুৰুষ একবচনৰ ইল, ইলে ( বা ল বা লে ), ইলা ( বা লা ), ইলাক ( বা লাক্ ), ইলেক ( বা লেক্ ) বিভক্তি।

অকৰ্মক ক্রিয়াৰ পাচত কোনো বিভক্তি যোগ নহয়। সকৰ্মক ক্রিয়াৰ পাচত হে এই বিভক্তি যোগ হয়। মূল ওপৰত দিয়া হৈছে ( §§৩৫৭।৩৬৭ (৩)। )। প্রাকৃতৰ অএ ( হেমচ. ৩।১৩৯ ) বাস্তৱিকে অঅই=

আই = আ। ইলাক, ইলেক আদিৰ 'ক' স্বাৰ্থিক। পু. অ. ইলন্ত ৱাস্তৱিকে ইল্ + অন্ত। অন্ত সংস্কৃত 'অন্তি'ৰ ৰূপান্তৰ।

বহুবচনৰ বিভক্তি একবচনৰ নিচিনা।

৩৭৪। **অনদ্যতনী বা অদূৰভূত** Imperfect tensc or second preterite )

এই কাল সংস্কৃত লঙ্‌লকাৰৰ অনুৰূপ। প্ৰাকৃতিক সকলো ভাষাতে ইয়াৰ চলতি আছে। তলত অসমীয়া আৰু ওচৰৰ প্ৰাকৃতিক ভাষাৰ বিভক্তি দিলো।

নিৰ্দেশক ৰূপ ( Indicative mood ) :

| পুৰুষ | অসমীয়া | পু. অসমীয়া | হিন্দী | বঙ্গালী | উৰিয়া |
|---|---|---|---|---|---|
| ১। | ইছো ( ছোঁ ) | ইছো, ইআছো, ইছি ইছোহোঁ, ইআছোহোঁ | য়েঁা, য়ৌ, আ | ইয়াছি, | ইঅছি |
| ২। | ইছ ( ছ ), ইছা ( ছা ), ইছাহ্, ( ছাহ্ ) | ইছা, ইছাহা, ইআছা, ইআছাহা, ইআছ, ইআছহ | ঈশ্, য়ৌ, আ | ইয়াছ, | ইঅছু |
| ৩। | ইছে ( ছে, ছি ) | ইছে, ইছি, ইআছয় | ইস্, য়ৌ আ | ইয়াছে, ইয়াছেন | ইঅছই |

উদাহৰণ : মই পঢ়িছো ( 1 read ) ; মই দিছোঁ ( I gave ) ; তই পঢ়িছ ( Thou readest ) ; তই দিছ ( Thou gavest ) ; তুমি পঢ়িছা ( You read ) ; তুমি দিছা ( You gave ) তই পঢ়িছাহ ( পঢ়্ছাহ ) ( Thou readest ) ; তই দিছাহ্ (Thou gavest) ; সি পঢ়িছে (He read) ; সি দিছে ( He gave ) ; সি দিছি ( He gave )।

পু. অসমীয়া :—

কৌৰৱক অপকাৰ কৰি আছো আগে।
সিকাৰণে দাদা নিদ্ৰা নাসিবাক লাগে॥—ৰা. সৰ.
আমাক লাগিয়া আনি আছা যিবা
দিয়োক সখি সন্দেশ।—শঙ্কৰ
আসি আছা তুমি স্বামী।
মূৰ্তি দেখি বোলো আমি॥—শঙ্কৰ

যি হেতু জগতস্বামী তোমাৰ লগত আমি
গুৰুগৃহে কৰিছো নিবাস।—শঙ্কৰ

তুৰ্লভ লভিছা জন্ম ভাৰত-ভূমিত।—মা. দে.
তুমি একেলায়ে ব্যাপিছা।—ভ. দে.
চৈধ্যভূবনৰ বন্দ্যস্থান।
যাকে কৃষ্ণ কৰিছা নিৰ্মান॥—শঙ্কৰ
মোৰ অংশ অবিদ্যায়ে জীৱ হয়া সদায়ে সংসাৰী হয়াছে।
—ভট্ট দে.

ৰাধাই মাৱৰ হাতে দিয়াছে ভূষণ।—মা. দে.
তাক আমি স্মৃতিত শুনিছি।—ভট্ট দে.
যত্তপি আমাক বিষ দিয়া মাৰিতে চাইছে, অগ্নিয়ো
দিছে, ধনসৰ্বস্বো হৰিছে, ৰাজ্যভাৰো কাঢ়ি লৈ আছে,
ভাৰ্যাকো অপকাৰ কৰিছে, অস্ত্ৰ ধৰিও যুজিতে আসিছে,
এই ছয় দোষে আৰাসৱ আততায়ী।—ভট্ট দে.
দেখিছা কৃষ্ণক জানো নিশ্চয়।
কহিয়ো আমাত হুয়ো সদয়॥—শঙ্কৰ

৩৭৫। **মূল ( Derivation ) :**

এই বিভক্তিৰ মূল সংস্কৃত 'ক্ত' প্ৰত্যয়। ধাতুত 'ক্ত' প্ৰত্যয় যোগ হোৱাৰ পিচত 'আছ' সহায়কাৰী ( auxiliary ) ধাতু যোগ কৰি তাত নিৰ্দেশক বৰ্তমানৰ ( Indicative mood present tense ৰ ) বিভক্তি যোগ কৰিলে এই বিভক্তি পোৱা যায়। সংস্কৃত ক্ত ( বা ত ) প্ৰত্যয় প্ৰাকৃতত 'অ' হয় আৰু তাৰ আগত 'ই' আগম হয় ( হেমচ. ৩৷১৫৬ )। ৰৰুৰু. ৭৷৩২ : §৩৫৭ (খ) দেখা )। এনেকৈ এই প্ৰত্যয় প্ৰাকৃতত ইঅ আৰু অপভ্ৰংশত ইঅ বা ইউ হয় ( cf. স. হসিতম্ laughed = অপভ্ৰ. হসিউ, হেমচ. ৪৷৩৯৬ )। তাৰ পৰা প্ৰাকৃতিক ভাষাত 'অ' ইৎ হলে 'ই' আৰু তাত স্বাৰ্থিক প্ৰত্যয় 'অ' ( অৰ্থাৎ ক ) যোগ হলে ইঅঅ = ইঅ ( ইয়া ) হয়। বৰ্তমান অসমীয়াত ইয়াৰ 'ই' ৰক্ষিত হৈছে। পু. অসমীয়াত ই, ইআ ( বা ইয়া ) চলিছিল। যেনে,

তোমাৰ মায়ায় হৰি কপট গুণক ধৰি
মোহিয়াছে আমাক সমূলি।—মা. দে.
দেখিলন্ত গৈয়া হুইতো আসিয়া আছন্ত।
সাদৰ পূৰ্ব্বক আতি মাতি আনিলন্ত॥—দৈত্যাৰি

এইদৰে কৃদন্ত বিশেষণ ( perfect participle ) বা নিত্যকৃতৰ ( §৩৫৬ ) প্ৰত্যয় ই বা ইয়া যোগ হোৱাৰ পিছুত সহায়কাৰী ধাতু 'আছ্' ( স. অস্ to be ) যোগ কৰিলে 'ইআছ্' বা 'ইয়াআছ্' আৰু 'আছ'ৰ আ লোপ হলে 'ইছ', 'ইয়াছ্' ( বা ইআছ্ ) বিভক্তি পোৱা যায়। তাৰ পাছত নির্দেশক বর্তমানৰ বিভক্তি ওঁ, অ বা আ, এ আদি যোগ কৰিলে ইছো. ইছ বা ইছা, ইছে আদি বিভক্তি পোৱা যায়।

সহায়কাৰী ধাতু 'আছ্' যোগ হোৱাৰ কাৰণে এই কাল বাস্তৱিকে যৌগিক ( periphrastic )।

৩৭৬। **অনদ্যতনী আৰু স্বৰূপবৰ্তমান** ( Imperfect tense and present imperfect participle )

অনদ্যতনীক যদিও আমি অসম্পূর্ণ কাল ( Imperfect tense ) বুলিছো তথাপি ই বাস্তৱিকে মূলত বর্তমান নিত্যকৃৎ ( present perfect participle ) ভিন্ন আন একো নহয় অর্থাৎ নিত্যকৃৎ বা অদ্যতনী আৰু অসম্পূর্ণ ভূত বা অনদ্যতনী উভয়ে মূলত একে, কেৱল অদ্যতনী কাল অনদ্যতনীত কৈ পিছৰ; কিন্তু তেনে হলেও কিমান পিছৰ তাৰ স্থিৰতা নাই। উভয়ৰ মূল একে অর্থাৎ সংস্কৃত 'ক্ত' প্ৰত্যয় ( §§ ৩৭৩।৩৭৫ ) বা অদ্যতনীৰ ইলো, ইলি, ইলে আৰু অনদ্যতনীৰ ইছো, ইছ, ইছে বিভক্তিৰ মূল একে। কিন্তু অতদ্যতনী আৰু স্বৰূপ বর্তমানৰ কথা তেনে নহয়। এই দুই কালৰ আকৃতি একে হলেও সিহঁতৰ মূল পৃথক পৃথক। আমি ওপৰত ( §৩৭৫ ) পাইছো যে অনদ্যতনীৰ বিভক্তিৰ মূল সংস্কৃত 'ক্ত' প্ৰত্যয়ৰ পৰা ওলোৱা 'ই' আৰু তাৰ পাচত যোগ হোৱা 'আছ'—নির্দেশক বর্তমানৰ বিভক্তি ( ওঁ, অ, এ )=ইছোঁ, ইছ, ইছে। যেনে, মই পঢ়িছো I read, তই পঢ়িছ thou readest আৰু সি পঢ়িছে he read। কিন্তু বর্তমান অপূর্ণকৃৎ ( present imperfect participle)-ৰ বিভক্তিৰ মূল সংস্কৃত কৃৎপ্ৰত্যয় শতৃ ( অত্ বা অন্ত্ ) প্ৰাকৃত 'অংতো' অপভ্রংশ আৰু অসমীয়া

'ই' ( §৩৫৭।ক )'।[১] ধাতুত এইদৰে 'ই' যোগ হোৱাৰ পিছত অসমীয়া সহায়কাৰী ধাতু 'আছ' যোগ কৰি তাত বৰ্তমান নিৰ্দেশক ৰূপৰ বিভক্তি ওঁ, অ, এ যোগ কৰিলে আমি তাৰ পৰা ইছোঁ, ইছ, ইছে বিভক্তি পাওঁ। যেনে, মই পঢ়িছোঁ I am reading, তই পঢ়িছ thou art reading আৰু সি পঢ়িছে he is reading। বিভক্তি একে হোৱাৰ কাৰণে স্বৰূপ বৰ্তমান বা বৰ্তমান অপূৰ্ণকৃৎ আৰু অনদ্যতনী এই দুই কালৰ ভিতৰত আজিকালি অলপ গণ্ডগোল ঘটিছে।

৩৭৭। **পৰোক্ষ বা নিত্যভূত** ( The perfect or past perfect or pluperfect or third preterite ) :

এই কাল সংস্কৃত লিটৰ অনুৰূপ।

এই কালো সকলো প্ৰাকৃতিক ভাষাতে আছে। ক্ৰিয়াৰ নিত্যকৃৎ ( বা perfect participle ) ৰূপত সহায়কাৰী ( auxiliary ) ধাতু 'আছ' বা অদ্যতনী কালৰ বিভক্তি যোগ কৰি এই কাল সিদ্ধ কৰা হয়। সহায়কাৰী ধাতু যোগ হোৱাৰ কাৰণে ইয়াকো এটি যৌগিক কাল ( periphrastic tense ) বুলিব পাৰি। নিৰ্দেশক ৰূপত ( Indicative mood ত ) এই কালৰ বিভক্তি তলত লিখা দৰে হয় :—

| পুৰুষ | অসমীয়া | হিন্দী | বঙ্গালী | উড়িয়া |
|---|---|---|---|---|
| ১। | ইছিলো ( =ই আছিলো ) | লে ৰহলোঁ | ইআছিলাম | ই থেলি |
| ২। | ইছিলি ( =ইআছিলি )<br>ইছিলা ( =ইআছিলা ) | লে ৰহলেস্ | ই আছিলি | ইইথেলু |
| ৩। | ইছিল ( =ইআছিল ) | লে ৰহলেস্,<br>লে ৰহল | ই আছিল | ই থেলু |

উদাহৰণ : মই পঢ়িছিলো ( I had read ); তই পঢ়িছিলি ( Thou hadst read ); তুমি পঢ়িছিলা ( You had read ); সি পঢ়িছিল ( He had read )। পু. অ.—জ্ঞানপ্ৰাপ্তিৰ পূৰ্বত তেখনে কৰ্ম কৰিছিল। —ভ. দে.

৩৭৮। **মূল** ( Derivation ) :

এই কালৰ মূল সংস্কৃত নিত্যকৃৎ ( Perfect participle ) ক্ত প্ৰত্যয়ৰ পৰা ওলোৱা 'অ'। প্ৰাকৃতৰ নিয়মে তাৰ আগত আগম হোৱা

১। "ক্ত্বা ই-ইউ-ইৱি-অৱয়ঃ"। হেমচ. ৪।৪৩৯। অপভ্ৰংশত ক্ত্বা-ৰ ঠাইত ই, ইউ, ইৱি, অৱি প্ৰত্যয় হয়।

'ই' তাৰ আগত যোগ কৰিলে সি 'ইঅ' বা 'ই' হয়। তাক ধাতুটোত যোগ কৰি তাৰ পাছত সহায়কাৰী 'আছ' ধাতুৰ অদ্যতন-ৰূপ ( ইলো, ইলি, ইলে ) বহুবালে এই বিভক্তি পোৱা যায় ( §§৩৫৭।৩৭৫ দেখা )। যেনে, সংস্কৃত নিত্যকৃৎ পঠিত=প্ৰা. পঢ়িঅ=অ. পঢ়িআ বা পঢ়ি। তাত 'আছ' ধাতুৰ অদ্যতনী বিভক্তি যোগ কৰিলে পঢ়ি+আছিলোঁ, পঢ়ি+আছিল—এনে ৰূপ হয়। আৰু 'আছ্'ৰ আ লোপ হলে পঢ়িছিলো, পঢ়িছিলি, আৰু পঢ়িছিল হয়। পু. অ-ত ইআ ( =ইয়া )ৰ পাছত 'আছ'ৰ অদ্যতনী-ৰূপ যোগ কৰা হয়; যেনে পঢ়িয়া আছিল।

### ৩৭৯। **ভূত অসমাপিকা** ( Preterite conjunctive )

ভূত কালত অসমাপিকা ক্ৰিয়াৰ অৰ্থ প্ৰকাশ কৰিবৰ নিমিত্তে নিত্যকৃতৰ পাছত তলত লিখা প্ৰত্যয়ৰ ব্যৱহাৰ হয়। আন প্ৰাকৃতিক ভাষাতো এনে প্ৰত্যয় আছে। যেনে,

| পুৰুষ | অসমীয়া | পু. অসমীয়া | হিন্দী | বঙ্গালী | উড়িয়া |
|---|---|---|---|---|---|
| ১। | হেত্তেন, হলে ( বা হলি ) | অত, হন্ত ( হন্তে ) | অতোঁ, অতূঁ, অতোঁ | ইতাম্ | অংতি |
| ২। | হেত্তেন, হলে ( বা হলি ) | অত, হন্ত ( হন্তে ) | অতেস্, অতে, অতোঁ | ইতিস্ | অংতু |
| ৩। | হেত্তেন, হলে ( বা হলি ) | অত, হন্ত ( হন্তে ) | অত, অতৌ | ইত | অংতা |

হেত্তেন বা হলে ( বা হলি ) প্ৰত্যয় যোগ কৰি ভূত অসমাপিকা ( Preterite conjunctive ) প্ৰকাশ কৰা হয়। যেনে, তুমি পঢ়া হেত্তেন ( Had you read ); মই লিখা হলে ( Had I written )। পুৰণি অসমীয়াত আ-প্ৰত্যয়ান্ত নিত্যকৃৎ বা অল বা ইল প্ৰত্যয়ান্ত কৃদন্ত বিশেষণৰ পাছত 'হন্ত' বা 'অত' প্ৰত্যয় যোগ কৰি এই কাল নিৰ্দেশ কৰা হৈছিল। যেনে,

যদি আজি ঘৰত আছিল হন্তে স্বামী।
তেবে আজি তোমাক ৰাখিলো হন্তে আমি॥—দৈত্যাৰি

যুদ্ধ নকৰিলো হন্তে কোন কাৰ্য্য তাত।
প্ৰাণক ত্যজিলো হন্তে এহিতো লঙ্কাত।
হনুমন্তে নকৰিল হন্তে হেন কাজ।
বিভীষণে কেন মতে পাইল হন্তে ৰাজ॥—মা. ক.

আনো পুছিলাতে কৈলা হন্তে তাতে
তুমি কৈলা যিতো তেহ্ন।—দৈত্যাৰি
তেঁহে নেদিলাত আমি পাইবো কৈত
বুলিলো কৰি নিশ্চয়।—দৈত্যাৰি

৩৮০। **মূল** ( Derivation ):

ওপৰত অপূৰ্ণকৃৎ ( Imperfect participle)-ৰ মূল দেখা ( §৩৫৭।ক )। সংস্কৃত ভৱন্ ( √ভূ )=মা. প্ৰা. হোংতে, ভবংতে বা হবংতে, প্ৰা. হোংতো, পু. অ. হন্ত, হন্তে, অ. হেতেঁন। স. ভৱিত ( past participle ) মা. প্ৰা. ভবিদে, হবিদে ইত্যাদি=হইদে=হইড়ে=হইলে=অ. হলে বা হলি ( §৩৫৭।খ দেখা )। 'অত'ৰ মূল আগেয়ে দিয়া হৈছে ( §৩৫৭ক )।

৩৮১। **সম্ভাব্যভূত** ( Preterite conditional )

(ক) ভূত অসমাপিকাৰ পাছত সদাই সম্ভাব্যভূতৰ ব্যৱহাৰ হয়। যেনে, মই খালো হয় বা হেতেন ( I would have eaten it )। ই সম্ভাব্য-ভূতৰ বাক্য। ইয়াৰ আগত ভূত অসমাপিকাৰ বাক্য এটি ( যেনে, কুঁহিয়াৰ পোৱা হলে বা হেতেন, Had I got sugarcane ) অৱশ্যে থাকিব। ইয়াৰ প্ৰত্যয় 'হেতেন' বা 'হয়' ( বা হই ) আৰু ই সকলো পুৰুষ আৰু বচনতে চলে। যেনে, মই কোৱা হেতেন সি আহিল হয় ( Had I asked he would have come ); তুমি যোৱা হেতেন ময়ো গলোহেতেন ( Had you gone I would also have come ); সি পঢ়া হলে ময়ো পঢ়িলো হয় ( Had he read I would also have read ); ইত্যাদি। এই কালৰ ব্যৱহাৰ ভূত অসমাপিকাৰ দৰে। কেৱল পাৰ্থক্য এই যে সম্ভাব্য-ভূতত 'আ' প্ৰত্যয়ান্ত নিত্যকৃৎ ব্যৱহৃত নহৈ সদাই ইল বা অল প্ৰত্যয়ান্ত নিত্যকৃৎ ( perfect participle ) ব্যৱহৃত হয়। যেনে, পঢ়িলোহেতেন, খালো হয় ( বা হই )।

প্ৰাণক তেজিলো হয় তোহোৰ সন্তাপে।—মা. ক,
থানত থাকিয়া কহিলন্ত হন্তে যেবে,
এক দুই যুগুতি কহিলো হন্তে তেবে॥—দৈত্যাৰি

জ্বৰাদি তাপিতক আৰ্ত্ত বুলি ; সি যদি পূৰ্বকৃত পুণ্য হয় তেন্তে মোক ভজে : অন্যথা ক্ষুদ্ৰ দেৱতাক ভজি সংসাৰী হৈল হয়।—ভট্ট দে.

আত্মজ্ঞান-নিষ্ঠক জিজ্ঞাসু বুলি ; সিও যদি মহা পুণ্য কৰি থাকে তেবে মোৰ ভক্তি কৰে ; অন্যথা যপতপাদি কৰিল হয়। ইহলোক পৰলোক ভোগসাধন-অৰ্থ-কামুকক অৰ্থাৰ্থি বুলি ; সিয়ো যদি পৰম সুকীৰ্ত্তি হয় তেৱে মোক মাত্ৰ সেৱা কৰে ; অন্যথা শৈৱ-শাক্ত হৈল হয়। আত্মতত্ত্ব জানন্তাক জ্ঞানী বুলি ; সিয়ো উত্তম ধৰ্মৰ বলেসে মোক আৰাধন কৰে ; অন্যথা যোগধাৰণাদি প্ৰৱৰ্ত্তিল হয়।—ভট্ট দে.

এই কালো যৌগিক ( periphrastic )।

**(খ) মূল** ( Derivation ) :

ইয়াৰ মূল ভূত অসমাপিকাৰ মূলে সৈতে একে, কেৱল 'হয়' ( বা হই )-ৰ মূল ভিন্ন। অসমীয়া হয় বা হই = প্ৰাকৃত হুও = স. ভূত ( was, existed )।

৩৮২। **অনিশ্চিত সম্ভাব্য** ( Indefinite conditional )

অনিশ্চিত অৰ্থত 'হবলা' বা 'হব' বা 'হব পায়' শব্দৰ প্ৰয়োগ কৰি সম্ভাব্য কাল ( conditional tense ) প্ৰকাশ কৰা হয়। ই বৰ্তমান, ভূত আৰু ভবিষ্যৎ তিনিও কালতে চলে। যেনে, সি আছে হবলা বা হব বা হব পায় ( He is probably in ) ; সি আহিছে হবলা বা হব বা হব পায় ( He probably came )। হিন্দীতো এনে ব্যৱহাৰ আছে। যেনে, ৱহ আতা হোগা ( He is probably coming ) ; ৱহ আয়া হোগা ( He must have come )। পু. অসমীয়াতো এনে ব্যৱহাৰ আছিল। যেনে,

মই বোলো হুইবে প্ৰাণ প্ৰিয়া গৈল মৰি।—শঙ্কৰ
শুনি মনপুৰে লৈলা নিষ্ঠুৰ বুলিবে।
মোক পৰিখান দেন্ত দুঃখ পাইবে হুইবে॥—দৈত্য.

সৱে ৰাজাগণে বোলে মনে মনে
মোক ৰৰিবেক পায়।—মা. দে.

৩৮৩। **মূল** ( **Derivation** ) :

'ইব' বা 'অব'ৰ মূল তলত দেখা ( §৩৮৫ )। হবলা = হব + লা। লা প্ৰত্যয় স্বাৰ্থিক বুলি মনে ধৰে। নহলে হবলা = হব + লাগে ( **probably it is** )। 'লাগে'ৰ 'গে' লোপ।

৩৮৪। **ভবিষ্যৎ কাল** ( **Future tense** )

যি কাল আগলৈ হব তাৰ নাম ভবিষ্যৎ কাল। সংস্কৃতত লৃট্, লুট্ আৰু আশীৰ্লিঙ্ লকাৰে ভবিষ্যৎ কাল নিৰ্দেশ কৰে। কিন্তু অসমীয়াত কেৱল এটা ৰূপে হে এই কাল নিৰ্দেশ কৰে আৰু এই ৰূপ সংস্কৃত লৃট্ ( বা **simple future** ) লকাৰৰ অনুৰূপ। ধাতুৰ পাচত অব্ বা ইব্ প্ৰত্যয় যোগ কৰি তাত নিৰ্দেশক উপায়ৰ বৰ্তমান কালৰ ( **of indicative mood present tense** ) বিভক্তি যোগ কৰিলে ভবিষ্যৎ কালৰ ৰূপ হয়। কেৱল প্ৰথম পুৰুষত এই নিয়ম নাখাটে। যেনে, মই পঢ়িম ( **I shall read** ), তই পঢ়িবি ( **Thou wilt read** ) আৰু সি পঢ়িব ( **He will read** )। তলত ভবিষ্যৎ কালৰ বিভক্তি দিলো। নিৰ্দেশক উপায়ৰ বৰ্তমান কালৰ বিভক্তি অদ্যতনী কালত যেনেকৈ যোগ হয় ( §৩৭৩ ) ঠিক তেনেকৈ এই কালতো যোগ হয়।

| পুৰুষ | অসমীয়া | পু. অসমীয়া | পূৰ্ব হিন্দী | বঙ্গালী | উড়িয়া |
|---|---|---|---|---|---|
| ১। | ইম্ | ইম্, ইবো, ইবোহো | অবোঁ, ইবোঁ | ইব | ইবি, ইমি |
| ২। | ইবি, ইবা | ইবি, ইবা, ইবাহা | অবৈস্, ইবৈস্ | ইবি | ইবু |
| ৩। | ইব | ইব, ইবে, ইবেক, ইবন্ত | ঈ | ইবে | ইব্ |

উদাহৰণ : পু. অ.—

আৰাক বধি মই পাপক পাইম।—ভট্ট. দে.

আৰাক মাৰি আমৰা জীবাক ইচ্ছা নকৰিম।—ভট্ট. দে.

তোমাৰ মনুষ্যলীলা দেখিবো হৰিষি।—শঙ্কৰ

ধনু তুলি ধৰিবোহোঁ। পৃথিবীক ফুড়িবোহোঁ ॥—মা. ক.

বিহ্লাউ প্ৰসাদ ভয় নকৰিবি মনে।—দৈত্যাৰি
দিবা উগ্ৰসেনক কংসৰ ৰাজ্যভাৰ।—শঙ্কৰ
ৰাজাক লাগিয়া ভয় নকৰিবা কিছু।
ৰাজাই অন্যায় কৰে তাক লাগি আছো॥—দৈত্যাৰি
বুলিবাহা ৰামক আনিবে প্ৰতি যাওঁ।—মা. ক.
মই ৰাজা হুওঁ ৰাম যাইব বনবাস।—মা. ক.
ৰাজ্যভাৰ বহিবে ভৰত অনুবলে।—মা. ক.
তাঙ্ক কি কৰিব ইসব দোষে।—শঙ্কৰ
অগনি শিখাত কোনে যাস কৰিবেক।
মোক তো নজানো এক বীৰে মাৰিবেক॥—মা. ক.
ৰামে তোক মাৰিবন্ত।
মোৰ মান সাধিবন্ত॥—মা. ক.

৩৮৫। **মূল** ( **Derivation** ) :

এই কাল সংস্কৃত লৃটৰ অনুৰূপ হলেও ইয়াৰ বিভক্তিৰ মূল সম্পূৰ্ণ লৃট্ লকাৰৰ বিভক্তি নহয়। কেৱল অসমীয়া প্ৰথম পুৰুষৰ বিভক্তি 'ইম্' হে সংস্কৃত লৃট স্যামি বিভক্তিৰ পৰা আহিছে। সংস্কৃত স্যসি, স্যতি আদিৰ পৰা অসমীয়া কোনো বিভক্তি ওলোৱা নাই। অসমীয়া ইম্ ভিন্ন আন সকলো বিভক্তিৰ মূল সংস্কৃত কৃৎ প্ৰত্যয় 'তব্য'। প্ৰাকৃতৰ নিয়মে ইয়াৰ আগত ই যোগ কৰিলে এই প্ৰত্যয় 'ইতব্য' হয় ( §§৩৫৫।ঙ )। প্ৰাকৃতত এই প্ৰত্যয় এঅব্বং বা ইঅব্বং আৰু অপভ্ৰংশত এব্বং, এবং বা ইব্বং হয় ( হেমচ. ৩।১৫৭ ; ৪।৪৩৮ )[১]। তাৰ পিছত এই প্ৰত্যয় পূৰ্ব হিন্দীত ইব্ বা অব্ আৰু অসমীয়াত ইব্ হল। যেনে, পঢ়িব ( he will read ), প্ৰা. পঢ়িঅব্ব = স. পঠিতব্য ( fit to be read : future passive participle )। এতিয়া আমি জানো প্ৰাকৃতত ব আৰু ম কেতিয়াবা অদল-বদল হৈছিল। যেনে, স. মন্মথঃ, Cupid প্ৰা. বম্মহো ( কাত্যায়ন ২।৩৬ ) ; স. কুমাৰঃ prince, প্ৰা. কুৱৰ, কুমৰ, অ. কোঁৱৰ, কোঞৰ। অপভ্ৰংশতো কেতিয়াবা তেনে হয়। যেনে, স. কমল lotus, অপভ্ৰ. কঁৱলু, কঁমলু ; ভ্ৰমৰঃ large

১। cf. "তদা মত্ৰ পঢমং সন্তপ্পিদব্বং" ( মৃচ্ছক. act VI )—তদা ময়া প্ৰথমং সন্তপ্তব্যম্।

black bee, অপভ্র ভঁাৱৰু ভমৰু; স. যথা in the manner stated, অপভ্র. জিঁৱ, জিম, জেঁৱ, জেম; স. তথা in that manner, অপভ্র. তিঁৱ, তিম, তেঁৱ, তেম (হেমচ. ৪।৩৯৭,৪০১)। অসমীয়া আৰু হিন্দীতো কেতিয়াবা তেনে হয়। যেনে, স. পৃথিৱী earth, হি. পিৰথমী, অ. পিৰ্থিমী। এতেকে এই অদল-বদলৰ ফল স্বৰূপে ইব্ বিভক্তি ইম্ হোৱা অসম্ভৱ নহয়। কিন্তু প্রাকৃতত 'ৱ'ৰ ঠাইত 'ম' কদাচিত হে হয়; অপভ্রংশতো তেনে। অসমীয়া, হিন্দী আদি প্রাকৃতিক ভাষাতো 'ম'ৰ ঠাইত সচৰাচৰ 'ব' বা 'ৱ' হয়; কিন্তু 'ব' বা 'ৱ'ৰ ঠাইত 'ম' কদাচিত হে হয়। এতেকে 'ইব্' বা 'অব্'ৰ পৰা ইম্ বা অম্ আহিছে বুলি ধৰাটো যুক্তিযুক্ত নহয়। পক্ষান্তৰে ম-যুক্ত ভবিষ্যতৰ বিভক্তি সংস্কৃত লৃট্ 'স্যামি' 'স্যাম'ৰ পৰা ওলাইছে বুলি সহজে ধৰিব পাৰি। প্রাকৃতত ভবিষ্যৎ অৰ্থত 'মিমোমুমে'ৰ আগত স্স আৰু হা হয়[১] (হেমচ: ৩।১৬৭)। যেনে, স. ভৱিষ্যামি (I shall be), ভৱিষ্যাম (We shall be), প্রা. হোস্সামি, হোহামি; হোস্সামো, হোহামো, হোহাম; পক্ষে হোহিমি, হোহিমো, হোহিমু, হোহিম। আৰু ধাতুৰ পাচত ভবিষ্যৎ কালত 'মি' আদেশৰ ঠাইত 'স্স'ও প্রয়োগ হয়[২] (হেমচ ৩।১৬৯); যেনে, স. ভৱিষ্যামি (I shall be), হসিষ্যামি (I shall laugh), কীৰ্ত্তয়িষ্যামি (I shall sing) = প্রা. হোস্সম্, হসিস্সম্, কিত্তাইস্সম্। পক্ষে হোহিমি, হোস্সামি, হোহামি, কিত্তাইহিমি, ইত্যাদি। অপভ্রংশত ভবিষ্যৎ কালৰ 'স্য'ৰ ঠাইত স হয়[৩] (হেমচ. ৪।৩৮৮)। যেনে, স. ভৱিষ্যতি (He will be) = অপভ্র. হোসই; স. ভৱিষ্যামি (I shall be) = অপভ্র. হোসম্। এই 'স্সম' বা 'সম্'ৰ স্স বা স লোপ হলে অসমীয়াত 'অম্' হয়। আৰু 'ইমো,' 'ইমু,' 'ইমি,' 'ইম'ৰ পৰা অসমীয়া 'ইম' হৈছে।

১। "মিমোমুমে স্স হা ন বা"।, হেমচ ৩।১৬৭

২। "মেহ স্স"।, হেমচ. ৩।১৬৯

৩। "বত্ স্যতি স্যস্য সঃ"।, হেমচ. ৪।৩৮৮

# তেইশ আধ্যা

## বাচ্য ( Voices )

৩৮৬। **বাচ্য** ( Voice ) :

ক্রিয়াৰ বাচ্য সাধাৰণতঃ তিনিটা,—কর্তৃবাচ্য ( active voice ), কর্মবাচ্য ( passive voice ) আৰু ভাববাচ্য ( intransitive voice )। ক্রিয়া পদে কর্তাক বুজালে কর্তৃবাচ্য, কর্মক বুজালে কর্মবাচ্য আৰু ধাতুৰ অর্থক মাত্র বুজালে ভাববাচ্য হয়। কর্তৃবাচ্যত ক্রিয়াপদটি কর্তাৰ অনুযায়ী হয় অর্থাৎ কর্তাৰ যি পুৰুষ আৰু বচন ক্রিয়াৰো সেই পুৰুষ আৰু বচন হয়। কর্মবাচ্যত ক্রিয়াপদটি কর্মৰ অনুযায়ী হয় আৰু ভাববাচ্যত ক্রিয়াপদটি সদাই তৃতীয় পুৰুষ এক বা বহুবচনৰ হয়। যেনে,

তুমি মোক দেখিলা ( You have seen me )—কর্তৃবাচ্য।

মই শুলো ( I have slept )—কর্তৃবাচ্য।

এই উভয় বাক্যত কর্তাৰ যি পুৰুষ আৰু বচন ক্রিয়াৰো সেই পুৰুষ আৰু বচন। সেই একে অর্থত বাক্য দুটিক পৰিবর্তিত কৰি আন ৰকমে ৰাখিব পাৰি। যেনে,

তোমাৰ দ্বাৰা মই দেখা গলো ( I have been seen by you )—কর্মবাচ্য।

মোৰ শোৱা হল ( My sleeping has been done )—ভাববাচ্য।

প্রথম বাক্যত কর্মৰ ( মই-ৰ ) প্রথম পুৰুষ একবচন, ক্রিয়াৰো ( 'গলো'ৰো ) সেই প্রথম পুৰুষ একবচন। দ্বিতীয় বাক্যত 'হল' ক্রিয়া পদটি তৃতীয় পুৰুষ একবচনৰ। ইয়াৰ বাহিৰে কর্ম-কর্তৃবাচ্য ( impersonal voice ) বুলি আৰু এটি আছে। তাৰ কথা পিছত কোৱা যাব ( §৩৯০।১ )।

৩৮৭। **কর্তৃবাচ্য** ( Active voice )

কর্তৃবাচ্যত কর্তাকাৰকত প্রথমা বিভক্তি আৰু কর্ম থাকিলে তাত দ্বিতীয়া বিভক্তি হয়। যেনে, লৰাবিলাক যায় ( The boys go ); তুমি যোৱা ( You go ); মই যাওঁ ( I go ); লৰাটোৱে ভাত খায় ( The boy eats rice ); তুমি তাক মাতিলা ( You have called him ); ৰামে তোমাক

ছুইছে ( Ram touched you ) ; ইত্যাদি। কৰ্তৃবাচ্যত ক্ৰিয়াৰ লগত কৰ্মৰ মুখ্য সম্বন্ধ নাথাকে। সকৰ্মক আৰু অকৰ্মক উভয় ক্ৰিয়াৰে কৰ্তৃবাচ্য হ'ব পাৰে। কিন্তু কেৱল সকৰ্মক ক্ৰিয়াৰ হে কৰ্মবাচ্য আৰু কেৱল অকৰ্মক ক্ৰিয়াৰ হে ভাববাচ্য হ'ব পাৰে। যেনে, মই শুলো, ইয়াত শো ধাতু অকৰ্মক। তাক কোনো মতে কৰ্মবাচ্যলৈ নিব নোৱাৰি। তাৰ বাচ্য পৰিবৰ্তন কৰিলে সি ভাববাচ্যৰ বাক্য হ'ব। যেনে, মোৰ শোৱা হ'ল। সেইদৰে, তুমি মোক দেখিলা ; ইয়াত দেখ্ ( to see ) ধাতু সকৰ্মক। সেই দেখি বাক্যটোক ভাববাচ্যলৈ নিব নোৱাৰি। তাৰ বাচ্য পৰিবৰ্তন কৰিলে সি কৰ্মবাচ্যৰ বাক্য হ'ব। যেনে, মই দেখা গলো বা তোমাৰ দ্বাৰা মই দেখা গলো। কেতিয়াবা এই নিয়মৰ ব্যতিক্ৰম হয় ( § ৩৮৮ )।

৩৮৮। **কৰ্মবাচ্য** ( Passive voice )

(ক) অসমীয়া কৰ্মবাচ্য বৰ অসম্পূৰ্ণ। কোনো কোনোৱে ইয়াৰ অস্তিত্বকে স্বীকাৰ নকৰে। কিন্তু কৰ্মণি প্ৰয়োগ অসমীয়াত আদিৰে পৰা আছে। অৱশ্যে এই প্ৰয়োগ সম্পূৰ্ণ সংস্কৃতৰ অনুৰূপ নহয়। তলৰ কথাৰ পৰা তাক বুজিব পৰা যাব।

"ৰামে ভাত খালে" ( Ram has taken rice ) আৰু "ৰাম গছত উঠিল" ( Ram has climbed up the tree )—এই দুই বাক্যত কৰ্তা আৰু ক্ৰিয়াপদৰ আকৃতি একে নহয়। বৰ্তমান আৰু ভবিষ্যৎ কালত এনে পাৰ্থক্য ধৰা কঠিন। কিন্তু ভূতকালত এনে পাৰ্থক্য স্পষ্ট দেখা যায়। ইয়াৰ কাৰণ কি ? কাৰণ বুজিবলৈ হলে প্ৰাকৃত ৰূপলৈ চাব লাগিব। সংস্কৃত কৰ্তৃবাচ্যত অতীত কালৰ ক্ৰিয়াৰ ৰূপ বৰ জটিল। সংস্কৃত অতীত কালৰ ২।৩ আকৃতি আছে। কিন্তু প্ৰাকৃতত সিবিলাকৰ ঠাইত কেৱল এটা আকৃতি হে চলিছিল। যেনে, প্ৰা, হুৱীঅ ( was ) ; স. অভূত্, অভৱৎ, বভূৱ ; প্ৰাঃ গেণ্হীঅ ( received ) = স. অগ্ৰহীৎ, অগৃহ্ণাৎ, জগ্ৰাহ ; প্ৰা. কাসী কাহী বা কাহীঅ ( did ) = স. অকাৰ্ষীৎ, অকৰোৎ বা চকাৰ ; ইত্যাদি ( হেমচ. ৩।১৬২, ১৬৩ )। প্ৰাকৃতত এনে ৰূপো বিৰল। সংস্কৃতৰ এই জটিলতা গুচাবৰ নিমিত্তে প্ৰাকৃতত বাক্যটো সচৰাচৰ কৰ্মবাচ্যত ৰখা হৈছিল অৰ্থাৎ কৰ্তাত তৃতীয়া বিভক্তিৰ প্ৰয়োগ আৰু কৰ্তৃবাচ্যৰ ভূতকালৰ ক্ৰিয়াটো কৰ্মবাচ্যৰ ভূতকালৰ নিত্যকৃৎ ( past participle

passive ) আকৃতিত ৰখা হৈছিল। অসমীয়া আৰু আন কিছুমান প্ৰাকৃতিক ভাষাতো কৰ্তাত তৃতীয়া বিভক্তি যোগ কৰি ক্ৰিয়াটোক পৰিবৰ্তিত ( inflected ) আকাৰত বা কৰ্মবাচ্যত থোৱা হয়। যেনে,

স. তে এতদ্ ন আচেৰুঃ ( active ), বা,

তৈৰ্ এতদ্ ন আচৰিতম্ বা অনাচীৰ্ণম্ ( passive )।

=প্ৰা.[1] তেসিং এঅং অণাইণ্ণং।

অ. সিহঁতে ইয়াক নাখালে।

=Eng.—They have not devoured that.

প্ৰাকৃতৰ এইদৰে past participle passive প্ৰয়োগ কৰি কৰ্তৃবাচ্যৰ ভূতকাল নিৰ্দেশ কৰা নিয়ম পশ্চিমাঞ্চলৰ হিন্দী আৰু অসমীয়াত ৰক্ষিত হৈছে। যেনে,

প. হিন্দী—তব তো সব্ বেটা নে মিলকে উকো বেচা থা।

অ.—তেতিয়া সকলো বেটাএ ( বেটাই ) মিলি তাক বেচিলে।

Eng.—Then all the sons having joined sold it.

কিন্তু,

পূবহিন্দী—তব তো সব্ বেটা মিলকে ওকে বেচলৈঁ।

বাঙ্গালী—তখন সব বেটা মিলিয়া ওকে বেচিল।

ইয়াৰ পৰা দেখা যায় যে পশ্চিমা হিন্দী আৰু অসমীয়াত কৰ্তৃবাচ্যৰ বাক্য কৰ্মবাচ্যৰ আকৃতিত ৰখা হয়। পূবহিন্দী আৰু বঙ্গালীত তেনে নহয়। অসমীয়া বাক্য, যেনে, "ৰামে ভাত খালে", সেইদৰে বাস্তৱিক কৰ্মবাচ্যৰ। কিন্তু "ৰাম ভাত খাল" এনে হলে ই কৰ্তৃবাচ্যৰ বাক্য হব। সেইদৰে "ৰাম বহিল" ( Ram has sat ), "হৰি পৰিল" ( Hari has fallen down ) আদি কৰ্তৃবাচ্যৰ বাক্য। ৰামে ভাত খালে—এই বাক্যত 'ৰামে' বাস্তৱিকে তৃতীয়া বা ষষ্ঠীৰ ৰূপ, আৰু 'খালে' ক্ৰিয়াৰ ভাতৰ লগত অন্বয় আৰু তাৰ ৰূপ পৰিবৰ্তিত ( inflected )। ই কৰ্মবাচ্য। এতেকে জনা যায় যে অসমীয়াত কৰ্তৃবাচ্যৰ ভাব কৰ্মবাচ্যৰ বাক্যেদি প্ৰকাশ কৰা হয়। এতিয়া আমি জানো যে শেষৰ প্ৰাকৃতত একাকাৰ

১। হেমচ. ৩।১৩৪

Hornle, Comp. Grammar, p. 217.

কৰিব খোজা নিয়মে সকলো বিভক্তি লোপ কৰি কেৱল তির্যক আকৃতি ৰাখিছিল ( §২৩০ )। আকৌ, প্ৰাকৃতৰ তলত দিয়া উদাহৰণৰ পৰা, অৰ্থাৎ—

(১) স. ধনেন লব্ধঃ=প্ৰা. ধনস্‌স লদ্ধো ;

(২) স. চিৰেণ মুক্তঃ=প্ৰা. চিৰস্‌স মুক্কা ;

(৩) স. তৈৰ্‌ এতদ্‌ অনাচৰিতম্‌=প্ৰা. তেসিম্‌ এঅং অণাইণ্ণং ( হেমচ. ৩।১৩৪ ) ;

আদিৰ পৰা জানা যায় যে প্ৰাকৃতত ষষ্ঠী আৰু তৃতীয়া বিভক্তিৰ 'আকৃতি একে। এতেকে তির্যক আকৃতিৰ সাধাৰণ চিন 'এ' আৰু তৃতীয়া ৱিভক্তি 'এ' একে। তাৰ পৰা সহজে অনুমান কৰিব পাৰি যে—"ৰামে ভাত খালে"—এই বাক্যত 'ৰামে'ৰ তির্যক আকৃতি 'এ' তৃতীয়া বিভক্তি ভিন্ন আন একো নহয়। এতেকে "ৰামে ভাত খালে"—এই বাক্য কৰ্মবাচ্যৰ। কিন্তু এনে বাক্যক আমি সদাই কৰ্তৃবাচ্যৰ বুলি ভাবো আৰু তেনে ব্যৱহাৰ কৰোঁ।

**(খ) চলিত কৰ্মবাচ্য** ( Current passive voice ) :

এতিয়া এইদৰে কৰ্মবাচ্যৰ বাক্যক কৰ্তৃবাচ্যৰ দৰে ব্যৱহাৰ কৰোঁতে কৰোঁতে শেষত এনে হল যে কৰ্মবাচ্যৰ ভাব-প্ৰকাশৰ নিমিত্তে আন উপায় বিচাৰিব লগা হল। এই উপায় হৈছে কৰ্তাটোক উহ্য ৰখা আৰু আ-প্ৰত্যয়ান্ত কৃদন্ত বিশেষণত ( past participle ত ) ক্ৰিয়াপদটি ৰাখি তাৰ পিচত সাধাৰণতঃ 'হ' বা 'যা' সহায়কাৰী ধাতু যোগ কৰা। সহায়কাৰী ধাতুটিক ওপৰৰ নিয়মে কৰ্মৰ যি পুৰুষ আৰু বচন সেই পুৰুষ আৰু বচনত ৰাখিব লাগে। যেনে, এই কাম কৰা যাব ( This work will be done )। এই বাক্যত কৰ্তাটো উহ্য আছে, 'কৰা' ক্ৰিয়াপদটি কৃদন্ত বিশেষণ আৰু বাক্যটি কৰ্মবাচ্যৰ। কৰ্তাটোক ভুক্ত কৰিব লাগিলে আগেয়ে তৃতীয়া বিভক্তিত থকা কৰ্তাটোকে আকৌ তৃতীয়া বিভক্তিত থব লাগে। যেনে. ৰামৰ দ্বাৰা বা ৰামেদি এই কাম কৰা যাব ( This work will be done by Ram )। কৰ্তৃবাচ্যলৈ নিলে বাক্যটি এনে হব—ৰামে এই কাম কৰিব। আন উদাহৰণ ; যেনে, মই চেপা গলো ( I have been pressed ) ; বা দুৱাৰত ( বা দুৱাৰৰ দ্বাৰা ) মই চেপা গলো ) ( I have been pressed by the door )—কৰ্মবাচ্য। ( দুৱাৰে ) মোক চেপিলে ( The door has pressed me )-কৰ্তৃবাচ্য।

ইয়াৰ পৰা পৰ্বত খন দেখা যায় ( The mountain is seen from here ); ঘৰ পোৰা গেল ( The house has been burnt ) আদি কৰ্মবাচ্যৰ বাক্য। বাক্যটিক শ্ৰুতি-মধুৰ কৰিবৰ কাৰণে কৰ্ত্তাটোক প্ৰায় সদাই উহ্য ৰখা হয় আৰু কেতিয়াবা 'হ' বা 'যা' ধাতুৰ পৰিবৰ্ত্তে 'থাক্' বা 'পৰ্' ধাতুৰো ব্যৱহাৰ হয়। কেতিয়াবা, বিশেষকৈ অতীত কালত, কৰ্ত্তাটোক তৃতীয়া বিভক্তিত নাৰাখি ষষ্ঠী বিভক্তিত ৰখা যায়। প্ৰাকৃতৰ নিয়মে ( §৩৮৮াক ) এই তৃতীয়া বা ষষ্ঠী বিভক্তি একে। যেনে ৰামৰ দ্বাৰা বা ৰামৰ ভাত খোৱা হল ( Rice by or of, Ram has been eaten )। কেতিয়াবা কৰ্ত্তাটোত ৭মী হয়।

(গ) কেতিয়াবা সংস্কৃতৰ নিয়মে কৰ্মত প্ৰথমা বিভক্তি নহৈ দ্বিতীয়া বিভক্তি হয়। তেনে স্থলত ক্ৰিয়াপদটিৰ ৰূপ ভাববাচ্যৰ নিচিনা হয় অৰ্থাৎ কৰ্মৰ যি কি পুৰুষ আৰু বচন নহওক ক্ৰিয়াপদটি সদাই তৃতীয় পুৰুষ এক বা বহুবচনৰ হয়। কিন্তু বাক্যটি ভাববাচ্যৰ নহৈ কৰ্মবাচ্যৰ হে হয়, কিয়নো ক্ৰিয়াপদটি সকৰ্মক আৰু তাত কৰ্ম বৰ্ত্তমান থাকে। যেনে,

সি তোমাক মাতিলে ( He has called you )—কৰ্তৃবাচ্য।

তাৰ দ্বাৰা তোমাক মতা হল ( You have been called by him ) —কৰ্মবাচ্য ( ভাববাচ্যৰ ৰূপ )।

তাৰ দ্বাৰা তুমি মতা গলা বা পৰিলা ( You have been called by him )—কৰ্মবাচ্য।

আকৌ,

তুমি মোক বিচিছা ( You fanned me )—কৰ্তৃবাচ্য।

তোমাৰ দ্বাৰা মই বিচা গৈছো বা পৰিছো—কৰ্মবাচ্য।

তোমাৰ দ্বাৰা মোক বিচা হৈছে বা গৈছে বা পৰিছে ( I was fanned by you )—কৰ্মবাচ্য ( ভা. বা. ৰূপ )।

আকৌ,

ৰামে মোক ধৰিলে ( Ram has caught me )—কৰ্তৃবাচ্য।

ৰামৰ দ্বাৰা মই ধৰা গলো বা পৰিলোঁ বা ৰামৰ হাতত মই ধৰা পৰিলোঁ। —কৰ্মবাচ্য।

29

ৰামৰ দ্বাৰা মোক ধৰা গল বা হল বা পৰিল ( I have been caught by Ram )—কৰ্মবাচ্য ( ভা. বাচ্যৰ ৰূপ )।

কৰ্মবাচ্যৰ এই আকৃতিৰ চলতি নাই, কৰ্তা সদাই উহ্য থাকে। এনে বাক্য কৰ্মবাচ্যত কৰ্তাটো উহ্য নাথাকিলে শ্ৰুতি-কটু হয়। কুলিৰ দ্বাৰা ঘৰ বন্ধা হল—এনে বাক্যত কৰ্মত বাস্তৱিকে দ্বিতীয়া বিভক্তি।

(ঘ) অসমীয়া কৰ্মবাচ্যত অসম্মতি-সূচক বাক্যত অব্যয় 'ন' কৰ্ম আৰু ক্ৰিয়াৰ মাজত বহি তাক শ্ৰুতি-মধুৰ কৰে। তেনে স্থলত ক্ৰিয়াপদটি কেতিয়াবা ইকাৰান্ত হয়। যেনে,

একোকে বা একোৱেই শুনা নাযায় বা নুশুনি ( Nothing is heard ) ;

তাক মতা নহল ( He has not been called ) ;

মোক পোৱা নগৈছিল ( I had not bcen found ) ; ইত্যাদি।

(ঙ) পুৰণি অসমীয়াত আৰু বৰ্তমানতো তৎসম ধাতুৰ প্ৰয়োগ থাকিলে সংস্কৃতৰ নিয়মে কৰ্মবাচ্য সিদ্ধ কৰা হয়। যেনে,

চৰাচৰ মায়ায় কল্পিত।—মা. দে.

নানা ৰত্নে বিৰচিত চৌপন্থা পত্নলি।—মা. দে.

হত ভৈল সামৰাজে।—শঙ্কৰ

যোগমায়ায়ে আবৃত হয়াছো।—ভট্ট. দে.

সৰ্বানন্দ দ্বাৰা ভণিত পুথি।

জড় চৈতন্যৰ পৃথকত্ব সাধিত হল।—বাঁহী

জড় পদাৰ্থৰ দ্বাৰাই জড়িত থাকি······জীৱাত্মাই তৃতীয় খাপৰ কাৰণ শৰীৰ ধাৰণ কৰে।—বাঁহী

ইয়াৰ বাহিৰে ণিজন্ত বা পাচনী-ক্ৰিয়া যুক্ত বাক্যকো কৰ্মবাচ্যৰ বাক্য বুলি ধৰিব লাগে, কিয়নো তাত কৰ্তা প্ৰায়ে উহ্য থাকে আৰু তৃতীয়া বিভক্তিৰ হয়। যেনে,

বিচিত্ৰ পবিত্ৰ স্থানে প্ৰতিমা থোৱাইলা।

শুভ তিথি শুভক্ষণে প্ৰতিষ্ঠা কৰাইলা॥—শঙ্কৰ

চৈতন্য শক্তিৰ দ্বাৰে ইতো জড় জগতক

ৰমাৱন্ত কৰ্ম অনুৰূপে।—মা. দে.

৩৮৯। **ভাৱবাচ্য** ( Intransitive voice )

এই বাচ্যতো কৰ্তাটো উহ্য থাকে বা ষষ্ঠী বিভক্তিৰ হয় আৰু আ-প্ৰত্যয়ান্ত কৃদন্ত বিশেণৰ পাচত হ বা যা-ধাতু সহায়কাৰী স্বৰূপে ব্যৱহৃত হয়। কিন্তু ইয়াত কেৱল অকৰ্মক ধাতুৰ হে কৃদন্ত বিশেষণ ব্যৱহৃত হয় আৰু

সহায়কাৰী ধাতু সদাই তৃতীয় পুৰুষ এক বা বহুবচনৰ হয়। বাক্যটিত কেৱল ক্ৰিয়াৰ ভাব প্ৰকাশ পায়। যেনে, সেই বাটে যোৱা হব ( lit. Travelling along that path will be done ); ৰামৰ শোৱা হল ( Ram's sleeping has been eompleted ); ইত্যাদি। কৰ্তৃবাচ্যলৈ পৰিবৰ্তন কৰিলে এনে বাক্যৰ—( মই ) সেই বাটে যাম ( I shall travel along that road ), ৰামে শুলে ( Ram has slept )—এনে ৰূপ হব। ভাব আৰু কৰ্মবাচ্যৰ ৰূপ একে; কেৱল ভাববাচ্যত কৰ্ম নাথাকে।

৩৯০। **কৰ্ম-কৰ্তৃবাচ্য** ( Passive-active or impersonal voice )—কৰ্তাৰ সহায় নোহোৱাকৈ কৰ্ম নিজে নিজে সিদ্ধ হোৱা বুজালে ক্ৰিয়াৰ কৰ্ম-কৰ্তৃবাচ্য হয়। এই বাচ্যত কৰ্তা নাথাকে, কৰ্মটোৱে কৰ্তা স্বৰূপে ব্যৱহৃত হয়। যেনে, ৰ'দ দিছে ( lit. giving sunshine; the sun is shining ); বৰ্ষণ দিছে ( lit. giving rain; it is raining ); জাৰ লাগিছে ( lit. catching cold; I am feeling cold ); মোক ভাত লাগে ( boiled rice is wanted for me ); মোৰ ভোক লাগিছে ( lit. my hunger is catching; I am hungry or I am feeling hungry ); ঘড়িটো টং টং কৈ বাজি উঠিল ( lit. the clock has sounded tong! tong; the clock has struck )। এইটি ব্যক্তি-বিহীন বাচ্য ( Impersonal voice )। ইয়াত প্ৰকৃতিৰ নিয়ম অনুসাৰে ক্ৰিয়া আপোনা-আপুনি নিষ্পন্ন হয়। এই বাচ্যত ক্ৰিয়াৰ ৰূপ ভাববাচ্যৰ দৰে অৰ্থাৎ ক্ৰিয়াপদটি সদাই তৃতীয় পুৰুষৰ হয়।

৩৯১। **মূল** ( Derivation ):

(ক) অসমীয়া কৰ্তৃ, ভাব আৰু কৰ্ম-কৰ্তৃবাচ্যৰ মূল সংস্কৃত কৰ্তৃ, ভাব আৰু কৰ্ম-কৰ্তৃবাচ্য; কেৱল অসমীয়া ভাববাচ্যত কৰ্তা-কাৰকত সংস্কৃতৰ নিয়মে তৃতীয়া বিভক্তি নহৈ ষষ্ঠী বিভক্তি হয়। যেনে,

স.—ময়া স্থীয়তে।

অ.—মোৰ থকা হয়।

Eng,—stayed by me.

সংস্কৃত ভাববাচ্যৰ বাক্য, যেনে—জলেন বৰ্ধ্যতে ( increased by water ) আদিৰ অনুৰূপ ভাববাচ্যৰ বাক্য অসমীয়াত নাই। তেনে

বাক্যত অসমীয়া ভাববাচ্য কৰিলে অস্বাভাৱিক আকাৰ ধাৰণ কৰে। যেনে, পানীৰ বঢ়া হয়। তেতিয়া তাৰ কৰ্তৃবাচ্যৰ ৰূপ—"পানী বাঢ়ে" হব। এই শেষৰ বাক্যক কিন্তু আমি কৰ্ম-কৰ্তৃবাচ্যৰ বাক্য বুলি ভাবো।

(খ) সকলো প্ৰাকৃতিক ভাষাতে ওপৰত উল্লেখ কৰা যৌগিক কৰ্ম-বাচ্য আছে আৰু তাক সংস্কৃতৰ পৰা নমাই আনিব পাৰি। সংস্কৃতত ক্ৰিয়াৰ পাচত ক্য ( =য ) প্ৰত্যয় যোগ কৰি কৰ্মবাচ্য কৰা হয়। প্ৰাকৃতত এই প্ৰত্যয় 'ইঅ' বা 'ইজ্জ' হয়, ( হেমচ. ৩।১৬০ ; বৰৰু. ৭।৮ ) আৰু প্ৰাকৃতিক ভাষাত ইয়, ই, ইজ বা অজ হয়। যেনে, স. হস্যতে ( is laughed ), প্ৰা. হসীঅই, হসিজ্জই ; স. পঠ্যতে ( is read ); প্ৰা পঢ়ীঅই, পঢ়িজ্জই ; স. দ্বিধাক্ৰিয়তে ( is split into two ), প্ৰা. দোহা কিজ্জই, দুহা কিজ্জই, হিন্দী দোহা কীজে ; স. স্মৰ্যতে ( is remembered ), প্ৰা. সুমৰিজ্জই ( হেমচ. ৪।৪২৬ )। তাৰ পৰা হিন্দী কীজে, কৰিএ, পঢ়ি, যায়, ইত্যাদি আৰু অসমীয়াত কৰা যায়, দোহা কৰা যায়, পঢ়া যায়, হঁহা যায়, সুমৰা যায়, ইত্যাদি ৰূপ হয়। স. পঠিত ( read )=প্ৰা- পঢ়িঅ আৰু স. যাতি ( goes )=প্ৰা. জাই। উভয়ে লগ হলে স. পঠিত যাতি=প্ৰা. পঢ়িঅ জাই, পঢ়িঅজই বা পঢ়িঅজৈ হয়। প্ৰাকৃত 'পড়িঅ' শব্দ নিত্যকৃৎ ( past participle ) আৰু তাৰ লগত জাই বা জৈ যোগ দি 'পঢ়িঅজৈ কৰিলে শব্দটো 'পঢ়িজ্জই'ৰ অনুৰূপ হয়। এই সাদৃশ্যৰ পৰা বৰ্তমান প্ৰাকৃতিক ভাষাত আ-প্ৰত্যয়ান্ত নিত্যকৃতৰ পাচত যা ধাতু যোগ কৰাৰ নিয়ম ওলাইছে বুলি বোধ হয়। এইদৰে সংস্কৃত 'য' প্ৰাকৃত 'জ্জ' প্ৰত্যয়ৰ পৰা 'যা' ওলাইছে আৰু বহুকালব্যাপী ব্যৱহাৰৰ ফলত পূৰ্বৰ মূল হেৰুৱাই যায়টোক এটা পৃথক ক্ৰিয়া বুলি আমি ধৰিছো। এইদৰে হসিজ্জইৰ ঠাইত হঁহা যায়, 'পঢ়িজ্জইৰ ঠাইত পঢ়া যায় আদি ঠাইত আমি 'যা' এটা পৃথক ধাতু বুলি ধৰি কৰ্মবাচ্যৰ ক্ৰিয়া উলিয়াইছো[১]। বৰ্তমানত 'যা'ৰ ঠাইত 'হ' ধাতু বহুলৰূপে চলে। অসমীয়া ভাববাচ্যৰ অনুৰূপ কৰ্মবাচ্যৰ আকৃতি সংস্কৃততো পোৱা যায়। যেনে, গুৰুণা শিষ্যঃ ধৰ্মং বোধ্যতে বা গুৰুণা শিষ্যং ধৰ্মঃ বোধ্যতে ( The pupil is taught Dharma by the preceptor )।

১। এইটি হৰ্ণলিৰ মত। See his Comp. gram. P. 323. See also Kellogg's Hindi Gram. § 417.

(গ) অসমীয়া কৰ্মবাচ্যৰ এই প্ৰকৃতি বড়ো ভাষাতো দেখা যায়। কছাৰী ভাষাত প্ৰধান ধাতুটোৰ নিত্যকৃৎ ( past participle )ৰ পাচত সহায়কাৰী 'হ' ( কছাৰী—জাঅনু = to be, to become ) ধাতু যোগ কৰি আৰু এই সহায়কাৰী ধাতুৰ ৰূপ কৰি কৰ্মবাচ্য সিদ্ধ কৰা হয়। যেনে, কছাৰী 'মুন'-ধাতু ( to see ); তাৰ নিত্য কৃৎ 'মুনই' ( seen )। কছাৰী আং মুনই জাঅইঅ = অস. মই দেখা যাওঁ ( I am seen ); আং মুনই জাঅবাই = অস. মই দেখা গলো ( I have been seen ); আং মুনই জাঅগন্ = অস. মই দেখা যাম ( I shall be seen )। চুটিয়া ভাষাতো তেনে। চুটিয়া ভাষাত নিত্যকৃৎ কৰ্তৃ আৰু কৰ্ম উভয় বাচ্যতে ব্যৱহৃত হয় আৰু আচল ধাতুৰ নিত্যকৃতৰ পাচত সহায়কাৰী 'হ' ধাতু ( চুটিয়া 'চা' = to be ) যোগ কৰি কৰ্মবাচ্য সিদ্ধ কৰা হয়। যেনে চুটিয়া—'লবে বা লবি' ( to give ) ধাতু; তাৰ নিত্যকৃৎ 'লবিবা' ( given ) :—

| | | | | |
|---|---|---|---|---|
| চুটিয়া. ৰাজা | লা আটিগো | জাকনা | লবেম।—কৰ্তৃবাচ্য। | |
| অস. ৰজাই | এই গাঁও | আমাক | দিছে। | |
| Eng. The king | this village | us | gave. | |
| চুটিয়া. ৰাজা-য়ো | দিন্-হা লা | আটিগো | জাকনা লবিবা | চাৰোম।, কৰ্ম-বাচ্য |
| অস. ৰজাৰ | দিনত এই | গাঁও | আমাক দিয়া | হৈছে। |
| Eng. In Rajah's | days this | village us | given | was. |

এতেকে বড়ো ভাষাৰ পৰা কৰ্মবাচ্যৰ এই প্ৰকৃতি অসমীয়াত সোমাইছে বুলি ভাবিব পাৰি। কেৱল এটা আসোঁৱাহ এই যে এই প্ৰকৃতি হিন্দী, বঙ্গালী আদি প্ৰাকৃতিক ভাষাতো আছে। কিন্তু বড়ো ভাষাৰ প্ৰভুত্ব একেবাৰে অস্বীকাৰ কৰিব নোৱাৰি।

# চব্বিশ আধ্যা

## ধাতু-ৰূপৰ সংক্ষিপ্ত নিয়ম

## ( **Brief rules of conjugation** )

৩৯২। সন্ধি আৰু স্বৰ-বিকৃতিৰ নিয়মৰ লগত ধাতু-ৰূপৰো নিয়ম পোৱা যাব। ইয়াত আভাস মাথোন দিলো।

(ক) আ-প্রত্যয়ান্ত কৃদন্ত বিশেষণত অকাৰান্ত আৰু আকাৰান্ত ধাতু বিকল্পে ওকাৰান্ত হয়। যেনে, হোৱা বা হৱা ( existed, been ); লোৱা, লৱা ( taken ); খোৱা বা খাৱা ( eaten ); চোৱা বা চাৱা ( seen ); ইত্যাদি।

(খ) অকাৰান্ত আৰু আকাৰান্ত ধাতুৰ পাচত 'অদ্যতনী'ৰ ইলো. ইলি, ইলা, ইলে আৰু ভবিষ্যতৰ ইম, ইবি ইবা, ইব বিভক্তিৰ 'ই' লোপ হয়। যেনে, হলো, থলো, খালো, যাম, ইত্যাদি। ক্রিয়ার্থক্রিয়া 'ইব' আৰু নিত্যকৃৎ ( past perfect ) 'ইল'ৰো ই লোপ হয়। যেনে, হব ( to be ), হ'ল ( become, been )

(গ) ইকাৰান্ত দি আৰু নি ধাতু নির্দেশক আৰু অনুজ্ঞাৰ বর্তমান কালত ( present indicative and imperative ত ) বিকল্পে একাৰান্ত হয়। যেনে, নিওঁ, নেঁও ( I take ); নি, নে ( thou takest ); নিয়ে, নেই ( he takes ); নিয়ক, নেক ( let him take )। পু. অসমীয়াত সাধাৰণতঃ একাৰান্ত হয়।

(ঘ) ইকাৰান্ত আৰু ঈকাৰান্ত ধাধুৰ পাচত বিভক্তিৰ ই লোপ হয়। যেনে, পিলো ( I have drunk ); দিছা ( you gave ); নিম্ ( I shall take ); ইত্যাদি।

(ঙ) ই, ম, ব বা ল পাছত থাকিলে ওকাৰান্ত ধাতু উকাৰান্ত হয়। যেনে, শুইছে ( he is sleeping ); শুম ( I shall sleep ); শুব ( he will sleep ); শুলে ( he has slept ); ইত্যাদি।

(চ) অ, আ, এ অন্তত থকা ধাতুৰ পাচত আৰু দি আৰু নি ধাতুৰ পাচত

তৃতীয় পুৰুষৰ 'এ' শুচি 'য়' বা 'ই' হয়। যেনে, খায় বা খাই (he eats); দিয়ে বা দেই (he gives); ইত্যাদি।

(ছ) অনুজ্ঞাৰ বৰ্তমানত দ্বিতীয় পুৰুষৰ তুচ্ছার্থত ধাতুত কোনো বিভক্তি যোগ নহয়। যেনে, হ (thou beest); খা (thou eatest); নে (thou takest); ইত্যাদি।

(জ) অনুজ্ঞাৰ বৰ্তমানৰ তৃতীয় পুৰুষত স্বৰান্ত ধাতুৰ পাচত 'ওক' বিভক্তিৰ ঠাইত বিকল্পে অক্ বা ক্ হয় আৰু 'অ'টো সন্ধিৰ নিয়মে (§৬৫) ৱ বা য় হয়। যেনে, হওক বা হক (let him be); খাওক বা খাক (let him eat); দিওক বা দিয়োক বা দিয়ক (let him give); শোৱক বা শোক (let him sleep); ইত্যাদি।

প্ৰথম আৰু দ্বিতীয় পুৰুষ বহুবচনত বিভক্তিৰ পাচত বিকল্পে 'হঁক'-প্ৰত্যয় যোগ হয়। যেনে, খাওঁহঁক (we eat)।

# পঁচিশ আধ্যা

## ধাতুৰূপ ( Conjugation )

৩৯৩। ধাতুৰূপৰ উদাহৰণ তলত দিলো। অসম্পূৰ্ণ ( Defective ) ধাতু, যেনে, যা, আছ্ আৰু সহায়কাৰী ( Auxiliary ) ধাতুৰ ৰূপো তলত দিয়া হল।

### কৰ্তৃবাচ্য ( Active voice )

### সহায়কাৰী 'হ' ধাতু ( Auxiliary root 'ha' = to be )

### নিৰ্দেশক ৰূপ ( Indicative mood )

### বৰ্ত্তমান কাল ( Present tense )

### নিত্যবৰ্ত্তমান ( Real present tense )

পুৰুষ — এক বা বহুবচন

১। মই বা আমি—হওঁ ( I am or we are )।
২। তই বা তহঁত ( তুচ্ছাৰ্থে )—হব বা হ ( Thou art or you are )।
তুমি বা তোমালোক ( মান্যাৰ্থে )—হোৱা বা হৱা ( You are )।
৩। সি বা সিহঁত ( তুচ্ছাৰ্থে ), তেওঁ বা তেওঁলোক ( মান্যাৰ্থে ) }—হয়, হই ( He is or they are )।

১। মই বা আমি—হৈছো বা হৈ আছো ( I am or we are being )।
২। তই বা তহঁত ( তুচ্ছাৰ্থে )—হৈছ বা হৈ আছ বা আছাহ্ ( Thou art or you are being )।
তুমি বা তোমালোক ( মান্যাৰ্থে )—হৈছা বা হৈ আছা ( You are being )
৩। সি বা সিহঁত ( তুচ্ছাৰ্থে ), তেওঁ বা তেওঁলোক ( মান্যাৰ্থে ) }—হৈছে বা হৈ আছে ( He is or they are being )।

## ভূতকাল ( Past tense )

### অদ্যতনী ( Present perfect or ist preterite )

পুৰুষ — এক বা বহুবচন

১। মই বা আমি—হলোঁ ( I or we have been )।

২। তই বা তহঁত ( তুচ্ছার্থে )—হলি ( Thou hast or you have been )।
তুমি বা তোমালোক ( মান্যার্থে )—হলা ( You have been )।

৩। সি বা সিহঁত ( তুচ্ছার্থে ), তেওঁ বা তেওঁলোক ( মান্যার্থে ) —হল ( He has or they have been )।

### অনদ্যতনী ( Second preterite )

১। মই বা আমি—হৈছো ( I was or we were )।

২। তই বা তহঁত ( তু. )—হৈছ বা হৈছাহ্ ( Thou wert or you were )।
তুমি বা তোমালোক ( মা. )—হৈছা ( You were )।

৩। সি বা সিহঁত ( তু. ), তেওঁ বা তেওঁলোক ( মা. ) —হৈছে ( He was or they were )।

### পৰোক্ষ ( Perfect or past perfect or third preterite )

১। মই বা আমি—হৈছিলো ( I or we had been )।

২। তই বা তহঁত ( তু. )—হৈছিলি ( Thou hadst or you had been )।
তুমি বা তোমালোক ( মা. )—হৈছিলা ( You had been )।

৩। সি বা সিহঁত ( তু. ) তেওঁ বা তেওঁলোক ( মা. ) —হৈছিল ( He or they had been )।

### অপূৰ্ণভূত ( Past imperfect )

১। মই বা আমি—হৈ আছিলো ( I was or we were being )।

২। তই বা তহঁত ( তু. )—হৈ আছিলি ( Thou wert or you were being )।
তুমি বা তোমালোক ( মা. )—হৈ আছিলা ( You were being )।

৩। সি বা সিহঁত ( তু. ) তেওঁ বা তেওঁলোক ( মা. ) —হৈ আছিল ( He was or they were being )।

## ভবিষ্যৎ কাল ( Future tense )

পুৰুষ এক বা বহুবচন

১। মই বা আমি—হম ( I or we shall be )।

২। তই বা তহঁত ( তু. )—হবি ( Thou wilt or you will be )।
তুমি বা তোমালোক ( মা. )—হবা ( You will be )।

৩। সি বা সিহঁত ( তু. ), তেওঁ বা তেওঁলোক ( মা ). }—হব ( He or they will be )।

## অনুজ্ঞা-ৰূপ ( Imperative mood )

### নিত্যবৰ্ত্তমান ( Real present tense )

১। মই বা আমি—হওঁ ( Be I or we, or let me or us be )।

২। তই বা তহঁত ( তু. )—হ, হউ[১] ( Be thou or you )।
তুমি বা তোমালোক ( মা. )—হোৱা বা হৱ ( Be you )।

৩। সি বা সিহঁত ( তু. ), তেওঁ বা তেওঁলোক ( মা. ) }—হওক বা হক ( Be he or they or let him or them be )।

### ভবিষ্যৎ কাল ( Future tense )

( নিৰ্দেশক ৰূপৰ দৰে )

## সম্ভাব্য ৰূপ ( Potential or conditional mood )

অনিশ্চিত সম্ভাব্য ( Indefinite conditional ): নিৰ্দেশক ৰূপৰ দৰে ; কেৱল ক্ৰিয়াৰ পাচত 'হব' বা 'হবলা' বা 'হব পায়' যোগ হয় )।

### অদ্যতনী ( Present perfect or first preterite )

পুৰুষ এক বা বহুবচন

১। মই বা আমি—হলো হয় বা হেতেন ( I would have been )।

২। তই বা তহঁত—হলি হয় বা হেতেন ( Thou wouldst or you would have been )।

তুমি বা তোমালোক—হলা হয় বা হেতেন ( You would have been )।

৩। সি বা সিহঁত, তেওঁ বা তেওঁলোক }—হল হয় বা হেতেন ( He or they would have been )।

---

১। স. ভবতু—প্ৰা. হঅউ বা হঅউ। cf. আজি ধৰি হউ বাপু অজয় অমৰ।—হে. স.

বৰ্ত্তমান আৰু ভূত অসমাপিকা ( present and preterite conjunctive ) ক্ৰিয়াৰ ৰূপ নিৰ্দ্দেশক উপায়ৰ দৰে, কেৱল বৰ্তমান কালত বাক্যৰ আগত এটা 'যদি' শব্দ যোগ কৰা হয় আৰু ভূত কালত হলে কৃদন্ত বিশেষণৰ পাচত 'হেতেন', 'হলে' বা 'হলি' শব্দ যোগ হয়। যেনে, যদি তুমি হোৱা if you be ; ৰাম হোৱা হেতেন had Ram been or had it been Ram ; ইত্যাদি। ( §§ ৩৫৫।খ, ৩৭৯ দেখা )।

ক্ৰিয়াৰ্থা-ক্ৰিয়া ( Infinitive mood )—

হব, হবলৈ, হবা লাগি, হবা।

পু. অ.—হইতে, হুইবে লাগি, হবাক।

সংযোজক বা অপূৰ্ণকৃৎ ( Conjunctive participle )—

হৈ, হই, হোৱাত।

নিত্যকৃৎ ( Perfect participle )—হোৱা, হল।

কৃদন্ত সংজ্ঞা বা বিশেষণ ( Participle adjective or noun )—হোৱা, ( হৱা )।

কৃদন্ত ক্ৰিয়া-বিশেষণ ( Participle adverb )—হওঁতে, হলত, হলে।

ক্ৰিয়া-কৰ্তা ( Noun of agency )—হওঁতা, ( স্ত্ৰী.—হওঁতী, হঁতী )।

৩৯৪। **অসম্পূৰ্ণ 'যা' ধাতু** ( Defective root 'yā' = to go )

অসম্পূৰ্ণ গতিকে 'যা' আৰু 'গম্' এই উভয় ধাতু মিহলাই সম্পূৰ্ণ ৰূপ কৰা হয়।

### নিৰ্দ্দেশক ৰূপ ( Indicative mood )

| কাল | ১ম পুৰুষ | ২য় পুৰুষ | | তৃতীয় পুৰুষ |
|---|---|---|---|---|
| | | তুচ্ছাৰ্থে | মান্যাৰ্থে | |
| নিত্যবৰ্তমান | যাওঁ | যা | যোৱা | যায়, যাই |
| স্বৰূপ বৰ্তমান | গৈছোঁ | গৈছ | গৈছা | গৈছে |
| অদ্যতনী | গলোঁ | গলি | গলা | গল |
| অনদ্যতনী | গৈছোঁ | গৈছ | গৈছা | গৈছে |
| পৰোক্ষ | গৈছিলোঁ | গৈছিলি | গৈছিলা | গৈছিল |
| ভবিষ্যৎ | যাম | যাবি | যাবা | যাব |

## অনুজ্ঞা ৰূপ ( Imperative mood )

| কাল | ১ম পুৰুষ | ২য় পুৰুষ তুচ্ছাৰ্থে | ২য় পুৰুষ মান্যাৰ্থে | তৃতীয় পুৰুষ |
|---|---|---|---|---|
| নিত্যবৰ্ত্তমান | যাওঁ | যা | যোৱা ( যাবা ) | যাওক, যাক |

## সম্ভাব্য ৰূপ ( Subjunctive mood )

| | | | | |
|---|---|---|---|---|
| অদ্যতনী | গলো হেতেন বা হয় | গলি হেতেন বা হয় | গলা হেতেন বা হয় | গল হেতেন বা হয় |

## তুমন্ত ৰূপ ( Infinitive mood )

ক্রিয়াৰ্থা-ক্রিয়া—যাব, যাবলৈ, যাবা লাগি, যাবা।
সংযোজক বা অপূৰ্ণ কৃৎ—যাই, গৈ।
কৃদন্ত সংজ্ঞা বা বিশেষণ—যোৱা, ( যাবা )।
নিত্যকৃৎ—যোৱা ( যাবা ), গল।
কৃদন্ত ক্রিয়া-বিশেষণ—যাওঁতে, যোৱাত ( যাবাত ), গলত।
ক্রিয়া-কৰ্তা—যাওঁতা ( স্ত্রী. যাওঁতী )।

সেইদৰে অসম্পূৰ্ণ 'আছ্' ধাতুৰ ( to be, to exist ) ৰূপ 'আছ্' আৰু 'থাক্' ( to stay ) ধাতু মিহলাই সম্পূৰ্ণ কৰা যায়। যেনে, আছো, থাকিছো, থাকিলো, থাকিছিলো, আছিলো, থাকিম।

৩৯৫। **ব্যঞ্জনান্ত 'কৰ্' ( to do ) ধাতু**

## নিৰ্দ্দেশক ৰূপ

| কাল | ১ম পুৰুষ | ২য় পুৰুষ তুচ্ছাৰ্থে | ২য় পুৰুষ মান্যাৰ্থে | তৃতীয় পুৰুষ |
|---|---|---|---|---|
| নিত্যবৰ্ত্তমান | কৰোঁ | কৰ ( কৰাহ্ ) | কৰা | কৰে |
| স্বৰূপবৰ্ত্তমান | কৰিছোঁ | কৰিছ ( কৰ্‌ছাহ ? ) | কৰিছা | কৰিছে |
| অদ্যতনী। | কৰিলোঁ | কৰিলি | কৰিলা, | কৰিলে, কৰিলা, ( কৰিলাক ) |

| কাল | ১ম পুৰুষ | ২য় পুৰুষ | | তৃতীয় পুৰুষ |
|---|---|---|---|---|
| | | তুচ্ছার্থে | মান্যার্থে | |
| অনন্ততনী | কৰিছোঁ | কৰিছ ( কৰছাহ ) | কৰিছা | কৰিছে |
| পৰোক্ষ | কৰিছিলোঁ | কৰিছিলি | কৰিছিলা | কৰিছিল |
| ভবিষ্যৎ | কৰিম | কৰিবি | কৰিবা | কৰিব |

## অনুজ্ঞা-ৰূপ

| | | | | |
|---|---|---|---|---|
| নিত্যবৰ্তমান | কৰো | কৰ্ | কৰা | কৰোক, কৰক |

## সম্ভাব্য-ৰূপ

| | | | | |
|---|---|---|---|---|
| অন্ততনী | কৰিলো হয় বা হেতেন | কৰিলি হয় বা হেতেন | কৰিলা হয় বা হেতেন | কৰিলে (বা কৰিলা ) হয় বা হেতেন |

## তুমন্ত ৰূপ

ক্রিয়ার্থা-ক্রিয়া—কৰিব, কৰিবলৈ, কৰিবা লাগি, কৰিবা

কৃদন্ত সংজ্ঞা বা বিশেষণ—কৰা।

অপূৰ্ণ বা সংযোজক কৃৎ—কৰি।

নিত্যকৃৎ— কৰা, কৰিল।

কৃদন্ত ক্রিয়াবিশেষণ— কৰোঁতে, কৰিলে, কৰিলত।

ক্রিয়াকর্তা— কৰোঁতা, কৰন্তা, ( স্ত্রী. কৰতী, কৰোতী )

৩৯৬। **আকাৰান্ত 'খা' ( to eat ) ধাতু**

## নির্দেশক ৰূপ

| কাল | প্রথম পুৰুষ | দ্বিতীয় পুৰুষ | | তৃতীয় পুৰুষ |
|---|---|---|---|---|
| | | তুচ্ছার্থে | মান্যার্থে | |
| নিত্যবৰ্তমান | খাওঁ | খাব ( খাহ ) | খোৱা ( খাৱা ) | খায় ( খাই, খাৱে ) |
| অন্ততনী | খালো | খালি | খালা | খালে, খালা ( খালে |
| অনন্ততনী | খাইছো | খাইছ | খাইছা | খাইছে |
| পৰোক্ষ | খাইছিলো | খাইছিলি | খাইছিলা | খাইছিল |
| ভবিষ্যৎ | খাম | খাবি | খাবা | খাব |

### অনুজ্ঞা-ৰূপ

| কাল | ১ম পুৰুষ | দ্বিতীয় পুৰুষ | | তৃতীয় পুৰুষ |
|---|---|---|---|---|
| নিত্যবৰ্ত্তমান | খাওঁ | খা | খোৱা ( খাৱা ) | খাওক, খাক |

### সম্ভাব্য-ৰূপ

| | | | | |
|---|---|---|---|---|
| অতীতনী | খালো হেতেন বা হয় | খালি হেতেন বা হয় | খালা হেতেন বা হয় | খালে হেতেন বা খালে হয় |

### তুমন্ত ৰূপ

ক্ৰিয়াৰ্থা-ক্ৰিয়া—খাব, খাবলৈ, খাবা লাগি, খাবা।
কৃদন্ত সংজ্ঞা বা বিণ.—খোৱা ( বা খাবা )।
অপূৰ্ণ বা সংযোজক কৃৎ—খাই।
নিত্যকৃৎ—খোৱা ( খাবা ), খাল।
কৃদন্ত ক্ৰিয়াবিণ.—খাওঁতে, খালে ( খালি )।
ক্ৰিয়া-কৰ্তা—খাওঁতা, খাৱন্তা ( স্ত্ৰী. খাওঁতী, খাতী )।

## ৩৯৭। ইকাৰান্ত 'দি' ( to give ) ধাতু

### নিৰ্দেশক ৰূপ

| কাল | প্ৰথম পু. | দ্বিতীয় পু. ( তুচ্ছাৰ্থে ) | দ্বিতীয় পু. ( মান্যাৰ্থে ) | তৃতীয় পু. |
|---|---|---|---|---|
| নিত্যবৰ্ত্তমান | দিওঁ ( দেওঁ ) | দিঅ ( দেহ ) | দিয়া | দিয়ে, দেই |
| অতীতনী | দিলো | দিলি | দিলা | দিলে, দিলা ( দিলাক ) |
| অনতীতনী | দিছো | দিছ ( দিছাহ্ ) | দিছা | দিছে ( দিছি ) |
| পৰোক্ষ | দিছিলো | দিছিলি | দিছিলা | দিছিল |
| ভবিষ্যৎ | দিম | দিবি | দিবা | দিব |

### অনুজ্ঞা-ৰূপ

| | | | | |
|---|---|---|---|---|
| নিত্য বৰ্ত্তমান | দিওঁ ( দেওঁ ) | দে, দি | দিয়া | দিয়ক, দেক |

### সম্ভাব্য-ৰূপ

| | | | | |
|---|---|---|---|---|
| অতীতনী | দিলো হেতেন বা হয় | দিলি হেতেন বা হয় | দিলা হেতেন বা হয় | দিলে হেতেন বা হয় ( দিলা হয় ) |

## তুমন্ত ৰূপ

ক্রিয়ার্থা-ক্রিয়া—দিব, দিবলৈ, দিবা লাগি, দিবা।
কৃদন্ত সংজ্ঞা বা বিণ.—দিয়া।
সংযোজক কৃৎ—দি।
নিত্যকৃৎ—দিয়া, দিল।
কৃদন্ত ক্রিয়াবিণ.—দিওঁতে, দেওঁতে. দিলে ( দিলি )।
ক্রিয়া-কর্তা—দিওঁতা ( বা দেওঁতা ), দিয়ন্তা।

পুৰণি অসমীয়াৰ উদাহৰণ :—

বৰ্ত্তমান— দেঁও কন্যা বিবাহ কৃষ্ণক।—শঙ্কৰ
বৃক্ষে পথিকক যেন দেয় হাতবাৱ।—শঙ্কৰ
অলৌকিক জ্ঞান-চক্ষু তোমাক দেএগা।—ভট্ট. দে.

ভূত— ভকতৰ দুঃখ দেখি গোপাল।
আস্ফোট কৰি দিলা উকফাল।—শঙ্কৰ
স্বপ্নত ৰাজাক দেখা দিল দামোদৰ।—শঙ্কৰ
আপোনাৰ কন্যা আনি দিলেক কৃষ্ণক।—শঙ্কৰ

ভবিষ্যৎ— মনুষ্য-দুৰ্ল্লভ পৰম সম্পদ দিবো আহ্ম আজি আমি।—শঙ্কৰ

অনুজ্ঞা— হেন জানি মিত্ৰ দিয়োক আমাক
যিবা দ্ৰব্য আছা আনি।—শঙ্কৰ
ভাৰ্য্যাক বোলন্ত যি পাবা সন্দেশ
আনি দিয়া ঝাণ্টে উঠি।—শঙ্কৰ
যত্নুবায় চৰণে শৰণ দিয়ো।—শঙ্কৰ
বোলা অৰে শুন হে।
ঠাকুৰিয়াক দেখাই দে॥—দৈত্যাৰি

সংযোজক কৃৎ—ডাক দি লোকক নিল।
বাসা ঘৰ সাজি দিল।—দৈত্যাৰি

ক্রিয়ার্থা-ক্রিয়া—যত লাগে মানে সবে সম্পত্তিক
এহি মুঠি দিবে পাবে।—শঙ্কৰ

পুৰণি অসমীয়াৰ ৰূপ ওপৰত দিয়া হৈছে।

## ৩১৮। ওকাৰান্ত 'শো' ( to sleep ) ধাতু

### নিৰ্দেশক ৰূপ

| কাল | ১ম পু. | ২য় পু. তু. | ২য় পু. মা. | ৩য় পু. |
|---|---|---|---|---|
| নিত্যবৰ্ত্তমান | শোওঁ | শোৱ, শো | শোৱা | শোৱে |
| অদ্যতনী | শুলো | শুলি | শুলা | শুলে (শুলা, শুলাক) |
| অনদ্যতনী | শুইছো | শুইছ ( শুইছাহ ) | শুইছা | শুইছে ( শুইছি ) |
| পৰোক্ষ | শুইছিলো | শুইছিলি | শুইছিলা | শুইছিল |
| ভবিষ্যৎ | শুম | শুবি | শুবা | শুব |

### অনুজ্ঞা-ৰূপ

| | | | | |
|---|---|---|---|---|
| নি. ব. | শোঁও | শো | শোৱা | শোৱক বা শোক |

### সম্ভাব্য-ৰূপ

| | | | | |
|---|---|---|---|---|
| অদ্য. | শুলো হেতেন বা হয় | শুলি হেতেন বা হয় | শুলা হেতেন বা হয় | শুলে হেতেন বা হয় ( শুলা হয় ) |

### তুমন্ত ৰূপ

ক্রিয়াৰ্থা-ক্রিয়া—শুব, শুবলৈ, শুবা লাগি, শোৱা।
কৃদন্ত স. বা বিণ.—শোৱা।
সংযোজক কৃৎ—শুই।
নিত্যকৃৎ—শোৱা, শুল।
কৃদন্ত ক্রিয়াবিণ.—শোঁওতে, শুলত, শুলে, ( শুলি )।
ক্রিয়া-কৰ্ত্তা—শোঁৱতা, শোৱন্তা ( স্ত্রী শোঁৱতী )।

সকৰ্মক আৰু অকৰ্মক ধাতুৰ ৰূপ একে; কেৱল সকৰ্মক ধাতুৰ অদ্যতনী কালত তৃতীয় পুৰুষত 'ইল'ৰ ঠাইত 'ইলে' হয়। যেনে, সকৰ্মক—ললে (he has taken); খালে (he has eaten); দিলে (he has given); ধুলে (he has washed); সাৰিলে (he has swept); ইত্যাদি। অকৰ্মক—হল (has been); গ'ল (has gone); পৰিল (has fallen); ইত্যাদি। হাঁহ্, কান্দ্ আদি কিছুমান অকৰ্মক ধাতুত এই নিয়ম নাখাটে। যেনে, হাঁহিলে, কান্দিলে, শুলে, ইত্যাদি।

## কৰ্মবাচ্যৰ ৰূপ

### ( Conjugation of passive verbs )

৩৯৯। সকৰ্মক ক্ৰিয়াৰ আকাৰান্ত নিত্যকৃতৰ ( past participle ) পাচত 'হ' বা 'যা' সহায়কাৰী ধাতু যোগ কৰি সাধাৰণ নিয়মে ধাতুৰ ৰূপ কৰিলে কৰ্মবাচ্যৰ ৰূপ পোৱা যায়। Past participle ৰ ৰূপৰ পৰিবৰ্ত্তন নহয়; কেৱল সহায়কাৰী 'হ' বা 'যা' ধাতুৰ ওপৰত দিয়া মতে ৰূপ হয়। যেনে,

'পোৰা-যা' ( to be burnt ) ধাতু

| পুৰুষ | নিত্য ব. | অন্তভনী | অনন্তভনী | পৰোক্ষ | ভবিষ্যৎ | অনুজ্ঞা | সম্ভাব্যভূত |
|---|---|---|---|---|---|---|---|
| ১। | পোৰা যাওঁ | পোৰা গলোঁ | পোৰা গৈছো | পোৰা গৈছিলো | পোৰা যাম | পোৰা যাওঁ | পোৰা গলো হেতেন |
| ২। | পোৰা যাব, | পোৰা গলি, | পোৰা গৈছ, | পোৰা গৈছিলি, | পোৰা যাবি, | পোৰা যা, | পোৰা গলি হেতেন, |
| | পোৰা যোৱা | পোৰা গলা | পোৰা গৈছা | পোৰা গৈছিলা | পোৰা যাবা | পোৰা যোৱা | পোৰা গলা হেতেন |
| ৩। | পোৰা যায় | পোৰা গল | পোৰা গৈছে | পোৰা গৈছিল | পোৰা যাব | পোৰা যাওক | পোৰা গল হেতেন বা হয় |

অসমীয়াত অকৰ্মক ধাতুবো কৰ্ম ( বা ভাব )-বাচ্যৰ ৰূপ হয়। যেনে, শোৱা হয়, বহা হয়, ইত্যাদি।

## পাচনী বা ণিজন্ত ধাতুৰ ৰূপ

### ( Conjugation of causal roots )

৪০০। এজনে আন এজনৰ দ্বাৰা কোনো কাম কৰালে ক্ৰিয়াৰ পাচনী বা ণিজন্ত ৰূপ হয়। দুজনৰ ভিতৰত এনে সম্বন্ধ হলে তাক সাধাৰণ পাচনী ( বা simple causal ) বোলে। ধাতুৰ পাচত 'অ' যোগ কৰি পাচনী-ক্ৰিয়া সিদ্ধ কৰা হয়। সাধাৰণ ধাতুত এটি দীৰ্ঘ স্বৰ থাকিলে সাধাৰণতঃ সি হ্ৰস্ব হয় অৰ্থাৎ 'অ'ৰ ঠাইত 'অ', 'ঈ' বা 'এ'ৰ ঠাইত 'ই' আৰু 'উ' বা 'ও'ৰ ঠাইত 'উ' বা 'ও' হয়। যেনে, সাধাৰণ ধাতু 'কৰ' ( to

30 ( do ), তাত 'আ' যোগ কৰিলে 'কৰা' ( to cause to do ) পাচনী-ক্ৰিয়া

হয়। সেই দৰে 'পাৰ্' (to pluck)—পাচনী 'পাৰা' বা 'পৰা' (to cause to pluck); উঘাল্ (to uproot)—পাচনী 'উঘলা' (to cause to uproot); 'শো' (to sleep)—পাচনী 'শুৱা' (to cause to sleep); ইত্যাদি। 'আ' প্ৰত্যয় সন্ধিৰ নিয়মে 'য়া' বা 'ৱা' হয়। আ প্ৰত্যয় বাস্তৱিকে প্ৰাকৃত 'আৱ'ৰ ৰূপান্তৰ। কেতিয়াবা পাচনীৰ পাচনী হয় অৰ্থাৎ পাচনী ধাতুৰ অন্তত আকৌ 'আ' বা 'আৱ' যোগ কৰি তৃতীয় পক্ষৰ দ্বাৰা কোনো কাম কৰোৱা হয়। যেনে, পাৰোৱা অৰ্থাৎ পাৰা+আ=পাৰা+ৱা =পাৰ+ৱা (to cause to pluck by a third party)। ইয়াত তিনি পক্ষৰ সম্বন্ধ। ইয়াক পাচনীৰ পাচনী বা দ্বিণিজন্ত (double causal) বুলিব পাৰি (§ ৪৪৯ দেখা)।

৪০১। মূল (Derivation):

পাচনী ধাতুৰ মূল সংস্কৃত ণিচ্ অৰ্থাৎ অয়্, পুক্ (আপয়্)। তাৰ পৰা প্ৰাকৃতত অ, এ, আৱ, আৱে প্ৰত্যয় হয়[১]। যেনে, প্ৰা. দৰিসই=স. দৰ্শয়তি (he causes to see); কাৰেই, কৰাৱই, কৰাৱেই=স. কাৰয়তি (he causes to do); হাসেই, হসাৱই, হসাৱেই=স. হাসয়তি (he causes to laugh)। অসমীয়াত তাৰ পৰা 'দৰশা' (to cause to see); কৰা, কৰাউ (to cause to do); হহাঁ বা হাহাঁ (to cause to laugh); ইত্যাদি হয়। ইয়াৰ পৰা দেখা যাব যে অসমীয়া পাচনী-প্ৰত্যয় 'আৱ' বা 'আউ' বা 'আ'। আকৌ প্ৰাকৃতিক ভাষাত 'আৱে'ৰ ঠাইত অৱি বা অৱ হয় আৰু বহুত ঠাইত পাচনীৰ পাচনী হয়। যেনে, অস. ক (to speak); তাৰ পাচনী ক+অৱ+আ বা ক+আ=ক+ও+আ বা ক+ৱা=কোআ (কোৱা) বা কৱা (to cause to speak)। অস. খা (to eat); তাৰ পাচনী খা+অৱ+আ=খ+অৱ+আ (ধাতুৰ দীৰ্ঘ স্বৰ হ্ৰস্ব হয়, § ৪০০) =খ+উ+ৱা (বা আ)=খুৱা (বা খুআ)। বাঙ্গালী খাওয়া, উৰিয়া খুআ। অস. চা (to see); তাৰ পাচনী চা+অৱ+আ বা চা+আ= চ+অৱ+আ বা চা+ৱা=চ+ও+আ বা চা+ৱা=চোআ (বা চোৱা) বা চাৱা (to cause to see)। অস. নি (to take); তাৰ সাধাৰণ পাচনী

---

১। "ণেৰ্ অদেদাৱাৱে", হেমচ, ৩।১৪৯
"ণিচ এদাদেৰাৎ", কাত্যা ৬।২৫ ; "আৱে চ", কাত্যা ৬।২৬.

নি+আ=নিয়া বা নিআ (§ ৭৫), বা পাচনীৰ পাচনী নি+অৱ+আ= নিওৱা (to cause to be taken by a third party); অস. ধো (to wash); তাৰ পাচনী ধো+আ=ধু+আ (§ ৪০০)=ধুৱা (§ ৭৫)। পাচনীৰ পাচনীও সেইদৰে সিদ্ধ হয়। যেনে. পাৰ্ (to pluck)। তাৰ পাচনী পাৰা (to cause to pluck); তাৰ পাচনী পাৰ্+অৱ+আ= পাৰ+ও+আ=পাৰোৱা (to cause to pluck through a third party)।

৪০২। পাচনী-ক্রিয়াৰ ৰূপ কর্তৃবাচ্যত সকর্মক আকাৰান্ত ধাতুৰ দৰে। তলত উদাহৰণ দিলো।

## সাধাৰণ পাচনী (Simple causal)

### 'কৰা' (to cause to do)

(দুজনৰ সম্বন্ধ)

| পুৰুষ | নিত্য ব. | অদ্য. | অনদ্য. | পৰোক্ষ | ভবিষ্যৎ | অনুজ্ঞা | সম্ভাব্যভূত |
|---|---|---|---|---|---|---|---|
| ১। | কৰাওঁ | কৰালো | কৰাইছো | কৰাইছিলো | কৰাম | কৰাওঁ | কৰালো হেতেন বা হয় |
| ২। | কৰাৱ, কৰোৱা | কৰালি, কৰালা | কৰাইছ, কৰাইছা | কৰাইছিলি, কৰাইছিলা | কৰাবি, কৰাবা | কৰা, কৰোৱা | কৰালি,, কৰালা,, |
| ৩। | কৰায়, কৰাৱে | কৰালে | কৰাইছে | কৰাইছিল | কৰাব | কৰাওক, কৰাক | কৰালে,, |

## পাচনীৰ পাচনী (Double causal)

### 'কৰোৱা' (to cause to do by a third party)

(তিনিজনৰ সম্বন্ধ)

| পুৰুষ | নিত্য ব. | অদ্যতনী | অনদ্যতনী | পৰোক্ষ | ভবিষ্যৎ | অনুজ্ঞা | সম্ভাব্যভূত |
|---|---|---|---|---|---|---|---|
| ১। | কৰোৱাঁও | কৰোৱালো | কৰোৱাইছো | কৰোৱাইছিলো | কৰোৱাম | কৰোৱাঁও | কৰোৱালো-হেতেন |

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| ২। | কৰো-ৰাৰ, | কৰো-ৰালি, | কৰো-ৰাইছ, | কৰোৰাই-ছিলি, | কৰো-ৰাবি, | কৰোৰা, কৰো-ৰউ, | কৰো-ৰালি,, |
| পুৰুষ | নিত্য ব. | অদ্যতনী | অনদ্যতনী | পৰোক্ষ | ভবিষ্যৎ | অনুজ্ঞা | সম্ভাব্যভূত |
| | কৰো-ৰাৰা | কৰো-ৰালা | কৰো-ৰাইছা | কৰোৰাই-ছিলা | কৰো-ৰাবা | কৰো-ৰাবা | কৰোৰালা হেতেন |
| ৩। | কৰোৰায়, কৰোৰাৰে | কৰো-ৰালে | কৰো-ৰাইছে | কৰোৰাই-ছিল | কৰো-ৰাব | কৰো-ৰাব | কৰোৰালে হেতেন |

## নামধাতু
### ( Denominative roots )

৪০৩। অসমীয়া নামধাতুৰ ৰূপ সাধাৰণ ধাতুৰ দৰে। যেনে, দমদমাওঁ, দমদমালো, দমদমায়, ইত্যাদি।

## মিশ্ৰধাতু ( Compound roots )

৪০৩। মিশ্ৰধাতুৰ ( Compound roots ৰ ) কথা আগেয়ে কোৱা হৈছে। দুটা ধাতু লগ লাগিলে মিশ্ৰধাতু হয়। আগৰটো প্ৰধান ( principal ) আৰু শেষৰটো সহায়কাৰী ( auxiliary ) ধাতু। প্ৰধান ধাতুটোক অপূৰ্ণকৃৎ বা ক্ৰিয়াৰ্থা-ক্ৰিয়া বা কৃদন্ত বিশেষণ বা সংজ্ঞান্ত ৰাখি তাৰ পাচত সহায়কাৰী ধাতুটো যোগ কৰিব লাগে। মিশ্ৰধাতুৰ ৰূপ কৰোতে সহায়কাৰী ধাতুটোত হে বিভক্তি যোগ হয়; প্ৰধান ধাতুটো অপৰিবৰ্তিত থাকে। মিশ্ৰধাতুৱে সাধাৰণতঃ প্ৰধান ধাতুৰ অৰ্থ প্ৰকাশ কৰে। বাস্তৱিক পক্ষে ইবিলাক মিশ্ৰ ধাতু নহয়; ব্যাকৰণৰ নিয়ম মতে অপূৰ্ণ কৃৎ আদিৰ লগত আন এটা ক্ৰিয়াৰ সংযোগ মাত্ৰ। কিন্তু বৈয়াকৰণিকসকলে মিশ্ৰধাতুৰূপে ইবিলাকক বিভাগ কৰিছে বুলিহে আমিও কৰিলো।

**(১) সংযোজক বা অপূৰ্ণ ক্ৰিয়াৰ লগত সংযোগ ( Combination with conjunctive participles ):**

এই সংযোগত প্ৰধান ধাতুটো অপূৰ্ণকৃতৰ আকাৰে আগত বহে। যেনে, দেখাই-দে ( point out ), কাঢ়ি-ল ( snatch away ), কৈ-পেলা ( speak out ), খাই-দে ( eat up ), গিলি-থ ( swallow up ), ইত্যাদি। কেতিয়াবা এনে ধাতুৱে প্ৰধান ধাতুটোৰ অৰ্থ স্পষ্ট কৰে। সেই দেখি ইয়াক স্পষ্ট কাৰক ( intensive ) মিশ্ৰ ধাতু বুলিব পাৰি। যেনে,

**Intensive compound roots**

| | |
|---|---|
| পেলা ( to throw ) | পেলাই-দে ( to throw away ) |
| খা ( to eat ) | খাই-পেলা ( to eat up ) |
| পৰ্ ( to fall ) | পৰি-যা ( to fall down ) |
| ল ( to take ) | লৈ-যা ( to take away ) |
| বহ্ ( to sit ) | বহি-থাক্ ( to sit tight ) |
| সঁপ্ ( to deliver ) | সঁপি-দে ( to deliver up ) |
| চিঞৰ্ ( to scream ) | চিঞৰি-উঠ্ ( to scream out ) |
| লৰ ( to move ) | লৰি-যা ( to move fast, to run ) |
| বাগৰ্ ( to roll ) | বাগৰি-যা ( to roll down ) |
| ছো ( to touch ) | ছুই-চা ( to dare to touch ) |
| উঠ্ ( to rise, to get up ) | উঠি-যা ( to get up & be gone ) |
| বাচ্ ( to select ) | বাচি-ল ( to select for self ) |
| ৰাখ্ ( to keep ) | ৰাখি-থ ( to keep for self ), ইত্যাদি |

( ২ ) **ক্ৰিয়াৰ্থী-ক্ৰিয়াৰ লগত সংযোগ** ( combination with infinitives )

(ক) আৰম্ভণ ( Inceptives ) : আৰম্ভণ বুজাবলৈ ক্ৰিয়াৰ্থী-ক্ৰিয়াৰ পাচত ধৰ্ বা লাগ্ ধাতু যোগ কৰা হয় আৰু তেনে মিশ্ৰধাতুৱে তেতিয়া ক্ৰিয়াৰ কাম আৰম্ভ হোৱা অৰ্থ প্ৰকাশ কৰে। যেনে, খাব-ধৰ্ ( to begin to eat ); পঢ়িব-ধৰ্ ( to begin to read ); হাঁহিব-ধৰ্ ( to begin to laugh ); কান্দিব-ধৰ্ ( to begin to cry ); শুনিব লাগ্ বা শুনিবলৈ লাগ্ ( to begin to hear ); ইত্যাদি।

(খ) অনুমতি ( Permissions ) : প্ৰধান ধাতুৰ ক্ৰিয়াৰ্থী-ক্ৰিয়াৰ

পাচত 'দি' ধাতু যোগ কৰিলে অনুমতি লোৱা অৰ্থ প্ৰকাশ কৰে। যেনে, কব-দি ( let him speak ); খাব-দি ( permit him to eat ); যাব-দি ( permit me or him to go ); ইত্যাদি। কেতিয়াবা এনে অৰ্থত 'খোজ্' ধাতুও যোগ হয়। যেনে, মই যাব-খুজোঁ। ( I wish to go ); ইত্যাদি।

(গ) স্বায়ত্ত ( Aquisitives ): ই অনুমতি-বোধক ধাতুৰ ঠিক ওলোটা। প্ৰধান ধাতুটোৰ ক্ৰিয়াৰ্থা-ক্ৰিয়াৰ পাচত 'পাব্' বা 'পা' ধাতু যোগ হ'লে এই মিশ্ৰধাতু ওলায়। যেনে, তই বহিব নোৱাৰ ( you cannot sit ); মই যাব নাপালো ( I could not go ); মই খাব পাৰো ( I can eat ); ইত্যাদি।

(৩) **কৃদন্ত বিশেষণ বা সংজ্ঞাৰ লগত সংযোগ** ( combination with verbal adjectives or nouns ):

ই সাধাৰণতঃ পৌনঃপৌনিক ( frequentative ) অৰ্থত চলে। পুনঃপুনঃ একে কাম কৰা অৰ্থত আকাৰান্ত কৃদন্ত বিশেষণ বা সংজ্ঞাৰ পাচত 'কৰ্' ধাতু যোগ হয়। যেনে, পঢ়া-কৰ্ ( prepare the lesson ); অহা-যোৱা-কৰ্ ( continue coming and going ); ইত্যাদি।

(৪) **নিত্যকৃতৰ সংযোগ** ( combination with perfect participles ):

কৃদন্ত সংজ্ঞাৰ নিচিনা এই সংযোগ হয়। যেনে, যোৱা-হ ( consent to go ); ধৰা-পৰ্ ( to be caught ); মৰা-পৰা ( to be killed ); দেখা-হ-( বা )-কৰ্ ( to meet, to interview ); ইত্যাদি।

(৫) **বিশেষ্য বা বিশেষণৰ লগত সংযোগ** ( combination with nouns or adjectives ):

কোনো সংজ্ঞা বা বিশেষণৰ লগত কিছুমান সহায়কাৰী ধাতু এনেদৰে যোগ হয় যে উভয়ে লগ লাগি পৃথক অৰ্থৰ নতুন শব্দ কিছুমানৰ সৃষ্টি কৰে। ইহঁতক নাম-মাত্ৰ মিশ্ৰধাতু ( Nominal compound roots ) বোলে, কিয়নো ইহঁত বাস্তৱিকে বাক্যাংশ, মিশ্ৰধাতু নহয়। তলত এটি চুটি তালিকা দিলো।

## নামমাত্ৰ মিশ্ৰধাতু ( Nominal Compound Moots )

অবাহনা হ্—To nausiate

অপতি কৰ্—To neglect to take care of ( as a sick or dependant ), to abandon

আওকাণ কৰ্—To ignore, to feign not to hear

আধাৰ বাছ্—To feed (as the crow)

আহাৰ দি—To give a suck

আমোল কৰ্—To enjoy

উজ্যাৰ খা—To take a sudden fright (as a flock of birds)

কাষৰ হ্—To stand off

কাষ চাপ্—To approach

কাণ তাল—মাৰ্—To deafen, to stun

কাঁৰ চাচ্—To plot mischief or injury

কাণ দি—To listen.

কাঁহ পৰি—জিম্ (জীন) যা—To prevail dead silence.

কৌচ পাত্—To beg alms or prasad.

খতা দি—To ridicule, to confront by imputing ungratefulness

খচ কৰ্—To make haste

খাজ খা—To fit in, to coincide

খাম খা—To cake

খিলা মাৰ্—To drive a nail

খোজ কাঢ়্—To learn to walk

খোহা মাৰ্—To patch by thatching

গঢ় লাগ্—( lit. to take shape ) to dispose of

গৰ লাগ, গড় লাগ্—To feel rough and uneven ( as a bed )

গম্ উঠ্—To acquire acceleration

গহ কৰ্—To claim with pride

গা উঠ্—To be eager on impulse

গা পা—To find a footing in water

গা ৰ—To escape loss or gain a little

গা লৰ্—To feel delivery pain

গা ৰ—To suffer from cholera

গা সাৰ্—To deliver, to pass chilp birth

গা হ্—To stand surety

গাঁঠি কাট্—To pick a pocket

গাল মাৰ্—To put into the mouth by handfuls

গেৰি মাৰ্—To call by shouting

ঘৰ ছা—To thatch the roof of a house

ঘৰ-পাত্—To earn for, or establish a family

ঘৰ ল—To solemnise the first entry into a new house : house warming

ঘোপা কৰ্—To contract the eyes with anger

ঘেৰ দি—To encircle

চক খা—To shy, to start

চপ কৰ্—To make haste

চমু কৰ্—To cut short

চল চা—To await opportunity

চহ দি—To incite, to encourage

চাত মাৰ্—(1) To dazzle, (2) to submerge under water, (3) to put up a bamboo pole on waste land to show possession (cf. বৈ.—চত্ত=hidden; made to disapper

চান ধ—To keep sign (in counting)

চিঞৰ মাৰ্—To cry out

চিঞৰ-বাখৰ কৰ্—To make a row

চিটা মাৰ্—To sprinkle or scatter

চিন চা—To watch one's movements or ability

চিপ মাৰ্—To pull suddenly upward (as a fishing line)

চিমটা মাৰ্—To prick (with finger-nail)

চিলিৰ ছিগ—To lose the last hope

চুকনি লগা—To sublet

চুটা হ—To be made an excuse (for imitation)

চুৱা লাগ্—To commence impurity of *Ambubachi*

চুণ-খাৰ কৰ্—To vanquish, to snub, to silence with cutting words

চুৱা হ— To have monthly course

চেঁচা পৰ্—To cool down

চোচা মাৰ্—To rub or scrub off

চোচা ল—To rush in a threatening manner

চোপা দি—To lie in ambush

চোতা কৰ্—To suspect (as an offender

চোৰাং চা—To spy

জঁক লাগ্—To anger, to irritate

জল পৰ্—To come out as placenta

জল-পান কৰ্—To have lunch

জাক ফুৰ্—To run in a herd to cover (as a cow)

জাগ দি—To keep warm in a covered receptacle (as plantains) to hasten ripening

জাহ দি—To commit suicide (by falling into the fire)

জাহ যা—(lit. to be digested), to contract, to subside

জীণ যা—To be quiet or silent, to be digested

জুধা কৰ্—To separate

জঁট লাগ্—To mat or entangle

জুই ধৰ্—To kindle a fire

জুম বান্ধ্—To assemble, to throng (as a crowd or flock)

জুটি চা—To taste

জিকাৰ মাৰ্—To shake as from sudden fear, to use angry words

জেং পোত্—(lit. to put entanglements). To stop dealings

টিপা মাৰ্—To press between fingers

টিকি মাৰ্—To shout out

টাই মাৰ্—To boast

ঠন ধৰ্—To grow luxuriant

ঠৰ লাগ্—To stiffen, to be dazed

ঠাৰ দি—To make sign

ঠেহ পাত্—To be sulky

ডাঙৰ-দীঘল হ—To grow up

ডাকোপ মাৰ্—To boast

ডকা দি—To commit dacoity

ডেও দি—To jump up

ডকা, ডাকা } ফুট্—To form eddy in water with rippling noise

ঢকা, ঢেকা } মাৰ্—To push violently from behind

ঢোক চিপ্—To swallow spittle

ঢোকা চাপ্—To go to live in the house of one's wife

তাৱ দি—To heat

তেকি হ—To cool down

তেলনি মাৰ্—To fry in oil

থান-থিত লাগ্—To settle down

থাপ মাৰ্—To pounce upon

থুপ, থোক, থুবুৰী, থুপুৰী } হ—To assemble together

দৰথ, এবাল, } দি—To tether

দগ দি—To dye

দাগ দি—To brand

দধি মথ্—( lit. to churn curd ) to mix thoroughly

দ'ম, দাম } লা্—To heap togther

দেউকি হ—To get frightened

দেং মেল্—To stretch the legs ( to cross something )

দাং দি—To bolt.

ধূলা জাৰ্—To charm the dust ( to trace a thief )

ধেক দি বা টান্—To sing the tuue

ধেন্ দি—to give birth to young ( as a cow) । cf. বৈদিক—ধেনা:=a milch cow

ধেনধেনি মৰ্—To lose the last stay or hope

নজৰ দি—Just to have a look at

নাক কাট্—( lit. to cut the nose ) To insult, to humiliate

নাম কৰ্—To do or give only in name

নাম ডাক্—To sing the opening prayer

নাম থ—To make famous

নাম ৰাখ্—To prove worthy and illustrious

পজাল ধৰ্—To go in the wake of

পথ দি—To give diet

পহ পা—To find the way

পকৰা পা—To be benighted ; to be puzzled and lose the way

পাজৰ হ—To stand off, to move aside

পিচ পৰ্—To lag behind

পিট্ হুৱা—To press smooth
পিঠি দি—To abandon
পুষ্পিতা হ—To attain puberty
ফাং পাত্—To practise deception
ফাইতাং মাৰ্—To go away
ফাক পাত্—To play a trick
ফেৰ মাৰ্—To adjust the balance, also to contest
ফাতৰা পৰ্—To look small ; to bo lowered in reputation and public estimation
ফাট-ফোট মাৰ্—To sleep soundly and deeply
ফিতাহি মাৰ্—To make a show of pomp through vanity or pride
ফুটানি মাৰ্—To boast
ফুল বাচ বা তোল্—To weave ornamental work in cloth
বাগি ল,-দি,-মাৰ্—To plead ignorance by telling a falsehood or saying just the opposite
বাখৰ পাত্—To set stones in ornaments
বাঘ-ভেঙি লাগ্—To be charmed or hypnotised as before a tiger
বাট চা—To wait for
বাচ পৰ্—To be rejected as worthless
বাণ মাৰ্—To spell, to conjure
বাজ ধ—To bet, to wager
হাত বাৱ (বা বাউলি) দি—To wave the hand
বৰৈ কৰ্—To show pride or arrogance
বীজ মাৰ্—To remove the cause (as of disease)
বিলগ, বেলেগ } হ—To separate (as members of a family)
বুদ্ধি দি—To instigate, to incite
বুলন দি—To invite (to a gathering)
বোকা, বোকোচা } ল—To carry on the back (as a child)
বোল দি—To dye
বেথা লাগ্—To excite affection
ভাগ ধৰ্—To excuse oneself on the score of another's failure or inactivity
ভাবুকি দি—To use an empty threat
ভিকাচন ভাগ্—To shatter all means or hope
ভিটি-মৰা হ—To die one and all leaving the homestead deserted
মজা দি—To retaliate
মানুহ হ—To attain puberty
মাইৰ, মাৰ } খা—(lit. to eat beating) To be assaulted
মৰাণ মাৰ্—To thrash paddy by allowing cattle to tread on it

মাট·মিট কৰ্—To compromise

মিনা কৰ্—To enamel gold on ornament

মুখ লাগ্—To be affected with evil eye

মুখ চা—To pity, to favour

মুখ ভেঙুচিয়া, মুখ ভেঙা } —To make faces

মুখ খোল্—To speak out

মুগা মেল্—The cause muga silk-worm to climb up the tree for rearing

মুঠি মাৰ্—To clench the fist

মুঠি মেল্—To scatter seeds the first day in the season ; to be liberal in giving

মুদ মৰ্—To be closed or shut up

মূধা ফুট্—To become conspicuous or great

মূৰ দোৱা—To bow

মূৰ পোত্—To attend to with head and heart

মোট কাঢ়্—To skin

মোৰ ধৰ্—To be affected with spasm

মোহ লাগ্—To excite love or affection

মেকা হ্—To emit bad smell from oxidation

মেলা মাৰ্—To spear, to stab

ৰগ্ চিন্—( lit. to know the pulse ) To know the internal man

ৰং কৰ্—To play or frolic

ৰং চা—To enjoy the fun ; to attend a gathering of sight-seers

ৰস ধৰ্—To ripen ( said of mango )

ৰাগ দি—To sign the tune aloud

ৰাৱ কাঢ়্—To utter

ৰাহি লাগ্—To make the beginning

ৰিঠা-দগৰা দি—( lit to beat like a Ritha fish ) To beat through and through

ৰেহ-ৰূপ চা—To watch one's move-ments

ৰোজ দি To give daily provision

ৰোল বহ্—To make a precedent

ৰোহ পাত—To show sulkiness

লঘু হ—To be ashamed, to be dis-appointed, to be dishonoured or insuled

লগ ধৰ্—To wish to accompany

লঘন লাগ্—To have menses

লৰ-চৰ কৰ্—To move

লাগ ল বা ধৰ্—To overtake

লাচ খা—To bend

লাজ লাগ্—To feel shy

লটা, লেটা } কুণ্ডা—To hide as in a cocoon

লাপা হ—To prove false

লানী লাগ্—To form a continuous line

লাহ চৰা—To decorate, to ornament

লেও দি—To plaster or cover with a layer of mud ( as cook-ing pot )

লেঠা মাৰ্—To liquidate, to dispose of, to discharge

শাল মাৰ্—To drive a wedge

শিহা বাট্ বা বট্—To make a wick

শোৰ লাগ্—To be afflicted with dropsy

শোহা মাৰ্—To suck

সেপ ঢোক্—To swallow spittle

সঙ ল—To associate with

সভা, সবাহ } চা—To attend a fair or social gathering

সৰা, সৰিহা } দি—To hang one-self by the neck

সায় লাগ্—To approach evening

সাপট মাৰ্—, সাবটি ধৰ্ } To embrace, to catch by encircling the hands round one's person

সিধা দি—To offer provision

সোপা দি—To cork

সেকা দি—To punish

হদ লৰ্—To change habit

হল্-ফল্ কৰ্—To be fleshy but soft and lovely ( said of femal breasts )

হাক দি—To dissuade

হাত কৰ্—(1) To bring under, (2) to win over, (3) to take possession of

হাত পাত্—To beg

হাত-যোৰ কৰ্—To fold the hands, to salute with folded hands

হাত সাৰ্—To escape ( from difficulty or control )

হাঙাৰ, হেঙাৰ } দি—To bolt, to bar ( as a door )

হামখুৰি খা—To fall suddenly on the face

হাই দি—To ridicule loudly

হাই কৰ্—To make a noise, to quarrel

হাৰা, হেৰা, হৰা } পা—To find ( a lost thing )

হাবিলাষ কৰ্—To long for

হাবাথৰি খা—To try one's utmost, to exert the hardest

হিয়া ধাকুৰ্—To beat the breast in grief

হুল, হুল } কাঢ়্—To pick out thorn ( from the body )

হোৰা দি—To cry in imitation ( as jackals )

হুঁকাৰ ধৰ্—To roar in imitation ; to say 'yes' as a story is being told

হুকি মাৰ্—To threaten loudly

হেঁচা মাৰ্—To press down

মিশ্ৰ ধাতুৰ ৰূপ—যেনে, গেৰি মাৰোঁ, গেৰি মাৰিলো, গেৰি মাৰিছিলো, গেৰি মাৰিম, গেৰি মাৰ, গেৰি মাৰিলো হেতেন ইত্যাদি।

# ছাব্বিশ আধ্যা

## অব্যয় ( Indeclinables )

৪০৫। যাৰ ব্যয় বা পৰিবৰ্তন নাই বা যি শব্দ লিঙ্গ, বিভক্তি আৰু বচন অনুসৰি পৰিবৰ্তিত নহয় তাৰ নাম অব্যয় ( Indeclinables )। অসমীয়া ভাষাত চাৰি বিধ অব্যয় আছে :—

(১) বিভক্তি-বোধক বা আনুষঙ্গিক অব্যয় ( Preposition )
(২) সংযোজক অব্যয় ( Conjuction )
(৩) সম্মতি-অসম্মতি প্ৰশ্নাদি-সূচক অব্যয় ( Particles of affirmation and negation )
(৪) ভাব-বোধক অব্যয় ( Interjection )

ইয়াৰ বাহিৰে কিছুমান ক্ৰিয়াবিশেষণকো অব্যয় বুলিব পাৰি, কিয়নো তাৰো পৰিবৰ্তন নহয় ( §§ ৩৩৮-৩৪০ )

### (১) আনুষঙ্গিক অব্যয় ( Preposition )

৪০৬। বিভক্তি-বোধক অব্যয় ইংৰাজী ভাষাৰ prepositionৰ অনুৰূপ, কিন্তু preposition নহয়। ইংৰাজী preposition সংজ্ঞাৰ আগত বহে; কিন্তু অসমীয়া অব্যয় সংজ্ঞাৰ পাচত বহে। এই অব্যয়ৰ প্ৰায় ভাগেই সপ্তম্যন্ত সংজ্ঞা-শব্দ।

(ক) তলত লিখা অব্যয় কেইটি যোগ হলে সংজ্ঞা বা সৰ্বনামত ষষ্ঠী বা প্ৰথমা বিভক্তি হয় বা কোনো বিভক্তি যোগ নহয়।

অনুসাৰে, অনুসৰি } In accordance with, স. অনুসাৰ:

দিশে, দিকে } Toward, স. দিক্

পোণে, পিনে } Toward, স. প্ৰগুণ ( straight )

ফালে Toward, স. ফালঃ ( lit. a ploughshare ; separation of the hair on each side of the head )

বাগে Toward, স. বৰ্গঃ, প্ৰা. বগ্গো, বগ্গে ( side, party )

মুখে Toward, in the direction of, স. অভিমুখম্

যেন Like, পু. অ. যেনয়, যেহেন, স. যাদৃশঃ ( § ৩৩৪।ঘ )

হেন Like, পু. অ. ইহেন, এহু এনয়, স. ঈদৃশঃ ( §§ ৩৩৪।ঘ, ৩৩৬।খ আৰু ব্যত্যয় § ১৮০ )

বিনে Without, স. বিনা

সমে With স. সম ( like )

অন্তৰে After স. অন্তৰম্

ইয়াৰ বাহিৰে সংস্কৃত অব্যয়—অৱধি, পৰ্যন্ত, পূৰ্বক, আদি, অনন্তৰ, ইত্যাদিও হয়।

(খ) তলত লিখা অব্যয় ষষ্ঠ্যন্ত সংজ্ঞা বা সৰ্বনামৰ পাচত বহে। কেতিয়াবা সংজ্ঞাটো সপ্তম্যন্ত হয়।

আগে Before, in front of স. অগ্রে, প্ৰা. অগ্গই ( before : § ৩৪০ )

ওপৰে, ওপৰি, উপৰে, উপৰি } Over, above স. উপৰি ( above )

তলে, Beneath, down স. তলম্ ( bottom )

পিছে, পিচে } Behind, at the back, স. পিচ্ছঃ ( tail )

পাচে, পাছে } Behind, after, স. পশ্চাৎ, প্ৰা. পচ্ছই ( behind ) ( § ৩৪০ )

দ্বাৰা Through, by means of, স. দ্বাৰ্ ( a means, an expedient ) দ্বাৰা ( by means of )

বিষয়ে About, in respect of, স. বিষয়ঃ ( subject )

লাগি For, for the sake of, স. লগ্ন ( attached, § ২৭৩।ক )

বাজে Without, স. বাহ্য ( external, exterior ) ( § ৩৪০ )

বাহিৰে Without, স. বহিস্ ( out of, outside ) ( § ৩৪০ )

পাশে By the side of, near to, স. পাৰ্শ্বে ( at the side of : § ২৭৬ )

কাষে Beside, along, স. কক্ষে ( at the side of : § ২৭৬ )

মাজে In, between, স. মধ্যে ( within ; § ২৭৬ )

ভিতৰে Amid, inside, in, স. অভ্যন্তৰ ( interior § ৩৪০ )
সৈতে With, স. সহিত ( accompanied by, together with )
হতুৱাই By, by means of, স. হস্তঃ ( hand )
নিচিনা Like, স. নিদৰ্শনা ( a figure of speech )
কাৰণ, কাৰণে } For, because, স. কাৰণম্ ( cause )
নিমিত্তে On account of, স. নিমিত্তম্ ( cause, motive )
সঙ্গে With, স. সংগঃ ( meeting, union )
নীচে Beneath, স. নীচ ( low ), নীচৈস্ ( beneath, below )
অৰ্থে For the sake of, স. অৰ্থঃ ( means )
পৰে After, স. পৰ ( after )

ইয়াৰ বাহিৰে তৎসম অব্যয় ভিন্ন ( except ). নিকটে ( near ), প্ৰতি ( to, towards ), অনন্তৰ ( after ), হেতু ( by reason of ), সহিত ( together with ), সমান ( equal to ), ইত্যাদিও চলে।

ইচলামিক অব্যয় যেনে, অন্দৰে ( in the interior ), নজীক বা নগীচ ( near ), বাবত বা বাবে ( on account of ), বদলে বা বদলি (in exchange for, in the place of), বাদ বা বাদে (after, with the exception of), মাফিত বা মুৱাফিক ( according to ), দৰে ( ইচলা. তৰহ্=like, in the manner of ), খাতিৰ (for the shake of) আদিৰো ব্যৱহাৰ হয়।

## ( ২ ) সংযোজক অব্যয় ( Conjuction )

৪০৭। তলত লিখা কেইবিধ সংযোজক অব্যয় প্ৰধান।

(ক) যোগাৰ্থক অব্যয় ( Copulative conjunction )

আৰ, আৰু } And, স. অপৰম্, প্ৰাঃ অৱৰং, অপভ্ৰ. অৱৰ ( again, moreover )

তবু, তভু } Even then, also, স. ততঃ অপি, অপভ্ৰ. তো বি[1] বা স. তথাপি, অপভ্ৰ. তো বি[2] ( even then )

---

১। হেমচ. ৪।৩৪৩।২ ; অপভ্ৰ.—বিপ্পিঅআৰো জই বি পিউ তো বি তম্ আণহি অজ্জ =স. বিপ্ৰিয়কাৰকো যদ্যপি প্ৰিয়স্ততোঽপ্যানয়াদ্য।

২। হেমচ. ৪।৩৪১

তেঁও Even then, also, স. তথা অপি, অপভ্ৰ. তেঁৱ ৱি[1] ( Even then ; § ৩৩৯।ট দেখা )

তবে, তেবে } But, then, স. তাৱৎ বা তথা, প্ৰা. তাৱ, তাম্ৱ, তেম্ৱ ( in the meanwhile, now. with respect to : §৩৩৯।গ দেখা )

আকৌ Again ( probably খা. নাকৌ, ৱিৱি-এগৌ again )

অৰ্থাৎ That is to say, in fact, namely, স. অৰ্থাৎ

ও And, also, বৈ. উ (—ঋক্ ১০।৮১।৩-৪) ; অথবা স. অপি চ, প্ৰা. অৱি অ ( on the other hand )

পুনৰ, পুনু, পুনবাৰ } Again, স. পুনৰ্ ( again )

তো Nevertheless, then, at all events, স. তু, অপভ্ৰ. তো[2] ( in reality, also )

যে That স. যৎ, প্ৰা. জে ( that )

(খ) বিপৰীতাৰ্থক অব্যয় ( Adversative conjunction )

কিন্তু But, স. কিম্+তু ( but )

বৰং But, rather, স. বৰণম্, বৰম্ ( rather )

অথচ On the other hand স. অথ চ

বাকি But, ইচ্লা. বলকি ( but, notwithstanding )

মগৰ But, ইচ্লা. মগৰ ( but, except )

(গ) বিভাগক অব্যয় (Disjunctive conjunction )

বা, অথবা } Or, স. বা, স. অথবা ( or )

ন, না } Not, স. ন ( not )

---

১। হেমচ. ৪।৩৯৭ ; স. তথা—অপভ্ৰ. তিৱ, তেঁৱ

২। হেমচ. ৪।৪১৭

নাই Not, স. ন+হি, প্রা. ণাই[1], ণব্বি[2], অপভ্র. ণাহিং[3] ( not, nil ) বা স নাস্তি, প্রা. ণাত্থি ( is not )

নাইবা Otherwise, স. ন বা ( if not )—স. নাস্তি বা

নতুবা Otherwise, স. নতুবা ( if not )

নহলে Else, otherwise, স. ন+√ভূ ( if not )

নৌ, নউ } Not yet, স. ন তু, অপভ্র. ণউ[4] ( not )

নে, না } Whether or not, স. বা, প্রা. বণে[5] (বিকল্পে—expresses doubt) Ex—হয় নে নহয় ?—প্রা. হোইবণে ন হোই[5] ( whether it is or not )

কিম্বা Else, otherwise, স. কিম্বা

কি Or, not, স. কিম্ ( what )

(ঘ) সম্ভাব্যার্থক অব্যয় ( Conditional conjunction )

যদি If, স. যদি

যদ্যপি Even if, স. যদ্যপি

যদিও Even if, স. যদিচ.—প্রা. যদিও

যদিস্যাৎ If, স. যদি স্যাৎ

জানোবা, জানোচা } Lest, § ৩৪০ (গ)

হেনো possibly ; it is said, ( হেন+ও : § ৪০৬।ক )

(ঙ) সম্মতিসূচক অব্যয় ( Concessive conjunction )

তেন্তে Therefore, then, স. তদ্, প্রা. তম্[6] (in that way) : তম্+তে ( ৭মী )=তেন্তে।

তেনে, তেনে হলে } then. স. তাদৃশঃ ; § ৩৩৫ ( in that way )

তথাপি Nevertheless, yet, স. তথাপি

তদনন্তর Then, after that, স. তদনন্তরম্

---

১। "অণ ণাই নঞর্থে", হেমচ. ২।১৯০

২। "ণব্বি বৈপরীত্যে", হেমচ. ২।১৭৮

৩। হেমচ. ৪।৪১৯।৬

৪। হেমচ. ৪।৪২৩

৫। হেমচ. ২।২০৬ যেনে, প্রা. হোই বণে ন হোই—স. ভবতি বা ন ভবতি।

৬। "তম্ বাক্যোপন্যাসে", হেমচ. ২।১৭৫

(চ) কাৰণবোধক অব্যয় ( Causal conjunction )

অতএব Therefore, hence, স. অতস্+এব (hence; from this or that cause)

কিয় Why, স. কিম্। স. কস্য—প্রা. কিস্সা, কীসে। অন্য বিভক্তিত কীস, কীআ, কিই, কীএ[১]। পু. অসমীয়া—কিসক। cf. also স. কথং=অপভ্র. কিহ[২]; স. কস্মাৎ=অপভ্র কিহে[৩] (on what account, why § ১৭৫ দেখা)।

কিয়নো Because, স. কথং হু বা কস্মাৎ হু

গতিকে Accordingly, in consequence, স. গতি: ( means, expedient, course )+ক ( স্বার্থে )+এ ( ৭মী )

কাৰণ Because, স. কাৰণম্

এতেকে For this reason, therefore, স. ইয়ৎ: §§ ৩১৫।৩৩৬

যেহেতু / যিহেতু — As, on account of, স. যদ্+হেতু ( for which reason )

(ছ) লক্ষণবোধক অব্যয় ( Attributive conjunction )

যেনে As for instance, namely, স. যথা, প্রা. জেণ[৪]

তেনে As, in that way, স. তথা, প্রা. তেণ[৫]

যথা As for example, স. যথা

তথা So, also, স. তথা

যেন In order that, স. যেন ( whereby )

(৩) সম্মতি-অসম্মতি-প্রশ্নাদিসূচক অব্যয়

(Particles of affirmation, negation, question &c)

৪০৮। ইবিলাকৰ কিছুমান বাস্তবিকে ভাববোধক অব্যয়। তলত এটি সংক্ষেপ তালিকা দিয়া হল :—

আচ্ছা Very well, বৈ. অচ্ছ good ( ঋক্ ১।২২।১৭ ), অচ্ছা well ( ঋক্ ১।২।২ )

ওঁ Yes, amen, স. ওম্ ( amen ), বৈ. ওম্ ( amen )

এৰা Yes, so, স. ঈড়া ( praise, commendation : √ ঈড়্ to praise )

ওহোঁ No, স. উহু ( expressing dejection )

কিনো What, স. কিম্ হু, প্রা. কিণো ( what )[৬]

১। "ঈষ্যাঃ স্সা সে", হেমচ. ৩।৬৪

২, ৩। হেমচ. ৪।৪০১

৪, ৫। "জেণ তেণ লক্ষণে", হেমচ. ২।১৮৩

৬। "কিণো প্রশ্নে", হেমচ. ২।২১৬ ; যেনে, কিণো ধুৱসি=স.—কিং ধুনোষি, কিং ধাবসি বা।

| | |
|---|---|
| জানো | I doubt I know, স. √ জ্ঞা ( to know ) |
| দে | Very well, প্রা. দে (well)[১] |
| নে | Sure, প্রা. ণবে (নিশ্চয়ে)[২] ; যেনে, যামনে ? ( Shall I go sure ? ) |
| বাৰু | Oh yes, be it so, good ; স. বাঢ়ম্ ( assuredly, certainly, surely, oh yes ) |
| বেচ্ | Excellent, স. বৰিষ্ঠ ( most excellent ) |
| ভাল | Very good, be it so, বৈ. ভদ্ ( indeed )[৩]। অথবা স. ভদ্রকম্, অপভ্র. ভল্লং, ভল্লা ( good )[৪] |
| যে, ৰে | ( Particles used to fill up blank ). প্রা. জে, ৰে ( পাদপূৰণে )[৫] |
| হয় | Yes ; be it so, স. √ভূ ( to be ) |
| হঁ | Take, receive, প্রা. হন্দ ( take hold )[৬] |
| হঁা | What ? what do you say ? প্রা. হম্ ( what ? )[৭] |
| হেঁা, | Take it, receive, hold, প্রা. হুম্ ( take it )[৮], স. হম্ |
| হেঁা, হুঁ | What ( expresses recollection, doubt or assent ). স. হুম্ |

## (৪) ভাববোধক অব্যয় ( Interjections )

৪০৯। ভাববোধক অব্যয় ( Interjection )ৰ ভিতৰত ওপৰত দিয়া কেইটিমান শব্দও পৰে। তলত সচৰাচৰ প্ৰচলিত ভাববোধক অব্যয়ৰ এটি সংক্ষিপ্ত তালিক দিলো।

---

১। "দে সম্মুখীকৰণে চ", হেমচ. ২।১৯৬। যেনে, দে পসিঅ তাৱ সুন্দৰি—স. দে প্ৰসীদ তাৱৎ সুন্দৰি।

২। হেমচ. ২।২০৬

৩। See Macdonell's Vedic Grammar for students, P. 452।8 A (b)

৪। See হেমচ. ৪।৩৫১

৫। "ইজেৰে পাদপূৰণে", কাত্যা. ৮।৭ ; হেমচ. ২।২১৭

৬। "হন্দ চ গ্ৰহণাৰ্থে", হেমচ. ২।১৮১

৭, ৮। "হুঁ দানপৃচ্ছানিবাৰণেষু", ৱৰু. ৯।২ ; হেমচ, ২।১৯৭ ; যেনে, দানে—হুঁ গেণ্হ অপ্পণো ব্বিঅ—স. হুম্ গৃহাণাত্মনৈৱ। পৃচ্ছায়াম্—হুঁ সাহসু সব্ভাৱম্—স. হুম্ কথয় সদ্ভাৱম্।

(ক) সম্বোধনবোধক অব্যয় ( Vocatives )

| | |
|---|---|
| অ'—(1) Holla, ho !<br>(2) Oh !<br>(3) Ah ! | স. ও ( 1. a vocative particle=holla, ho ! 2. an interjection of remembrance=oh ! an interjection of compassion=ah ! ), প্রা. ও ( 1. repentance : 2 intimation )[১] |

যেনে, (১) অ' সুৰেণ ! ( Halloa Suren ! )

(২) অ', মনত পৰিছে মই কৈছিলো ( Oh ! I remember I said so. )

(৩) অ' গুচিল ( Ah ! he is lost ).

| | | |
|---|---|---|
| অৰে<br>ৰে | Holloa ! ho ! ( in addressing inferiors | স. অৰে, ৰে ( an interjection of calling inferiors=Holloa ! ho ! ) প্রা. ৰে, অৰে ( an interjection—1. in addressing another 2. in amorous joking )[২] |

হে ho ! স. হে ( a vocative particle : oh ! ho ! )

| | | |
|---|---|---|
| হেৰ,<br>হেৰেই,<br>হেৰা,<br>হেৰি | O ! ho ! holloa ! ( হেৰ, হেৰেই used in addressing inferiors, হেৰা in addressing equals & হেৰি superiors ) | স. হংভো, হংডে, হলা (ho ! halloa —in addressing inferiors ) প্রা. হৰে[৩], হলা, হলে,[৪] অপভ্র. হলি[৫], হেল্লি[৬] ( an interjection of calling=ho ! ) |

| | | |
|---|---|---|
| হেই | Ho ! ( in addressing inferiors angrily ) | বৈ. হই[৭], স. হই ( ho ! ) । ( a vocative particle ). |

---

১। "ও সূচনাপশ্চাত্তাপে", হেমচ. ২।২০৩। সূচনা intimation, address ; পশ্চাত্তাপ: repentance.

২। "ৰে অৰে সম্ভাষণৰতিকলহে", হেমচ. ২।২০১। সম্ভাষণ—address, ৰতিকলহ—amorous joke.

৩। "হৰে ক্ষেপে চ", হেমচ. ২।২০২। যেনে, হৰে পুৰিসা—স. হে পুৰুষাঃ।

৪। "মামি হলা হলে সখ্যা বা", হেমচ. ২।১৯৫ ; যেনে, হলে হয়াসস্স—স. সখি হতাশস্য।

৫। cf. হলি সহিএ—স. হে সখে, হেমচ. ৪।৩৫৮। ৬। cf. হেল্লি—স. হে সখে। ; হে. ৪।৩৭৯।৪২২

৭। Macd. Vedic Gramm. § ৪।. P. 258.

| | | |
|---|---|---|
| হএ, হয়ে, হয়েঁবা | Halloa! ho! (used generally by women in adnressing equals) | বৈদিক—হয়ে[1] (come!—before vocative) স. হংহে, প্রা, হংহে[2] (ho! in addressing inferiors) |
| ঐ, ঔ | Ho! holloa! | স, ঐ. ঔ (an interjection of calling) প্রা. ঐ[3] ho! in addressing in affection or love) |

## (খ) হর্ষ-বিষাদাত্মক অব্যয় (Exclamatives)

| | | |
|---|---|---|
| অ, অহ, অহহ | Ah! alas! স. অহহ (expresses sorrow, regret or pity) | |
| আ | Ah! (যেনে, আ! মই আগেয়ে জানিছিলো=Ah! I had known it before.) | স. আ (expresses approval) |
| আঃ, আহ্ | Ah! alas! (expresses despondence, regret or disgust. | স. আঃ, আস্ (expresses pain or regret) |
| আও | O! oh! (an exclamation of wonder) | স. আম্ (expresses recollection প্রা. আম্মো[4] (expresses surprise) |
| আই ঔ, আই ঔ দেঁহি, আই ঐ | Oh! woe! woe worth the day! (lit. O mother!—expresses pity or regret): Ah! (expresses surprise or pain)। | কছারী—আই, ছুটিয়া—আই, ছুটিয়া—য়োয়ো = অস. —আই, বৈ.—আপি (mother)[5], তাবিন—আয়ি, স. দেহিন্ (creature)। আই ঔ দেহি (=Alas! the creature!) |

---

১। Macd. Vedic Gramm. § 181. P. 258. ২। "হংহে চেট্যাহ্বানে", হেমচ. ৪।২৮০ ৩। "ঐ সম্ভাবনে", হেমচ. ২।২০৫; যেনে, ঐ দিঅব কিং ন পেচ্ছসি=স. ঐ দেবর কিং ন প্রেক্ষসে। ৪। "অম্মো আশ্চর্য্যে।", হেমচ. ২।২০৮
৫। Rev. D. Endle's Kachari Grammar, P. 48. St. Quintin Byrne's

হুঃ, হুম্, হুহ্ — Ah! (expresses anger or surprise) — স. হুম্ (an interjection of anger, pain or sorrow)

উঃ, উম্, উহ্, ওঃ, ওহ্ — Oh! alas! (expresses pain or disgust) — স. উঃ (an interjection of anger, command or compassion), প্ৰা. উঁ[1] (expresses condemnation, throwing, wonder or wickedness)

এঃ, এহ্ — Ah! — স. এঃ (an interjection of contempt or remembrance)

ঐ ৰাম! — O Ram! (express surprise) — স. ঐ (an interjection of remembrance)

উৱা — Amazing! Wonder! see! — প্ৰা. উব্ব[2] (expresses surprise)

ছিকো, ছিকে — Fie, fie! pshaw! সম্ভৱতঃ স. ছিঃ+ক (স্বাৰ্থিক) (expresses contempt); কিন্তু স. ছিক (sneezing) ৰে মূল হব পায়।

ছি ছি, ছিহ্, ছেহ্, ছিঃ — Fie! fie! pshaw! — স. ছিঃ (expresses abuse, reproach or contempt), প্ৰা. ছি ছি[3]

ছাবাছ্ — Hurrah! ইচলামিক—শাবাশ্ (well-done)

জয়! জয়! Victory! hurrah! স. জয় (victory)

দূৰ্, দূৎ, দেৎ, ধেৎ — Be off! স. দূৰ (lit. distance; off)

---

Colloquial Grammar of the Bhutanese Language, § 50. Brown's Chutia Grammar, P. 6.

১। "উঁ গৰ্হাক্ষেপবিস্ময়সূচনে", হেমচ. ২।১৯৯

২। "উব্ব পশ্য", হেমচ. ২।২১১

৩। "ধিগ্ ধিক্ ছি ছি।", হেমচ. ২।১৭৪

দোহাই Twice a pity! সং. দ্বিধা ( lit. twofold )

দেহি ঐ What a pity! সং. দেহিন্ ঐ ( expresses pity or compassion )

| | | |
|---|---|---|
| থু, থুথু | Fie! fie! (lit. to be spitted on) | সং. থূৎকার ( lit. the sound made in spitting ); প্রা. থু[1] ( expresses contempt ) |
| ধন্য | Bravo! | সং. ধন্য ( praise ) |
| ধিক্, ধিক ধিক, ধিকার | Fie! shame! | সং. ধিক্ ( an interjection of censure ), প্রা. ধিগ্ ধিক[2] ( expresses censure ) |
| ভৈয়াই | Alas! Ah me! ( lit. O brother! ) | সং. ভ্রাতৃক ( brother ), প্রা. ভাইঅ, ভইঅ, হিন্দী—ভইয়া, ভৈয়া। |
| বহ্ | Hush! hist! | সং. বহ্ (to remain quiet), প্রা. বহ্ |
| বেশ | Bravo! | § ৪০৮। |
| হেৎ তেরি, ধেৎ তরি | Be off | সং. হত ( perished ) + তব কৃত ( = তেরি done by you : §৩১৯ ) |
| টেকাই, টেকো | Oh! there! (express joy at the suffering of others), | সং. হিক্ to make an indistinct sound, to injure, সং. হিক্কা an indisinct sound. |
| হা হা, অহহ | Ah! alas! | সং. হা, অহহ ( an interjection expressing grief, pain etc ) |
| হায় হায় | Ah me! woe me! | সং. হা, প্রা. হদ্ধি[3] ( express grief or pain ) |

---

১। "থু কুৎসায়াম্", হেমচ. ২।২০০

২। হেমচ. ২।১৭৪

৩। "হদ্ধি নির্বেদে," হেমচ. ২।১৯২

# সাতাইশ আধ্যা

## প্ৰত্যয় ( Suffixes )

### কৃৎ-প্ৰত্যয় ( Primary derivative suffixes )

৪১০। **কৃৎ আৰু তদ্ধিত প্ৰত্যয় ( Primary and secondary derivative suffixes )**

ধাতু ( root ) বা প্ৰাতিপদিক ( base )ৰ শেষত যি যোগ হৈ নতুন শব্দৰ সৃষ্টি কৰে তাৰ নামু প্ৰত্যয় ( suffix )। অসমীয়া প্ৰত্যয়বিলাকক চাৰি ভাগ কৰিব পাৰি :—বিভক্তি ( case and verbal affixes ), স্ত্ৰীপ্ৰত্যয় ( feminine affixes ), কৃৎ আৰু তদ্ধিত। ধাতুৰ পিচত যি প্ৰত্যয় যোগ হয় তাৰ নাম কৃৎ ( primary suffix )। কৃৎ-প্ৰত্যয়বিলাকক প্ৰাথমিক প্ৰত্যয় ( primary derivative suffix ) বুলিব পাৰি, কিয়নো ইবিলাকে কৃদন্ত বা প্ৰাথমিক প্ৰাতিপদিক ( primary base )ৰ সৃষ্টি কৰে। প্ৰাথমিক প্ৰাতিপদিক ( primary base )ৰ শেষত যি প্ৰত্যয় যোগ হয় তাৰ নাম তদ্ধিত ( secondary derivative suffix )। তদ্ধিত-প্ৰত্যয়ৰ যোগত দ্বিতীয় স্তৰৰ প্ৰাতিপদিক ( secondary base ) ওলায়। তদ্ধিত-প্ৰত্যয়ক আকৌ দুভাগ কৰিব পাৰি :—(১) স্বাৰ্থিক প্ৰত্যয় ( Inherent or redundant suffix ) আৰু (২) মৌলিক-প্ৰত্যয় ( Derivative suffix )। স্বাৰ্থিক-প্ৰত্যয় যোগত প্ৰাতিপদিকৰ অৰ্থৰ কোনো পৰিবৰ্ত্তন নহয়, যেনে, পট আৰু পটা ( board ); পিতা আৰু পিতাক ( father ); ভাই আৰু ভায়েৰা ( brother ); ইত্যাদি। মৌলিক-প্ৰত্যয় যোগত প্ৰাতিপদিকৰ অৰ্থ লবে। কৃৎ আৰু তদ্ধিত উভয়তে এনে হয়। যেনে, তদ্ধিত—ঢোল ( drum), ঢুলীয়া ( drummer ); গাঁও ( village ), গাঁৱলীয়া ( villager ): কম ( short ), কমতি ( shortage )। কৃৎ—নাচ্ ( to dance ), নাচন ( dancing ); চল্ ( to move ), চলতি ( use )। বিভক্তি আৰু স্ত্ৰী-প্ৰত্যয়ৰ কথা আগেয়ে উল্লেখ কৰা হৈছে। ধাতু আৰু প্ৰাতিপদিকৰ পাচত যিবিলাক

প্ৰত্যয় যোগ দি ধাতু আৰু শব্দৰ ৰূপ ( declension আৰু conjugation ) কৰা হয় সিবিলাকৰ নাম বিভক্তি ( case & verbal affixes )। স্ত্ৰীলিঙ্গত যিবিলাক প্ৰত্যয় হয় সিবিলাকৰ নাম স্ত্ৰী-প্ৰত্যয় ( feminine affixes )। ( §§২০৯,২১১ )।

## কৃৎ-প্ৰত্যয় ( Primary derivative suffixes )

৪১১। অসমীয়া কৃৎ-প্ৰত্যয়বিলাকক তলত লিখা দৰে বিভাগ কৰিব পাৰি। ওপৰত অসমীয়া 'ইব', 'ইবলৈ' ( স. তুম্, বৈদিক-তবৈ, তবেঙ্, তবেন্ ), 'ই' ( স. ক্ত্বাচ্ ) আৰু 'আ' ( স. ক্ত )-প্ৰত্যয়ৰ কথা কোৱা হৈছে ( §§৩৫৫,৩৫৭ আৰু ৩৬২ )।

### প্ৰথম বিধ

| সাধাৰণ লিঙ্গ | পুংলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|
| ১। ( আত ) | ওঁতা | অঁতী, ওঁতী, তী |
| ২। অন্ত, অত | অন্তা, অতা | অন্তী, অতী |

প্ৰথম বিধৰ 'আত' কদাচিত হে ব্যৱহৃত হয়। বৰ্ত্তমানত 'আত'ৰ ব্যৱহাৰ হলে তাৰ পিছত 'আছ্' ধাতু যোগ হয়। যেনে, পঢ়াত আছো ( am reading )। বাস্তৱিকে এই প্ৰত্যয় বৰ্তমান কালৰ অপূৰ্ণকৃৎ ( present imperfect বা present participte ) উলিয়াবলৈ ব্যৱহৃত হয়। দ্বিতীয় বিধ প্ৰত্যয় ( অন্ত, অত, ) সাধাৰণতঃ পুৰণি অসমীয়াত চলিছিল। এই প্ৰত্যয় অপূৰ্ণকৃৎ আৰু ক্ৰিয়া-কৰ্তা ( noun of agency ) উলিয়াবলৈ ব্যৱহৃত হয়। স্ত্ৰীলিঙ্গত অকাৰান্ত আৰু আকাৰান্ত ধাতুৰ পাচত 'তী' হয়। 'ই' বা 'ঈ'ৰ পিচত 'আ'ৰ ঠাইত য়া আৰু 'উ' বা 'ঊ'ৰ পিচত বিকল্পে বা হয় ( §§ ৭৫,৭৭,৭৮ )। যেনে, হাঁহ্ ধাতু ( to laugh )—হঁহাত ( laughing, পু. অ.—হাসন্ত ( laughing ), পুংলিঙ্গ—হাহোঁতো ( laughing man ), স্ত্ৰীলিঙ্গ—হাঁহতী ( laughing woman ), পু. অ.—হাসন্তা ( laughing man ), হাসন্তী ( laughing woman ); পঢ়্ ধাতু ( to read )—পঢ়াত ( reading ), পু. অ.—পঠন্ত, পঢ়ন্ত ( reading ), পঁঢ়োতা, পঢ়ন্তা ( male reader ), পঢ়তী, পঢ়ন্তী ( female reader ), পু. অ.—পঠন্তা, পঢ়ন্তা ( male reader ), পঠন্তী, পঢ়ন্তী ( female reader );

পি ধাতু ( to drink )—পিয়াত ( drinking ), পু. অ.—পিয়ন্ত (drinking) ; পিওঁতা ( drinking male ), পিওঁতী, পিয়ন্তী ( drinking female ) ; পু. অ. পিয়ন্তা ( drinking male ), পিয়ন্তী ( drinking female )। সেইদৰে, খা ধাতু ( to eat )—খোৱাত বা খাৱাত, খাবন্ত. খাবত ( eating ) ; খাওঁতা, খাবন্তা ( male eater ), খাওঁতী, খাতী, খাবন্তী ( female eater ) ; শো ধাতু ( to sleep )—শোৱাত, শোবন্ত ( sleeping ), শোওঁতা, শোৰঁতা, শোবন্তা ( sleeping male ), শোৰঁতা, শোবন্তী ( sleeping female ) ; হু ধাতু ( to be )—হোৱাত, হুৱাত, হোবন্ত, হুবন্ত, হোন্ত ( being ) ; হুওঁতা, হোবন্তা, হুবন্তা, হোন্তা ( becoming or existing male ) ; হুওঁতী বা হুতী ; হোবন্তী, হুবন্তী, হোন্তী, হোতী ( becoming or extsting female ) ; দি ধাতু ( to give )—দিয়াত, দিয়ন্ত ( giving ) ; দিওঁতা, দিয়ন্তা ( male giver ), দিয়ঁতী, দিয়ন্তী ( female giver ) ; যা ধাতু ( to go )—যোৱাত বা যাৱাত, যান্ত ( going ) ; যাওঁতা, যাবন্তা ( going man ), যাওঁতী, যাতী, যাবন্তী ( going female ) ; ইত্যাদি। পূৰ্বণি অসমীয়াৰ উদাহৰণ :—

কেহো বেলা হাসন্ত আহ্লাদে।
কতো গুণ গাবন্ত প্ৰহ্লাদে॥—শঙ্কৰ
ভাৰ সংহাৰন্তা আউৰ নাহি তুমি বিনে।—শঙ্কৰ
ভজন্তাক প্ৰভু ভজা তথাপি।—শঙ্কৰ
বুলিবা তুমি যুজন্তাসে যুদ্ধচাৰা নহা।—ভট্টদেৱ

৪১২। মূল ( Derivation )

বৈদিকত কৰ্তৃবাচ্যৰ বৰ্তমান, ভবিষ্যৎ আৰু অনিশ্চিত কালৰ কৃদন্ত ( present, future and aorist active participle ) বুজাবলৈ অন্ত্ বা আত্ প্ৰত্যয়[১] হৈছিল। 'অত্' লঘু ( weak ) আৰু 'অন্ত্' গুৰু ( strong )। যেনে, অৰ্চন্ত্ ( singing, √অৰ্চ্ ), সীদন্ত্ ( sitting, √সদ্ ), ঘ্নন্ত্ ( slaying, √হন্ ), যন্ত্ ( going, √ই ), সন্ত্ ( being, √অস্ ), পশ্যন্ত্ ( seeing, √পশ্ ), ইচ্ছন্ত্ ( wishing, √ইষ্ ), ভঞ্জন্ত্ ( breaking,

১। Macd. Vedic Gram. § 156.

√ভজ্), জানন্ত্ (knowing, √জ্ঞা), বিভ্যৎ (fearing, √ভী), দাশৎ (worshipping, √দাশ্), শাসৎ (instructing, √শাস্), দক্ষৎ, ধক্ষৎ (burning, √দহ্) ইত্যাদি। কেতিয়াবা বৈদিক পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গতো ক্ৰিয়া-কৰ্তা (noun of agency) বুজাবলৈ এই প্ৰত্যয়ৰ ব্যৱহাৰ হৈছিল[১]। যেনে, ৱহৎ, স্ৰৱৎ (স্ত্ৰী. stream), ৱেহৎ (স্ত্ৰী. barren cow), বাঘৎ (sacrificer, পু.), সচৎ (pursuer, from সচ্, to accompany, পু.)। কেতিয়াবা স্ত্ৰীলিঙ্গত এই প্ৰত্যয়ৰ পাচত 'ঈ' হয়[২]; যেনে, ভৱন্তী (being. স্ত্ৰী.), উচন্তী (shining, স্ত্ৰী.), পুষ্যন্তী (obtaining abundantly, স্ত্ৰী.); স্ত্ৰী—ঘ্নতী, পু.—ঘ্নন্ত্ (slaying); স্ত্ৰী.—পিপ্ৰতী, পু.—পিপ্ৰৎ (furthering); স্ত্ৰী.—যুঞ্জতী, পু.—যুঞ্জন্ত্ (yoking); স্ত্ৰী.—পুনতী, পু.—পুনন্ত্ (purifying); ইত্যাদি। তৎপৰবৰ্তী সংস্কৃততো এই প্ৰত্যয় অত্ বা অন্ত্ (শতৃ প্ৰত্যয়) আছিল। তাৰ পৰা প্ৰাকৃতত 'অংত' প্ৰত্যয় হল (ৱৰৰু. ৭।১০; হেমচ. ৩।১৮০-১৮১)। প্ৰাকৃতৰ স্ত্ৰীলিঙ্গত এই প্ৰত্যয় 'অতী', 'অন্তী' হয়। (হেমচ. ৩।১৮২)। প্ৰাকৃতত এইদৰে সা. লি.—অংত, পু.—অংতে আৰু স্ত্ৰী.—অংতী বা স্বাৰ্থিক প্ৰত্যয় ক (=অ) যোগত পু.—অংতও, স্ত্ৰী.—অংতিআ হয়। তাৰ পৰা পূৰ্বহিন্দীত সা. লি.—অৎ পু.—অতা আৰু স্ত্ৰী.—অতী আৰু অসমীয়াত সা. লি. অত, অন্ত (আৰু আত্), পু.—ওঁতা, অতা, অন্তা আৰু স্ত্ৰী.—অন্তী, অঁতী, ওঁতী, অতী, তী হয়। যেনে, সংস্কৃত সা. লি.—হসৎ, পু.—হসন্, স্ত্ৰী.—হসন্তী। প্ৰাকৃত সা. লি.—হসন্ত্, পু.—হসংতে, স্ত্ৰী.—হসন্তী। পূৰ্বহিন্দী সা. লি.—হসৎ, পু.—হসতা, স্ত্ৰী. —হসতী আৰু পুৰণি অস. সা. লি.—হাসন্ত, পু.—হাসন্তা. স্ত্ৰী.—হাসন্তী। বৰ্ত্তমান অস. পু.—হাঁহন্তা, হাহোঁতা, স্ত্ৰী.—হাঁহতী, হাঁহন্তী।

## দ্বিতীয় বিধ

| ৪১৩। | সা. লি. | পুংলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|---|
| ১। | অইয়া | অইয়া | অনী (য়নী, ৱনী) |
| | (ঐয়া) | (ঐয়া) | উনী, ঐয়ানী |
| ২। | ঈয়া | ঈয়া | ঈয়ানী |

১। Macd. Vedic Gramm. § 85 (b).
২। Macd. Vedic Gramm. § 95 (a).

প্ৰথম বিধ : এই প্ৰত্যয় ক্ৰিয়া-কৰ্তা ( noun of agency ) গঠিত কৰিবলৈ ব্যৱহৃত হয় ; যেনে, খাবৈয়া ( lit. eater, glutton ), স্ত্ৰী.—খাবৈয়নী, খাৱনী, খাউনী, from খা ( to eat ) ; ছাবৈয়া ( thatcher ), স্ত্ৰী.—ছাৱনী, ছাউনী ( hence, encampment ), from ছা ( to thatch ) ; ঢালৈয়া ( pourer ), স্ত্ৰী,—ঢালনী, ঢালুনী, from ঢাল্ ( to pour ) ; দাবৈয়া ( reaper, cutter ), স্ত্ৰী.—দাৱনী, দাউনী, from দা ( to reap as paddy ) ; ফালৈয়া ( splitter ), স্ত্ৰী. ফালুনী, ফালনী, from ফাল্ ( to split ) ; উঠৈয়া ( rider ), স্ত্ৰী. উঠনী, উঠুনী, from উঠ্ ( to ride ) ; কৰৈয়া ( doer ), স্ত্ৰী. কৰণী, কৰণী ; ইত্যাদি।

দ্বিতীয় বিধ : এই প্ৰত্যয়ো ক্ৰিয়া-কৰ্তা ( noun of agency ) সিদ্ধ কৰিবলৈ ব্যৱহৃত হয়। যেনে, পহুমৰীয়া ( hunter ), স্ত্ৰী. পহুমৰীয়ানী, from পহু মাৰ্ ( to hunt ) ; পালাধৰীয়া ( attendant in a temple ), স্ত্ৰী. পালাধৰীয়ানী, from পালাধৰ্ ( to serve in a temple ) ; আলধৰা, আলধৰীয়া ( attendant or servant of a Bhakat ), স্ত্ৰী আলধৰীয়ানী from আলধৰ্ ( to attend ) ; খৰিকটীয়া ( wood-cutter ), স্ত্ৰী. খৰিকটীয়ানী from খৰিকাট্ ( to cut fire-wood ) ; গোৰখীয়া (cowherd), স্ত্ৰী.—গোৰখীয়ানী, from গোৰাখ্ ( to tend cow ) ; ইত্যাদি।

৪১৪। মূল ( Derivation )

এই প্ৰত্যয়ৰ মূল সংস্কৃত কৃৎ তৃ ( তৃচ্ ) বা স্বাৰ্থিক প্ৰত্যয় 'ক' যোগত তৃক। প্ৰাকৃতত তৃ প্ৰত্যয়ৰ 'ঋ'ৰ ঠাইত আ বা অৰা হয় ( হেমচ. ৩।৪৬ ) আৰু কেতিয়াবা উ হয় ( হেমচ. ৩।৪৪ )। যেনে, স. মাতৃ ( মাতা )=প্ৰা. মাআ, মাঅৰা, মাআউ, মাআও। এইদৰে প্ৰাকৃতৰ মাজেদি সংস্কৃত 'তৃ'ৰ পৰা অসমীয়া 'আ' ওলাইছে। আকৌ, ণিচ্ প্ৰত্যয়যুক্ত ধাতুৰ পাচত 'তৃ' প্ৰত্যয় হলে সংস্কৃতত তাৰ আগত 'ই' যোগ হয়। যেনে, পালয়িতৃ ( supporter, √পাল্ ), দময়িতৃ ( subduer, √দম্ ), নময়িতৃ ( reverer, √নম্ ), ঘটয়িতৃ ( one who accomplishes, √ঘট্ ), ৰচয়িতৃ ( composer, maker, √ৰচ্ ), ছাদয়িতৃ ( thatcher, √ছদ্ ), ইত্যাদি। প্ৰাকৃতত এই নিয়মে ইবিলাকৰ আকৃতি—পালঈআ, দমঈআ, নমঈআ, গড়ঈআ, ৰঅঈআ, ছাঅঈআ হয় ( cf স. দয়িতা=প্ৰা. দঈএ বা দঈআ ;

হেমচ. ৪।৩৩৩)। এইদৰে প্ৰাকৃত অঈআ অসমীয়াত 'অইয়া' বা 'ঐয়া' হৈছে; যেনে, পালৈয়া, দমৈয়া, নমৈয়া, গঢ়ৈয়া, বচৈয়া, ছাবৈয়া। আকৌ তৃ প্ৰত্যয় হলে সংস্কৃতত ধাতুৰ আগত ই যোগ হয়। যেনে, সংস্কৃত—চলিতৃ (চলিতা mover) from √চল্; মাৰিতৃ (মাৰিতা, beater) from √মৃ বা √মাৰ্; খাদিতৃ (খাদিতা, eater) from √খাদ্; ইত্যাদি। ওপৰৰ নিয়মে সংস্কৃত 'ইতৃ'ৰ ঠাইত প্ৰাকৃতত 'ঈআ' হয় (হেমচ. ৩।৪৬)। তাৰ পৰা অসমীয়া 'ঈয়া' হৈছে। যেনে, স. চটকিকা-মাৰিতা=প্ৰা. চড়ইআ-মাৰিআ=অ. চৰাই-মৰীয়া। প্ৰাকৃতত 'তৃ'ৰ ঠাইত 'উ' হয়। তাৰ পিচত নী (অনী) যোগ হলে অসমীয়াত স্ত্ৰীলিঙ্গে উনী হয়। নহলে 'অ'ৰ ৰূপান্তৰ 'উ'।

## তৃতীয় বিধ

| ৪১৫। সা. লি. | পুংলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|
| ১। অৱাৰ | আৱৰীয়া, অৱৰীয়া | আৱৰীয়ানী, অৱৰীয়ানী |
| ২। অৰীয়া, অৰা | অৰীয়া | অৰীয়ানী |
| ৩। আক, অক | আক, অক | উনী, অকনী, আকনী |
| ৪। উৰা | উৰা | উৰী |

প্ৰথম আৰু দ্বিতীয় বিধ প্ৰত্যয় একে অৰ্থাৎ 'অৰীয়া' (§ ৬৫ দেখা)। এই প্ৰত্যয়বিলাকো অভ্যাসৰ কাম-কৰোঁতা (habitual noun of agency) বুজাবলৈ ব্যৱহৃত হয়। যেনে,—

**প্ৰথম বিধ:** সাধাৰণতঃ অকাৰান্ত ধাতুৰ পাচত এই প্ৰত্যয় হয়; যেনে, খাৱৰীয়া (eater, glutton), স্ত্ৰী. খাৱৰীয়ানী, from খা (to eat), সা. লি. খোৱাৰ; লৱৰীয়া (taker), স্ত্ৰী. লৱৰীয়ানী from ল (to take); ইত্যাদি।

**দ্বিতীয় বিধ:** যেনে, পলৰীয়া (absconder), স্ত্ৰী. পলৰীয়ানী, from পলা (to flee, to abscond); খেলৰীয়া (gambler), স্ত্ৰী. খেলৰীয়ানী, from খেল্ (to play, to gamble); ডুবৰীয়া (diver), স্ত্ৰী. ডুবৰীয়ানী, from ডুব্ (to sink); ইত্যাদি।

তৃতীয় বিধ : যেনে, লেখাৰু (writer), স্ত্রী. লেখাৰুনী, লেখুনী, from লেখ্ (to write); জিকাৰু (conquerer), স্ত্রী. জিকাৰুনী. জিকুনী, from জিক্ (to conquer); জাগৰু (riser), স্ত্রী. জাগৰুনী, জাগুনী, from জাগ্ (to rise, to awake); লুকাৰু (hider), স্ত্রী. লুকাৰুনী, লুকাউনী, from লুকা (to hide); ভেটাৰু, ভেটৰু (interviewer), স্ত্রী. ভেটাৰুনী, ভেটুনী, from ভেট্ (to meet); যুঁজাৰু (warrior, fighter), স্ত্রী. যুঁজাৰুনী, যুঁজুনী, from যুঁজ্ (to fight); খেলাৰু (player), স্ত্রী. খেলাৰুনী, খেলুনী, from খেল্ (to play); বাগৰু (roller), স্ত্রী. বাগুৰী, from বাগৰ্ (to roll); ইত্যাদি।

চতুর্থ বিধ : যেনে, কান্দুৱা, কন্দুৱা (crier), স্ত্রী. কান্দুৱী, from কান্দ্ (to cry); হাগুৱা, হগুৱা (dyspeptic), স্ত্রী. হাগুৱী, from হাগ্ (to pass stool); মুতুৱা (one passing excessive urine), স্ত্রী. মুতুৱী, মুতুনী, from মুত্ (to make water); লুটুৱা (plunderer, hence covetous, greedy), স্ত্রী. লুটুৱী, from লুট্ (to plunder); ইত্যাদি।

৪১৬। মূল (Derivation)

এই প্রত্যয়ৰাশিৰ মূল সংস্কৃত কৃৎ 'তব্য' + স্বার্থিক-প্রত্যয় 'ইয়া', 'অৱ' আৰু 'অৱা'। সংস্কৃত তব্য প্রত্যয় প্রাকৃতত এঅব্বং বা ইঅব্বং আৰু অপভ্রংশত এব্বং, এব বা ইব্বং হয় আৰু প্রাকৃতিক ভাষাত অৱ, আৱ বা ইৱ হয় (§§ ৩৫৫।৬ আৰু ৩৮৫)। এই অৱ বা আৱ-ৰ পাচত স্বার্থিক প্রত্যয় 'ইয়া', 'অৱ' বা 'অৱা' (§ ৪৩৪।৪৩০) যোগ কৰিলে এই প্রত্যয়বিলাক পোৱা যায়। যেনে,

অৱ্ + আৰ = অৱাৰ
আৱ্ + অৱ্ + ইয়া = আৱৱীয়া
অৱ্ + অৱ্ + ইয়া = অৱৱীয়া
অৱৱীয়া = অৱীয়া (অৱ্ লোপ)
অৱ্ + অৱা = অৱৱা (অ লোপ আৰু 'ৱ'ৰ ঠাইত উ, § ১৬৭) = উৱা
আৱ + অৱা = আৱৱা = আৱা (ৱ লোপ) = আৰু

শেষৰ কালত তব্য-প্ৰত্যয়ৰ কৰ্মবাচ্যৰ ভাব তেনেই লোপ হল আৰু ই কৰ্তৃবাচ্যৰ ভাব প্ৰকাশ কৰিব ধৰিলে। প্ৰাকৃতিক ভাষাত অপভ্ৰংশৰ স্বাৰ্থিক প্ৰত্যয় 'অঅঅ' আৰু 'অড়অ' যোগ হোৱাৰ কাৰণে ই কৰ্তৃবাচ্যৰ প্ৰত্যয় বুলি গণ্য হল। অপভ্ৰংশৰ 'অঅঅ' (অঅউ)-ৰ ঠাইত প্ৰাকৃতিক ভাষাত ঐয়া আৰু অড়অ (অড়উ)-ৰ ঠাইত অৰা হল[১]। যেনে অপভ্ৰংশ—খেল্লেৰ্-ৰঅড়উ = অস.—খেলাৰু (player)।

## চতুৰ্থ বিধ

৪১৭। সা. লি.

### ১। অত্, অতি, অতী বা তি

এই প্ৰত্যয় কৰ্ম-সংজ্ঞা (noun of action) বা গুণবাচক বিশেষ্য গঠিত কৰিবৰ কাৰণে ব্যৱহৃত হয়। যেনে, বাঢ়তি (-ী), from বাঢ়্ (to increase, as water); বসৎ বা বসতি (ী) (dewlling, settlement), from বস্ (to dwell, to settle); চল্তি (use), from চল্ (to move, to prevail); জ্বলতি বা জ্বল্তি (shining), from জ্বল্ (to shine); খজুৱতি, খজতি[২] (itch), from খজুৱা (to itch স. খৰ্জ্); ঘাট্ (-ী) বা ঘাতি, ঘাটি (shortage), from ঘাট্ (to decrease); মান্তি (-তী) (consent, agreement), from মান্ (to agree, to respect); গন্তি (counting, enumeration), from গণ্ (to count); ভৰৎ, ভৰ্ত্তি (state of being full), from ভৰ্ (to fiill); ঘুমতি[৩] (sleep), from ঘুমা (to sleep); সিঁচৰতি (scattering), from সিঁচৰ্ বা সিঁচ্ (to scatter); ফিৰৎ বা ফিৰ্তি (return), from ফিৰ্ (to turn back); ইত্যাদি।

৪১৮। **মূল (Derivation)**

এই প্ৰত্যয় বাস্তৱিকে স্ত্ৰীলিঙ্গৰ সংজ্ঞা উলিয়াবলৈ ব্যৱহৃত হয়। ইয়াৰ মূল সংস্কৃত কৃৎ 'তি' (ক্তিন্)। ই প্ৰাকৃততো 'তি' হয়। যেনে, স. দৃষ্টি

১। Hornle: Comp. Gramm. § 314

২। খইজ (itching) সংজ্ঞা শব্দ হলে, তি প্ৰত্যয় তদ্ধিত (§ ৪৭৩)।

৩। হেমকোষৰ বানান "ঘুমটি"। "ঘুম" (sleep) সংজ্ঞা হলে অতি বা তি প্ৰত্যয় তদ্ধিত (§ ৪৭৩)।

( sight ), প্রা. দিট্‌ঠী ; স. ঋদ্ধি ( prosperity, welfare ), প্রা. ৰিদ্ধি ; স. বৃত্তি ( profession ), প্রা. ৱিত্তী ( হেমচ. ১।১২৮ )। 'তি'ৰ 'ই' কেতিয়াবা লোপ হয় আৰু কেতিয়াবা দীৰ্ঘ হয়। লোপ হলে উচ্চাৰণৰ সুবিধাৰ কাৰণে তাৰ আগত 'অ' যোগ কৰা হয়। ইয়াৰ পৰা অসমীয়া তি ( -তী ) আৰু অৎ পোৱা যায়। অতি আৰু অতী-ৰ অ উচ্চাৰণৰ কৰ্কশতা গুচাবলৈ যোগ কৰা হয়।

## পঞ্চম বিধ

| ৪১৯। | সা. লি. | পুংলিঙ্গ | স্ত্রীলিঙ্গ |
|---|---|---|---|
| | ১। অ, আ | আ | ঈ বা ই |

কোনো কাম কৰা বা হোৱা বুজাবলৈ এই প্রত্যয়ৰ ব্যৱহাৰ হয়। যেনে, হঁহা বা হাঁহা ( laughing, সা. লি. ), হাঁহি ( laughter স্ত্রী. ), from হাঁহ্ ( to laugh ) ; চুটি ( short ), from স. চুট্ বা চুট্ট ( to become small ) ; ফালা ( splitting ), ফালি ( a torn piece of cloth wrapped round the head as ribbon, স্ত্রী. ), from ফাল্ ( to split ) ; ওকোলা ( spitting ), ওকালি ( spitting স্ত্রী. ), frcm ওকাল্ ( to spit out ) ; চুৰ ( theft ), চুৰি ( theft, স্ত্রী. ), from চুৰ্ ( স. চুৰ্ to steal, to rob ) ; মোকোলা (letting loose), মুকলি (act of making free, unrestrained), from মোকাল্ ( to let loose ) ; খেলা ( play ), খেড়ি ( পু. অ. play ), from খেল্ ( to play ) ; বাজি ( instrumental music ) from বাজ্ ( to sound ) ; ইত্যাদি। অসমীয়া ইকাৰান্ত শব্দবিলাক বৰ্তমানত স্ত্রীলিঙ্গত নহয়, ক্লীবলিঙ্গত হে ব্যৱহৃত হয়।

৪২০। মূল ( Derivation )

এই প্রত্যয়ৰ মূল সংস্কৃত কৃৎ 'অ' ( অচ্ ) প্রত্যয়। সংস্কৃতত এই অ প্রত্যয় পুংলিঙ্গত অঃ আৰু স্ত্রীলিঙ্গত আ হয়, বা স্বাৰ্থিক 'ক' প্রত্যয় যোগত পুংলিঙ্গত অকঃ আৰু স্ত্রীলিঙ্গত ইকা হয়। প্রাকৃতত এই প্রত্যয় পুংলিঙ্গত ও, অও আৰু স্ত্রীলিঙ্গত আ, ইআ হয় ( হেমচ. ১।৩৭, ১।৭৭ )। তাৰ পৰা অসমীয়াত পুংলিঙ্গত 'আ' আৰু স্ত্রীলিঙ্গত 'ই, ঈ' আৰু সাধাৰণ লিঙ্গত 'অ' বা 'আ' হয় ( §§ ১১৬।১১৭ )। যেনে স. হস্ ( to laugh ),

হসঃ ( laugh, laughter ), হসিকা ( laughter ) ; প্ৰা. হস্ ( to laugh ), হসো ( laughter ), হসিআ ( laughter, cf. হেমচ. ১।১৪৫, ১৭৩ ), অসমীয়া হাঁহ ( to laugh ), হঁহা ( laughing ), হাঁহি ( laughter ) ; চুটি ( short ), স. চুট্ বা চুট্ট ( to become small )। সেইদৰে স. কণ্ ( to become small ), কণঃ ( an atom ), কণিকা ( an atom ) ; অসমীয়া কণিআ ( ? to make small particles ), কণা, কণ ( an atom ), কণী, কণি ( lit. a particle ; egg ), প্ৰা. কণিআ, কণিঅ ( হেমচ. ৪।২৩৯, ৪১৯ ) ; স. চুৰ্ ( to steal, to rob ), চোৰিকা, চৌৰিকা ( theft, robbery ) ; অসমীয়া চুৰ ( stealing ), চুৰি ( theft )।

## ষষ্ঠ বিধ

| ৪২১। সা. লি. | পুংলিঙ্গ | স্ত্রীলিঙ্গ |
|---|---|---|
| ১। **অন্, অনি** | **অন্, অনা** | **অনি, অনী, উনী, উনি** |

কৰণ অৰ্থত ক্ৰিয়া-কৰ্তা ( noun of agency ) বা কৃদন্ত-সংজ্ঞা ( verbal noun ) সিদ্ধ কৰিবলৈ এই প্ৰত্যয়ৰ ব্যৱহাৰ হয়। সন্ধিৰ নিয়মে 'অ'ৰ ঠাইত য় বা ৱ হয়। যেনে, উৰ্ বা উঢ় ( to wear )—উৰণ বা উঢ়ণ ( act of wearing ), ওৰণী ( veil, স্ত্রী. ) ; ভৰ্ ( to fill up, make good ), ভৰণ ( act of filling up, compensation ), ভৰণি ( compensation ) ; ধেন ( birth, as a calf ), বৈদিক ধেনা ( a milch cow : Apte ) from স. √ধে ( to suck ) ; তৰ্ ( to pass over, escape ), তৰণি ( deliverance ) ; বিচ্ ( to fan ), বিচন ( fanning ), বিচনী ( a fan. স্ত্রী. ) ; বাঢ়্ ( to grow ), বাঢ়ন ( growth ), বাঢ়নী ( a broom, স্ত্রী. ) ; ৰান্ধ্ ( to cook ), ৰান্ধন ( cooking ), ৰান্ধনি ( cooking ) সা. লি. ), ৰান্ধনী ( cook, স্ত্রী. ) ; মাৰ্ ( to beat ). মাৰণ ( beating ), মাৰণ বা মৰণা ( thrashing, as corn ) ; নাচ্ ( to dance ) নাচন ( dancing ) ; তোল্ ( to raise ), তোলন ( raising ), তোলনি ( the ceremonial bath of a girl on attaining puberty ) ; চাল্
32 ( to shake ), চালন ( shaking ), চালনী ( a sieve, স্ত্রী. ) ; জান্ ( to know ), জাননী ( notification, স্ত্রী. ) ; বুল ( to walk ), বুলন ( act of walking ), বুলনী ( a room through which one is to pass

before entering the main house ); বোল্ ( to speak ), বোলন, বুলন ( invitation ); কাঢ়্ ( to take out ), কাঢ়ন ( act of taking out or extending ), কাঢ়নী ( a ladle to take out boiled paddy; or a comb for extending warp yarn ); পোত্ ( to bury ), পোতন ( act of burying ), পোতনি ( deep mud, or the water under which boiled rice is preserved for future meal ); দোল ( to swing ), দোলন ( swinging ), দোলনী ( a sling for swinging ); মাগ্ ( to beg ), মাগন ( act of begging : alms, reward—as to musicians or players or gratification ); যেনে, "বিষয় পাই নকৰিলা মাগন, বালি পাই নকৰিলা হাগন ॥" বাচ্ ( to select ), বাচন ( selection ), বাচনি ( election ); নোৱা ( to bathe ), নোৱন, নোৱনি ( the ceremonial bathing for marriage ); ক ( to say, to speak ), কৱন, কওন ( speaking ), কৱনি, কওনি, কউনি ( thing to be said, speech ); থ ( to place ), থোৱন ( act of placing; keeping ); পা ( to get ), পাৱন, পাওন ( act of getting ), পাওনা, পাৱনা ( thing to be got, dues ), পাওনি, পাউনি, পাৱনি ( dues ); থা ( to find a footing ), থাউনি ( bottom touched with foot in water without sinking ); দা ( to reap, to cut ), দাৱন ( act of reaping ), দাউনী, দাৱনী ( female cutter—as of paddy ); দি ( to give ), দিয়ন ( act of giving ), দেন বা দেনা ( thing to be given; debt : cf. লেনদেন; লেনা-দেনা—lending & borrowing, dues & debt ); পি ( to drink ), পিয়ন ( act of giving a suck, hence giving birth ), পিয়নী ( a suckler—said of cattle ); ব ( to serve ), বওন ( service ), বউনি ( term of service ); ছা ( to thatch ), ছাৱন ( act of thatching ), ছান ( grass fit for thatching ), ছাৱনি, ছাউনি ( encampment : lit. thing thatched ); শো ( to sleep ), শোৱন ( sleeping ), শোৱনি ( room used for sleeping ); ধো ( wash ), ধোৱন ( act of washing ), ধোৱনি ( ceremonial washing of a girl on first appearance of the menses ); বা ( to sound ), বায়ন ( player on musical instruments ); ইত্যাদি।

৪২২। মূল ( **Derivation** )

এই প্ৰত্যয়ৰ মূল সংস্কৃত কৃৎ 'অন'। প্ৰাকৃতত ই 'অণ' ( ববক. ৩।৪২ ) আৰু অপভ্ৰংশত 'অণু' হয় ( cf. হে. ৩।৩৭০ )। অসমীয়াত ই সাধাৰণ আৰু পুল্লিঙ্গত অন আৰু স্বাৰ্থিক প্ৰত্যয় অ (ক) যোগত অনা হৈছে। অনি আৰু অনী প্ৰত্যয়=অন্+স্ত্ৰী. ঈ। যেনে; স. মৃ ধাতু—মৰণম্ ( death ), প্ৰা. মৰণং, অপভ্ৰ. মৰণু ( হেমচ. ৩।৩৭০ ), অসমীয়া মৰণ। সেইদৰে, স. দৃশ্ ধাতু ( to see ), দৰ্শনম্ ( act of seeing ), প্ৰা. দম্সণং ( হেমচ. ১।২৬ ), অসমীয়া দেখন, ইত্যাদি। অনি আৰু অনী বাস্তবিকে স্ত্ৰীপ্ৰত্যয় হলেও অসমীয়াত কদাচিত হে ই স্ত্ৰীলিঙ্গৰ প্ৰাতিপাদক গঠিত কৰে। 'অনি' প্ৰত্যয় বৈদিকতে স্ত্ৰীলিঙ্গ কৰ্ম-সঞ্জ্ঞা ( active noun ) বা ক্ৰিয়া-কৰ্ত্তা ( agent noun ) গঠিত কৰিবলৈ ব্যৱহৃত হৈছিল[১]। যেনে, অৰণি ( fire-stick ), চৰ্ষণি ( active ), ৱৰ্ত্তনি ( track ), ইত্যাদি।

## সপ্তম বিধ

| ৪২৩। সা. লিঙ্গ | পুল্লিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|
| ১। অনিয়াৰ | অনিয়াৰ | অনিয়াৰনী |
| ২। অনীয়া | অনীয়া | অনীয়ানী |

এই প্ৰত্যয়ো কৰ্ম-সংজ্ঞা ( noun of action ) আৰু ক্ৰিয়া-কৰ্ত্তা ( noun of agency ) বা কৃদন্ত-সংজ্ঞা ( verbal noun ) গঠিত কৰিবৰ কাৰণে ব্যৱহৃত হয়। প্ৰথম বিধ দীৰ্ঘ আৰু দ্বিতীয় বিধ হ্ৰস্ব।

প্ৰথম বিধ : যেনে, দেখ্ ( to see ), দেখনিয়াৰ ( good-looking man ) ; মাগ্ ( to beg ), মগনিয়াৰ ( a beggar ) ; নাচ্ ( to dance ), নাচনিয়াৰ ( a dancer, পু. ) নাচনিয়াৰনী ( a female dancer, স্ত্ৰী. ) ; ফুটমন্ ( to detect, to discern ), ফুটমনিয়াৰ ( a detective, a discerning man ) ; বিলা ( to distribute ), বিলনিয়াৰ ( a distributor ) ; খাট্ ( to serve ), খাটনিয়াৰ ( a service-tenant or servant ) ; সাঁচ্ ( to save, to lay by ), সাঁচনিয়াৰ ( one who saves or hoards up money ) ; ভাগ্ ( to depart, to migrate ), ভগনিয়াৰ ( an immi-

১। Macd. Vedic Gram. § 182 (1).

grant, refugee ), লগনিয়াৰ ( back-biter ) from লগা ( to back-bite ) ; ইত্যাদি।

দ্বিতীয় বিধ : যেনে, মাগ্ ( to beg ), মাগনীয়া, মগনীয়া ( beggar ) ; বিলা ( to distribute ), বিলনীয়া ( distributor ) ; সাঁচ্ ( to lay by ), সাঁচনীয়া ( things stored up or hoarded ) ; বাচ্ ( to select ), বাচনীয়া ( thing selected ) ; চাপ্ ( to live in another's house ), চপনীয়া, চাপনীয়া ( one living in another's house ) ; ভাগ্ ( to migrate, to depart ), ভগনীয়া, ভাগনীয়া ( immigrant, refegee ) ; খোজ্ ( to beg ), খোজনীয়া ( beggar ) ; ইত্যাদি।

৪২৪। **মূল ( Derivation )**

এই প্ৰত্যয়ৰ মূল সংস্কৃত কৃৎ অনীয় প্ৰত্যয়। সংস্কৃত অনীয় প্ৰত্যয় প্ৰাকৃতত অণীঅ ( বৰৰু. ২।১৭, হেমচ. ১।২৪৮ ) আৰু অণিঅ ( হেমচ. ১।১০১, বৰৰু. ১।১৮ ) আৰু অপভ্ৰংশত অণঅ, অণিঅ, অণিউ ( হেমচ. ৪।৪৪৩,৩৯৬, ৪৩৪ ) হয়। এই অণীঅ বা অণিঅ প্ৰত্যয়ৰ পাচত অপভ্ৰংশৰ স্বাৰ্থিক প্ৰত্যয় অ, অড় বা অড়অ ( হেমচ. ৪।৪২৯,৪৩০ ) যোগ কৰিলে অপভ্ৰংশত অণিঅ+অ=অণিআ আৰু অণিঅ+অ = অণিআড় হয়। অসমীয়াত 'অণিআ' বা 'অণীআ'ৰ ঠাইত 'অনীয়া' আৰু 'অণিআড়'ৰ ঠাইত 'অনিয়াৰ' ( সন্ধিৰ নিয়ম §৭৫ দেখা ) হয়। যেনে, স. দৰ্শনীয় ( fit for seeing ), প্ৰা. দম্সণীঅ, অপভ্ৰ. দেক্‌খণিঅঅ, দেক্‌খণিঅড়, দেক্‌খণিঅড়অ ; অসমীয়া দেখনীয়া, দেখনিয়াৰ। শেষৰ কালত অনীয় প্ৰত্যয়ে কৰ্মবাচ্যৰ ভাব পৰিত্যাগ কৰি কৰ্তৃবাচ্যৰ অৰ্থ প্ৰকাশ কৰিছিল।

## অষ্টম বিধ

| ৪২৫। সা. লি. | পুংলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|
| ১। **ইল, অল, ল** | — | — |
| ২। **আ** | **আ** | **ঈ, অতী** |
| ৩। **ইলে, অলে** | — | — |
| ৪। **ইলত, অলত** | — | — |

প্ৰথম দুবিধ ভূত নিত্যকৃৎ ( past perfect or perfect participle ), দ্বিতীয় বিধ কৃদন্ত সংজ্ঞা বা বিশেষণ আৰু তৃতীয় আৰু চতুৰ্থ বিধ ক্ৰিয়া-বিশেষণ সিদ্ধ কৰিবলৈ ব্যৱহৃত হয়। নিত্যকৃৎ ইল্, অল্, ল আৰু আ প্ৰত্যয়ৰ কথা ওপৰত কোৱা হৈছে ( §§ ৩২৬।৩৫৭ )। আ. প্ৰত্যয়ান্ত শব্দ কৃদন্ত সংজ্ঞা আৰু বিশেষণ ( participle adjective & noun ) স্বৰূপেও ব্যৱহৃত হয় বুলি কোৱা হৈছে ( §৩৫৮ )। এই প্ৰত্যয় স্ত্ৰীলিঙ্গত 'ঈ' বা 'অতী' হয়। যেনে, গাল-পোৰা ( having a black spot on the cheek--said of a parrot ), স্ত্ৰী. গাল-পুৰী ; সৰ্বজান ( one who pretends to know everything, a diviner ), স্ত্ৰী. সৰ্বজানী ; মৰা ( fit to die, a term of abuse ), স্ত্ৰী. মৰতী ; হতছিৰী-যোৱা ( one fit to perish, a term of abuse , হতছিৰী-যাতী ; চুৰা-খোৱা ( one eating impure things, a term of abuse ), স্ত্ৰী. চুৰা-খাতী ; বুজা knower ), স্ত্ৰী. বুজতী ; ইত্যাদি। ইলে, ইলত আদি প্ৰত্যয় বাস্তৱিকে সংযোজক ক্ৰিয়া-বিশেষণ ( conjunctive adverb )। ( যেনে, সি আহিলে মই যাম ( after he has come I shall go ) ; সি আহিলত মই গলো ( after he came I have gone )। ইয়াৰ প্ৰথমটো বৰ্তমান আৰু দ্বিতীয়টো ভূতকালত ব্যৱহৃত হয়।

৪২৬। মূল ( **Derivation** )

ইল, অল, ল আৰু আ-ৰ মূল ওপৰত দিয়া হৈছে ( §৩৫৭ )। ইলে, অলে বাস্তৱিকে ক্ৰিয়া-বিশেষণৰ প্ৰত্যয়। ক্ৰিয়া-বিশেষণৰ দৰে কৃদন্ত প্ৰাতিপদিকৰ পিছত ৭মী বিভক্তি 'এ' যোগ কৰিলে এই প্ৰত্যয় পোৱা যায়। ইলত আৰু অলত বাস্তৱিকে ইল্ + অত ( ৭মী বিভক্তি ) আৰু অল্ + অত ( § ৩৫৯ )। স্ত্ৰীলিঙ্গ 'অতী' প্ৰত্যয়ৰ মূলো ওপৰত দিয়া হৈছে ( § ৪১২ )।

## নৱম বিধ

| ৪২৭। সা. লি. | পুংলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|
| ১। অক্ | অকা | অকী, অকি |

এই প্ৰত্যয় কৃদন্ত সংজ্ঞা আৰু বিশেষণ উলিয়াবলৈ ব্যৱহৃত হয়। যেনে, বৈঠক ( a stand, a sitting ), from বৈঠ্ ( to sit ) ; জলক ( brilliant

light ), from জ্বল্, জল্ ( to shine ), cf. গুজ. ঝড়কবুঁ, সিন্ধী ঝল্‌কণু to( shine ); চালাক ( cunning ), চালাকি ( cunningness ), from চাল্ ( to sift ); লিখক, লেখক ( writer , from লিখ্, লেখ্ ( to write ); ৰমক ( delightful ), from ৰম্ ( to be delighted ); গণক ( accountant, astrologer ), from গণ ( to count ); ইত্যাদি।

৪২৮। **মূল ( Derivation )**

এই প্ৰত্যয়ৰ মূল সংস্কৃত কৃৎ 'অক' প্ৰত্যয়। প্ৰাকৃতত কেতিয়াবা 'ক' ৰক্ষিত হয় আৰু কেতিয়াবা দ্বিত্ব হয়। যেনে, স. নিঃশঙ্কঃ ( fearless ) =অপভ্ৰ. নিসঙ্কু ( হে. ৪।৩৯৬ ); স. পতাকা ( banner )=অপভ্ৰ. পতাকা : স. পদাতিক ( foot soldier )=প্ৰা. পাইক্কো হে. ( ২।১৩৮ ); স. তূষ্ণীক ( silent, taciturn )=প্ৰা. তুণ্‌হিক্কো ( হেমচ. ২।৯৯ ); স. চপেটক ( slap )=অপভ্ৰ. চড়ক্ক ( হেঁ. ৪।৪০৬ ); স. হৃদয়কে ( in heart )=মা. প্ৰা. হড়ক্কে ( ৰবক. ১১।১৬ ); ইত্যাদি। অসমীয়াতো সেইদৰে 'অক'ৰ ক ৰক্ষিত হৈছে।

---

# আঠাইশ আধ্যা

## তদ্ধিত ( Secondary derivative suffixes )

## (ক) স্বাৰ্থিক প্ৰত্যয় ( Inherent suffixes )

৪২৯। **স্বাৰ্থিক প্ৰত্যয় ( Redundant suffixes )**

সংস্কৃত শব্দৰ অন্ত্য স্বৰ প্ৰায়ে অ, ই, বা উ। ইয়াৰ ভিতৰত ইকাৰান্ত আৰু উকাৰান্ত শব্দ সংখ্যাত কম আৰু সিবিলাকৰ ৰূপ কৰা কিছু শ্ৰমসাধ্য। অকাৰান্ত শব্দৰ সংখ্যা সংস্কৃতত বেচি আৰু সেইদেখি সকলোৰে পৰিচিত। এই কাৰণে প্ৰাকৃতত সকলো শব্দকে অকাৰান্ত কৰিবৰ এটা চেষ্টা হৈছিল আৰু ইকাৰান্ত আৰু উকাৰান্ত শব্দৰ শেষত এটা 'ক' ( অ ) যোগ কৰা

হৈছিল। অৱশ্যে এই স্বার্থিক ( redundant ) প্রত্যয় 'ক' আৰু ইয়াৰ প্রয়োগ সংস্কৃতত আছিল আৰু প্রাকৃতৰ এনে নিয়ম বাস্তৱিকে সংস্কৃতৰ অনুকৰণ। কিন্তু সংস্কৃতত ইয়াৰ চলতি বিৰল। শেষত প্রাকৃতৰ সময়ত ইয়াৰ চলতি ইমান বেচি হ'ল যে অকাৰান্ত শব্দৰ শেষতো এটা 'ক' (অ) যোগ কৰাৰ নিয়ম চলিল আৰু এইদৰে সকলো শব্দৰ ৰূপ একাকাৰ কৰা হ'ল। আমি ওপৰত পাই আহিছো যে শব্দ ৰূপ ( বিভক্তিৰ মূল দেখা, § ২৬৮ ) আৰু ধাতুৰূপ ( গণপৰিবর্তন দেখা, § ৩৪৬ )-ত এনে একাকাৰ কৰিবৰ প্রয়াস এটা প্রাকৃতৰ সময়ৰ পৰা চলিছিল। তদ্ধিতৰ বিষয়তো এনে চেষ্টাৰ ব্যতিক্রম হোৱা নাছিল। এই একাকাৰ কৰা নিয়ম হিন্দী, অসমীয়া আদি প্রাকৃতিক ভাষাবিলাকতো ৰক্ষিত হৈছে। সংস্কৃত আৰু প্রাকৃতত আৰু এটি কাৰণে স্বার্থিক প্রত্যয় 'ক'ৰ যোগ হৈছিল। তাত ন্যূনার্থক 'ক' প্রত্যয় তদ্ধিত বা স্বার্থিক 'ক' প্রত্যয় স্বৰূপেও কেতিয়াবা ব্যৱহৃত হৈছিল। সেই নিয়মো প্রাকৃতিক ভাষাত ৰক্ষিত হৈছে। যেনে, অসমীয়া—চেচুক ( shady ), from চেঁচা ( cold ); পিতাই বা পিতাক ( lit. little father ), from পিতৃ বা পিতা; ইত্যাদি। অসমীয়া স্বার্থিক প্রত্যয়বিলাকক তলত লিখা দৰে বিভাগ কৰিব পাৰি।

## প্রথম বিধ

| ৪৩০। সাধাৰণ লিঙ্গ | পুংলিঙ্গ | স্ত্রীলিঙ্গ |
|---|---|---|
| ১। অ, আ, ই, উ | আ, ই, উ | ঈ, উ |
| ২। অক, ইক, উক, | অক, ইক, উক, এক ( বা অক, ঈক, উক ) | অকী, ইকা উকা |
| ৩। অক, ইক, উক | অকা ( একা, আকি, একি ), ইকা, উকা | অকী, ইকী, উকী |
| ৪। অই (ঐ) | অই (ঐ), আই | —— |
| ৫। —— | আঁ, ইয়া, ঐয়া, উৱা, ওৱা | ইয়া, ঐয়া, উৱা, ওৱা |

এই প্রত্যয় যোগ হ'লে অন্ত্য স্বৰৰ সাধাৰণতঃ লোপ হয় আৰু ই, উ আৰু ও-ৰ ঠাইত ইয়া আৰু উৱা বা ওৱা হয়।

**প্ৰথম থৰা :** এই প্ৰত্যয় সংজ্ঞা বা বিশেষণ শব্দৰ পাচত যোগ হয়। যেনে, অসমীয়া ঘোড়া, ঘোৰা ( horse পু. ), মা. প্ৰাকৃত ঘোড়এ, ঘোটকঃ : অসমীয়া ঘুড়ী, ঘোৰী, ঘুৰী ( mare স্ত্ৰী. ), মা. প্ৰা. ঘোড়িআ, স. ঘোটিকা ; নটুৱা, নতুৱা ( dancer পু. ), প্ৰা. ণত্তও, স. নৰ্তকঃ ; পতুৱা ( leaf, bark ), প্ৰা. পত্তও, স. পত্ৰকম্ ( ক্লীব ) ; কড়া ( a small shell used as coin ), প্ৰা. কৱড্ডও, কৱড্ডো, স. কপৰ্দকঃ, কপৰ্দঃ ; কড়ি ( a small shell ), প্ৰা. কৱড্ডিআ ( ? ), স. কপৰ্দিকা ; কম্বল (blanket সা. লি. ), স. কম্বলম্ ; কমলি ( lit. a small blanket, সা. লি. ), প্ৰা. কম্বলিঅ, স. কম্বলিকা ; কুপা ( a bamboo oil-vessel, সা. লি. ), স. কূপকঃ ( a leather oil vessel ) ; কূৱা ( well, সা. লি. ), প্ৰা. কূৱও, স. কূপকঃ ( a well ) ; ছোপ্ ( a sharb, a cluster ). স. ছুপঃ ; ছোপা ( a bush, a cluster ). স. ছুপকঃ ( a shurb, bush ) ছুপি ( a small thicked ) ; জোপা ( a shrub, said of a tree ), স. ছুপকঃ ; জুপি ( a small tree ), স. ছুপিকা ( ? ) ; বাৱনা, বাউনা ( a dwarf পু. ), স. ৱামনকঃ ; বাউনী, বাৱনী ( a female dwarf ), স. ৱামনিকা, বামনী ; মনা, মনিয়া ( slight, small, inferior, সা. লি. ), প্ৰা. মণঅম্, মণিঅম্, মণা ( হেমচ. ২।১৬৯ ), স. মনাক্ ; মিহলি ( mixed ), প্ৰা. মীসালিঅম্, মীসম্ ( হেমচ. ২।১৭০ ), স. মিশ্ৰম্ ; গুৱা ( areca-nut ), প্ৰা. গুৱাও, স. গুৱাকঃ ; তিতা (wet), অপভ্ৰ. তিম্তউ ( হেমচ. ৪।৪৩১ ), স. স্তিমিতকঃ ; ভতিজা, ভাতিজা ( brother's son ), মা. প্ৰা. ভত্তিজ্জএ, স. ভ্ৰাতৃজকঃ ; নাতি, ( grandson পু. ), প্ৰা. নত্তিও, স. নপ্তৃকঃ ; মাঈ, মাই ( mother, স্ত্ৰী. ), প্ৰা. মাইআ, মাঈআ, স. মাতৃকা ; হাতী ( elephant পু. ), প্ৰা. হত্থিও, মা. প্ৰা. হত্থিএ, স. হস্তিকঃ ; মাটি ( earth, স্ত্ৰী. ), প্ৰা. মত্তিআ, স. মৃত্তিকা ; সোন্ধা ( sweet scented ), প্ৰা. সুঅংধও, মা. প্ৰা. সুঅংধএ, স. সুগন্ধকঃ ; ধোঁৱা ( smoke, সা. লি. ), প্ৰা. ধূমও, অপভ্ৰ. ধূঁঅউ, স. ধূমকঃ ; দিয়া ( দীয়া ) ( island, সা. লি. ), মা. প্ৰা. দীঅএ, স. দ্বীপকঃ ; ফুলবাৰী ( flower-garden ), প্ৰা. ফুল্লৱাড়িআ, স. ফুল্লবাটিকা ; মৌমাখি ( bee ), প্ৰা. মহুমক্‌খিআ, স. মধুমক্ষিকা ; ছাৱ, ছাৱা ( child, young of an animal ), প্ৰা. সাৱও, স. শাৱকঃ ; গুৰা ( powder, especially rice-powder ), প্ৰা. গুম্‌ডও, স. গুংডকঃ ;

গুৰি, গুড়ি ( flour, powder ), মা. প্রা. গুম্‌ডিএ, স. গুংডিকা ; ফলা ( a board, slab ), স. ফলকম্ ; ফলি ( a slab, tablet ), স. ফলিকা (?) ; মাচিয়া ( a chair ), স. মংচিকা ; বুঢ়া ( old, old man, পু. ), প্রা. বুড্‌ঢও, স. বৃদ্ধকঃ ; বুঢ়ী ( old, old woman ), প্রা. বুড্‌ঢিআ, স. বৃদ্ধিকা ; বৌ ( elder brother's wife ), প্রা. বহুআ, স. বধূকা ; লক ( goading or cowherd's stick ), প্রা. লউড়এ, স. লগুড়কঃ (a club) ; ঘৰ (house), প্রা. ঘৰঅম্, স. গৃহকম্ বা ঘৰঃ ; ঘৰা ( house : যেনে, বাট-ঘৰা gate-house ), স. গৃহকম্, ঘৰকঃ ; চলু ( a handful of water ), স. চলুকঃ ; লাড়ু, লাৰু ( a ball of sweet-meat ), স. লড্ডুঃ, লড্ডুকঃ ; মামা ( maternal uncle ), প্রা. মামও, স. মামকঃ ; মামী ( maternal aunt ), স. মামিকা ; থোপা ( a cluster, bunch ), প্রা. থুবও, অপভ্র. থোৱা ( হেমচ. ১।৭৫, ৪।৩৭৬ ) স. স্তবকঃ ; ইত্যাদি ।

দ্বিতীয় থৰা : এই প্রত্যয়ো সংজ্ঞা বা বিশেষণৰ পাচত যোগ হয় । যেনে, অন্ধক ( blind ), স. অন্ধ, অন্ধক ; জলক ( brilliant light ), স. জ্বলঃ ( flame, light ), বা. ঝলা ( glittering light )[১] ; ভৰ ( weight ), ভৰক ( heaviness ), স. ভৰঃ ( load, weight ) ; জোন ( moon ), প্রা. জোণ্‌হা, স. জ্যোৎস্না ( moon-light ) ; জোনাক ( moon-light or moon-lit ), স্ত্রী. জোনাকী ( moonlit, having lustre like moon-light ) ; পিতাক ( father ), স. পিতা ; মিচিক্ ( gentle laugh, smile : cf মিচিকিয়া ), স. স্মিতম্ ( gentle laugh ) বা স্মিতিঃ ( smile ) ; ফাইক ( great number or quantity ), স. স্ফাতিঃ ( swelling, increase ), প্রা. ফাই ( ? ) ; হালুক ( weak, weakened ), হালকা ( weak, পু. ), হালুকী ( weak, স্ত্রী ), প্রা. হলুঅম্ ( হেমচ. ২।১২২ ), স. লঘুকম্ ; জলা ( pungent, burning ), জালুক ( lit. burning ; hence black-pepper ), স. জ্বালঃ ( burning ) ; চেঁচা ( cold ), প্রা. সেচ্চং, স. শৈত্যম্ ; চেচুক ( shady place ), স. শীতকম্ ( any cold thing ) ; বাপা ( lit. father, a term of endearment ), প্রা. বপ্পো, স. বপ্রঃ ( father ) ; বাপেক ( father : said of third person ), স. বপ্রকঃ ; পৈ. ( husband ),

১। cf. § ৪২৭

প্ৰা. পঈ, স. পতিঃ ; পৈয়েক ( husband said of third person ), স. পতিকঃ। সেইদৰে ভনীয়েক ( sister ), গিৰীয়েক ( husband ) ; ইত্যাদি। বিশেষণ-সৰ্ব্বনাম—এতেক ( so much ), কেতেক, ( how much ), ইত্যাদিতো হয় ( § ৩৩৫ )।

তৃতীয় থৰা : এই প্ৰত্যয়ো সংজ্ঞা বা বিশেষণৰ পাচত যোগ হয়। যেনে, জলকা ( overcast with cloud, despondent ), স. জলম্ ( water ) ; হালকা ( weak ; ওপৰত দেখা ) ; খৰিকা ( thatch used for cleaning the teeth ), প্ৰা. খড়ও, স. খটকঃ ; চিৰিকা ( a kind of small bird : যেনে, ঘৰ-চিৰিকা ), প্ৰা. চড়িইআ, স. চটকিকা ( sparrow ) ; ফুটুকা ( spotted ), স্ত্ৰী. ফুটুকী, from. ফুট ( a dot, a small spot ), প্ৰা. ফুঅ, ফুট্ট ( cf. ফুট্টই=স. স্ফুটতি, √স্ফুট্, হেমচ. ৪।১৭৭ ), স. স্ফুট ( বিণ distinctly visible or manifest ), বা স. স্ফুটিকা ( স. শ. a small bit broken off, a slice ) ; জেতুকা ( Indian henna ), স. জতু বা জতুঃ ( a kind of red die ), cf. স. জতুকা ( lac ) ; সেৰেকা ( watery, insipid ), স. সাৰকম্ ( water ) ; পোটোকা ( a dent ), স. পুটঃ ( concavity ) বা পুটকম্ ( a shallow cup or cavity ) ; মাই ( mother ), মাইকী ( woman ), স. মাতৃকা ( mother —ওপৰত দেখা § ২২০।খ ) ; বাপেকি ( father, or fatherhood ), প্ৰা. বপ্পও, অপভ্ৰ. বপ্পীকী, স. বপ্ৰকঃ ( father ) ; ইত্যাদি।

চতুৰ্থ থৰা : এই প্ৰত্যয় সাধাৰণতঃ সংজ্ঞা-শব্দৰ পাচত যোগ হয়। যেনে, খাৱৈ ( a ditch ), মা. প্ৰা. খাৱএ, খাঅএ, স. খাতম্, খাতকম্ ( a ditch, a moat ) ; গড়ৈ ( a kind of fish ), মা. প্ৰা. গড়এ, স. গড়কঃ ; মেলুৱৈ ( members of a meeting ), স. মেলাপকঃ ; মোমাই ( maternal uncle ), প্ৰা. মামও স. মামকঃ ; জোৱাঁই ( son-in-law ), মা. প্ৰা. জামাইএ, স. জামাতৃকঃ ; পুৰৈ, পুঁই ( a kind of potherb ), স. পূতিকা ; মিঠৈ (sweet, molasses ), মা. প্ৰা. মিট্ঠএ, মিট্ঠকে, মিট্ঠাকে, স. মিষ্টকঃ ; ইত্যাদি।

পঞ্চম থৰা : সম্বন্ধবাচক শব্দৰ পাচত এই প্ৰত্যয় হয়। যেনে, পোঁৱা ( son, said of second person ) from পো ( son ), প্ৰা. পোৰো ( হে. ১।১৭০ ), স. পুত্ৰঃ ; পৈয়াঁ ( husband, said of second person )

from পৈ ( husband ), প্রা. পঈ, স. পতিঃ ( husband ); ভাইয়ঁা ( your brother ) from ভাই, মা. প্রা. ভাইএ স. ভ্রাতৃকঃ; বৌয়ঁা ( elder brother's wife ) from বৌ, প্রা. বহুআ, স. বধূকা; জীয়ঁা ( daughter, said of second person ) from জী, মা. প্রা. ধীএ [ daughter, cf দাসীএ ধীএ ( § ২৩০ ) daughter of a maid servant ], স, ধীদ্যা ( daughter, virgin ) বা প্রা. জীআ ( mother ), স. জ্যা ( § ৮৩ আ ); ইত্যাদি।

৪৩১। **মূল ( Derivation )**

এই প্রত্যয়সব যোগ হলে সাধাৰণতঃ শব্দৰ অৰ্থৰ কোনো পৰিবৰ্ত্তন নহয়। দ্বিতীয় আৰু তৃতীয় বিধ প্ৰত্যয় যোগ হলে কেতিয়াবা তুলনাৰ্থ বুজাব পাৰে। এই প্ৰত্যয়সৰৰ মূল সংস্কৃত তদ্ধিত প্ৰত্যয় 'ক' ( বা কণ্ )। সংস্কৃতত এই 'ক' প্ৰতায় কেতিয়াবা ন্যূনাৰ্থে ( in diminutive sense ) প্ৰয়োগ হোৱা দেখা যায়। যেনে, স. পুত্ৰকঃ=প্ৰা. পুত্তও, পুত্তঅ [ cf. এহি মে পুত্তঅ ( মৃচ্ছক. )=এৰ মে পুত্ৰকঃ। প্ৰাকৃতৰ পুত্তঅ আৰু অসমীয়া পুতাই উভয়ে এই অৰ্থত ব্যৱহৃত হৈছে ]। সেইদৰে অসমীয়া—পিতাই ( স. পিতৃকঃ, lit. my little father ); সোণাই ( স. সুবৰ্ণকম্, lit. my little gold—a term of endearment ); ভৈয়াই ( স. ভ্ৰাতৃকঃ; my brother ) ইত্যাদিতো এই অৰ্থ ৰক্ষিত হৈছে। কিন্তু সচৰাচৰ সংস্কৃতত এই প্ৰত্যয় স্বাৰ্থে ব্যৱহৃত হয়। যেনে, বালএৱ =বালকঃ ( boy )। প্ৰাকৃততো এই প্ৰত্যয়ৰ স্বাৰ্থে প্ৰয়োগ হয়[১]। যেনে ক'লা ( black ), প্ৰাকৃত-কালও, কলও, স. কালকঃ ( হেমচ. ১।৬৭ ); পদুম ( lotus ), প্ৰা. পদুমঅং, স. পদ্মকম্, পালি পদুমকং; দুৰ্হৃদয় ৰামহিয়া (evil-minded Ram's heart ), প্ৰা. দুহিঅএ ৰামহিঅয়এ, স. দুৰ্হৃদয়ে ৰামহৃদয়কে। কেতিয়াবা এই প্ৰত্যয় দ্বিৰ হয়। যেনে, প্ৰা. বহুঅয়ং=বহুককং=বহু+ক+কং ( sun-plant )। অপভ্ৰংশ প্ৰাকৃততো এই প্ৰত্যয়ৰ ব্যৱহাৰ বৰ বেচি ( cf. হেমচ. ৪।৪২৬-৪৩০ )। যেনে, পহিউ ( traveller ), স. পথিককঃ; অগ্‌গিট্ঠিউ ( an iron frying pan ), স. অগ্নিষ্ঠকঃ। অসমীয়াতো এই প্ৰত্যয়ৰ প্ৰচলন বেচি দেখা যায়। যেনে, পিতাক ( father ), বায়েক ( elder sister ), মাক

১। "স্বাৰ্থে কশ্চ ৱা", হে. ২।১৬৪; "স্বাৰ্থে কো ৱা", কাত্যা. ৪।২৫

( mother ), ভিনীহিয়েক ( elder sister's husband ), ইত্যাদি। প্ৰাকৃতত 'ক' প্ৰত্যয়ৰ ঠাইত সচৰাচৰ 'অ' হয়। কিন্তু কেতিয়াবা ৰক্ষিত হয় ( § ৪২৮ )। বিশেষকৈ পৈশাচী প্ৰাকৃতত 'ক' অপৰিবৰ্তিত থাকে। যেনে, পৈ. প্ৰা. বদনকে বদনকম্ সমপ্পেটুন=স. ৱদনে ৱদনং সমৰ্পয়িত্বা ( হে. ২।১৪৬ )। কেতিয়াবা 'ক' দ্বিত্ব হয়। যেনে, প্ৰা. তুণ্হিক্কো=স. তূষ্ণীকঃ ( হে. ২।৯৯ ); মা. প্ৰা. হড়ক্কে=স. হৃদয়কে ( ৰৰুচি. ১১।১৬ ; অপভ্ৰ. চৰক্ক, চড়ক্ক=চপেট ( হেমচ. ৪।৪০৬ ), অস. চৰ ( slap )। এইদৰে প্ৰাকৃতত 'ক'ৰ ঠাইত 'অ' আৰু 'কক'ৰ ঠাইত 'অঅ' বা আ, মা. প্ৰাকৃতত এ আৰু কএ বা ( আকাৰান্ত, ইকাৰান্ত আৰু উকাৰান্ত শব্দৰ পাচত ) আকএ, ইকএ আৰু উকএ হয়। এতেকে প্ৰাকৃতত আমি এইবিলাক প্ৰত্যয় পাওঁ ; অৰ্থাৎ (১) ক লোপ হলে এ বা অএ, ইএ, উএ, (২) ক লোপ নহলে অকে, আকে, ইকে, ঈকে, উকে, ঊকে ; (৩) ডবল প্ৰত্যয় হলে অকএ, ইকএ, উকএ বা আকএ, ঈকএ ঊকএ আৰু (৪) ডবল প্ৰত্যয় হলে আৰু উভয় 'ক' 'অ' হলে অঅএ, ইঅএ উঅএ। প্ৰাকৃতৰ প্ৰথম বিধ প্ৰত্যয় অসমীয়াত স্বৰ-বিকৃতিৰ নিয়মে আ, ই ( ঈ ) আৰু উ ( ঊ ) হয় ( §§ ১১৬। ১১৮ ) ; যেনে, মাতা, কুৰা, মাটি, মউ। প্ৰাকৃতৰ দ্বিতীয় বিধ প্ৰত্যয় অসমীয়াত অক, ইক, উক হয় ; যেনে, ভৰক, পিতাক, ফাইক, হালুক। প্ৰাকৃতৰ তৃতীয় বিধ প্ৰত্যয় অসমীয়াত সন্ধিৰ নিয়মে অকা, ইকা, উকা হয় ; যেনে, হালকা, খৰিকা, জেতুকা। কেতিয়াবা অকা, ইকা আৰু উকা ৰ ঠাইত আকি, ইকি আৰু উকি হয়। যেনে, চিনাকি ( acquaintance ) from চিনা ( knowing ), মাইকী ( female ), ভাবুকি ( empty threat ) from ভাব ( temperament )। প্ৰাকৃতৰ চতুৰ্থ বিধ প্ৰত্যয় অসমীয়াত অঅএ=অঅই ( §§৯৯।১১৫ )=আই বা অই বা ঐ হয় ; যেনে, গৰৈ= প্ৰা. গড়অএ=স. গড়ককঃ ; খাবৈ=প্ৰা. খাঅঅএ=খাতককঃ। প্ৰাকৃতৰ প্ৰথম বিধ প্ৰত্যয়ত স্বাৰ্থিক অণ্ প্ৰত্যয় ( §৪৩৪ ) যোগ কৰিলে এণ ( =এঁ ), ইএণ ( =ইএঁ ), উএণ ( =উএঁ ) হয় বা 'এ'ৰ ঠাইত আ হলে ( § ১১৬ ) আঁ, ইয়াঁ, উৱাঁ হয় ; যেনে, পোৱাঁ, ভাইয়াঁ, বৌৱাঁ। স্বাৰ্থিক স্ত্ৰীলিঙ্গৰ ইকা, উকা প্ৰত্যয় ইআ, উআ=ঈ, ঊ ( §১১৭ ) বা ইয়া, উৱা ( §৬৫ ) হয়। আৰু ওপৰত লিখা পুংলিঙ্গৰ প্ৰত্যয়বিলাক আকী, ঈকী, উকী আৰু অকা, কা উকা হয়।

## দ্বিতীয় বিধ

| ৪৩২। | সা. লি. | পুল্লিঙ্গ | স্ত্রীলিঙ্গ |
|---|---|---|---|
| ১। | আহ্ | আহা | আহী, আহি |
| | ( হ্ ) | ( হা ) | ( হী ) |

এই প্রত্যয় কদাচিৎ হে ব্যৱহৃত হয়। অসমীয়াত স্ত্রীলিঙ্গৰ প্রত্যয় কেতিয়াবা পুল্লিঙ্গতো ব্যৱহৃত হয়। যেনে, হামাহি, হামি ( yawning ), স. হর্ম্মন্; গৰা, গাবা, গার্হা ( a pit ), প্রা. গড্ডো, গড্ডা ( হেমচ. ২।৩৫ ), স. গর্ত্তঃ, গর্তকঃ; ফোর্হা, ফোবা ( a boil ), প্রা. ফোড়ও, স. স্ফোটকঃ; ফিতাহি ( ostentation ), স. স্ফীতকঃ ( lit. swollen ); ভেকাহি ( loud threat ) probably from স. বুক্কনম্, বুক্কনকম্ ( barking, yelping ); ৰূপহ ( having beauty ), স্ত্রী ৰূপহী, স. ৰূপকম্; ছলাহী ( deceitful, cheating ), স. ছলকম্; কেৰাহি ( oblique ), স. কেকৰকম্ ( squint-eye ); ইত্যাদি।

৪৩৩। মূল ( **Derivation** )

প্রথম বিধৰ দৰে এই প্রত্যয়ৰো মূল সংস্কৃত স্বার্থিক প্রত্যয় 'ক'। প্রাকৃতত 'ক'ৰ ঠাইত 'অ' হয় আৰু কেতিয়াবা 'অ' বা 'য়'ৰ ঠাইত 'হ' হয়[১]। যেনে, স. ছায়া ( shade, shadow ), প্রা. ছাহা, ছআ, ছাহী, অস. ছাঁ, ছায়া, ছাঁহ, ছঁয়া। প্রাকৃতত কেতিয়াবা 'ক'ৰ ঠাইত 'হ' হয়[২]; যেনে স. স্ফটিকঃ ( crystal ), প্রা. ফলিহো, অস. ফটিয়া ( cf. ফট-ফটিয়া crystal-like ); স. নিকষঃ ( a touch-stone ), প্রা. ণিহসং; স. চিকুৰঃ ( hair of the head ), প্রা. চিহুৰো; স. শীকৰম্ ( the Sarala tree ), প্রা. সীহৰং ( কাত্যায়ন. ২।৬ )। এইদৰে স্বার্থিক 'ক'ৰ ঠাইত অসমীয়া 'হ' হৈছে। ডবল 'ক' যোগ হলে প্রাকৃতত অঅএ, অকএ আৰু অসমীয়াত অহ্, আহ্ বা আহা হয়।

---

১। "ছায়ায়াং হঃ". ৰৰক. ২।১৮

২। "স্ফটিক-নিকৰ-চিকুৰেষু কস্য হঃ", ৰৰক. ২।৪

## তৃতীয় বিধ

| ৪৩৪। সা. লি. | পুলিঙ্গ | স্ত্রীলিঙ্গ |
|---|---|---|
| ১। অৰ, অৰি | অৰা, অৰ | অৰী, অৰি, অৰা |
| ২। অল, অলি | অলা, অল | অলী, অলি |
| ৩। ইল, ঈল, এল, ইৰ, ঈৰ, এৰ | ইলা, ঈলা, এলা, ইৰা, ঈৰা, এৰা | ইলি, ইলী, ঈলী, এলী, ইৰী, ঈৰী, এৰী |
| ৪। উল, ঊল, ওল, উৰ, ঊৰ, ওৰ | উলা, ঊলা, ওলা, উৰা, ঊৰা, ওৰা | উলী, ঊলী, ওলী, উৰী, ঊৰী, ওৰী |
| ৫। অন | অনা | অনী |
| ( ন ) | ( না ) | ( নী ) |

প্রথম ধৰা : এই প্রত্যয় সংজ্ঞা শব্দ বা বিশেষণৰ পাচত যোগ হয়। যেনে, মতৰা ( pronunciation, mixed speech ; cf. বাৰ-মতৰা mixed speech ) from মাত ( sound speech ), স. মন্ত্র ( speech ), cf. প্রা. মন্তিদো=স. মন্ত্রিতঃ ( said, spoken, হেমচ. ৪।২৬০ ) ; চকৰ ( a round spot on the body ) from চক্ ( a round thing like a wheel ; cf. গাৰুৰ-চক—round end of a pillow ; চক-ঢাৰি—round mat ), প্রা. চক্কম্, স. চক্রম্ ( the wheel of a carriage, a circle, a ring ) ; চকৰি ( a small wheel ), cf. বৈ, চক্রী ( wheel, স্ত্রীলিঙ্গ, Macd. V. G. §100 ) ; চকৰা ( a male silk-moth পু. ), চকৰী ( a female silk-moth, স্ত্রী. ) ; বনৰী ( an unchaste woman ) from স. বনম্ ( a forest ) ; দমৰা, দামৰা ( a bull-calf ) from প্রা. দম্মো, স. দম্যঃ ( a young bullock ) ; দামৰি ( -ৰী ), দামুৰি ( -ৰী ) ( a calf ; lit. a cow-calf, স্ত্রী. ) ; জটৰা ( a male deer with branching horns ) from জট ( tangle ), স. জটা ( a branch ) ; কালৰী ( a deaf woman, স্ত্রী. ) from কলা ( deaf ), স. কল্ল ( deaf ) ; লাহৰি, লাহৰী ( graceful or lovely woman, স্ত্রী. ) from লাহ, স. লাসঃ ( decoration of the body ) ; নাৱৰা, নাওৰা ( a boat-shaped trough placed between two eaves to carry off rain-water )

from নাৱ ( a boat ) ; জীয়াৰী ( daughter ) from জায়া ( woman, daughter, virgin ), প্ৰা. জীআ, স. ধীদা ( daughter, virgin ) বা ঝলা ( girl, daughter ) or. স. জ্যা ( a woman ) ; স. দুহিতৃ ইয়াৰ মূল নহয়,—স. দুহিতৃ বা দুহিতা-ৰ পৰা দুইআ ( =দুৱতী বা দুৱনী ) হে হব।

দ্বিতীয় থবা : এই প্ৰত্যয়ো সংজ্ঞা শব্দ বা বিশেষণৰ পাচত যোগ হয়। যেনে, আগল ( a top, fore-part. সা. লি. ), আগলা ( পু. ), আগলি, আগলী ( স্ত্ৰী. ) from আগ ( top ), অপভ্ৰ. অগ্‌গলউ ( হেমচ. ৪।৩৪১ ), স. অগ্ৰম্; পীতল ( yellow, সা. লি. ), পীতলা (পু. ), পীতলী ( স্ত্ৰী. ) from পীত, প্ৰা. পীৱলম্ ( হেমচ. ২।১৭৩ ), স. পীতক ( yellow ) ; পাতল ( light, সা. লি. ) পাতলা ( পু. ), পাতলী ( স্ত্ৰী. ), from পাত ( leaf ), প্ৰা. পত্তলম্ ( হেমচ. ২।১৭৩ ), স. পত্ৰম্ ; অন্ধলা ( blind পু. ), অন্ধলী ( স্ত্ৰী. ), প্ৰা. অন্ধলো ( হেমচ. ২।১৭৩ ), স. অন্ধক, অস. অন্ধ, অন্ধক ; মুকাল ( free, unrestrained, open, সা. লি. ), মুকলি ( স্ত্ৰী. ), অপভ্ৰ. মোক্কলড় ( হেমচ. ৪।৩৬৬ ), গুজ, মোকড় ( free, unrestrained ), সিদ্ধি মোকল ( free, loose ), স. মুক্তক ; আধলি ( half-rupee ) from আধা, স. অৰ্ধক ( half ) ; ছাৱাল, ছাৱালি ( পু. অ. child ), ছোৱালী ( a girl, স্ত্ৰী. ) from ছাৱা, প্ৰা. শাৱও, শাৱএ, স. শাৱকঃ ( young of any animal ) ; পথালি ( breadth ; সা লি. ), প্ৰা. পট্‌ঠো ( ? ), স. প্ৰস্থঃ ; দীঘল ( long ), দীঘলা ( পু. ), দীঘলী ( স্ত্ৰী. ) from দীঘ ( length ), প্ৰা. দিগ্‌ঘো, স. দীৰ্ঘ ( হেম. ২।৯১ ) ; জেঠাল ( husband's elder brother ) from জেঠা, প্ৰা.—জেট্‌ঠো, স. জ্যেষ্ঠঃ ( elder brother ) ; গৰাল ( stockade ) from গড়, স. গড়ঃ ( enclosure, fort ) ; পুতলা ( a doll ; lit. a little son, পু. ), পুতলী ( স্ত্ৰী. ) from পুত, প্ৰা. পুত্তও, স. পুত্ৰকঃ ( little son ) ; ধূঁৱলি ( smoky, misty ) from ধোঁৱা . প্ৰা. ধূৱও, স. ধূমকঃ ( smoke ) ; কুঁৱলী. কুঁৱলী ( foggy, misty ), from কুৱা, স. কুহা, কুহেড়ী, কুহেলিকা ( mist, fog ) ; পাচলি ( vegetables ) from স. পচঃ ( cooking ) বা স. পচেলিম ( cooking, things cooked ) ; পচলা ( a bamboo sprout dressed for cooking ) from স. পাচলঃ ; ( a thing dressed without the aid of fire ) ; ছাগল ( a he-goat,

পু. ) ছাগলী ( a she-goat, স্ত্রী. ) from ছাগ, স. ছাগঃ ; ছাগলঃ ; ( a goat ) ; cf. "ছাগ শিম বকৰণ। তিনি পাঁচ পোন্ধৰ কীল অকাৰণ॥" ( The goat, the silk-cotton tree and the crane : three times five or fifteen blows with the elbow are without cause ) ; গুফলি ( horse's mane ) from গোঁফ, স. গুম্ফঃ ( mustache ) ; আচুৰলী ( adorned with coloured yarn ) from আচু ( coloured thread ) ; ইত্যাদি।

তৃতীয় থৰা : এই প্ৰত্যয়ো সংজ্ঞা আৰু বিশেষণৰ পাচত যোগ হয়। যেনে পহিল ( first, সা. লি, ), পহিলা ( পু. ), মা. প্ৰা. পঢমিল্লে, প্ৰা. পঢমও, স. প্ৰথমকঃ ; কীৰিলি ( loud laughter, mirth ) from ক্ৰীড়া, খেলা, প্ৰা. কীলা ( হেমচ. ১।২০২ ), স. ক্ৰীড়া ( sport ) ; কামিলা ( useful ) from কাম্, প্ৰা. কম্মো, স. কৰ্মন্ ( work ) ; পখিলা ( a winged insect, butter-fly ) from পখা, পাখা, প্ৰা. পক্‌খো, স. পক্ষঃ ( wing, feather ), cf. "সপ্ত শূন্য পাখা পাখা। বাণ চন্দ্ৰ কৰিবা লেখা॥" ; মাহিলি ( monthly ), প্ৰা. মাসিও, স. মাসিক, অ. মাহী ; পেটেৰা পেটাৰি ( -ী ), পেটেৰি ( -ী ) ( a cane-basket, a box ) from স. পেটাকঃ ; ভেবেলা ( a dull or stupid person পু. ), ভেবেলী ( স্ত্রী. ) from ভেবা ( a fool, block-head ), স. বৰ্বৰঃ ( a fool, block-head ) or ভস্তঃ ( lit. smoke ) ; বেঙ্গেৰা, বেঙ্গা ( an idiot, a dumb পু. ), বেঙ্গেৰী, বেঙ্গুৰী, বেঙ্গী ( স্ত্রী. ) from পালি বঙ্গো, স. ব্যঙ্গঃ ( lit. wanting a limb, deformed ) ; বেছেৰা ( poor creature, a term of pity পু. ), বেছেৰী ( স্ত্রী. ) from বাছা ( child ), প্ৰা. ৱচ্ছো, স. বৎসঃ ( a boy, son, child ) ; জেঠেৰি ( wife's elder brother ) from জেঠা ( ? ), প্ৰা. জেট্‌ঠও, স. জ্যেষ্ঠকঃ ( elder brother ) ; ইত্যাদি।

সকলো লিঙ্গতে দ্বিতীয় পুৰুষৰ সম্বন্ধবাচক শব্দৰ পাচত তুচ্ছাৰ্থে 'ৰ' বা 'এৰ' আৰু মান্যাৰ্থে 'ৰা' বা 'এৰা' হয়। যেনে, বৌ ( elder brother's wife ), তোৰ বৌৱেৰ ( thy elder brother's wife ), তোমাৰ বৌৱেৰা ( your elder brother's wife )। সেইদৰে ভাই ( brother ), ভায়েৰ, ভায়েৰা ; মা ( mother ), মাৰ, মাৰা বা মায়েৰা ; সখি ( friend ) সখিয়েৰ, সখিয়েৰা ; ইত্যাদি।

চতুৰ্থ থবা : এই প্ৰত্যয়ো সংজ্ঞা বা বিশেষণৰ পাচত যোগ হয়। যেনে, বিজুলী ( lightning ). প্ৰা. বিজ্জুলা ( হেমচ. ১।১৭৩ ), স. বিদ্যুৎ ; বগুলা ( Indian crane পু. ), বগুলী, বগলী ( স্ত্ৰী. ), from বক, স, বকঃ ; সূতুলী ( string, thread ) from সূতা, প্ৰা. সুত্তম্, স. সূত্ৰম্ ; ভেকোলা ( a frog. পু. ) ভেকুলী ( স্ত্ৰী. ) from স. ভেকঃ ; বপুৰা ( poor creature, a term of pity পু. ), বপুৰী ( স্ত্ৰী. ) from বাপ বা বাপা, গুজ. বাপড়ু ( poor ), অপভ্ৰ. বপ্পুড়া ( হেমচ. ৪।৩৮৭ ), প্ৰা. বপ্পো, স. বপ্রঃ ( father ) ; জুপুৰা ( low or bushy as a thicket or tree ), জুপুৰী ( a small hut স্ত্ৰী. ), গুজ. ঝুপড়ী, সিন্ধী. ঝুপিড়ী ( =hut ), from জোপ বা ছোপ ( a bush, thicket ), অপভ্ৰ. ঝুম্‌পুড়া ( a hut ), স. ছুপঃ ( a shrub, bush : হেমচ. ৪।৪১৬ ) ; কাউৰ ( a crow পু. ), কাউৰী ( স্ত্ৰী. ) from কাৱা, কোৱা ( crow ), প্ৰা. কাৱো, স. কাকঃ ; হাতোৰা ( the fore-claw or paw ) from হাত, প্ৰা. হত্থুল্লা ( হেমচ. ২।১৬৪ ), স. হস্তকঃ ( hand ) ; হাতুৰী ( a hammer ) from হাত, অপভ্ৰ. হত্থড়উ ( হেমচ. ৪।৪৪৫ ), স. হস্তকঃ ( hand ) ; ফোঁহোৰা ( a boil ) from ফোঁহা, স. স্ফোটকঃ ( a pimple ) ; বাছুৰ ( a calf ) from বাছা ( a child ), প্ৰা. ৱচ্ছও, স. ৱৎসকঃ ( a child ) বা বৈদিক—ৱাশ্ৰা ( a calf, ঋক্ ১।৩২।২ ) ; থুপুৰী, থুবুৰী ( collected, সা. লি. ) from থুপ ( a heap, or pile ), প্ৰা. থুৱো, স. স্তূপঃ ( a heap or pile ) ; চেঁউৰী ( a cow-calf স্ত্ৰী. ) from ছাৱ, ছাৱা ( the young of any animal ), প্ৰা. ছাৱো, ছাৱও, স. শাৱঃ, শাৱকঃ ; থোৰা, থৰা ( a little or few, a class ), থুৰী ( স্ত্ৰী. ) from থোৰ ( little ), প্ৰা. থোঅং, স. স্তোকম্ ; মোতৰি ( a baggage, a load ) from মোত ( a bundle ), বৈদিক মূত ( a woven basket, শতপ. ব্ৰা. ২।৬।২।১৭ ) ; ইত্যাদি।

পঞ্চম থবা : এই প্ৰত্যয় সাধাৰণতঃ সৰ্বনামত যোগ হয়। যেনে, এনি, তেনি, কেনি, যেনি, অৰ্থাৎ এ, তে, কে আৰু যেত যোগ ( §৩৩৯।ঘ )। সেইদৰে এনে, তেনে, কেনে, যেনে ( §৩৩৯।ঘ )। ঐসানি, তাহানি, কাহানি,
33 যৈসানি ( যেহ্‌নি ), অপভ্ৰ. প্ৰা. অইসো, তইসো, কইসো, জইসো, স. ঈদৃশঃ, তাদৃশঃ, কীদৃশঃ, যাদৃশঃ ( §৩৩৯।ঝ )। অথনি, প্ৰা. এত্তাহে, স. ইদানীম্ ( § ৩৩৯।ঞ )। এমন, তেমন, অপভ্ৰ. এম, তেম, স. এবম্, তথা

( §৩৩৯।ট )। এনুৱা, তেনুৱা, অপভ্র. এৰডু, তেৰডু, স. ঈদৃশঃ, তাদৃশঃ ( §৩৩৬।খ )। অতনা, ততনা ( §৩৩৬।ক ) ; ইত্যাদি।

সংজ্ঞা-শব্দতো এই প্ৰত্যয় হয়। যেনে, গোনা ( a he-buffalo, an ox পু. ) from স. গো ( a bull, an ox পু., a cow স্ত্ৰী ), প্ৰা. গোণো ( হে ২।১৭৪ ) ; ছানা ( a young of an animal ) from স. ছা ( an infant, a child ) বা স. শাবঃ, প্ৰা. শাবো ; পোনা ( a fry ) from পো, স. পুত্ৰঃ, প্ৰা. পোৰ ( son ) ; ইত্যাদি।

৪৩৫। **মূল ( Derivation )**

এই প্ৰত্যয়ৰাশিৰ মূল সংস্কৃত 'ট', 'ৰ' আৰু 'ল'। স্বাৰ্থে সংস্কৃতত কেতিয়াবা 'ট' প্ৰত্যয় হয়। যেনে, কৰ্কঃ ( a crab ) বা কৰ্কটঃ ( a crab ) ; মৰ্কঃ ( an ape ) বা মৰ্কটঃ ( an ape )। অপভ্ৰংশ প্ৰাকৃতত 'ট'ৰ ঠাইত অ, অড় আৰু উল্ল প্ৰত্যয় হয়[১]। যেনে, অপভ্ৰ. মক্কডু=স. মৰ্কটঃ ( হেমচ. ৪।৪২৩ ) ; অপভ্ৰ. বে দোসড়া=স. দ্বৌ দোষৌ ( twofold fault ) ; অপভ্ৰ. এক্ক কড়ুল্লী=স. একা কুটী ( one crore )। প্ৰাকৃততো অড় হয় ; যেনে, প্ৰা. কম্‌কোড়ো=স. কৰ্কটঃ ( a crab )। এই প্ৰত্যয়ৰ পাচত স্বাৰ্থিক 'ক' যোগ হলে অপভ্ৰংশত অড়অ, উল্লঅ আৰু উল্লড় (=উল্ল+অড় ) হয়[২]। যেনে, অপভ্ৰ.—হিঅড়উম্=স. হৃদয়ম্ ( heart ) ; চূড়ুল্লউ=স. চূড়কঃ ( a well ) ; অপভ্ৰ. বাহুবলুল্লড়া=স. বাহুবলম্ ( strength of hand )। সংস্কৃতত ন্যূনাৰ্থত 'ৰ' প্ৰত্যয় হয় ; যেনে, কুটীৰঃ ( a cottage, hut ) from কুটি, কুটী ( a cottage ) ; শমীৰ : ( a small variety of shami tree ) from শমী ( a kind of tree ) ; শুণ্ডাৰঃ ( an elephant's trunk ) from শুণ্ডা ( an elephant's trunk )। সেইদৰে অল্পাৰ্থে সংস্কৃতত 'ল' প্ৰত্যয় হয় ; যেনে, বহুল ( abundant ) from বহু ( many ) ; শীতল ( cold ) from শীত ( cold ) ; শ্যামল ( green ) from শ্যাম ( green ) ; ইত্যাদি। প্ৰাকৃতত এই দুই প্ৰত্যয়ৰ পৰা ইল্ল, উল্ল ( হেমচ. ২।১৬৪ ), ল্ল বা অল্ল ( হেমচ. ২।১৬৫ ), আলীঅ ( হেমচ. ২।১৭০ ), ৰ ( হেমচ. ২।১৭১ )

---

১। "অড়ড়ডুল্লাঃ স্বাৰ্থিককলুক্ চ", হেমচ. ৪।৪২৯

২। "যোগজাশ্চৈষাম্", হেমচ. ৪।৪৩০। ( অপভ্ৰংশে অড়ড়ডুল্লানাম্ যোগভেদেভ্যো যে জায়ন্তে ড়ড়অ ইত্যাদয়ঃ প্ৰত্যয়াস্তেঽপি প্ৰায়ো ভৱন্তি। )

আৰু ল ( হেমচ. ২।১৭৩ ) হৈছে। যেনে, স. পুৰম্ ( town ), প্ৰা. পুৰিল্লা ; স. হস্তক: ( hand ) প্ৰা. হত্থুল্লা, অ. হাতোৰা ( forepaw ) ; স. এক ( one ) প্ৰা. একল্লো, অ. একল, অকল ( single ) ; স. মিশ্ৰম্ ( mixed ) = প্ৰা. মীসালিঅম্, মীসম্, অ. মিহলি ; স. দীৰ্ঘম্ ( long ) প্ৰা. দীঘ্ঘম্, দীহৰম্, দীহম্, অ. দীঘল ; স. পত্ৰম্ ( leaf ) = প্ৰা. পত্তলম্, অ. পাতল ( light ) ; স. অন্ধ ( blind ) = প্ৰা. অম্ধলো, অ. অন্ধলা ; ইত্যাদি।

(১) ওপৰত লিখা অড় প্ৰত্যয় অপভ্ৰ. প্ৰাকৃতত পুল্লিঙ্গে অড়ে আৰু স্ত্ৰীলিঙ্গত অড়ী হয় ( হেমচ. ৪।৪৩১ )। যেনে, গোৰড়ী ( a woman of fair complexion ) from গোৰী, স. গৌৰী ( হেমচ. ৪।৪৩১ )। তাৰ লগত স্বাৰ্থিক প্ৰত্যয় ক (= অ ) যোগ কৰিলে পুল্লিঙ্গত অড়এ আৰু স্ত্ৰীলিঙ্গত অড়িআ হয়। তাৰ পৰা অসমীয়া প্ৰত্যয় অৰ ( সা. লি. ), অৰা (পু.) আৰু অৰী, অৰি (স্ত্ৰী.) হয় ; যেনে, বতৰা, বাতৰা ( news, tidings ), বাতৰি, বাতৰী (স্ত্ৰী. from বাত ( ? word, welfare ), স. বাৰ্ত্তম্, প্ৰা. ৱত্তা, মা. প্ৰা. ৱত্তাড়এ (পু.). ৱত্তাড়িআ ( হেমচ. ২।৩০ ), স. ৱাৰ্তা ( news ) ; বাহৰ ( camp, encampment ) from বাহ, বাহা ( house, temporary dwelling ), প্ৰা. ৱাসো. অপভ্ৰ. ৱাসু ( হেমচ. ৪।৪৩০ ), মা. প্ৰা. ৱাসড়এ, স. ৱাস: [ an abode ; cf. স. ৱসতি = প্ৰা. ৱসই dwelling. ( হেমচ. ১।২১৪ ) ] ; লাহৰ ( handsome পু. ), লাহৰি, লাহৰী ( lovely স্ত্ৰী. ) from লাহ, প্ৰা. লাসও ( হেমচ. ২।৯২ ), স. লাসক: ( dancing, sporting, a dancer ), লাস: ( dancing as practised by woman ) ; ইত্যাদি।

(২) প্ৰাকৃত অল্ল প্ৰত্যয়ত স্বাৰ্থিক অ (= ক ) যোগ কৰিলে মাগধী প্ৰাকৃতত অল্লএ (পু.) আৰু অল্লিআ ( স্ত্ৰী. ) হয় ( হে. ২।১৬৫ )। তাৰ 'ল' লোপ হলে অসমীয়াত অলা (পু.) আৰু অলী, অলি (স্ত্ৰী.) হয়। এই কথা পাহৰিব নালাগে যে প্ৰাকৃতৰ 'ৰ'ৰ ঠাইত মাগধী প্ৰাকৃতত 'ল' হয় ( হেমচ. ৪।২৮৮ )। এতেকে সেই নিয়মে অসমীয়া অৰ্, অৰা আৰু অৰী-ৰ ঠাইত অল্, অলা আৰু অলী হোৱাটো স্বাভাৱিক। কিন্তু এই প্ৰত্যয় বাস্তৱিকে প্ৰাকৃত 'অল্ল'ৰ পৰাহে নামিছে ; যেনে, আজলা, অজলা ( ignorant, simple, foolish ), আজলী (স্ত্ৰী). from প্ৰা. অজ্জো. স. অজ্ঞ: ( ignorant, হেমচ. ২।৮৪ ) ; ৰঙা ( red, crimson ) from প্ৰা. ৰগ্গও ( হেমচ. ২।১০, ৮৯ ),

স. ৰক্তক (red, crimson, blood-red ), স্ত্ৰী. ৰাঙলী ( crimson, blood-red ) ; ইত্যাদি।

(৩) প্ৰাকৃত ইল্ল বা ইল্, মাগধী প্ৰাকৃতত ইল্লে (পু.) বা ইলে (পু.) আৰু ইল্লী বা ইলী (স্ত্ৰী.) হয় ( cf. হেমচ. ৪।৪৩১ ) আৰু তাত স্বাৰ্থিক প্ৰত্যয় 'অ' যোগ কৰিলে ইল্লিআ বা ইলিআ (স্ত্ৰী.) আৰু ইল্লএ বা ইলএ (পু.) হয়। তাৰ পৰা অসমীয়া ইল্ ( সা. লি. ), ইলা, ঈলা (পু.) আৰু ইলী (স্ত্ৰী.) হয়। অসমীয়া আৰু প্ৰাকৃতত 'ল'ৰ ঠাইত 'ৰ' হয় ( §§১০৩।১৫৫ )। এই নিয়মে অসমীয়া ইৰ, ইৰা, ঈৰা, ইৰী, ঈৰী হৈছে। আকৌ প্ৰাকৃত আৰু অসমীয়াত ই, ঈ-ৰ ঠাইত এ হয় ( §১২৮ )। এই নিয়মে অসমীয়া এৰা, এৰী আৰু এলা, এলী ওলাইছে। যেনে, পাতিল ( an earthen pot, সা. লি. ? ), পাইলা ( from পাতিলা ? পু. ), প্ৰা. পাত্তম্ ( হেমচ. ২।১৭৩ ), স. পাত্ৰম্ ( a vessel, pot ) ; গঁড়িলা, গঁৰিলা ( a support for a reed-wall ) from গড় ( a support ), স. গণ্ডকঃ ( an obstacle, a joint ) or গণ্ডু ( a pillow ) ; লিগিৰা ( an attendant, page, পু. ), লিকিৰা ( a boy ), স্ত্ৰী.—লিগিৰী, লিকিৰী from প্ৰা. লগ্গও, স. লগ্নকঃ ( bonds-man ) ; ইত্যাদি।

(৪) সেইদৰে প্ৰাকৃত উল্ল বা উল প্ৰত্যয়ৰ পৰা অসমীয়া উল ( সা. লি. ) উলা, উলা ( পু. ) আৰু উলী, উলী ( স্ত্ৰী. ) হৈছে। অসমীয়াত 'ল'ৰ ঠাইত ৰ হয় ( §§১০৩।১৫৫ ) বুলি ওপৰত কোৱা হৈছে। আৰু উ, ঊ-ৰ ঠাইত 'ও' হয় বুলিও দেখুৱা হৈছে ( §১৩২ )। এই নিয়মে প্ৰাকৃত উল্ল বা উল প্ৰত্যয় আৰু অসমীয়া উল, উলা আৰু উলী প্ৰত্যয় ওৰ, ওৰা, ওৰী আৰু উৰ, উৰা, উৰী হৈছে। যেনে, মাজল ( person or thing in the middle, সা. লি. ) মাজিলা বা মজলীয়া ( middle পু. ), মাজুলী বা মৈজেলী ( an island in a river, স্ত্ৰী. ) from মাজু ( middle ), প্ৰা. মজ্ঝিলও ( হেমচ. ১।৪৮ ), মা. প্ৰা. মজ্ঝল্লএ ( পু. ), মজ্ঝুল্লিআ ( স্ত্ৰী. ), স. মধ্যমকঃ ( middle ) ; মাউৰা ( motherless or fatherless পু. ), স্ত্ৰী. মাউৰী from প্ৰা. অমাউও ( হেমচ. ১।১৩১, মাউআ=মাতৃকা ), স. অমাতৃকঃ ; খুতুৰা ( a small piece ) from খুতা ( a small bit ), প্ৰা. খুড্ডও, মা. প্ৰা, খুড্ডল্লএ ( পু. ), খুড্ডল্লিআ ( স্ত্ৰী. ), স. ক্ষুদ্ৰকঃ ( small ) ; টুকুৰা ( a small piece ) from টুক ( ? ), প্ৰা. থোকম্

( হেমচ. ২।১২৫ ), মা. প্রা. থোক্কড়এ, হিন্দী টোকৰা, টোকড়া, স. স্তোকঃ ( a little )।

(৫) ওপৰত কোৱা হৈছে যে অপভ্ৰংশ এত্তিলো, তেত্তিলো আদি শব্দৰ 'ল'ৰ ঠাইত ন হোৱাত ( § ১০১।১৫৬ ), অসমীয়া অতনা, ততনা আদি শব্দ সিদ্ধ হৈছে ( § ৩৩৬।ক )। ওপৰৰ দ্বিতীয় থৰা প্ৰত্যয় অল্, অলা, অলী-ৰ 'ল'ৰ ঠাইত সেইদৰে ন হলে অন, অনা, অনী প্ৰত্যয় বা সংস্কৃত আৰু প্ৰাকৃত ল-প্ৰত্যয়ৰ ঠাইত ন হলে ন, না, নী প্ৰত্যয় অসমীয়াত পোৱা যায়। প্ৰাকৃততো এইদৰে 'ল'ৰ ঠাইত ণ হোৱা দেখা যায়। যেনে, প্ৰাকৃত অপ্পুল্লম্ ( of self, হেমচ. ২।১৬৩ ) অপ্পণয়ম্ ( হে. ২।১৫৩ ), অপ্পণ্ণ ( হে. ২।৮৩ ), অপ্পণিআ ( হেমচ. ৩।১৪, ৫৭ ), অপভ্ৰ. অপ্পণু ( হে. ৪।৩৩৭ ), স. আত্মীয়ম্, অসমীয়া আপুন।

৪৩৬। **স্বাৰ্থিক প্ৰত্যয়ৰ অৰ্থ ( Significance of the redundant suffixes )**

স্বাৰ্থিক প্ৰত্যয় যোগ হলে শব্দৰ অৰ্থৰ পৰিবৰ্তন নঘটে; কেৱল কেতিয়াবা কেতিয়াবা শব্দাৰ্থ সংকীৰ্ণ হয় আৰু কেতিয়াবা সিবিলাকে কোনো জাতিৰ বা শ্ৰেণীৰ কোনো বস্তু বা গুণক বুজায়। যেনে, চকৰা, চকৰী বুলিলে ঘূৰণীয়া দাগ থকা সকলো জন্তুক বা বস্তুক নুবুজাই কেৱল এবিধ পতঙ্গক অৰ্থাৎ পখিলাক বুজায়। জেঠাল বুলিলে সকলো জ্যেষ্ঠক নুবুজাই কেবল স্বামীৰ জ্যেষ্ঠক বুজায়। ছেঁউৰী বুলিলে সকলো জন্তুৰ মাইকী পোৱালীক নুবুজাই কেৱল গৰু বা ম'হৰ তেনে পোৱালীক বুজায়। এই স্বাৰ্থিক প্ৰত্যয়সৱে কেতিয়াবা ন্যূনাৰ্থ ( diminutive ) প্ৰকাশ কৰে; যেনে, পোনা বুলিলে সকলো জীৱৰ, বিশেষকৈ মাছৰ ছানাক বুজায়। দামুৰী বুলিলে গৰুৰ সৰু পোৱালীক বুজায়। কেতিয়াবা সাদৃশ্য বুজাবলৈ স্বাৰ্থিক প্ৰত্যয়ৰ ব্যৱহাৰ হয়। তেতিয়া ইহঁত সাধাৰণ তদ্ধিত প্ৰত্যয়। যেনে, পাতল ( light ) from পাত ( leaf : weightless thing ); পুতলা, পুতলী ( doll ) from পুত ( son ); ইত্যাদি। এই কথাও মনত ৰাখিব লাগে যে স্বাৰ্থিক প্ৰত্যয় যোগত অৰ্থতকৈ লিঙ্গৰ বেচি বিপৰ্যয় ঘটে; যেনে, পুতুলা ( a doll ), পুতলী, পুতুলী ( a small idol স্ত্ৰী. ) from পুত ( পু. )। এনে শব্দত পুংলিঙ্গই বৃহৎ আৰু স্ত্ৰীলিঙ্গই ক্ষুদ্ৰ অৰ্থ প্ৰকাশ

কৰে। ওপৰত দিয়া বহুত পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ শব্দ বৰ্তমানত সাধাৰণ লিঙ্গ স্বৰূপে ব্যৱহৃত হয়।

## (খ) সাধাৰণ তদ্ধিত

( Common secondary derivative suffixes )

৪৩৭। তলত দিয়া দৰে অসমীয়া তদ্ধিত প্ৰত্যয় বিলাকৰ শ্ৰেণীবিভাগ কৰিব পাৰি।

### প্ৰথম বিধ

| | সা. লি | পুংলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|---|
| ১। | ঈ | ঈ | ইনী, ইনি |

জাতি বুজালে বা কোনো কাম কৰা বা জীৱিকা নিৰ্বাহ কৰা বুজালে এই প্ৰত্যয় হয়। যেনে, ভাৰী ( load-carrier ) from ভাৰ ( load ), স. ভাৰঃ ( load ); দুৱাৰী, দুৱৰী ( door-keeper ) from দ্বাৰ, দুৱাৰ ( door ), স. দ্বাৰম্; সুখী ( happy ) from সুখ ( happiness ), স. সুখম্: দুখী ( unhappy, poor ) from দুখ ( misery poverty ), স. দুঃখম্; কাকতী ( a writer, scribe ) from কাকত ( paper ), ইচলা. কাগজ; ভাগৱতী, ভাগতী ( a reader of Bhagavata ) from ভাগৱত ( a Purana ); কটকী ( ambassador ) from কটক ( a royal capital ), স. কটকঃ; দেউৰী, দেৱৰী ( an attendant in a temple; distributor of offerings ) from দেৱৰ, দেওৰ ( a temple ), স. দেৱগৃহম্; ইত্যাদি।

৪৩৮। **মূল** ( **Derivation** )

এই প্ৰত্যয়ৰ মূল সংস্কৃত তদ্ধিত প্ৰত্যয় 'ইন্'। প্ৰাকৃতত 'ইন'ৰ ঠাইত 'ই' হয়। যেনে, হাতী ( elephant ), স্ত্ৰী. হাতিনী, প্ৰা. হত্থি, স. হস্তিন্, হস্তী; তামূলী ( one who prepares the Tambula, an attendant of the king's palace who holds the betel-tray to the king ), স্ত্ৰী. তামূলিনী, প্ৰা. তাম্বূলী, স. তাম্বূলিন্। সেইদৰে, বৰ্মী ( shield-bearer ) from স. বৰ্মিন্; ভাৰী ( load-carrier ) from স. ভাৰিন্; দুৱৰী, দুৱাৰী ( door keeper ) from স. দ্বাৰিন্, ইত্যাদি।

## দ্বিতীয় বিধ

| ৪৩৯। সা. লি. | পুলিঙ্গ | স্ত্রীলিঙ্গ |
|---|---|---|
| ১। আ | আ | ঈ, ও, নী |

তাত হোৱা বা তাৰ সম্বন্ধ বুজাবলৈ এই প্ৰত্যয়ৰ ব্যৱহাৰ হয়। যেনে, বুনা ( born in, or coming from, the forest ) from বন, স. বনম্ ( forest ) ; দিনা ( born during the day time, পু. ) দিনো ( স্ত্ৰী. ) from দিন, স. দিনম্ ( day ) ; জঙ্গলা ( jungly,পু. ), জঙ্গলী ( স্ত্ৰী. ) from জঙ্গল, স. জঙ্গলম্ ( jungle ) ; মৈহা, মৈষা, ভৈচা ( relating to, or coming from buffalo ) যেনে, মৈহা-জোক ( a kind of water leech ) ; মৈষা বা ভৈচা দুধ ( buffalo-milk ) from মৈহ, ম'হ, ভৈচ, স. মহিষঃ ( buffalo ) ; গোঁৰা ( pot-bellied ) from গোঁৰ, স. গোণ্ডঃ ( fleshy navel ) ; শিলা ( rocky stony ) from শিল, স. শিলা ( stone or rock ) ; জঁপৰা, জাপৰা ( bushy ), জাপৰী ( স্ত্ৰী. ), from জাবৰ ( untrimmed hair, rubbish ), স. যাবসঃ ( a heap of grass ) ; আহিনা ( one born in Aśvin ) from আহিন ( the month of Aśvina ), স. আশ্বিনঃ ; শাওনা ( one born in Śravana ), শাওনী ( স্ত্ৰী. ) from শাওন, ( the month Śravana ) ; চৈতা ( one born in Çaitra ), চৈতী ( স্ত্ৰী. ) from চ'ত, চৈত, স. চৈত্ৰঃ ( the month of Çaitra ) ; ইত্যাদি।

৪৪০। মূল ( Derivation )

এই প্ৰত্যয়ৰ মূল সংস্কৃত তদ্ধিত প্ৰত্যয় 'ক' ( কণ্ ) আৰু ই সাধাৰণতঃ অকাৰান্ত বা আকাৰান্ত শব্দৰ পাচত যোগ হয়। প্ৰাকৃতত 'ক'ৰ ঠাইত 'অ' ( =ও, এ ) হয় ( হেমচ. ১।৬৭, ৮২ )। তাত হোৱা অৰ্থত সংস্কৃতত অণ্, ষ্যণ্ ( য ), কণ্ আদি প্ৰত্যয় হয়। অসমীয়া 'আ' প্ৰত্যয়ো এই অৰ্থত হয়। যেনে, কণ্ প্ৰত্যয়—স. আৰণ্যকঃ ( wild, born in a forest ) from অৰণ্য ( forest ) ; ধানুষ্কঃ ( one earning livelihood with a bow ) from ধনুস্ ( a bow )। ইয়াত এই কথা মনত ৰাখিব লাগে যে প্ৰাকৃত আৰু অসমীয়াত আদি ( পদ-মধ্যবৰ্তী ) আকাৰৰ ঠাইত অকাৰ হয় ( §১২৬ )। আকৌ প্ৰাকৃতত ঐকাৰৰ ঠাইত অই, এ বা ই ( বৰুক. ১।৩৪-৩৯)

আৰু ঔকাৰৰ ঠাইত অউ, ও বা উ হয় ( বৰক. ১।৪২-৪৫ )। সেইদৰে অসমীয়াত 'এ', 'ঐ'ৰ ঠাইত ঐ, ই, এ আৰু 'ও', 'ঐ'ৰ ঠাইত ঔ, উ, ও হয় ( §§৯১।১৩৪ )। যেনে, বুনা ( wild, born in a jungle ) from প্রা. বণও (?), স. বানক, অর্থাৎ অসমীয়া বুন+অ=বুনা ( §১২৪ ); শিলা ( rocky, stony )=শিল+অ, প্রা. সেলাও, সেলও, স. শৈলক ( rocky ); প্রা. সেলা, সেলো=স. শৈল ( §৯৯ ); পুহা ( born in the month of Pausa ), প্রা. পউসও, পুসও, পউস্‌সাও, পুস্‌সাও (?), স. পৌষক, পৌষ্যাক ( ? from under the asterisk পুষ্যা ) from পুষ্যা ( a constellation ); চৈতা ( born in the month of Çaitra ), প্রা, চইত্তও, স. চৈত্রক ( §৯৯ ) from চিত্রা ( an asterism ); জঙ্গলা ( wild, belonging to the forest ), প্রা. জম্‌গলও, স. জাঙ্গলক ( belonging to jungle ) from জঙ্গলম্‌ ( a jungle )।

## তৃতীয় বিধ

| ৪১৩। সা. লি. | পুলিঙ্গ | স্ত্রীলিঙ্গ |
|---|---|---|
| ১। উ | উ | নী, আনী, উনী, ঈ |
| ২। উৱা | উৱা | আনী, উনী, উৱানী |
| ৩। ও | ও | আনী, উনী, উ |
| ৪। ওৱা | ওৱা | আনী, উনী উৱানী |
| ৫। — | — | উ, ও |

এই প্রত্যয়বিলাক সম্বন্ধবাচক সংজ্ঞা বা বিশেষণ সিদ্ধ কৰিবলৈ প্রাতিপদিকৰ পাচত যোগ কৰা হয়। প্রথম, তৃতীয় আৰু পঞ্চম থৰা হ্রস্ব আৰু সাধাৰণতঃ সম্বন্ধবাচক সংজ্ঞা উলিয়াবলৈ ব্যৱহৃত হয়। দ্বিতীয় আৰু চতুর্থ থৰা দীর্ঘ আৰু ইসৱে সম্বন্ধবাচক বা তাত হোৱা অর্থৰ বিশেষণ বা সংজ্ঞা গঠিত কৰে। প্রথম থৰা কেৱল স্ত্রীলিঙ্গত ব্যৱহৃত হয়।

প্রথম আৰু দ্বিতীয় থৰা : আলহু ( a sluggard ), এলেহুৱা, আলচীয়া ( idle ) from আলাহ্‌, এলাহ ( idleness ); পৰ্বহু ( a sojourner, traveller ), প্রৱসুৱা ( one journeying abroad, absent from home ) from প্রবাস, পৰ্বাহ ( journey abroad ); ভাজু ( one having a bend ),

স্ত্রী. ভাঙী ; ভঙুরা, ভাঙুরা ( crooked or having bend ) from ভাঙ ( a bend ) ; ভাতু ( eater of boiled rice ), স্ত্রী. ভাতুনী ; ভতুঁরা, ভাতুরা ( fit only to eat boiled rice, worthless ) from ভাত ( boiled rice ) ; ঠান্নু ( a handsome person ), ঠান্নুরা ( shapely, beautiful ) from ঠান ( shape ) ; ঠগুরা ( lovely, shapely ), স্ত্রী. ঠগো from ঠগ ( beauty ), স. ঠকুরঃ ( idol ) ; জেঠু ( one born in the month of Jaiṣṭha ), জেঠুরা ( pertaining to the month of Jaiṣṭha ) from জেঠ ( a month ) ; কেলেহু ( a distressed person ), কেলেহুরা ( poor, distressed ) from কেলেশ, ক্লেশ ( misery ) ; হাটুরা ( person visiting hat ) from হাট ( a market ) ; গোবরুরা ( born in cowdung ; a beetle ) from গোবর ( cowdung ) ; সচঁকরা ( having a pin or key—said of bracket ) from সচাঁব ( a key ) ; ভদীয়া, ভদরু ( born in Bhadra ) from ভাদ ( a month ) ; মঙ্গলু, মঙ্গলা ( born on a Tuesday ), স্ত্রী. মঙ্গলী from মঙ্গল ( Tuesday ) ; মাঘু ( born in Magh ), স্ত্রী. মাঘী ; মঘুরা, মাঘুরা ( born in Magh ) from মাঘ ( the month of Magh ) ; ঘরুরা ( pertaining to house, home-born ) from ঘর ( a house ) ; আহরু ( born in Aṣar ) from আহার ( the month of Aṣar ) ; বুদ্ধু, বুদাক ( born on a Wednesday ) from বুধ ( Wednesday ) ; সমাজু, সমজুরা ( member of an assembly ) from সমাজ ( assembly, society ) ; দাতুরা, দতুরা ( one having prominent teeth ) from দাঁত ( a tooth ) ; পেটুরা ( one having a big belly ) from পেট ( belly ) ; খারুরা ( seasoned with alkali ) from খার ( alkali ) ; কেচুরা ( infant ) from কেচা ( unripe, quite raw ) ; ইত্যাদি।

তৃতীয় আরু চতুর্থ থবা : কেহো ( one having abundant or beautiful hair ) from কেশ, কেহ ( hair ) ; দরো ( timid ) from দর ( fear ) ; বলো ( one having strength ) from বল ( strength ) ; পদো ( a good singer of Pada ) from পদ ( a kind of verse ) ; মেঘো ( cloudy, pertaining to cloud ) from মেঘ ( cloud ) ; শেহো ( last, one born last ) from শেহ ( end ) ; দাশো ( slave, relating

to slave ) from দাশ ( slave ) ; জালো, জালোৱা ( fisherman, fowler ) from জাল (a net) ; হালোৱা ( ploughman ) from হাল ( a plough ) ; ইত্যাদি।

**পঞ্চম থৰা :** এই প্ৰত্যয় স্ত্ৰীলিঙ্গত চলে। যেনে, লাহো ( a foppish woman ) from লাহ ( decoration of the body ; lit. dancing ) ; ৰহো ( a charming woman ) from ৰহ, ৰস ( taste, elegance, love, charm ) ; পাহো ( a woman having abundance of hair or cropped edged hair ) from পাহ, পাশ ( edge or abundance, cf. স. কেশপাশঃ ) ; বগো, বগী ( a fair woman ; a white cow ) from বগা ( white colour ) ; থুনু ( a woman having large breasts ) from থন, প্ৰা. ঠণ ( cf. থনকোৰ a disease of the breasts ) স. স্তনঃ ( female breasts ) ; ৰূপো ( a beautiful woman ) from ৰূপ ( beauty ) ; থগো ( a woman having handsome from ) form থগ ( shape, beauty, form ) ; দিনো ( a woman born in daytime ) from দিন ( day ) ; ইত্যাদি।

৪৪২। **মূল ( Derivation )**

.দেখা মাত্ৰেই এই প্ৰত্যয়ৰ মূল সংস্কৃত উক ( উকঞ্ ) বুলি ভ্ৰম হয়। এনে ভাবিব পাৰি যে সংস্কৃতৰ কিছুমান কাল্পনিক আকৃতিবিশিষ্ট শব্দ ( hypothetical form )—যেনে, আলসুক, প্ৰৱাসুক, ভক্তুক, ভণ্ডুক, আষাঢ়ুক, ভদ্ৰুক, মঙ্গলুক, মাঘুক, কেশুক, দৰুক, বলুক, হালুক, মেঘুক, লাসুক, ৰসুক, পাশুক, স্তনুক আদিৰ পৰা এই শব্দবিলাক উক্ প্ৰত্যয় যোগত সিদ্ধ হৈছে। অৱশ্যে এইটো স্বীকাৰ্য যে কথ্য সংস্কৃতত এনে কাল্পনিক আকৃতি থকা অসম্ভৱ নহয়। কিন্তু'উক্'-প্ৰত্যয় কৃৎ আৰু ধাতুত হে যোগ হয়। এই প্ৰত্যয় আষাঢ়, ভাদ্ৰ, মাঘ, হাল আদি সংজ্ঞা শব্দৰ পাচত তদ্ধিত ৰূপে ব্যৱহৃত হোৱা সম্ভৱপৰ নহয়। আকৌ সংস্কৃতত স্ত্ৰীপ্ৰত্যয় 'ঊ' কেৱল 'শ্বশ্ৰূ' ( mother-in-law ) শব্দত হে প্ৰয়োগ হয় আৰু সিও নিপাতনে সিদ্ধ হয়। সেইদেখি এইবিলাক প্ৰত্যয়ৰ মূল সংস্কৃত 'উক' বুলি ভাবিব নোৱাৰি। আমাৰ বোধে এই প্ৰত্যয়ৰ মূল সংস্কৃত তদ্ধিত প্ৰত্যয় 'ইক'। প্ৰাকৃতত 'ইক'ৰ ঠাইত 'ইঅ' হয় ( হেমচ. ১।৬৭, ৭০, ১৬০ ) আৰু 'ইকা'ৰ ( স্ত্ৰীলিঙ্গ ) ঠাইত 'ইআ' হয় ( হেমচ.

১।১৭০ )। অসমীয়াত স্বৰবিকৃতিৰ নিয়মে 'ই' 'ঈ'ৰ ঠাইত 'উ', 'ঊ' বা 'ও' হয় ( §১২৭ )। সেই নিয়মে প্ৰাকৃত 'ইঅ'ৰ ঠাইত অসমীয়াত 'উঅ' আৰু প্ৰাকৃত 'ইআ'ৰ ঠাইত অসমীয়াত 'উআ' হয়। অসমীয়াত অ আৰু আ লোপ হলে 'উ' থাকে। আৰু স্বাৰ্থিক প্ৰত্যয় ক ( =অ ) যোগ কৰিলে এই প্ৰত্যয় উঅঅ=উআ ( =উৱা ) হয়। আকৌ অসমীয়াত 'উ', 'ঊ'ৰ ঠাইত কেতিয়াবা 'ও' হয় ( §১৩২ )। সেই নিয়মে 'উ'ৰ ঠাইত 'ও' আৰু 'উৱা'ৰ ঠাইত 'ওৱা' হয়। যেনে, হলোৱা ( ploughman ), প্ৰা. হালিও ( হেমচ. ১।৬৭), স. হালিকঃ ; জালোৱা ( fisherman, fowler ), প্ৰা. জালিও, স. জালিকঃ ; সমজুৱা, সমাজু ( members of an assembly), প্ৰা. সমাজিঅ (?), স. সমাজিকঃ ; সামাজিকঃ ; আহুৰ ( born in Aṣaḍha ), প্ৰা. আসাঢ়িঅ (?), স. আষাঢ়িকঃ ; পৰ্বহু, প্ৰৱসুৱা ( sojourner, traveller ), প্ৰা. পাৱাসু, পৱাসু ( হেমচ. ১।৪৪ ), স. প্ৰৱাসিন্ ; প্ৰা. পৱাসুও, স. প্ৰৱাসিকঃ ; ইত্যাদি। সেইদৰে, ৰহো ( a graceful or charming woman ) স. ৰসিকা ; লাহো ( a foppish woman ), প্ৰা. লাসিআ, স. লাসিকা, লাস্যা ; পাহো ( a woman having luxuriant hair ), প্ৰা. পাসিআ, স. পাশিকা ( cf. কেশপাশঃ ) ; থুহু ( a woman having large breasts ), প্ৰা. থণিআ ( হেমচ. ১।৮৪ ; ৪।৩৫০, ৩৬৭ ), স. স্তনিকা (?) ; ইত্যাদি।

## চতুৰ্থ বিধ

| ৪৪৩। | সা. লিঙ্গ | পুল্লিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|---|
| ১। | ঈ | ঈ | ঈণী, এণী, ণী, অণী |
| ২। | ইয়া, ঈয়া | ইয়া, ঈয়া | ইয়াণী, ঈয়াণী, উণী |

সম্বন্ধ-বাচক বিশেষ্য বা বিশেষণ গঠিত কৰিবলৈ এই প্ৰত্যয়ৰ ব্যৱহাৰ হয়। প্ৰথম থৰা হ্ৰস্ব আৰু দ্বিতীয় থৰা দীৰ্ঘ। দ্বিতীয় থৰা প্ৰত্যয় যোগ হলে সাধাৰণতঃ শব্দৰ উপধা দীৰ্ঘ স্বৰ হ্ৰস্ব হয়।

প্ৰথম থৰা : যেনে, কপটী ( hypocrite ) from কপট ( hypocrisy ) ; তেলী ( oilman ) from তেল ( oil ) ; কঁাহী ( lit. made of bell metal ; a plate ( from কঁাহ ) bell-metal ; গছী ( unthrashed as paddy ) from গছ ( tree ) ; কাঠী ( wooden ) from কাঠ ; কামৰূপী

( belonging to Kamrup ) from কামৰূপ; দামোদৰী ( religion preached by Dev Damodar; or commentary of Damodar ) from দামোদৰ; তেজী ( powerful, forcible ) from তেজ ( power, blood ); পিতলী ( brazen ) from পিতল ( brass ); হাতী-দাঁতী ( made of elephant tusk ) from হাতী-দাঁত; বাঁহী ( lit. made of bamboo: flute ) from বাঁহ ( bamboo ); ভাগী ) lit. sharer; kinsman ) from ভাগ ( a share ); বঙ্গালী ( belonging to, or coming from Bengal ), from, বঙ্গাল; বিলাতী ( pertainiug to Europe ); ইত্যাদি। স্ত্রীলিঙ্গত—কামৰূপিণী, কামৰূপণী, কামৰূপেণী, : ভাগিয়ণী; ইত্যাদি।

দ্বিতীয় থবা: নানা অৰ্থত এই প্ৰত্যয়ৰ ব্যৱহাৰ হয়। যেনে,

দিক অৰ্থত,—এঢলীয়া ( slanting ), একলীয়া ( one-sided ), পশ্চিমীয়া ( western ), ইত্যাদি।

স্বভাৱ অৰ্থত.—কপটীয়া ( hypocritical ), কুচু´টীয়া ( having grudge or private ill-will )—স্ত্রী. কুচু´টীয়ানী, লুণীয়া ( salted ), লক্ষণীয়া ( characteristic, indicatory ), ইত্যাদি।

ভাৱ অৰ্থত,—অনুকূলীয়া ( favourable ), পুৰুষীয়া ( relating to generation ), কুলীয়া ( belonging to a cast, কুল = caste ), ইত্যাদি।

ব্যৱসায় অৰ্থত,—কুঠৰীয়া ( wood-cutter ), কৰতীয়া ( sawer ), খন্তীয়া ( relating to a spade, cf. খন্তীয়া-বগ a bird having spade-shaped beak ), দাণ্ডাগুটীয়া ( one playing with a Dandaguti or a ball )—স্ত্রী. দাণ্ডাগুটীয়ানী, বৰটোপীয়া বা বৰটুপীয়া ( cannoneer )—স্ত্রী. বৰটোপীয়ানী, ইত্যাদি।

জীৱিকা অৰ্থত,—বেতনীয়া ( salaried ), তেলীয়া ( oilman )—স্ত্রী. তেলীয়ানী, বণিয়া ( trader, from বণিক্ )—স্ত্রী. বণিয়াণী, বাণীয়া, বণিয়া ( goldsmith from স. সৌবৰ্ণিকঃ, প্রা. সুবন্নিও—হেমচ. ১।১৬০ ), ঢুলীয়া ( drummer )—স্ত্রী. ঢুলিয়াণী, কালীয়া ( fifer )—স্ত্রী. কালীয়ানী, আঠপৰীয়া ( a whole-time attendant in a temple ), ইত্যাদি।

উপাদান অৰ্থত,—হাতী-দঁতীয়া ( made of, or smooth like, tusk ), বাঁহ-পতীয়া ( made of, or like, a bamboo-leaf ), চন্দনীয়া ( made of, or from, sandal wood ), ইত্যাদি।

সাদৃশ্যাৰ্থত,—কপাহ-গুটীয়া ( resembling cotton-seed ), কুকুৰ-নেচীয়া বা কুকুৰ-নেজীয়া ( lit. an animal having a tail resembling that of a dog, leopard ), ইত্যাদি।

অৱস্থা অৰ্থত,—বৰ-কথীয়া ( a bombast )—স্ত্ৰী. বৰকথীয়াণী, সুখীয়া ( happy ), দুখীয়া ( poor ), যুটীয়া ( collected ), গুটীয়া ( single ), ইত্যাদি।

যুক্তাৰ্থত,—তেলতেলীয়া ( soaked in oil, from তেল=oil ), কেশীয়া ( having abundant hair ), মঙ্গলীয়া ( auspicious ), শহা-কণীয়া বা শহা-কাণীয়া ( quick of hearing ), নিয়মীয়া ( moderate ), কপালীয়া ( fortunate ), ইত্যাদি।

পৰিমাণ অৰ্থত,—যোজনীয়া, ( of the length of a yojana ), একঠীয় ( of the capacity of a *kathã* of rice ), আঠুৱনীয়া ( knee-deep ), ইত্যাদি।

সম্বন্ধাৰ্থত,—সমজীয়া, সমজুৱা ( present in an assembly ), বাপতীয়া ( paternal ), ইত্যাদি।

কালাৰ্থত,—মুহূৰ্তীয়া ( momentary ), চিৰকলীয়া ( old, perpetual ), দিনীয়া ( daily ), ক্ষন্তেকীয়া ( lasting for a moment ), বাৰমহীয়া ( lasting for 12 months ), ইত্যাদি।

মূল্যাৰ্থত,—পোণীয়া, পুণীয়া ( of the value of a pon ), টকীয়া ( of the value of a Rupee ), ড়ুণীয়া ( of the value of a don ), ইত্যাদি।

স্বাৰ্থত—উত্তমীয়া ( excellent ), উদৰীয়া ( relating to stomach ), উপমীয়া ( of the nature of a simile ), উপবাসীয়া ( fasting ), অলপীয়া ( small, little ), ইত্যাদি।

তাত হোৱা অৰ্থত,—আঘোনীয়া ( born in Aghon ), ফাগুণীয়া ( born in Falgun ), পৰ্বতীয়া ( belonging to, or born in, a mountain, mountaineer ), বিদেশীয়া ( foreign ), ইত্যাদি।

কঁৰোতা অৰ্থত,—বিগ্ৰহীয়া ( engaged in war ), কন্দলীয়া (quarrelsome), জগৰীয়া ( accused ), ইত্যাদি।

স্থানাৰ্থত,—কলিঙ্গীয়া ( belonging to Kalinga ), গুৱাহটীয়া, ( relating to Gauhati ), তেজপুৰীয়া ( born in, or relating to, Tezpur ), ইত্যাদি।

কেতিয়াবা 'ঈয়া'ৰ ঠাইত 'উৱা' বা 'ওৱা' হয়। যেনে, সমজীয়া, সমজুৱা ( members of an assembly ); জালীয়া, জালোৱা ( fowler, fisherman ), ইত্যাদি।

৪৪৪। **মূল ( Derivation )**

এই প্ৰত্যয়ৰ মূল সংস্কৃত তদ্ধিত 'ঈয়' প্ৰত্যয় বুলি সহজে ভাবিব পাৰি। সংস্কৃত 'ঈয়' প্ৰত্যয় প্ৰাকৃতত কেতিয়াবা 'কেৰ' (হেমচ. ২।১৪৭) আৰু কেতিয়াবা 'ক্কো', 'ইক্ক' ( হেমচ. ২।১৪৮ ) হয়। যেনে, স. অস্মদীয়ঃ ( belonging to us ), প্ৰা. অম্হকেৰো, অম্হক্কেৰো ( হেমচ. ২।৯৯ ); ৰাজকীয়ম্ ( belonging or pertaining to the king), প্ৰা. ৰায়কেৰম্, ৰাইক্কম্ ( হেমচ. ২।১৪৮ ); ইত্যাদি। প্ৰাকৃত 'ইক্ক' প্ৰত্যয়ৰ 'ক্ক' লোপ হলে ই থাকে আৰু স্বাৰ্থিক প্ৰত্যয় 'অ' (=ক) যোগ হলে ইঅঅ=ইআ বা ইয়া হয়। স্বাৰ্থিক 'ক' যোগ হলে পূৰ্ব স্বৰ দীৰ্ঘ হয়। যেনে, লাউণকে, লাউণাকে ( loveliness ), স. লাৱণ্যকঃ। এতেকে 'ইআ'ৰ ঠাইত ঈআ হয়। অসমীয়াত এই নিয়মে 'ইআ'ৰ ঠাইত ঈ বা ঈয়া হয় ( § ১১৭ )। আকৌ সংস্কৃত 'ঈয়'ৰ য় লোপ হলে ঈ থাকে আৰু স্বাৰ্থিক 'অ' যোগ হলে ঈয়া হয়। যেনে, অ. পৰ্বতীয়া ( belonging to mountain, mountaineer ) স. পৰ্বতীয়ঃ, প্ৰা. পব্বতীও; অ. দেশী ( country-made ), স. দেশীয়ঃ, প্ৰা. দেসীও ( ? ); যোজনীয়া ( of the length of a যোজন ), স. যোজনীয়ঃ, প্ৰা. জোজণীও ( ? ); ইত্যাদি। এতেকে সংস্কৃতৰ পৰা পোণে পোণে বা প্ৰাকৃতৰ মাজেদি 'ঈয়' প্ৰত্যয় 'ঈয়া' হৈ অসমীয়ালৈ আহিছে বুলি ভাবিব পাৰি। কিন্তু ঈয়-প্ৰত্যয়ান্ত শব্দ সংস্কৃতত অতি বিৰল। সেই দেখি অসমীয়া 'ঈ' আৰু 'ঈয়া' প্ৰত্যয় সংস্কৃত 'ঈয়' নহয়, সংস্কৃত 'ইক' প্ৰত্যয়ৰপৰা অহাহে বেচি সম্ভৱ। তেতিয়া সংস্কৃত ঈয়-প্ৰত্যয়ান্ত শব্দ কাল্পনিক ( hypothetical ) ইক প্ৰত্যয়ান্ত বুলি ভাবিব লাগিব। সংস্কৃত তদ্ধিত 'ইক'-প্ৰত্যয় প্ৰাকৃতত ইঅ ( ইও ) হয়। যেনে,

স. হালিকঃ ( ploughman ), প্রা. হলিও, হালিও ( হেমচ. ১।৬৭ ), অ. হালোৱা ; স. কাংসিক ( made of bell-metal, plate ), প্রা. কংসিও, অ. কঁহী ; স. বাংশিকঃ ( bamboo-cutter, flute-player ), প্রা. বংসিও ( হেমচ. ১।৭০ ), অ. বাঁহীয়া ( ? ) : স. দৌৱাৰিকঃ ( door-keeper ), প্রা. দুৱাৰিও, অ. দুৱাৰী, দুৱৰী ; স. সৌবর্ণিকঃ ( goldsmith ), প্রা. সুবণ্ণিও ( হেমচ. ১।১৬০ ), অ. বণিয়া ; স. বর্তীকা, বর্তিকা ( wick of a lamp ), প্রা. বত্তিআ, অ. বতীয়া ; স. বটীকঃ ( a string ). প্রা. বঁটিও, অ. বটীয়া ( a thread to be pushed into a needle ) ; স. কার্ত্তিক ( relating to কৃত্তিকা ), প্রা. কত্তিও ( হেমচ. ২।৩০ ), অ. কাতীয়া ( cf. স. কার্ত্তিকেয়ঃ, প্রা. কট্টিএও—কাত্যা. ৪।৮ )। তাৰ লগত স্বার্থিক 'অ'-প্রত্যয় যোগ কৰিলে ইঅঅ ( ইঅও ) হয়। 'ক'-প্রত্যয় যোগ হলে প্রাকৃতত তাৰ পূর্ব্বস্বৰ বিকল্পে দীর্ঘ হয়[১]। এতেকে প্রাকৃতিক ভাষাত ইঅঅ = ঈঅঅ = ঈয়া হয়। স্ত্রীলিঙ্গত সংস্কৃত তদ্ধিত 'ইকা'-প্রত্যয় প্রাকৃতত 'ইআ' হয় ( হেমচ. ১।১৭০ )। যেনে, স. কন্দৰিকা ( a hollow ), প্রা. কণ্ডলিআ ( হেমচ. ২।৩৮ ) ; নৱমালিকা ( a kind of jasmine ), প্রা. ণোমালিআ ( হেমচ. ১।১৭০ ), অ. নুমলীয়া ( newly born, youngest ) বা নৱকলিকা ( a woman newly married or one who has just attained puberty ), প্রা. ণোহলিআ ( হেমচ. ১।১৭০ ) ; স. চটকিকা ( a sparrow ), প্রা. চডইয়া, অ. চৰাই ; ইত্যাদি। এই 'ইআ'ৰ পাচত তদ্ধিত 'আনী' প্রত্যয় যোগ কৰিলে ইআনী ( = ইয়ানী ) আৰু 'ইআ'ৰ ঠাইত 'ঈ' কৰিলে ( § ১১৭ ) ঈআনী ( = ঈয়ানী ) হয়। 'ইকা'ৰ ঠাইত 'ই' বা 'ঈ' কৰিলে আৰু তাত সংস্কৃত 'ইনী প্রত্যয় যোগ কৰিলে ঈনী প্রত্যয় পোৱা যায়। আৰু 'ইনী'ৰ 'ই'ৰ ঠাইত 'উ' কৰিলে 'উনী' হয় ( § ১২৭ )। অনী প্রত্যয় সংস্কৃত 'আনী'ৰ ৰূপান্তৰ ( § ১২৬ )।

(ক) প্রাকৃতত কিছুমান শব্দৰ আদি আকাৰৰ ঠাইত বিকল্পে অকাৰ হয়। যেনে, স. কালক ( black ), প্রা. কলও ; স. হালিকঃ ( ploughman ),

---

১। See Hornle Comp. Gramm. § 298 where Markendeya is quoted thus :—Ind. 12, 16 : "কে দীর্ঘো বা"। ক-প্রত্যয়পৰে পূর্ব্বো দীর্ঘো বা স্যাৎ। ( i.e. "the vowel preceeding the suffix ক may optionally be long" ). Example :—লাউণাকে, লাউণকে।

প্রা. হলিও, হালিও ( হেমচ. ১৬।৭ )। অসমীয়াতো এই নিয়ম ৰক্ষিত হৈছে :—যেনে, কপটীয়া ( hypocrite ), স. কাপটিকঃ; অনুকূলীয়া ( favourable ), স. আনুকূলিক। সেইদৰে লক্ষণীয়া ( characteristic, indicatory ), স. লাক্ষণিকঃ; লাখুটীয়া ( armed with a club or cudgel ), স. লাকুটিকঃ; কথীয়া ( speaker : cf. ৰবকথীয়া ), স. কাথিকঃ ( a narrator of stories ); মঙ্গলীয়া ( auspicious, tending to good fortune : cf. বিমঙ্গলীয়া, অমঙ্গলীয়া ), স. মাঙ্গলিক; সমজুৱা ( belonging to, member of, an assembly ), স. সামাজিক; অঙ্গীয়া ( pertaining to a limb ), স. আঙ্গিক; বছৰীয়া, বছেৰেকীয়া ( of the age of ; annual ) স. ৱার্ষিক, ৱাৎসৰিক; মহীয়া, মাহীয়া ( monthly ) স. মাসিক; কলিঙ্গীয়া ( belonging to Kalinga ), স. কালিঙ্গিক; নগৰীয়া ( belonging to a town ), স. নাগৰিকঃ; ইত্যাদি।

(খ) সংস্কৃত শব্দৰ আদি ঐকাৰৰ ঠাইত প্রাকৃতত একাৰ হয় ( হেমচ. ১।১৪৮ )। যেনে, স. তৈলম্ ( oil ), প্রা. তেল্লম্ ( হেমচ. ১।২০০ ; ২।৯৮ ), অ. তেল; স. শৈল ( rocky ), প্রা. সেলা, অ. শিলা; স. ৱৈদ্যঃ ( a physician ), প্রা. ৱেজ্জো ( হেমচ. ১।১৪৮ ), অ. বেজ; স. সৈন্যম্ ( soldier ), প্রা. সেন্নম্, অ. সেনা ( হেমচ. ১।১৫০ ); স. ত্রৈলোক্যম্ ( the three worlds ), প্রা. তেলোকম্ ( হেমচ. ১।১৪৮ ); স. ৱৈৰম্ ( enmity, hostility ) প্রা. ৱেৰম্; স. ৱৈতালিকঃ ( bard, minstrel ), প্রা. ৱেআলিও; স. ৱৈশিকঃ ( an associate of a harlot ), প্রা. ৱেসিও ( হেমচ. ১।১৫২ ); ইত্যাদি। অসমীয়াতো এই নিয়ম ৰক্ষিত হৈছে ( § ১৩৭ )। যেনে, বেতনীয়া ( salaried ), স. ৱৈতনিকঃ; তেলীয়া ( oilman ), স. তৈলিকঃ; ইত্যাদি।

(গ) সংস্কৃত শব্দৰ আদি ঐকাৰ প্রাকৃতত কেতিয়াবা ইকাৰ হয় ( হেমচ. ১।১৪৯ )। যেনে, স. সৈন্ধৱম্ ( a kind of rock-salt ), প্রা. সিম্ধৱম্; স. শনৈশ্চৰঃ ( saturn ), প্রা. সণিচ্ছৰো। অসমীয়াতো তেনে হয়। যেনে, বিদেশীয়া ( foreign, foreigner ), স. ৱৈদেশিকঃ; বিদেহীয়া ( belonging to, or coming from Videha ), স. ৱৈদেহিকঃ; পিশাচীয়া ( infernal ), স. পৈশাচিকঃ; ইত্যাদি।

(ঘ) সংস্কৃত শব্দৰ আদি ঔকাৰৰ ঠাইত প্রাকৃতত ও আৰু উ হয় ( হেমচ. ১।১৫৯-১৬০ )। যেনে, স. কৌশিকঃ ( incased ), প্রা. কোসিও;

স. যৌৱনম্ ( youth ), প্রা. জোব্ৱণম্ ; স. দৌৱাৰিকঃ ; ( door-keeper ), প্রা. দুৱাৰিও, অ. দুৱাৰী ; সৌৱৰ্ণিকঃ ( goldsmith ), প্রা. সুৱণ্ণিও, অ. বণিয়া। অসমীয়াতো হয় ( § ১৩৭ ), যেনে, পুৰুষীয়া ( relating to purusa or generation ), স. পৌৰুষিকঃ ; কুলীয়া ( belonging to a family or caste ), স. কৌলিকঃ ; ঢুলীয়া ( drummer ), স. ঢৌলিকঃ ( ? ) ; সুখীয়া ( happy ), স. সৌখিকঃ ; যুটীয়া ( joint ), স. যৌথিকঃ ; যোজনীয়া ( of the distance of a যোজন ), স. যৌজনিকঃ ; মুহূৰ্ত্তীয়া ( momentary ), স. মৌহূৰ্ত্তিকঃ ; উপসৰ্গীয়া ( portentious ), স. ঔপসৰ্গিকঃ ; উপবাসীয়া ( fit for fasting ), স. ঔপবাসিকঃ ; ইত্যাদি। সংস্কৃত লৱণ, নৱমালিকা আদি শব্দৰ 'অ'ৰ ঠাইত প্রাকৃতত ওকাৰ হয় ( কাত্যা, ১।৭ )। যেনে, স. লৱণম্ ( common salt ), প্রাকৃত লোণং। আকাৰৰ ঠাইত অকাৰ হয় বুলি আগেয়ে কোৱা হৈছে। এতেকে, স. লাৱণিক = প্রা. লোণীঅ = অ. লুণীয়া।

## পঞ্চম বিধ

| ৪৪৫। সা. লি. | পুলিঙ্গ | স্ত্রীলিঙ্গ |
|---|---|---|
| ১। **আল** | **আল** | **আলী** |
| ২। **আলি,** **আলী** | **আলি,** **আলী** | |
| ৩। **ইয়াল** | **ইয়াল** | **ইয়ালনী** |
| ৪। **উৱাল** | **উৱাল** | **উৱালনী** |
| ৫। **ওৱাল,** **ওৱালী** | **ওৱাল,** **ওৱালী** | **ওৱালনী,** **ওৱালী** |

সচৰাচৰ সম্বন্ধবাচক বিশেষণ সিদ্ধ কৰিবলৈ এইবিলাক প্রত্যয়ৰ ব্যৱহাৰ হয়। প্রথম আৰু দ্বিতীয় থৰা হ্ৰস্ব আৰু তৃতীয়, চতুৰ্থ আৰু পঞ্চম থৰা দীৰ্ঘ। স্ত্রীলিঙ্গৰ প্রত্যয় প্রায়ে কাল্পনিক। কদাচিত হে ব্যৱহৃত হয়।

34

প্রথম থৰা : সংজ্ঞা শব্দৰ পাচত এই প্রত্যয় যোগ হলে বিশেষণ হয়। যেনে, দৰ্পাল ( proud, arrogant ) from দৰ্প ; গপাল ( proud ) from

গপ; ৰসাল (juicy) from ৰস; জটাল (having matted hair or branching horn) from জট; তেজাল (powerful, strong) from তেজ; কৌটাল (having a mole or spot on the forehead) from কৌট; কোবাল (strong, powerful) from কোব; ধাবাল (sharp) from ধাব; পেটাল (big-bellied) from পেট; মুখাল (chief, spokesman) from মুখ; গাৱাল (corpulent) from গা, গাৱ; গছাল (high as a tree) from গছ; খোন্দাল (hollow) from খোন্দ (a big hole); খঙাল (angry) from খং (ছুটিয়া, খং, গাখো খাওনাঙা = anger); ইত্যাদি।

স্ত্রীলিঙ্গ :—গপালী, কোবালী, পেটালী (?) (cf. পেটুলা, পেটুলী); ইত্যাদি।

দ্বিতীয় ধৰা : এই প্ৰত্যয়ো সংজ্ঞা-শব্দৰ পাচত যোগ হলে বিশেষণ ওলায়। যেনে, ভোগালি, (-ী) (enjoyable, festive) from ভোগ (enjoyment); জোনালী (illuminated) from জোন (moon); ৰঙালি, (-ী) (fit for play, sportive) from ৰঙ্গ (sport); সোণালী, সোণোৱালী (glided, golden) from সোণ (gold); ৰূপালী, ৰূপোৱালী (silvern, made of silver) from ৰূপ; মাজালী (central, midmost) from মাজ (middle); ইত্যাদি।

তৃতীয় ধৰা : ইও বিশেষণ সিদ্ধ কৰে। যেনে, কাঠিয়াল (skilful) from কাঠ (wood); হাবিয়াল (living in, or belonging to, a jungle) from হাবি; সাহিয়াল (brave, courageous), from সাহ; চাপৰিয়াল (living in a chapari), from চাপৰি; মৰমিয়াল (kind, affectionate) from মৰম (affection); ৰঙিয়াল (sportive, red) from ৰঙ্; ৰাগীয়াল (intoxicating) from ৰাগী (intoxication); ফাটকিয়াল (prisoner) from ফাটক (prison); নদীয়াল (fisherman) from নদী (river); বাহিয়াল (frugal, sparing) from বাহি (beginning, saving); ইত্যাদি। ইয়াৰ পৰা দেখা যাব যে সংজ্ঞা-শব্দও হয়। স্ত্রীলিঙ্গ :—হাবিয়ালনী, চাপৰিয়ালনী; ইত্যাদি।

চতুৰ্থ ধৰা : ইও বিশেষণ গঠিত কৰে। যেনে ভিতৰুৱাল (internal) from ভিতৰ (interior); ৰঙুৱাল (sportive) from ৰঙ্ (sport);

বতৰুৱাল ( seasonable ) from বতৰ ( weather, season ); পাহুৱাল ( plump, fat ) from পাহ, স. পাশঃ ( lit. top ); ইত্যাদি।

পঞ্চম থৰা: ই বিশেষ্য আৰু বিশেষণ সিদ্ধ কৰে। যেনে, আগোৱাল ( rower, boatman at the prow ) from আগ ( head, top ); ঘাটোৱাল ( ferryman ) from ঘাট ( a landing or bathing place on a river-bank ); হাটোৱাল ( a visitor of a hat ) from হাট ( market ); খাতোৱাল ( a tenant in a Khat́ ) from খাত ( an estate ); সোণোৱাল ( gold-washer ) from সোণ ( gold ); লাহোৱাল ( worker in lac ) from লা, লাহ ( lac ); মতোৱাল ( intoxicated ) from মত্ত ( intoxication ); সোণোৱালী, ৰূপোৱালী, ইত্যাদি ( দ্বিতীয় থৰা দেখা )।

88৬। মূল ( Derivation )

এই প্ৰত্যয়ৰ মূল প্ৰাকৃত তদ্ধিত 'আল' প্ৰত্যয়। প্ৰাকৃতত সংস্কৃত ৱৎ বা মৎ প্ৰত্যয়ৰ ঠাইত 'আলু', 'আল' আদি প্ৰত্যয় হয় ( হেমচ. ২।১৫৯; বৰৰু. ৪।২৫ )। যেনে, স. ধনৱৎ ( rich ), প্ৰা. ধণালো; স. জ্যোৎস্নাৱৎ ( lustrous; illuminated ), প্ৰা. জোণ্হালো, জোনালী। সংস্কৃত লচ্ প্ৰত্যয়—যেনে, অংসল. মাংসল আৰু সংস্কৃত আল প্ৰত্যয়—যেনে, বাচাল এই প্ৰত্যয়ৰ পৰা পৃথক। সংস্কৃত লচ্ প্ৰত্যয়, যেনে জটাল, এই প্ৰত্যয়ৰ অনুৰূপ হলেও এই প্ৰত্যয়ৰ মূল 'ৱৎ' বুলিহে বিশ্বাস হয়। প্ৰাকৃত 'আল' স্ত্ৰীলিঙ্গত 'আলী' হয়। এই দুই প্ৰত্যয়ৰ পৰা অসমীয়া 'আল' আৰু 'আলী' প্ৰত্যয় আহিছে। 'আলী' প্ৰত্যয়ৰ পাচত স্বাৰ্থিক 'কা ( =আ ) প্ৰত্যয় যোগ হলে আলআ=আলী বা আলি হয়। ই যদিও স্ত্ৰীলিঙ্গৰ প্ৰত্যয় তথাপি অসমীয়াত পুল্লিঙ্গতো ব্যৱহৃত হয়। প্ৰাকৃতৰ সময়তে যে লিঙ্গ-বিপৰ্যয় ঘটিছিল ( হেমচ. ১।৩১-৩৬, ৪।৪৪৫ ) সেই কথা পাহৰিব নালাগে। অসমীয়াত শব্দৰ অন্তত থকা ই বা ঈ-ৰ ঠাইত ই হয় ( § ১১৩ )। সেই নিয়মে 'আলী'ৰ ঠাইত বিকল্পে 'আলি' হয়। 'আল'-প্ৰত্যয়ৰ আগত অসমীয়া 'ইয়া' ( § ৪৪৩ ), 'উৱা' আৰু 'ওৱা' ( § ৪৪১ ) প্ৰত্যয় যোগ কৰিলে ইয়াল, উৱাল আৰু ওৱাল প্ৰত্যয় পোৱা যায়। প্ৰাকৃতত 'ৱ' স্বৰৰ প্ৰাপ্তি আৰু 'ত'ৰ ঠাইত কেতিয়াবা ৰ বা ল হয় ( § ১৪২ )। এই নিয়মে

'ৰৎ'ৰ ঠাইত 'অল্' আৰু তাৰ আগত স্বাৰ্থিক প্ৰত্যয় 'অ' যোগ কৰিলে 'আল্' হয়। এইদৰে 'ৰৎ'ৰ পৰা 'আল্' ওলোৱা সম্ভৱ ( §§ ১৪৬ ১৫২ দেখা )।

### ষষ্ঠ বিধ

| ৪৪৭। | সা. লিঙ্গ | পুংলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|---|
| | ১। অলীয়া | অলীয়া | অলীয়ানী |
| | ২। অলুৱা | অলুৱা | অলুৱানী |
| | ৩। অৱীয়া | অৱীয়া | অৱীয়ানী |
| | ৪। অৰুৱা | অৰুৱা | অৰুৱানী |

এই প্ৰত্যয় যোগত সম্বন্ধবাচক বিশেষ্য বা বিশেষণ সিদ্ধ হয়। কিন্তু এই প্ৰত্যয়ান্ত শব্দ বিৰল।

প্ৰথম থৰা: যেনে, গাঁৱলীয়া ( belonging to a village, a villager ) from গাঁও ( a village ); গজলীয়া ( youthful ) from গাজ ( a sprout ); মিছলীয়া ( liar ) from মিছা ( a lie ); মতলীয়া ( drunk ) from স. মত্ত ( intoxicated ); মজলীয়া ( middle, midling ) from মাজ ( middle ); দীয়লীয়া ( people of a Dia ) from দীয়া ( an ( island in a river ); হাবিয়লীয়া ( wild, jungly ) from হাবি ( a jungle ); দোভাচলীয়া ( double-tongued ) from দো-ভাষা ( double language ); হাজলীয়া ( people of Hajo ) from হাজো ( name of a village ); বাথানলীয়া ( people of a Bathan ) from বাথান ( site for keeping buffaloes ); খৰলীয়া ( dry ) from খৰ ( heat, dryness ); ইত্যাদি।

দ্বিতীয় থৰা: এই প্ৰত্যয়যুক্ত শব্দ অতি বিৰল। যেনে, বঙ্গলুৱা ( pertaining to, or born in, Bengal ) from বঙ্গ ( Bengal ); কেঁচেলুৱা ( half ripe ) from কেঁচা ( green, unripe ); গেৰেলুৱা ( pot-bellied ) from গেঁৰ, স. গোণ্ডঃ ( a fleshy navel ); কেৰেলুৱা ( a kind of worm ) from কীট, বৈ. কুৰুৰু ( a species of worm ), অথ. বে. II. 31. 2 ); ইত্যাদি।

তৃতীয় থৰা: যেনে, বনৱীয়া ( wild ) from বন ( a jungle );

লগৰীয়া ( associate, companion ) from লগ ( union, companionship ); ভাৱৰীয়া ( an actor ) from ভাও ( a play ) : নাৱৰীয়া ( a boatman ) from নাও ( a boat ); কাঠৰীয়া ( a wood-cutter ) from কাঠ ( wood, timber ) ; কাষৰীয়া ( pertaining to a side or edge ) from কাষ ( side or edge ) ; বিজাতৰীয়া ( degenerate ) from বিজাত ( degraded in caste or class ) ; ভাগৰীয়া ( joint ) from ভাগ ( a share ) ; ইত্যাদি ।

স্ত্রীলিঙ্গ লগৰীয়ানী, ভাৱৰীয়ানী, ইত্যাদি ।

চতুৰ্থ থৰা : যেনে, বাটকৰা ( traveller ) from বাট ( a road ) ; হাটকৰা ( person frequenting a hat ) from হাট ( a market ) ; ভাগকৰা ( joint ) from ভাগ ( a share ) ; বেহেকৰা ( engaged in trade, a trader ) from বেহা ( trade ) ; ডেকেকৰা ( full-grown ) from ডেকা ( youth ) ; ঘাটকৰা ( person frequenting a ghat ) from ঘাট ( a bathing cr landing place on a river bank ) ; আধকৰা ( half done ) from আধা ( half ) ; ইত্যাদি ।

## ৪৪৮ । মূল ( Derivation )

সংস্কৃতত তাত হোৱা অৰ্থত য, ইক আদি প্ৰত্যয় হয় । প্ৰাকৃতত সেই অৰ্থত 'ইল্ল' বা 'উল্ল' প্ৰত্যয় হয় ( হেমচ. ২।১৬৩ ) । ইল্ল আৰু উল্ল প্ৰত্যয়ৰ কথা আগেয়ে কোৱা হৈছে ( §৪৩৫ ) । সংযুক্ত 'ল্ল'ৰ এটা লোপ হলে এই প্ৰত্যয় ইল বা উল হয় । অসমীয়াত 'ই' আৰু 'উ'ৰ ঠাইত 'অ' বা 'আ' হয় ( §§১২৯।১৩০ ) । এইদৰে 'অল' প্ৰত্যয় পোৱা যায় । আকৌ 'ল'ৰ ঠাইত ৰ হলে ( §§১০৩।১৫৫ ) 'অৰ' প্ৰত্যয় ওলায় । তাৰ পাচত অসমীয়া তদ্ধিত ইয়া আৰু উৱা যোগ কৰিলে ( §§৪৪১।৪৪৩ ), অলীয়া, অৰীয়া, অলুৱা, অকৰা প্ৰত্যয় পোৱা যায় । এনে প্ৰত্যয় প্ৰাকৃততো পোৱা যায় । যেনে, স. গ্ৰাম্যক বা গ্ৰামিক ( belonging to a village, villager ) = প্ৰা. গামিল্লিআ ( হেমচ. ২।১৬৩ ), গামেল্লুআ ( মৃচ্ছক. ), অ. গাঁৱলীয়া । স. মিশ্ৰম্ ( mixed ), প্ৰা. মীসালিঅম্ ( হেমচ. ২।১৭০ ), অ. মিহলীয়া : ইত্যাদি ।

## সপ্তম বিধ

৪৪৯।

| সা. লি. | পুংলিঙ্গ | স্ত্রীলিঙ্গ |
|---|---|---|
| ১। উলা | উলা | উলী |
| ২। ওলা | ওলা | ওলী |
| ৩। উৱা | উৱা | উৱী |
| ৪। ওৱা | ওৱা | ওৱী |

সম্বন্ধবাচক বিশেষ্য বা বিশেষণ উলিয়াবলৈ এই প্রত্যয়ৰ ব্যৱহাৰ হয়।

প্রথম আৰু দ্বিতীয় থৰা: যেনে, খহুলা ( affected with itch ) from খহু ( an itch, a pustule ), স্ত্রী. খহুলী ; ঠেহুলা ( sulky ) from ঠেহ ( sullenness ), স্ত্রী. ঠেহুলী ; পেটুলা ( pot-bellied ) from পেট ( belly ), স্ত্রী. পেটুলী ; জুটুলা ( short and curly as hair, stunted ) from জট ( mat, tangle ), স্ত্রী. জুটুলী ; খোন্দোলা ( hollow ) from খোন্দ ( big hole in the centre ), স্ত্রী ধুন্দুলী ; গোমোলা ( dark as cloud ) from গোমা ( dark ) ; ফোপোলা, ফোফোলা ( hollow ) from ফোপ, ফোফ ( a hole ) ; গুৰুলা ( reduced to powder or pulp ) from গুৰা ( powder ) ; ইত্যাদি।

তৃতীয় আৰু চতুর্থ থৰা: যেনে, মুজুৰা ( weak and stunted in growth ) from মুজা ( closed or bent ) ; টোটোৰা ( shrivelled up, contracted ) from টুটা ( contracted ), স. টোট ( small, little ) ; চোকোৰা, ছোকোৰা ( the shell of an egg ; a scab ) from চকা ( ? ), স. শকম্ ( part, rind, the scab of a fish ) ; সোপোৰা ( wrinkled, shrivelled ) from সোপা ( a mass ) ; মোকোৰা ( a large mouthful ) from মুখ ( mouth ) ; কিন্তু মোখোৰা ( a muzzle for bullock ) from স. মুখবিন্ ( the bit of a bridle ) ; ইত্যাদি।

৪৫০। মূল ( Derivation )

এই প্রত্যয় বাস্তৱিকে স্বার্থিক আৰু ইয়াৰ আলোচনা ওপৰত ( §§৪৩৪।৪৩৫ ) কৰা হৈছে। কিন্তু 'তাৰ এই ভাৱ' এই অর্থতো ইয়াৰ ব্যৱহাৰ হয় বুলি আকৌ এই প্রত্যয়ৰ উল্লেখ কৰা হল। এই প্রত্যয়ৰ মূল

প্ৰাকৃত 'উল্ল' প্ৰত্যয় ( হেমচ. ২।১৬৩ : §৪৪৮ )। যেনে, স. আত্মন্ ( self ), প্ৰা. অপ্পুল্লম্, অ. আপুন। উল্ল প্ৰত্যয়ৰ পাচত স্বাৰ্থিক 'অ' প্ৰত্যয় যোগ কৰিলে উল্লঅ = উল্লা হয় আৰু 'ল' লোপ হলে 'উলা' হয়। 'ল'ৰ ঠাইত 'ৰ' আৰু 'উ'ৰ ঠাইত 'ও' হলে 'উৰা' আৰু 'ওৰা' হয় ( §১৩২।১৫৫ )। প্ৰাকৃতত স্বাৰ্থে 'উল্ল' প্ৰত্যয় হয় বুলি ওপৰত কোৱা হৈছে ( §৪৩৫ )। যেনে, স. মুখম্ ( mouth ), প্ৰা. মুহুল্লম্, অ. মোকোৰা। 'ইল্ল' প্ৰত্যয় পালিতো আছে ( কাচ্চা. §২৭৯ ) ; যেনে পা. তুণ্ডিল ( having a large snout ) from ( a snout ) = অ. ধোন্দোলা।

## অষ্টম বিধ

| ৪৫১। সা. লি. | পুল্লিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|
| ১। এলা | এলা | এলী |
| ২। এৰা | এৰা | এৰী |

এই প্ৰত্যয়ো বাস্তবিকে স্বাৰ্থিক। কিন্তু প্ৰাকৃতত তাত হোৱা অৰ্থতো এই প্ৰত্যয়ৰ ব্যৱহাৰ হয় বুলি আকৌ ইয়াত উনিকিওৱা হল। এই প্ৰত্যয়ৰ যোগত সম্বন্ধ বিশেষণ সিদ্ধ হয়।

প্ৰথম থৰা : যেনে, গেৰেলা ( pot-bellied ) from গেঁৰ, স. গোণ্ডঃ ( fleshy navel ) ; গেন্ধেলা ( bad : lit having bad smell ) from গন্ধ ( smell ) ; গেঁঠেলা ( hardened & unripe ) from গাঁঠি ( a knot ) ; ফেদেলা ( filthy, dirty ) from ফেদা ( dirt ) ; মেদেলা ( fat, corpulent ) from মেদ ( fat ) ; ইত্যাদি।

দ্বিতীয় থৰা : যেনে, লেতেৰা ( dirty ) from লাট ( tattered clothes ), স. লাটঃ ( old or shabby clothes ) ; হেকেৰা ( oblique, crooked ) from হেকা ( bent ) ; পেনেৰা ( whimpering ) from পেন ( a whimper ) ; লেহেৰা ( inefficient ) from লাহ (wanton sport) ; ইত্যাদি।

৪৫২। মূল ( Derivation )

এই প্ৰত্যয়ৰ মূল প্ৰাকৃত 'ইল্ল' প্ৰত্যয়। তাৰ পাচত স্বাৰ্থিক 'অ' যোগ হলে 'ইল্লা' আৰু 'ল'ৰ লোপ হলে আৰু 'ই'ৰ ঠাইত 'এ' হলে 'এলা'

হয় আৰু 'ল'ৰ ঠাইত ৰ হলে 'এৰা হয়। ইয়াৰ আলোচনা ওপৰত কৰা হৈছে ( §৪৩৫ )।

## নৱম বিধ

৪৫৩।

| | সা. লি. | পুংলিঙ্গ | স্ত্রীলিঙ্গ |
|---|---|---|---|
| ১। | ৱন্ত, ৱান | ৱন্ত, ৱান | অন্তী, ৱন্তী অতী, ৱতী, তী |
| ২। | মন্ত মান | মন্ত, মান | মতী, অন্তী, ৱন্তী, অতী, তী |
| ৩। | অইত, আইত | অইত, আইত | অইতনী, আইতনী |

প্রাতিপদিকৰ পাচত এই প্রত্যয়বিলাক যোগ হলে সম্বন্ধবাচক সংজ্ঞা বা বিশেষণ সিদ্ধ হয়। এই প্রত্যয়ান্ত বেচিভাগ শব্দই তৎসম বা অর্ধ-তৎসম।

প্রথম থৰা : যেনে, ভগৱন্ত ( স. ভগবান্ glorious, illustrious, a deity ) from ভগ ( attributes, virtue ); ভাগ্যৱন্ত ( স. ভাগ্যবান্ fortunate ), স্ত্রী· ভাগ্যৱতী from ভাগ্য ( fortune, luck ); মান্যৱন্ত ( স. মান্যবান্ respectable ), স্ত্রী. মান্যৱতী from মান্য ( respect ); গুণৱন্ত ( স. গুণবান্ meritorious ), স্ত্রী. গুণৱতী from গুণ ( merit ); পুণ্যৱান্ ( virtuous ) from পুণ্য ( virtue ); ইত্যাদি।

এই প্রত্যয়ান্ত কিছুমান শব্দ সচৰাচৰ স্ত্রীলিঙ্গত হে ব্যৱহৃত হয়; যেনে, লাজন্তী ( স. লজ্জাবতী a bashful woman ); ফুলন্তী ( স. ফুল্লবতী ( ? ) a woman expert in weaving ornamental work ); ৰূপন্তী ( স. ৰূপৱতী beautiful woman ); খোড়তী, খোৰতী ( a lame woman ) from স. খোড়, খোৰ বা খোল ( lame ); খীৰতী (স. ক্ষীৰৱতী milch); লাহতী ( স. লাসৱতী a graceful woman ) from লাহ ( decoration ), স. লাসঃ ( dancing ); পাহতী ( স. পাশৱতী a woman having luxuriant hair ) from পাহ ( border hair ), স. পাশঃ ( cf. কেশ-পাশঃ ); নামতী ( a woman expert in singing song ( স. নামৱতী ) from নাম ( song ); ইত্যাদি।

দ্বিতীয় থবা : যেনে, হনুমন্ত (স. হনুমান্ a well-known ape of the Ramayana) : ছিৰীমন্ত, শ্ৰীমন্ত, শ্ৰীমান (স. শ্ৰীমান্ healthy, prosperous), স্ত্ৰী. শ্ৰীমতী ; যশোমন্ত (স. যশস্বিন্ famous, illustrious), স্ত্ৰী. যশোমতী from যশ (fame) ; কাচনমতী (স্ত্ৰী. স. কাঞ্চনবতী a golden or beautiful woman) ; ইত্যাদি।

তৃতীয় থবা : যেনে, সেৱাইত (votary) from সেৱা (worship) ; ডকাইত (robber) from ডকা (robbery) ; গভাইত (confirmed, as a thief) from গৰ্ব (pride ; cf. হেমচ. ২।১৫৯) or গভ (search) ; পঞ্চাইত (village arbitration assembly) from পঞ্চ (five) ; লিঙ্গাইত (worshipper of Siva-linga) from লিঙ্গ (male organ of generation) ; অঘাইত (very great) from আগ (foremost), স. অগ্ৰবান্ ইত্যাদি।

৪৫৪। মূল (Derivation)

এই প্ৰত্যয়ৰ মূল সংস্কৃত তদ্ধিত প্ৰত্যয় ৱৎ আৰু মৎ। বৈদিক যুগত এই প্ৰত্যয় 'ৱন্ত' আৰু 'মন্ত' আছিল[১] আৰু সংজ্ঞা শব্দৰ পৰা সম্বন্ধ-বাচক বিশেষণ উলিয়াবলৈ ইয়াৰ ব্যৱহাৰ হৈছিল। যেনে, বৈদিক অশ্বৱন্ত (owning horses), সখিৱন্ত (having friends), বিষ্ণুৱন্ত (accompanied by Vishnoo), ৰোমণৱন্ত (hairy), পয়স্ৱন্ত (containing milk), অশনিমন্ত (possessing the thunder-bolt), গোমন্ত (rich in cows), চক্ষুষ্মন্ত (possessed of eyes)। সংস্কৃততো কেতিয়াবা (বিশেষকৈ বহুবচনত) ৱন্ত আৰু মন্ত হৈছিল। বৈদিকৰ দৰে প্ৰাকৃতত প্ৰায় সদাই ৱংতো আৰু মংতো প্ৰত্যয় হৈছিল (হেমচ. ২।১৫৯ ; ৱৰৰু. ৪।২৫)। যেনে, প্ৰাকৃত হণুমংতো (স. হনুমান্), জীৱণমংতো (স. জীৱনৱান্ having life) ; সিৰিমংতো (স. শ্ৰীমান্ healthy), ধণৱংতো (স. ধনবান্ rich), ভত্তিৱংতো (স. ভক্তিমান্ pious)। সংস্কৃত প্ৰথমাৰ একবচনত ৱান্ আৰু মান্ হয়। উভয় বিধ প্ৰত্যয় অসমীয়াত ৰক্ষিত হৈছে। স্ত্ৰীলিঙ্গত সংস্কৃতত এই প্ৰত্যয়

১। Macd. Vedic Gramm : § ১৮২।২

ৱতী আৰু মতী আৰু প্ৰাকৃতত ৱংতী আৰু মংতী হয়। এই উভয় বিধ প্ৰত্যয় আৰু সিহঁতৰ ৰূপান্তৰ 'অতী' আৰু 'তী' অসমীয়াত ৰক্ষিত হৈছে। সংস্কৃত মৎ আৰু ৱৎ প্ৰত্যয় প্ৰাকৃতত 'ইংত' (ৱৰৰু. ৪২৫) বা 'ইত্ত' (হেমচ. ২।১৫৯) হয়। তাৰ আগত স্বাৰ্থিক ক (=অ) বা কক (=অঅ=আ) যোগ কৰিলে অইত্তো আৰু আইত্তো আৰু সবল আকৃতিত অইত আৰু আইত হয়। যেনে, স. কাব্যৱান্ (having knowledge in কাব্য), প্ৰা. কব্বইত্তো, অ. কাব্যইত; স. মান্যৱান্ (respectful), প্ৰা. মাণইত্তো (হেমচ. ২।১৫৯), অ. মানইত (?)। প্ৰাকৃত ৱংত বা মংত-ৰ পৰা এই প্ৰত্যয় নামিছে বুলি সহজে ধৰিব পাৰি। ৱংত-ৰ ৱ লোপ হলে অংত হয় আৰু অ-ৰ ঠাইত 'ই' হলে (§১২৩) ইংত (ৱৰৰু. ৪।২৫) হয়। হেমচন্দ্ৰৰ মতে ইংত-ৰ ঠাইত ইত্ত হয়। এই প্ৰত্যয়ো অসমীয়াত ৰক্ষিত হৈছে।

## দশম বিধ

৪৫৫। সা. লি.

১। অম

২। আম

৩। আমি

৪। অমা, মা

এই প্ৰত্যয় অতি বিৰল। সংজ্ঞা-শব্দত আৰু কেতিয়াবা বিশেষণত এই প্ৰত্যয় যোগ কৰিলে সম্বন্ধবাচক বিশেষণ ওলায়। কদাচিত সংজ্ঞা-শব্দও সিদ্ধ হয়।

**উদাহৰণ:** জলম (a buffoon's dress) from জাল (a net); লেহাম, লেহেম (slow) from লাহ (slowness; lit. dancing); ফুলাম (having ornamental design) from ফুল (flower); বাখৰাম, বাখৰামি (set with precious stones) from বাখৰ (precious stone); স. ভাস্কৰ:; গেধেমা, গধমা (thick, rough and heavy) from গাঢ় (thick, dense); লেথেমা (heavy) from লেথা (slow); লোধোমা (corpulent) from লোধ (?), স. লোধ্ৰ: (a kind of flower),

স্ত্রী. লুধুমী ; লুকমা ( stunted ) from লুৰা ( ? ), স. লুংডিকা ( a round mass or ball ) ; লেজাম ( situated at the tail or foot ) from লেজ, নেজ, স. লঙ্গঃ ( tail, foot ) ; ভৈয়াম ( plains, level ground ) = ভূঁই + আম from ভূঁই, ভূমি. ( land ) ; ইত্যাদি।

৪৫৬। **মূল** ( **Derivation** )

এই প্রত্যয়ৰ মূল সংস্কৃত তদ্ধিত প্রত্যয় মৎ। প্রাকৃতত ই 'মংত' হয়। তাৰ 'ংত' ইৎ হলে 'ম' থাকে আৰু তাৰ আগত স্বাৰ্থিক প্রত্যয় ক ( = অ ) আৰু কক ( = অঅ = আ ) যোগ হলে অম, 'আম' হয়। 'আমি'-প্রত্যয়ৰ 'ই' স্বাৰ্থিক ( § ৪৩০ )। আকৌ সংস্কৃত 'মৎ'-প্রত্যয় প্রাকৃতত কেতিয়াবা 'মণ' হয় ( হেমচ. ২।১৫৯ )। যেনে, প্রা. ধণমণো = স. ধনবান্ ( possessed of wealth )। তাৰ 'ণ' লোপ হলে 'ম' থাকে আৰু তাৰ আগত স্বাৰ্থিক 'অ' যোগ হলে অম হয়। যেনে, স. লুণ্ডিকামান্ ( having a round mass ) = প্রা. লুংড়িআমণো = লুংড়িমণো ( = লুড়িমাণো ) = অ. লুকমাণ = লুকমা। প্রাকৃতত মৎপ্রত্যয় কেতিয়াবা 'মা' হয় ( হেমচ. ২।১৫৯ ) ; যেনে, হণুমা = স. হনুমান্ ( well-known ape )। এই 'মা'ৰ পৰা অসমীয়া এই প্রত্যয় আহিছে বুলি সহজে ভাবিব পাৰি।

## একাদশ বিধ

| ৪৫৭। সা. লি. | পুলিঙ্গ | স্ত্রীলিঙ্গ |
|---|---|---|
| ১। **ইয়াৰ** | **ইয়াৰ** | **ইয়াৰণী** |

সংজ্ঞা-শব্দত এই প্রত্যয় যোগ কৰিলে সম্বন্ধবাচক সংজ্ঞা-শব্দ পোৱা যায়। কদাচিত বিশেষণ হয়।

**উদাহৰণ**ঃ বাগিয়াৰ ( artful person ) from বাগি ( excuse, pretence ) ; ঘাসিয়াৰ ( grass-cutter ) from ঘাস, ঘাঁহ ( grass ) ; বন্দীয়াৰ ( prisoner ) from বন্দী ( captive ) ; ফন্দিয়াৰ, ফন্দীয়াৰ ( crafty ) from ফন্দী ( design ) ; মুচীয়াৰ ( tanner ) from মুচী ( a cobbler, a tanner ) ; হুঁচিয়াৰ ( careful ) from হুঁচ ( consciousness ) ; হাতিয়াৰ ( implements ) from হাত ( hand ) ; বাদিয়াৰ ( accuser ) from বাদ ( accusation ) ; ইত্যাদি।

৪৫৮। মূল ( Derivation )

এই প্ৰত্যয়ৰ মূল সংস্কৃত তদ্ধিত 'ইক'=অ. ইয়, ইয়া+স্বাৰ্থিক 'অৰ' প্ৰত্যয়। উভয়ৰ মূল ওপৰত দিয়া হৈছে ( §§ ৪৩৫।৪৪৪ )।

## দ্বাদশ বিধ

| ৪৫৯। সা. লি. | পুংলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|
| ১। অক, | অক, | অৰী, আৰী, |
| আক | আক | উৰী |
| ২। অলু, | অলু, | অলুনী, |
| আলু | আলু | আলুনী |

সংজ্ঞা-শব্দ বা বিশেষণত এই প্ৰত্যয় যোগ হলে সম্বন্ধবাচক সংজ্ঞা বা বিশেষণ হয়।

**উদাহৰণ :** লঠক ( bald-headed man ) from লঠা ( baldness or bald ); হোঁকক ( a smoker ) from হোঁকা ( Hukka, an apparatus for smoking ); বুদাক, বুদক ( one born on a Wednesday ) from বুধ ( Wednesday ); বাটলু ( a concubine, an unchast woman ) from বাট ( a road ); দয়ালু ( kind ) from দয়া ( kindness ); ইত্যাদি।

৪৬০। মূল ( Derivation )

এই প্ৰত্যয়ৰ মূল সংস্কৃত তদ্ধিত প্ৰত্যয় 'আলু'। সংস্কৃত 'মৎ' প্ৰত্যয়ৰ ঠাইত প্ৰাকৃতত 'আলু' প্ৰত্যয় হয় ( হেমচ. ২।১৫৯ ; ৰৰক. ৪।২৫ )। এই প্ৰত্যয় বাস্তৱিকে সংস্কৃত 'আলু'। যেনে, স. স্নেহৱৎ,=প্ৰা. নেহালু ( affectionate ); স. দয়ৱৎ, দয়ালু=প্ৰা. দয়ালু ( kind ); স. ঈৰ্ষাৱৎ, =প্ৰা. ঈসালু ( spiteful ); স. নিদ্ৰাৱৎ, নিদ্ৰালু=প্ৰা. ণিদ্দালু ( sleeping ); স. লজ্জাৱৎ=প্ৰা, লজ্জালু ( bashful ); ইত্যাদি। অসমীয়াত এই 'আলু' প্ৰত্যয় ৰক্ষিত হৈছে। অসমীয়াত কেতিয়াবা 'ল'ৰ ঠাইত 'ৰ' হয় (§§ ১০৩।১৫৫) আৰু 'আ'ৰ ঠাইত 'অ' ( § ১২৬ ) হয়। এই দৰে 'আলু'ৰ ঠাইত 'অলু', 'অক' আৰু 'আক' পোৱা যায়। আলু প্ৰত্যয় তৎসম শব্দত হে যোগ হয়। এই প্ৰত্যয় কৃৎ 'আক' প্ৰত্যয় ( § ৪১৫ ) নহয়।

## ত্ৰয়োদশ বিধ

| ৪৬১। সা. লি. | পুল্লিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|
| ১। আৰ | আৰ | আৰণী, আৰিণী |
| ২। আৰী, আৰি | আৰী, আৰি | আৰীয়ণী, আৰিণী |

ব্যৱসায় বা উপজীৱিকা অৰ্থত এই প্ৰত্যয়ৰ ব্যৱহাৰ হয়। সংজ্ঞা-শব্দৰ পাচত এই প্ৰত্যয় যোগ হয় আৰু সম্বন্ধবাচক শব্দ গঠিত কৰে।

প্ৰথম থৰা: যেনে, কমাৰ ( blacksmith, স. কৰ্মকাৰ: বা কৰ্মাৰ: ) from কৰ্ম, কাম ( work ), স্ত্ৰী. কমাৰণী ; কুমাৰ, ( potter স. কুম্ভকাৰ: from কুম্ভ ( a pitcher, pot ), স্ত্ৰী. কুমাৰণী ; চমাৰ ( a cobbler, স. চৰ্মকাৰ: ) from চৰ্ম ( leather ), স্ত্ৰী. চমাৰণী ; সূতাৰ ( carpenter, স. সূত্ৰধাৰ: ) from সূত্ৰ, সূতা ( a thread ), স্ত্ৰী. সূতাৰণী ; কঁহাৰ ( belt-metal worker, স. কংসকাৰ: ) from কাঁহ ( belt-metal ), স্ত্ৰী, কঁহাৰণী ; ইত্যাদি।

দ্বিতীয় থৰা: যেনে, সোণাৰি ( a goldsmith, স. স্বৰ্ণকাৰ:, সুবৰ্ণকাৰ: ) from সোণ, সোণা ( gold ) ; পূজাৰি ( priest : worshipper, স. পূজাকাৰিন্ ) from পূজা ( worship ) ; ইত্যাদি।

৪৬২। **মূল ( Derivation )**

এই প্ৰত্যয়ৰ মূল সংস্কৃত 'কাৰ' বা 'কাৰিন্'। মা. প্ৰাকৃতত 'কাৰ'ৰ ঠাইত 'আৰো' আৰু 'আলে' হয় আৰু অসমীয়াত 'আৰ' হয় ( হেমচ. ৩।২৮৮ )। সেইদৰে 'কাৰিন্'ৰ ঠাইত অসমীয়াত আৰী, আৰি হয় ; যেনে স. কুম্ভকাৰ: ( potter ), মা. প্ৰা. কুম্ভআলে বা কুংভালে, শৌৰসেনী কুম্ভাৰো, অ. কুমাৰ ; স. পূজাকাৰিন্, মা. প্ৰা. পূজআলিএ, অ. পূজাৰি, পূজাৰী। স্ত্ৰীলিঙ্গত আৰণী সংস্কৃত তদ্ধিত 'আনী' আৰু আৰিণী সংস্কৃত তদ্ধিত 'ইনি'ৰ পৰা ওলাইছে।

## চতুৰ্দশ বিধ

| ৪৬৩। সা. লি. | পুল্লিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|
| ১। আল | আল | আলনী, ঈ. আলিনী |
| ২। আলা | আলা | আলী, ৱালী, আলিনী, ঈ |

সংজ্ঞা-শব্দত এই প্ৰত্যয় যোগ হলে সম্বন্ধবাচক সংজ্ঞা-শব্দ ওলায়।

প্ৰথম থৰা : যেনে, গোৱাল, গুৱাল ( herdsman, milkman ). স্ত্ৰী. গোৱালী, গোৱালিনী, গোৱালনী from গো ( cow ); চকিয়াল ( guardsman ), স্ত্ৰী. চকিয়ালী from চকি ( a picket or guard ); মৈচাল, মৈহাল ( a herdsman ) from ম'হ, মৈহ ( buffalo ); কুঠীয়াল ( keeper of a cottage ) from কুঠী, স. কুটী ( a cottage ); ইত্যাদি।

দ্বিতীয় থৰা : যেনে, দুধালা ( milkman ), স্ত্ৰী. দুধালী, from দুধ ( milk ); বোম্বেৱালা ( man of Bombay ) from বোম্বে; ৰুটীৱালা ( baker ) from ৰুটী ( bread ); গাড়ীৱালা ( owner of cart ) from গাড়ী ( a cart ); পানীৱালা ( water-carrier ) from পানী ( water ); ইত্যাদি। কিছুমান 'অলা'-প্ৰত্যয়ান্ত শব্দৰ 'অলা' প্ৰত্যয় বাস্তৱিকে 'আল' প্ৰত্যয় ( § ৪৪৫ ); যেনে, জঁটলা ( tangled )।

৪৬৪। মূল ( Derivation )

ইয়াৰ মূল সম্ভৱতঃ সংস্কৃত 'পালঃ' ( guardian, keeper ); যেনে, সংস্কৃত গোপালঃ ( herdsman )। তাত স্বাৰ্থিক প্ৰত্যয় 'ক' যোগ হলে 'পালক' হয়। প্ৰাকৃতত 'প'ৰ ঠাইত 'ৱ' হয় ( বৰৰু. ২।১৫ )। অপভ্ৰংশতো হয় ( হেমচ. ৪।৩৩৮ )। যেনে, স. গোপয়তি, অপভ্ৰ. গোৱই, অস. গোৱায় ( whiles away )। প্ৰাকৃতত পাল, পালক শব্দৰ ঠাইত ৱাল, ৱালঅ ( = ৱালা ) হয়। 'ৱ' লোপ হলে অসমীয়াত 'আল' হয়; যেনে, স. গোপালঃ, গোপালকঃ = প্ৰাকৃত. গোৱালো, গোৱালও = অ. গোৱাল।

## পঞ্চদশ বিধ

| ৪৬৫। সা. লি. | পুলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|
| ১। অই, ঐ, ৱই, ৱৈ | অই ( ৱৈ, ৱই ) | অনী ( ৱনী, ৱনী ) |
| ২। আই | আই | আনী |

অধ্যক্ষ বা সম্বন্ধ অৰ্থত সংজ্ঞা-শব্দৰ পাচত এই প্ৰত্যয় যোগ হয় আৰু সংজ্ঞা-শব্দ গঠিত কৰে। প্ৰথম থৰা হ্ৰস্ব আৰু দ্বিতীয় থৰা দীৰ্ঘ।

প্ৰথম থৰা :—যেনে, মেলুৱৈ ( members of a mel or village assembly ) from মেল ( assembly ); ঘাটুৱৈ, ঘাটৈ ( ferryman ) from ঘাট ( a ferry, a landing or bathing place ); হাটুৱৈ ( a visitor of a Hat or market ) from হাট ( a market ); হালুৱৈ ( ploughman ) from হাল ( a plough ); বনুৱৈ ( workman ) from বন ( work ); পমুৱৈ, পামুৱৈ ( a cultivator in a Pam ) from পাম ( a farm, or cultivation in a distant place ); দলৈ ( manager of a temple ) from দ'ল ( a temple ); ইত্যাদি।

এই বিধৰ বহুত শব্দ এই প্ৰত্যয়ান্ত নহয়। যেনে, কাৱৈ ( a kind of fish ) from স. কৱৰী; পেংলাই ( jest ) from কছা. পেংলাই; বাঢ়ৈ ( carpenter ) from স. বৰ্দ্ধকিন্; বেফাই ( calamity ) from স. বিপদ্ ( § ১৪০ ); ইত্যাদি।

দ্বিতীয় থৰা : যেনে, বৈনাই ( younger sister's husband ) from বৈনী, ভনী ( sister ); মেলুৱাই ( members of a meeting : ওপৰত দেখা ); পাণোৱাই ( smoker of পাণ, i.e. opium ) from পাণ ( betel-leaf ); গছোৱাই ( skilled in climbing trees ) from গছ ( a tree ); ইত্যাদি।

৪৬৬। মূল ( Derivation )

এই প্ৰত্যয়ৰ মূল সংস্কৃত 'পতি' ( owner ) বুলি অনুমান হয়। সংস্কৃত পতি শব্দ আদিতে থাকিলে তাৰ ঠাইৰ প্ৰাকৃত 'পই' হয় ( হেমচ. ১।৫ )। কিন্তু কোনো শব্দৰ পিচত বহিলে সি 'ৱই' হয় ( হেমচ. ১।১৩৪ )। যেনে, স. পিতৃপতিঃ ( Yama, Pluto ), প্ৰা. পিউৱই; গৃহপতিঃ ( master of the house ), প্ৰা. গহৱই ( ৰবক. ৪।৩২ )। অসমীয়াতো তেনে হয়। যেনে, স. মেলপতিঃ ( councillor ), প্ৰা. মেলৱই, অ. মেলৱই। আকৌ অসমীয়া শব্দৰ সবল আকৃতিত কেতিয়াবা উপধা স্বৰ একাৰ বা ওকাৰ হয় ( § ৯৫ )। এতেকে সবল আকৃতিত 'মেলৱই' শব্দ ৰূপান্তৰিত হৈ 'মেলুৱই' বা 'মেলুৱৈ' হয়। সেইদৰে বনুৱৈ, পমুৱৈ আদি শব্দ সিদ্ধ হৈছে।

## ষোড়শ বিধ

| ৪৬৭। সা. লি | পুলিঙ্গ | স্ত্রীলিঙ্গ |
|---|---|---|
| ১। ক, কা | ক, কা, কি, কু | কী |
| ২। কিয়া, কীয়া, একীয়া | | |

সংজ্ঞা-শব্দত এই প্রত্যয় যোগ হলে সম্বন্ধবাচক বিশেষণ ওলায়। কদাচিত সংজ্ঞা-শব্দ সিদ্ধ হয়। প্রথম থবা হ্রস্ব আৰু দ্বিতীয় থবা দীর্ঘ।

প্রথম থবা: যেনে, লাজুক (bashful), স্ত্রী. লাজুকী from লাজ (bashfulness); জোনাক, জোনাকী (moon-lit) from জোন (moon); মেলকি (member of a meeting) from মেল (a meeting or conference); ভেলেকা, ভেৰ্কা (dull, foolish), স্ত্রী. ভেলেকী, ভেৰ্কী from স. ভেল (foolish); পেটেকা (dented) from পেট (belly); কথকি, কথকু (eloquent, garrulous) from কথা (speech); বাপেকী (paternal, ancestral) from বাপ (father), স. বপ্রঃ (but see বাপেকি, § ৪৩০); বক্কী (eloquent : cf. বহু-বক্কী) from বোল (speech, word); চহকী (cultivator, rich) from চহ (cultivation ; cf. বৈ. চকৃষ্ to plough); মাহেকী (monthly) from মাহ (month); ভূমকি, ভূমুকি (lit. rising of the moon just above the horizon : light peeping) from স. ভৌম (being on the earth, light); গৰাকী (owner) from ঘৰ (a house); চানেকি (pattern) from চান (sign), স. সংজ্ঞা, প্রা. সণ্ণা; দেউকি (a start from fear) from দেও (a ghost); ইত্যাদি।

দ্বিতীয় থবা:—যেনে, মাহেকীয়া (monthly) from মাহ (a month); চানেকীয়া (looking like) from চান (a sign); পখেকীয়া (fortnightly) from পখ (a measure of time); পৰেকীয়া (lasting for a prahar) from পৰ (a measure of time); বছৰেকীয়া (annual) from বছৰ (a year); জলকীয়া (chilli) from জলা (pungent taste); ইত্যাদি।

৪৬৮। **মূল ( Derivation )**

**ক, কা, কী, কু প্ৰত্যয়ৰ মূল ৬ষ্ঠী বিভক্তি আৰু ষষ্ঠীৰ অৰ্থত প্ৰয়োগ হয় ( § ২৭৫ )। 'কীয়া' প্ৰত্যয়ৰ মূল ষষ্ঠী বিভক্তি + ইয়া ( § ৪৪৩ )। স্ত্ৰী-লিঙ্গত সংস্কৃত 'ঈ' প্ৰত্যয় যোগ হয়। সংজ্ঞা-শব্দৰ প্ৰত্যয় স্বাৰ্থিক ( § ৪৩৯ )।**

## সপ্তদশ বিধ

| ৪৬৯। সা. লি. | পুলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|
| **১। অক** | **অক** | **মতী, অকনী** |

**সংজ্ঞা-শব্দৰ পাচত এই প্ৰত্যয় যোগ কৰিলে সম্বন্ধবাচক বিশেষ্য বা বিশেষণ ওলায়।**

**উদাহৰণ :** যেনে, ভমক ( sudden outburst of anger ) from ভম ( sudden flame ) ; বুধিয়ক ( intelligent ) from বুধি ( intelligence ) ; খেতিয়ক ( cultivator ) from খেতি ( cultivation ) ; ফন্দীয়ক, ফন্দিয়ক ( crafty ) from ফন্দী ( craft, design ) ; কাঠিয়ক ( skilful ) from কাঠ ( wood ) বা কাঠী ( stick ) ; ইত্যাদি।

৪৭০। **মূল ( Derivation )**

এই প্ৰত্যয়ৰ মূল সংস্কৃত তদ্ধিত 'ক' প্ৰত্যয়। যেনে, স. অন্তক: ( Yama ) from অন্ত ( end ) ; পাদক: ( little foot ) from পাদ ( foot )। অসমীয়াত 'ক'ৰ আগত স্বাৰ্থিক প্ৰত্যয় অ ( = ক ) যোগ কৰিলে 'অক' হয় আৰু সন্ধিৰ নিয়মে ইকাৰৰ পাচত অকাৰ থাকিলে 'অ'ৰ ঠাইত বিকল্পে 'য়' হয় ( § ৬৫ )। এইদৰে 'অক' প্ৰত্যয়ৰ ঠাইত বিকল্পে 'য়ক' হয়।

## অষ্টাদশ বিধ

| ৪৭১। সা. লি. | পুলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|
| **১। ময়** | **ময়** | **ময়ী** |

35 **এই প্ৰত্যয় প্ৰচুৰ, বিকাৰ আৰু অভাৱ অৰ্থত সংজ্ঞা-শব্দৰ পাচত যোগ হৈ বিশেষণ সিদ্ধ কৰে।**

**উদাহৰণ :** **ধানময় ( full of paddy ) from ধান ( paddy ) ; পানীময় ( full of water ) from পানী ( water ) ; জোনালীময়**

(abundance of illumination) from জোনালী (illumination); পেঁকময় (full of mud) from পেঁক (mud); সোণাময় (golden) from সোণা (gold); ইত্যাদি।

৪৭২। **মূল** (**Derivation**)

এই প্ৰত্যয়ৰ মূল সংস্কৃত 'ময়ট্' প্ৰত্যয় আৰু সংস্কৃতৰ দৰেই ইয়াৰ ব্যৱহাৰ হয়। প্ৰাকৃতত 'ময়ট'ৰ ঠাইত 'মই' হয় (হেমচ. ১।৫০)। যেনে, স. **বিষময়ঃ** (dangerous, evil) প্ৰা. বিসমও, বিসমও, অ. বিষময়, বিহময়। পালিতো 'ময়' হয় (কাচ্চা. §২৬২); যেনে, স. অয়স্ (iron), পা. অয়; স. অয়স্ময় (made of iron), পা. অয়ময়; স. সুবৰ্ণ (gold), পা. সুৱণ্ণ; স. সুবৰ্ণময় (made of gold), পা. সুৱণ্ণময়। অসমীয়া প্ৰত্যয়ো তেনে।

## ঊনত্ৰিংশ বিধ

| ৪৭৩। সা. লি. | পুংলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|
| ১। তি, তী, অতি | — | — |
| ২। তীয়া | — | — |
| ৩। তিয়াল, তীয়াল | তিয়াল, তীয়াল | তিয়ালনী, তীয়ালনী |
| ৪। তিয়াৰ, তীয়াৰ | তিয়াৰ, তীয়াৰ | তিয়াৰণী, তীয়াৰণী |

তাত হোৱা অৰ্থত সংজ্ঞা-শব্দৰ পাচত এই প্ৰত্যয় যোগ হয় আৰু লব্ধ শব্দ বিশেষণ হয়। প্ৰথম থৰা হ্ৰস্ব, দ্বিতীয় থৰা দীৰ্ঘ আৰু তৃতীয় আৰু চতুৰ্থ থৰা দীৰ্ঘ আৰু যৌগিক।

প্ৰথম থৰা: যেনে, পুঁৱতি (approaching morning) from পুৱা (morning); বাপতি (ancestral) from বাপ (father); বেলেগতি (separated) from বেলেগ (separate, separation); আগলতী (top of a plantain-leaf) from আগল (front or fore-part), আগ (top, front); বাৰতি (time without number; cf. বাৰতি-কাল) from বাৰ (twelve or times); পাচতি বা পচতি (ceremony performed on the fifth day of Krisna's birth) from পাঁচ (five); ইত্যাদি।

দ্বিতীয় থৰা : যেনে, বাপতীয়া ( ancestral, paternal ) from বাপ ( father ) ; আলগতীয়া ( separated ) from আলগ ( unmixed ) ; আলাগতীয়া ( useless ) from আলাগ ( unwanted ) ; বেলেগতীয়া ( separated ) from বেলেগ ( separate, separation ) ; তলতীয়া ( inferior, subordinate ) from তল ( bottom ) ; পুঁৱতীয়া ( approaching morning ) from পুৱা ( morning ) ; শেহতীয়া ( born or produced last ) from শেহ ( end ) ; পাচতীয়া ( later, posterior ) from পাচ ( back, behind ) ; আগতীয়া ( anterior ) from আগ ( before, front ) ; কাষতীয়া ( pertaining to a side ) from কাষ ( side ) ; আগলতীয়া ( pertaining to the top of a plantain-leaf ) from আগল ; বানতীয়া ( flooded ) from বান ( flood ) ; ইত্যাদি।

তৃতীয় আৰু চতুৰ্থ থৰা : যেনে, লাগতিয়াল ( necessary, useful ) from লাগ ( necessity ) ; নামতিয়াল ( native of the plains ) from নাম ( lower part ) ; চাবতিয়াল ( dexterous ) from চাব ( a stroke or thump ) ; মাছতিয়াৰ ( a skilful fisher ) from মাছ ( fish ) ; ইত্যাদি।

( ক ) প্ৰথম থৰা কেতিয়াবা সংজ্ঞা হয়। যেনে, কমতি ( shortage ) from কম ( less, short ) ; চলতি ( usage ) from চল ( use ) ; পচতি ( a ceremony on the fifth day of Krishna's birth ) from পাঁচ ( five ) ; খজতি, খজুৰতি ( itch ) from খইজ্, স. খৰ্জুঃ ( itch ) ; ঘুমতি ( drowsiness ) from ঘুম ( sleep ) ; সঙ্গতি ( a sect ) from সঙ্গ ( companionship ) ; চগতি ( flesh, meat ) from সঙ্ঘ ( a group, combination ) বা স. সা গতিঃ ( same fate ; cf. মাংস=মাং সঃ he me=meat, flesh ; ইত্যাদি।

কৃৎ তি আৰু অতি প্ৰত্যয়ৰ কথা পাছৰিব নালাগে ( §৪১৭ )।

৪৭৪। **মূল ( Derivation )**

এই প্ৰত্যয়ৰ মূল সংস্কৃত 'বৃত্ত' বা 'বৃত্তি' ( condition, mode of life, earnings, etc. )[১]। প্ৰাকৃতত 'বৃত্তি'ৰ ঠাইত 'ৱট্টি' হয় ( হেমচ.

---

১। See Hornle : Comp, Gramm. §২৪৪.

২।৩০ ) আৰু এই শব্দ হিন্দীত ৰটী আৰু অসমীয়াত 'ৰ্' লোপ হলে অতী, অতি, তী বা তি হয়। যেনে, স. সন্ধবৃত্তিঃ ( close combination ), প্ৰা. সম্ধৱট্টি, হি. সগৌতী ( meat, flesh ), অ. চগতি ( meat ) ; বপ্ৰবৃত্তিঃ ( earning of father, patrimony ), প্ৰা. বপ্পবট্টি, বাপবট্টি, হি. বাপৰটী বা বপৌটী, অস. বাপতি। 'তি'ৰ পাচত ঈয়া, ইয়াল আৰু ইয়াৰ প্ৰত্যয় ( §§ ৪৪৩।৪৪৫।৪৫৭ ) যোগ কৰিলে আনবিলাক প্ৰত্যয় পোৱা যায়।

## বিংশ বিধ

৪৭৫। সা. লি.

১। চী

২। চীয়া

তাত হোৱা বা তাৰ প্ৰকৃতি বুজাবলৈ সংজ্ঞা-শব্দৰ পাচত এই প্ৰত্যয় যোগ কৰি বিশেষণ সিদ্ধ কৰা হয়। প্ৰথম থৰা হ্ৰস্ব, দ্বিতীয় থৰা দীৰ্ঘ।

**উদাহৰণ ঃ** খৰচী, খৰচীয়া ( coarse as powder ) from খৰ ( hard, rough, solid ) ; ঘৰচীয়া ( domestic ) from ঘৰ ( house ) ; কেৰেচী, কেৰেচীয়া ( half-tamed, as an animal ) from স. কিৰিঃ ? ( a hog, boar ) বা কেতঃ ( house ) ; ইত্যাদি।

৪৭৬। মূল ( Derivation )

এই প্ৰত্যয়ৰ মূল সম্ভৱতঃ সংস্কৃত ষষ্ঠী বিভক্তি[১]। সংস্কৃত ৬ষ্ঠী বিভক্তি স্য প্ৰাকৃতত স্স হয় ( §২৩৪ )। তাৰ 'স' ইং হলে অসমীয়াত চ ( =স ) হয়। তাৰ পাচত অসমীয়া তদ্ধিত প্ৰত্যয় 'ঈ' যোগ কৰিলে 'চী' আৰু 'ঈয়া' যোগ কৰিলে 'চীয়া' হয় ( §§ ৪৩৭।৪৪৩ )। হিন্দীত এই প্ৰত্যয় 'চা' হয়। যেনে, ঘৰচা ( domestic )[২]।

## একবিংশ বিধ

৪৭৭। সা. লি.

১। চ, চা, চী

২। চীয়া, চুৱা

---

১। ডাক্তৰ শ্ৰীযুক্তবাণীকান্ত কাকতিদেৱে ইয়াৰ মূল সংস্কৃত 'ত্য' বুলি ভাবে।

২। See Hornle, Comp. Gramm. § ২৪০

সাদৃশ্য বুজাবলৈ সংজ্ঞা বা বিশেষণ-শব্দৰ পাচত এই প্ৰত্যয় যোগ কৰি বিশেষণ সিদ্ধ কৰা হয়। প্ৰথম খৰা হ্ৰস্ব আৰু দ্বিতীয় খৰা দীৰ্ঘ।

**উদাহৰণ:** আপোচ ( kindred, amicable ) from অপভ্ৰ. অপ্প ( হেমচ. ৪।৪২২, ৪২৩ ), প্ৰা. অপ্পা ( হেমচ. ২।৫১ ), স. আত্মন্ ( self ); তলচা ( lit. almost bottom, bottom ) from তল ( bottom ); খিম-খৰিচা ( rough dry powder of fermented bamboo shoot ) from খৰ; টেঙচা, টেঙচী ( somewhat acid ) from টেঙা ( acid ); কালচা ( blackish ) from ক'লা ( black ); পানচা, পানচীয়া ( insipid ) from পানী ( water ); টেৰচা, টেৰচীয়া ( slanting ) from টেৰা ( incline, slanting ); স. টেৰ, টেৰক ( squaint-eyed ); ভেমেচা ( crooked ) from স. ভূমিঃ ( an eddy ); ৰাংচীয়া ( reddish ) from ৰঙা ( red ); মৰচীয়া ( blackened or rendered brittle ) from মৰা ( dead ); ৰঙ্চীয়া, ( almost coloured ) from ৰং ( colour ); পইচা ( a pice ) from পাই ( a pie ); ইত্যাদি।

৪৭৮। মূল ( **Derivation** )

এই প্ৰত্যয়ৰ মূল সংস্কৃত তদ্ধিত 'দেশীয়' প্ৰত্যয়। সংস্কৃতত ঈষৎ অসমাপ্তি ( ন্যূন ) অৰ্থত 'দেশীয়' প্ৰত্যয় হয়। দেশীয় প্ৰত্যয়ৰ 'দে' লোপ হলে 'শীয়' থাকে। তাত স্বাৰ্থিক প্ৰত্যয় যোগ কৰিলে অসমীয়াত 'চীয়অ'—'চীয়া' হয় আৰু 'য়' ত্যাগ কৰিলে চী হয়। চ আৰু চা প্ৰত্যয় 'চী'ৰ ৰূপান্তৰ আৰু 'চুৰা' প্ৰত্যয় 'চীয়া'ৰ ৰূপান্তৰ।

## দ্বাবিংশ বিধ

৪৭৯। সা. লি.

১। অল

২। আল

সংজ্ঞা-শব্দৰ পাচত এই প্ৰত্যয় যোগ হলে সম্বন্ধবাচক বিশেষণ বা বিশেষ্য হয়।

**উদাহৰণ:** মলিয়ন ( dirty ) from মলি, মল ( dirt ), স. মলঃ ( dirt, filth ); ভাটীয়ন ( down-stream ) from ভাটী ( down a

**stream** ); গাঁঠিয়ন (a fragrant knotty root) from গাঁঠি. স. গ্ৰন্থিঃ (a knot); বিহুৱান (present at the Bihu festival, cloth-present of the Bihu) from বিহু, স. বিষুৱৎ (vernal equinox); বগুৱান (a ridge of high land) from বগুৱা (central stem of a plantain leaf); ইত্যাদি।

৪৮০। **মূল (Derivation)**

এই প্ৰত্যয়ৰ মূল সংস্কৃত তদ্ধিত প্ৰত্যয় 'মৎ'। প্ৰাকৃতত এই 'মৎ' প্ৰত্যয় 'মণ' হয় (হেমচ. ২।১৫৯)। যেনে, স. ধনৱান্ (rich) - প্ৰা. ধণমণো বা ধণৱংতো। শব্দৰ মাজত পৰিলে 'ম' লোপ হয় বুলি ওপৰত কোৱা হৈছে (§ ১৭২)। এতেকে প্ৰাকৃত 'মণ' প্ৰত্যয় অসমীয়াত 'অন' হয় বুলি সহজে ভাবিব পাৰি। যেনে, স. বিষুৱৎ (equinox) = বিসুমণো, বিসুৱংতো (?) = অ. বিহুৱান (things given at the equinox); স. গ্ৰন্থিৱৎ (having knots) = প্ৰা. গম্‌ঠিমণো = অ. গাঁঠিয়ন। অসমীয়া 'আন' প্ৰত্যয় সংস্কৃত 'ৱান'ৰ ৰূপান্তৰ।

## ত্ৰয়োবিংশ বিধ

৪৮১। সা. লি.

১। **অই (ঐ)**

২। **আই**

সাধাৰণতঃ বিশেষণৰ পৰা গুণবাচক বিশেষ্য (abstract noun) উলিয়াবলৈ এই প্ৰত্যয়ৰ ব্যৱহাৰ হয়।

**উদাহৰণঃ** বৰই (বৰৈ), বৰাই (greatness, pride) from বৰ (large, great), স. বড্ৰ (large, big, great): cf. "ঘুমতিৰ বৰৈৰ পুৰা। তিৰীৰ সকমুৰা॥"; টাই (pride, arrogance) from টঁক. (anger), স. টংকঃ (pride, anger); উলাই (contempt) from স. উল্লংঘনম্ (?) (disregard); মিঠৈ, মিঠাই (lit. sweetness: molasses) from মিঠা, স. মিষ্টম্ (sweet); সতাই (goodness) from সৎ (good, virtuous); বোজাই (burden of a boat or cart) from বোজা (burden); হোজাই (simplicity) from হোজা (simple); দূৰৈ (distance) from

দূৰ ( distant ); দোহাই ( cry for justice ) from দ্ৰোহ ( wrong, offence ); পোষ্টাই ( strength, plumpness ) from পুষ্ট ( fat, strong ); লাই ( indulgence ) from স. লল ( playful, lolling ); ইত্যাদি।

৪৮২। মূল ( Derivation )

এই প্ৰত্যয়ৰ মূল সংস্কৃত তদ্ধিত প্ৰত্যয় 'তল্', স্ত্ৰীলিঙ্গত 'তা'। প্ৰাকৃতত এই প্ৰত্যয় 'দা' হয় ( হেমচ. ৪।২৬০,২।১৫৪ )। তাত স্বাৰ্থিক প্ৰত্যয় অ ( =ক ) যোগ কৰিলে স. 'তিকা' প্ৰত্যয় হয় ( স্ত্ৰীলিঙ্গত 'ইকা' প্ৰত্যয়; যেনে, বাধা, বাধিকা; বালক, বালিকা )। প্ৰাকৃতত প্ৰত্যয়টো 'দিআ' বা 'ইআ' হয়। তাৰ আগত প্ৰাতিপদিকৰ 'অ' যোগ হলে অইআ ( =অই ) আৰু তাত স্বাৰ্থিক প্ৰত্যয় অ যোগ হলে অঅইআ ( =আই ) হয়। এইদৰে অসমীয়া অই আৰু আই প্ৰত্যয় পোৱা যায়। যেনে, স. বড্ড—প্ৰা. বড্ডো; বা স. বড্ডতা=প্ৰাকৃত বড্ডআ; বা স. বড্ডতিকা=প্ৰা. বড্ডদিআ বা বড্ডইআ=অ. বৰই ( বৰৈ )[১]।

## চতুৰ্ব্বিংশ বিধ

৪৮৩। সা. লি.

১। আৰ

২। অনি, আনি

সংজ্ঞা বা বিশেষণৰ পাচত এই প্ৰত্যয় যোগ হলে গুণবাচক বিশেষ্য ( abstract noun ) পোৱা যায়।

প্ৰথম থৰা: যেনে, চাৰৰ ( height ) from চৰা বা চাৰা ( high ); উধাৰ ( height ) from উৰ্দ্ধ ( high ); উৰাৰ ( flight ) from উৰা ( flying ); ইত্যাদি।

দ্বিতীয় থৰা: যেনে, খাৰনি ( solution of potash or soda ) from খাৰ ( potash or soda ); তেলনি ( act of frying in oil ) from তেল ( oil ); তিলনি ( a funeral ceremony in which *til* is used )

১। ডাক্তৰ শ্ৰীযুক্তবাণীকান্ত কাকতিদেৱে ইয়াৰ মূল বৈদিক 'অতি' প্ৰত্যয় বুলি ভাবে। কিন্তু স্বৰ-বিকৃতিৰ নিয়মে 'তাতি'ৰ ঠাইত 'আৰি' বা 'আলি' হে হ'ব: See Hornle, Comp Gramm. § 223.

from তিল ( sesamum ) ; ফুটানি ( pride, ostentation ) from ফুট ( glory ) ; ফুটনি ( deficiency ) from ফুট্ ( short ) ; জুৰণি ( a cooling draught ) from জুৰ ( cool ) ; জেকনি ( dampness ) from জেকা ( damp ) ; ইত্যাদি।

৪৮৪। **মূল ( Derivation )**

এই প্রত্যয়ৰ মূল সংস্কৃত তদ্ধিত 'ত্ব' আৰু বৈদিক 'ত্বন্' প্রত্যয়[২]। প্রাকৃতত আৰু অপভ্রংশতো এই প্রত্যয় ত্ত, ত্তণ হয় ( হেমচ. ২।১৫৪, ১৭২ ; ৪।৪৩৭ )। যেনে, বৈ. বড্ডত্বনস্ত ( of greatness ) = প্রা. বা. অপভ্র. বড্ডণহো। প্রাকৃত স্ত্রীলিঙ্গত ত্বন্ প্রত্যয় ত্তণিআ ( = ত্তণিকা ) হয় আৰু ত্ত্ ইৎ হলে অণিআ হয়। প্রাতিপদিকৰ অন্তত থকা 'অ' যোগ কৰিলে এই প্রত্যয় অঅণিআ, বা অইআ হয়। তাৰ পৰাই অসমীয়া অনি, আনি প্রত্যয় ওলাইছে। এই প্রত্যয় মূলত স্ত্রীলিঙ্গ। কিন্তু আমি তাক ক্লীবলিঙ্গৰ দৰে ব্যৱহাৰ কৰো। সিন্ধী ভাষাতো তেনে হয়। যেনে, অচ্ছাণি ( whiteness ), কৰাণি ( blackness ), বড়াণি ( greatness )। আৰ প্রত্যয় কিন্তু স্ত্রীলিঙ্গ নহয়। প্রাকৃত 'ত্ত' প্রত্যয়ৰ 'ত্ত্' লোপ হলে আৰু প্রাতিপদিকৰ শেষত থকা অ যোগ হলে অঅ প্রত্যয় হয় আৰু প্রাতিপদিকৰ শেষত স্বার্থিক অ ( = ক ) যোগ কৰিলে এই প্রত্যয় অঅঅ = আঅ হয়। উচ্চাৰণৰ সুবিধাৰ বাবে এই আঅ প্রত্যয় আৰ কৰা হয় ( § ৩২ )। যেনে, স. স্ফুটত্বন্ ( act of making famous ), প্রা. ফুটত্তণ, স্ত্রী. ফুটত্তণিঅ = ফুটঅণিআ, বা স. ফুটকত্বন্, প্রা. ফুটঅত্তণ, স্ত্রী. ফুটঅত্তণিআ = ফুটঅঅণিআ = ফুটাণিআ, অস. ফুটনি, ফুটানি। স. উর্ধ্বত্বম্ ( height ), প্রা. উধ্বত্ত বা উধ্বঅত্তো = উধ্বঅও = উধ্বাও = অস. উধাৰ।

## পঞ্চত্রিংশ বিধ

৪৮৫। সা. লি.

### ১। অনি

সমূহ বা তাত হোৱা অর্থত সংজ্ঞা-শব্দৰ পাচত 'অনি' প্রত্যয় হয়।

যেনে, বেতনি ( a place abounding in cane ), স. বেতস্বান্ from

২। Macd. Vedic Gramm. § ১৮২।২, যেনে. সখিত্বন্ ( friendship ).

বেত ( cane ), স. বেতস্ ; নলনি ( a place abounding in reeds ), স. নড্বান্ from নল, স. নড়ঃ,-ড়ং ( reed )। সেইদৰে, খেৰণি ( ground under thatch ) from খেৰ ( thatch ), স. খটঃ ( grass ) ; পদুমনি ( lake or *beel* full of lotuses ) from পদুম ( lotus ) ; কাঠনি ( tree·forest ) from কাঠ ( wood ) ; পিটনি ; ( water covered with floating aquatic grass ) from পিট ( floating acquatic plants ) ; দলনি ( land or water covered with *Dal* grass ) from দল ( a kind of grass ) ; নাহৰণি ( a place abounding in Nahar trees ) from নাহৰ ( a kind of timber ) ; ইকৰাণি ( a place full of *Ikras* ) from ইকৰা ( a kind of reed ) ; চুৰনি, চুৰানি ( a place where filth and refuse are thrown ) from চুৰা ( remnant of food or impure things ) ; ধাননি ( paddy field ) from ধান ( paddy ) ; ইত্যাদি।

৪৮৬। মূল ( **Derivation** )

এই প্ৰত্যয় বাস্তৱিকে স্ত্ৰীলিঙ্গত ব্যৱহৃত হয়। কিন্তু আমি ইয়াক ক্লীবলিঙ্গৰ প্ৰত্যয় বুলি ধৰো আৰু সেইদৰে ইয়াৰ ব্যৱহাৰ কৰো। এই প্ৰত্যয়ৰ মূল সংস্কৃত তদ্ধিত প্ৰত্যয় ড্বতুপ্ ( =বান্ )। যেনে, কুমুদ্বান্, নড্বান্, বেতস্বান্, ইত্যাদি। অসমীয়াত এই প্ৰত্যয়ৰ আকাৰৰ ঠাইত অকাৰ হয় আৰু স্ত্ৰীলিঙ্গৰ প্ৰত্যয় ঈ যোগ হয় আৰু 'ঈ'ৰ ঠাইত 'ই' হয়। যেনে, কুমুদনি, নলনি, বেতনি, ইত্যাদি। এই প্ৰত্যয় যোগ হলে প্ৰাতিপদিকৰ ইকাৰৰ পাচত 'অ'ৰ ঠাইত 'য়' হয় আৰু উকাৰৰ পাচত ৱ হয় ( সন্ধিৰ নিয়ম দেখা, § ৬৫ )। যেনে, হাবিয়নি ( forest ), উলুৱনি ( ground covered with ulū grass )।

## ষড়্‌বিংশ বিধ

৪৮৭। স. লি.

১। অৰ

ভাৱ এই ভাৱ এনে অৰ্থত এই প্ৰত্যয় যোগ হয় আৰু এই প্ৰত্যয় নিষ্পন্ন শব্দ গুণবাচক বিশেষ্য হয়। ইকাৰান্ত আৰু উকাৰান্ত প্ৰাতিপদিকৰ পাচত এই প্ৰত্যয়ৰ 'অ' বিকল্পে য় আৰু ৱ হয়। এই প্ৰত্যয়ান্ত শব্দ অতি বিৰল।

যেনে, কালিয়ন ( credit ) from স. কালিকা ( price of an article to be paid by instalments ) ; পতিয়ন[১] ( conviction, belief ) from স. প্ৰত্যয়ঃ ( trust, belief ) ; ইত্যাদি।

৪৮৮। **মূল ( Derivation )**

এই প্ৰত্যয়ৰ মূল বৈদিক তদ্ধিত প্ৰত্যয় 'ত্বন্'। তাৰ পৰা প্ৰাকৃতত ত্তণ্ হয় বুলি ওপৰত (§ ৪৮৪ ) কোৱা হৈছে। 'ত্তণ'ৰ 'ত্ত্' লোপ হলে 'অণ' থাকে। এই প্ৰত্যয় অসমীয়াত ৰক্ষিত হৈছে। যেনে বৈ. স. কালিকাত্বন=প্ৰা. কালিআত্তণ=অ. কালিয়ন।

## সপ্তত্ৰিংশ বিধ

৪৮৯। সা. লি.

১। আলি

২। অৰি, আৰি

সংজ্ঞা-শব্দ বা বিশেষণৰ পাচত এই প্ৰত্যয় যোগ হলে গুণবাচক বিশেষ্য ওলায়।

প্ৰথম থৰা : যেনে, বুঢ়ালি ( qualities of an old man ) from বুঢ়া ( old, old man ) ; টেঙৰালি ( artfulness ) from টেঙৰ ( artful ) ; খৰালি ( dry season, winter ) from খৰ ( drought ) ; সোৰোপালি ( idleness ) from সোৰোপা ( idle ) ; বান্দৰালি ( qualities of a monkey, shamelessness ) from বান্দৰ ( a monkey ) ; বলিয়ালি ( madness ) from বলিয়া ( mad ) ; ধূৰ্তালি ( cunningness ) from ধূৰ্ত ( cunning ) ; ল'ৰালি ( childishness ) from ল'ৰা ( a boy ) ; ওজালি ( profession of an Ojhā ) from ওজা ( the head of a chorus ) ; মইমতালি ( self-conceit ) from মইমত ( self-willed ) ; ইত্যাদি।

দ্বিতীয় থৰা : যেনে, ভালৰি ( goodness, friendship ) from ভাল ( good ) ; লাটৰি ( coarseness ) from লাট ( coarse part of *muga*

১। 'পতিয়া'ৰ পৰা ওলাইছে বুলি ধৰিলে কৃৎ প্ৰত্যয় 'অন্' (§৪২১ ) হব। যেনে পতিয়া+অন্=পতিয়ান, পতিয়ন।

silk ) ; কাষৰি ( side or edge of an embankment in a rice-field ) from কাষ ( side, edge ) ; কুৰাৰি ( ill-will, spite ) from কোৰ, স. কুক্ষিঃ ( interior of anything ) ; গোহাৰি ( prayer ) from স. গ্ৰহঃ ( tenacity, persistence ) ; সভাৰি ( remuneration to an assembly ) from সভা ( a meeting ) ; ইত্যাদি।

৪৯০। মূল ( **Derivation** )

এই প্ৰত্যয় বাস্তৱিকে স্ত্ৰীলিঙ্গ আৰু গুণবাচক সংজ্ঞা-শব্দ উলিয়াবলৈ ব্যৱহৃত হয়। কিন্তু আমি ইয়াক সাধাৰণ বা ক্লীবলিঙ্গ স্বৰূপে ব্যৱহাৰ কৰোঁ। এই প্ৰত্যয়ৰ মূল বৈদিক তদ্ধিত 'তাতি' প্ৰত্যয়[১]। বৈদিকত 'তাতি' আৰু 'তাড়্' প্ৰত্যয় 'তা' প্ৰত্যয়ৰ নিচিনা স্ত্ৰীলিঙ্গৰ গুণবাচক বিশেষ্য গঠিত কৰিবলৈ ব্যৱহৃত হয় ( Macd. Vedic Gramm. §১৮২।২ )। প্ৰাকৃতত স্বৰৰ পিচত থকা 'ত'ৰ ঠাইত কেতিয়াবা 'ড়' হয় ( হেমচ. ১।২০৬ ; বৰুক. ২।৭ )। যেনে, স. প্ৰতিসৰ ( dependant, subject ) = প্ৰা. পড়িসৰো ; স. ৱেতসঃ ( cane ) = প্ৰা. বেড়িসো ; স. পতাকা ( flag ) = প্ৰা. পড়াআ ; স. প্ৰতিমা ( idol ) = প্ৰা. পড়িমা ; স. প্ৰতিকৰোতি ( requites, repays ) = প্ৰা. পড়িকৰই ; স. ৱিভীতকঃ ; ( a kind of tree ) = প্ৰা. বহেড়ও, অ. ভইৰা ; স. সুকৃতম্ ( skilful ) = প্ৰা. সুকড়ম্। এই-দৰে প্ৰাকৃতত 'তাতি'ৰ ঠাইত 'তাড়ি' হয়। আকৌ প্ৰাকৃতত স্বৰৰ পাচত অসংযুক্ত 'ড়' থাকিলে সি প্ৰায়ে 'ল' হয় ( হেমচ. ১।২০২ ; বৰুক. ২।২০ )। যেনে, স. গৰুড়ঃ = প্ৰা. গৰুলো ; স. তড়াগম্ ( a tank or lake ) = প্ৰা. তলায়ম্ ; স. ক্ৰীড়তি ( he plays ) = প্ৰা. কীলই। সংস্কৃতত ড়, ল উভয়ে হয়। যেনে, স. দাড়িমম্ দালিমম্ ( pomegranate ) ; গুড়ঃ, গুলঃ ( molasses ) ; নাড়ী, নালী ( artery, tube ) ; নড়ম্, নলম্ ( a species of reed )। অসমীয়াতো হয় ( §§ ১৪৬।১৫২ )। এতেকে জনা যায় যে প্ৰাকৃতত 'তাড়ি' প্ৰত্যয় ৰূপান্তৰিত হৈ 'তালি' হয়। এই প্ৰত্যয়ৰ 'ত' প্ৰাতিপদিকত যোগ হওঁতে শব্দৰ মাজত পৰে। তেনে অৱস্থাত ( অৰ্থাৎ পদমধ্যবৰ্তী স্বৰৰ পাচৰ অসংযুক্ত ) 'ত'ৰ লোপ হয় ( হেমচ. ১।৭৭ ; বৰুক.

---

১। ডাক্তৰ শ্ৰীযুক্ত বাণীকান্ত কাকতিদেৱে এই প্ৰত্যয়ৰ মূল বিশেষণ-প্ৰত্যয় আল+ গুণবাচক বিশেষ্য-প্ৰত্যয় ই<ইকা বুলি অনুমান কৰে।

২।২ )। যেনে, স. বিতানম্ (leisure, rest) = প্রা. বিআণম্; স. ৰসাতলম্ (region under earth) = প্রা. ৰসায়লম্; স. যতিঃ (ascetic) = প্রা. জই; স. ভূতম্ (become) = প্রা. ভূঅং। এতেকে ধৰিব পাৰি যে 'তালি' প্রত্যয় প্রাকৃতত্তে স্বৰ-বিকৃতিৰ নিয়মে 'আলি' হৈছে আৰু এইয়েই অসমীয়া প্রত্যয়। যেনে, বৈ. জ্যেষ্ঠ-তাতিঃ (superiority) = প্রা. জেঠ্ঠ-আড়ি = জেঠ্ঠআলি = অস. জেঠালি (qualities of a Jetha, father's elder brother)। সেইদৰে বৈদিক সৰ্ব-তাতিঃ (complete welfare or completeness) = প্রা. সৰ্‌ৱআলি = অ. সৰালি (?)। বঙালীতো এই প্রত্যয় আছে। যেনে, চতুৰালি (deception)। এতিয়া বুজিব পৰা যাব যে 'তাতি'ৰ পৰা 'তাড়ি' বা 'তাৰি' আৰু তাৰ 'ত' লোপ হলে 'আৰি' তাৰ ৰূপান্তৰ 'অৰি' পোৱা যায়।

## অষ্টত্রিংশ বিধ

৪৯১. সা. লি.

### ১। আমি

গুণবাচক বিশেষ্য সিদ্ধ কৰিবলৈ সংজ্ঞা শব্দ বা বিশেষণত এই প্রত্যয় যোগ হয়। কিন্তু সচৰাচৰ অসমীয়াত এই প্রত্যয়ৰ সলনি 'আলি' প্রত্যয়ৰ ব্যৱহাৰ হয়।

**উদাহৰণ:** দুষ্টামি (wickedness) from দুষ্ট (wicked); লুচ্ছামি (lasciviousness) from লুচ্ছা (licence, desire), প্রা. লিচ্ছা (হেমচ. ২।২১), স. লিপ্সা; ধূর্তামি (artfulness) from ধূর্ত (artful); লৰামি (childish behaviour) from ল'ৰা (a boy); ফাত্রামি (insincerity, untruthfulness, jest) from ফাত্রা (insincere); ইত্যাদি।

পক্ষে, দুষ্টালি, লুচ্ছালি, ধূর্তালি, লৰালি, ফাত্রালি।

৪৯২। মূল (Derivation)

এই প্রত্যয়ৰ মূল সংস্কৃত তদ্ধিত ত্ব বা বৈদিক ত্বন্ প্রত্যয়। প্রাকৃতত এই প্রত্যয় 'ইমা' বা 'ত্তণ' হয়।[১] যেনে, স. পীনত্বম্ (state of being plump, fleshly or thick,—said of woman's breasts), প্রা. পীণিমা

১। "ত্বস্য ডিমাত্তণৌ বা", হেমচ. ২।১৫৪

বা পীণত্বণং ; স. পুষ্পত্বম্ ( quality of a flower ), প্রা. পুপ্ফিমা বা পুপ্ফত্তণং। অসমীয়াত স্বৰৰ ব্যত্যয় হয় আৰু 'ইমা'ৰ ঠাইত আমি হয়। যেনে, পীণামি পুষ্পামি। বঙ্গালীতো এই প্ৰত্যয় আছে। যেনে, গোঁৰামি ( orthodox ), from গোঁৰা ( origin )। এই প্ৰত্যয়ান্ত শব্দ বাস্তৱিকে স্ত্ৰীলিঙ্গ। কিন্তু আমি তাক ক্লীবলিঙ্গ বুলি ভাবো। প্ৰাকৃত 'ইমা' প্ৰত্যয়ৰ মূল বাস্তৱিকতে সংস্কৃত ইমন্ প্ৰত্যয়। যেনে, স. মহিমা, গৰিমা, ধূৰ্ত্তিমা, ইত্যাদি।

## ঊনত্ৰিংশ বিধ

৪৯৩। সা. লি.

১। তলী

২। থলী

তাত হোৱা অৰ্থত স্থানবাচক বিশেষ্য উলিয়াবলৈ এই প্ৰত্যয়ৰ ব্যৱহাৰ হয়।

প্ৰথম থৰা : যেনে মাহতলী ( pulse-field ) from মাহ ( pulse ) ; সৰিয়হতলী ( mustard-field ) from সৰিয়হ ( mustard ) ; কঠীয়াতলী ( paddy seed-bed ) from কঠীয়া ( rice-seedlings ) ; ইত্যাদি।

দ্বিতীয় থৰা : যেনে, ৰণথলী ( battle-field ) from ৰণ ( battle ) ; সভা-থলী ( place of meeting ) from সভা ( a meeting ) ; ইত্যাদি।

৪৯৪। মূল ( Derivation )

এই প্ৰত্যয়ৰ মূল সংস্কৃত 'স্থলী' ( ground or land )। প্ৰাকৃতত ই 'তলি' ( হেমচ. ৩।৩৩৪ ) আৰু অপভ্ৰংশত 'থলী' ( হেমচ. ৪।৩৩০ ) হয়। তাৰ পৰা অসমীয়া তলী আৰু থলী প্ৰত্যয় ওলাইছে। তলী-প্ৰত্যয় সংস্কৃত 'তল' ( bottom )ৰ পৰাও আহিব পাৰে।

## ত্ৰিংশ বিধ

৪৯৫। সা. লি.

১। কুৱা

এই প্ৰত্যয় যোগত বিশেষণ-সৰ্বনাম পোৱা যায়। যেনে, এনেকুৱা, যেনেকুৱা, তেনেকুৱা ইত্যাদি। এই প্ৰত্যয়ৰ মূল ওপৰত দিয়া হৈছে ( §৩৩৬।খ )।

# ঊনত্ৰিংশ আধ্যা

## শব্দাংশ ( Particles )

৪৯৬। অসমীয়া ভাষাত কিছুমান শব্দ সুকীয়া শব্দ স্বৰূপে ব্যৱহৃত নহয়; তদ্ধিতৰ দৰে আন শব্দৰ শেষত যোগ হয়। ইহঁত বাস্তৱিকে তদ্ধিত প্ৰত্যয়ো নহয়, শব্দও নহয়। সেই দেখি কোনো কোনো বৈয়াকৰণিকে ইবিলাকক "উপশব্দ" বুলিছে। আমি এই নামকৰণৰ কোনো বিশেষ কাৰণ নাপাই ইবিলাকক শব্দাংশ ( particle ) বুলিলোঁ। এই শব্দাংশবিলাক সংখ্যাবাচক শব্দ, বিশেষ্য আৰু সৰ্বনাম শব্দৰ শেষত যোগ হয় আৰু সংখ্যা, পৰিমাণ বা আকৃতি নিৰ্দেশ কৰে। ইংৰাজী Definite articleৰ অৰ্থ ইবিলাকে প্ৰকাশ কৰে। তলত এটি তালিকা দিলো। ই অসম্পূৰ্ণ।

| ৪৯৭। | সাধাৰণ লিঙ্গ | পুংলিঙ্গ | স্ত্ৰীলিঙ্গ |
|---|---|---|---|
| ১। | থন, থান, থনি, থানি | থন, থান, থনি, থানি | থানী, থনী |
| ২। | থৰ, থৰা | — | — |
| ৩। | খুতা, খুতৰা, খুতুৰা | — | — |
| ৪। | গোছা, কোছা | — | — |
| ৫। | গছ, গছি | | |
| ৬। | গোট, গুটি | গোট, গুটি | গুটী |
| ৭। | জন, জনা | জন, জনা | জনা, জনী |
| ৮। | জোপা, ছোপ | — | — |
| ৯। | টো, টি, টা | টো, টি | টী |
| ১০। | টুকুৰা | — | — |
| ১১। | টোপ, টোপা | — | — |
| ১২। | ডাল, ডালি | — | — |
| ১৩। | ডোখৰ | ডোখৰ | ডুখুৰী |
| ১৪। | থোক | — | — |
| ১৫। | থোপা, থুপি | — | — |
| ১৬। | ধাৰ | — | — |
| ১৭। | পাট, পাটি | — | — |
| ১৮। | ফেৰা, ফেৰি | — | — |
| ১৯। | লদা | — | — |
| ২০। | সুত | — | — |

ইত্যাদি

স্ত্রীলিঙ্গত টী, গুটী, জনী, খনী আৰু ভুখুৰী হয়।

**উদাহৰণ:** পুথিখন ( the book ), কন্যাখানী ( the bride ) ; বন্তি-খৰ ( the candle ) ; সাপখৰা ( the snake : lit. the piece of snake ) ; মঙহখুটুৰা,-খুতৰা ( the piece of flesh ) ; এখুটুৰা ( a piece ) ; ধান-গোছা ( the bundle of paddy ) ; খৰিকোছা ( the bundle of fuel ) ; লেজুগছ ( the piece of rope ) ; বলধগোট ( the bullock ) :

"ঘাৰগোট পালতায়া এক আখি চাই।
সচকিত মনে সি আহাৰ পানী খাই॥", মা. ক.

মানুহজনী ( the woman ) ; মানুহটো ( the man ) ; ছোৱালীটী ( the girl ) ; মাছটুকুৰা ( the piece of fish ) ; পানীটোপা ( the drop of water ) ; এডাল বাঁহ ( one bamboo ) ; জৰিডাল ( the piece of rope ) ; সূতা-ডালি ( the piece of thread ) ; কাঠ ডোখৰ ( the piece of wood ) ; তামোলথোক ( the bunch of arecanuts ) ; আঙুৰথোপা ( the bunch of grapes ) ; মণিধাৰ ( the string of beads ) : ব'ঠাপাট ( the oar ) ;

"এক পাট শৰে বালী সম্বলিলা জীৱ"।, শঙ্কৰ ;

বাঁহছোপ ( the clump of bamboos ) ; এফেৰা চূণ ( a little lime ) ; গোবৰলদা ( the lump or mass of cowdung ) ; বেতসূত ( the piece of split and dressed cane )। এইবিলাকৰ বাহিৰেও চটা ( flat piece ), খিলা ( leaf like thing ), আটি ( bundle ), সোপা ( mass ), বিৰা ( leaf ) আদি বহুত শব্দাংশ আছে। সৰ্বনাম বা বিশেষণৰ লগত এনে শব্দাংশ যোগ হলে সাধাৰণতঃ সংজ্ঞা-শব্দ এটা উহ্য থাকে। যেনে, এইটি ( this, i.e. this thing ) ; আগৰটো ( the former, i.e. the former man or thing ) ; ইত্যাদি। ইকাৰান্ত শব্দাংশবিলাক ( অৰ্থাৎ খানি, গছি, টি, ডালি, ইত্যাদি ) অল্পাৰ্থে ব্যৱহৃত হয়। যেনে, চৰাইটি ( the little bird ) ; শেলপাটি ( the small spear ) ; ইত্যাদি।

৪৯৮। **মূল ( Derivation )**

(ক) খন, খান, খনি, খানি—সংস্কৃত খণ্ডম্ ( a piece ), প্ৰা. খণ্ডম্, ( হেমচ. ২।৯৭ ), অপভ্ৰ. খণ্ডু, খণ্ডই, ( হেমচ. ৪।৩৪০, ৪৪৪ ), অ. খন, খান। স্বাৰ্থিক 'ই' যোগত খনি, খানি আৰু স্ত্ৰীলিঙ্গত 'ঈ' হলে খানী হয় ( ৪৪৩০ )।

খৰ, খৰা ( a piece ), স. খণ্ডম্, প্ৰা. খণ্ডম্, অ. খৰ। স. খণ্ডকম্—প্ৰা. খণ্ডঅম্—অ. খৰা।

খুতা, খুতৰা, খুতুৰা ( a small piece )—স. ক্ষুদ্ৰক: ( small ), প্ৰা. খুড্ডও, ছুট্টও ( হেমচ. ২।১৭৪ ), হি. ছোটা, অ. খুতা। স্বাৰ্থিক 'উৰা'-প্ৰত্যয় ( §৪৩৪ ) যোগত খুতুৰা আৰু 'অৰা' যোগত ( §৪৩৪ ) খুতৰা হয়। ( §৪৩৫ দেখা )।

গোছা, কোছা ( a bunch, a bundle )—স. গুচ্ছক:, প্ৰা. গোচ্ছও, অস. গোছা বা কোছা ( §১৪০ )।

গছ, গছি ( a tree, a progression )—স. গচ্ছ:, অ. গছ। স্বাৰ্থিক ই যোগত গছি ( §৪৩০ )।

গোট ( whole or undivided thing ), গুটি ( a small ball or seed )—স. গুটিকা, গুটী ( a small ball or globe ), অ. গুটি, স্ত্ৰী. গুটী। গোট আৰু গোটা ইয়াৰ ৰূপান্তৰ ( §§ ১২৯।১৩২ )।

জন, জনা, জনী ( man, woman )—স. বা বৈ.—জন, জনি, জনী ( §২২০, গ )।

জোপা, ছোপ ( shrub, bush )—স. ক্ষুপ: ( a shrub, bush ), অ. ছোপ ( §১৩২ )। জোপা তাৰ বিকৃতি ( §১৯৬ )। জোপা-ৰ আকাৰ বাস্তৱিকে স্বাৰ্থিক অ বা অক।

টো, টি, টা ( the, the little )—( §২২০,গ )।

টুকুৰা ( a small piece )—স. টুংটুক ( small, little )। উৰা বা অৰা স্বাৰ্থিক ( §৪৩৪ ); বা স. স্তোক: ( a little : §৪৩৫।৪ দেখা )।

টোপ, টোপা ( a drop )—স. তিপ্ বা তেপ্ ( to drop, to ooze or leak, তেপনম্ ( ? a drop )। কিন্তু স. দ্ৰৱ: ( oozing, trickling ) বেচি সম্ভৱ।

ডাল, ডালি ( rod, staff )—স. দাড়কম্ ( a stick, staff or rod ), প্ৰা. ডালঅম্ অপভ্ৰ. ডালইং ( হেমচ. ৪।৪৪৫ ), হিন্দী ডালা, অ. ডাল, ডালি।

ডোখৰ ( a piece )—স. দ্বিখণ্ডম্ ( a thing broken into two ), প্ৰা. দোখম্ডম্, অ. ডোখৰ।

থোক ( bunch )—স. স্তোকম্ ( few ), প্ৰা. থোকং ( হেমচ. ২।১২৫ ), অ. থোক।

থোপা, থুপি ( a cluster )—স. স্তবক: ( a bunch, cluster ), প্ৰা. থুৱাও ( হেমচ. ১।৭৫ ), অপভ্ৰ. থুৱও, থোৱা ( হেমচ. ৪।৩৭৬ ), অ. থোপা বা স্বাৰ্থিক ই যোগত থুপি। বা বৈ. স্তুপ ( a tuft of hair ), শ. ব্ৰা. ১।৩।৩।৫। সা. বে. II. 2.

ধাৰ (a continuous line or string)—স. ধাৰা (a continuous line or series), প্রা. ধাৰ (হেমচ. ৪।৩৮৩), অ. ধাৰ।

পাট, পাটি (a flat thing)—স. পট্টঃ (a slab or tablet) বা স. পত্রম (a leaf), প্রা. পত্তণম্, অপভ্র. পট্টণু (হেমচ. ২।১৭৩ : ৪।৩৭০, ৩৮৭), অ. পাট, স্বার্থিক ই যোগত পাটি।

ফেৰা, ফেৰি, (a bit, a small piece)—স. পিণ্ডকম্ (a lump, a clod, a morsel), প্রা. পেণ্ডঅম্ (হেমচ. ১।৮৫)=অস. পেৰঅ (§ ১৪৯)=পেৰা, ফেৰা (§ ১৪০) বা স্বার্থিক ই যোগত, পেৰি, ফেৰি।

লদা (a lump or mass)—স. লুংডিকা (a round mass or ball), প্রা. লোম্ডিঅ (?), অ. লদা।

সূত (a split piece)—স. সূত্রম্ (a thread, string), প্রা. সুত্তম্, অ. সূত।

চটা (a flat piece) from স. চটনম্ (splitting—√চট্ (to split); খিলা (§ ১৯৩ দেখা : a whole leaf), স. অখিল (whole, entire); আঁটি (a tied bundle) from স. অন্তঃ, অন্দঃ (binding : স. অন্ত্ to tie); সোপা[1] (a mass) from স. শোফঃ (a swelling, tumour); বিৰা (a leaf) from স. বিটিঃ (betel plant); cf. কছাৰী—বিলাই (leaf)।

(খ) অসমীয়া শব্দাংশ ব্যৱহাৰৰ এই লক্ষণ সংস্কৃতৰ পৰা নহয় বড়ো ভাষাৰ পৰাহে অসমীয়াত সোমাইছে। কছাৰী আৰু গাৰো ভাষাত সংখ্যাবাচক শব্দৰ ব্যৱহাৰ কৰোঁতে বস্তুটোৰ শ্রেণী বুজুৱা কিছুমান শব্দাংশ সদাই যোগ কৰা হয়। অসমীয়াতো তেনে হয়। ইয়াত কেৱল প্রভেদ এই যে বড়ো ভাষাত তেনে শব্দাংশ সংখ্যাবাচক শব্দৰ প্রায়ে আগত কিন্তু অসমীয়াত সংখ্যাবাচক শব্দৰ পাচত বহে। তলত এটি চুটি তালিকা দিলো। সম্পূর্ণ তালিকা দিয়া সম্ভৱপৰ নহয়।

| গাৰো | কছাৰী | অসমীয়া | প্রকৃতি বা শ্রেণী |
|---|---|---|---|
| চাক্ | চা | জন, টা | For intelligent beings as man, god, etc. |
| মাং | মা | টা | Unintelligent animals, as beasts, birds etc. |



১। cf. স. সর্ব (all)=পালি—সব্ব=অস. সোপা।

| গাৰো | কছাৰী | অসমীয়া | প্ৰকৃতি বা শ্ৰেণী |
|---|---|---|---|
| গে | গং, মন্ | টা, খন, ইত্যাদি | For articles conceived as separate identity ; general term. |
| গং | থাই | টা | Rupees, pots etc. |
| গং | খো | ডাল | Bamboos etc. |
| বং | থাই | টা | Fruits, round things etc |
| দং | দং | খুতুৰা, ডোখৰ | Pieces of stone etc. |
| বল্ | ফাং | জোপা, ছোপা, ইত্যাদি। | For trees etc. |
| খিং | গাং | খন, পাট, ইত্যাদি | For thin flat things, as cloth, leaf, etc. |
| কিং | মন্ | খন, টা | For words. stories etc. |
| খে | থাই | খন, টা | Pots, utensils, etc. |
| থং | দং | ডোখৰ, খৰা | Parts, separated parts etc. |
| বং | দাং | ধাৰ, থোপা, ইত্যাদি | For small round or compact things. |

**উদাহৰণ :** গাৰো চা, কছাৰী চে=অস. এক ( one )।

| গাৰো | কছাৰী | অসমীয়া | English |
|---|---|---|---|
| মান্দে চাক্ চা | মানচই চা চে | এজন মানুহ | One man |
| মা চা ডুও | মা চে ডাও | এটা চৰাই | One bird |
| গে চা আচু | মন চে হাজু | এখন পৰ্বত | One hill |
| গে চা ব্ৰা | গং চে থাব | এপাট কাঁড় | An arrow |
| থক্কা গং চা, বা, গং চা থক্কা | থাই চে থাকা | এটা টকা | One Rupee |
| ওৱা গং চা, বা, গং চা ওৱা | খা চে ওৱা | এডাল বাঁহ | One bamboo |
| থেগাইচু বং চা, বা, বং চা থেগাইচু | থাই চে থাইজো | এটা আম | One mango |

| গাৰো | কছাৰী | অসমীয়া | English |
|---|---|---|---|
| দং চা বিটিন্ | দং চে বেদত | এখুতুৰা মঙহ | A piece of flesh |
| বল্ বল্ চা | ফাং চে বংফাং | এজোপা গছ | A tree |
| বাৰা খিং চা | গাং চে চি | এখন কাপোৰ | A piece of cloth |
| মিং চা খাথা | মন্ চে খাথা | এটা কথা বা একাষাৰ কথা | A word |
| খে চা খৰা ( বা বং ) | খুৰি থাই চে | এটা বাটি | A cup |
| থং চা খিল্দিং | দং চে খুন্ডুং | এডাল সূতা বা এডোখৰ সূতা | A piece of thread |
| বং চা বিপোক্ | দাং চে লো | এধাৰ মণি | A string of *manis* |

---

# ত্রিংশ আধ্যা

## সমাস ( Compound words )

৪৯৯। দুই বা ততোধিক পদৰ একপদীভাৱক সমাস ( Compound ) বোলে। আদি প্ৰাকৃত ( বা বৈদিক ), প্ৰাকৃত আৰু প্ৰাকৃতিক ভাষাত সমাস বিৰল। কিন্তু সংস্কৃত ভাষাত ইয়াৰ মাত্ৰা বৰ বেচি। বাস্তৱিকতে সমাস তিনি বিধ :—

১। **তৎপুৰুষ ( Determinatives )**।

২। **দ্বন্দ্ব ( Co-ordinatives )**।

৩। **বহুব্ৰীহি ( Possessives )**।

তৎপুৰুষ সমাসক তলত লিখা দৰে দুভাগ কৰিব পাৰি, অৰ্থাৎ—

(১) **প্ৰকৃত তৎপুৰুষ** ( Dependant determinative compounds ).

(২) **কৰ্ম-ধাৰয়** ( Descriptive determinative group or appositional compounds ).

কৰ্মধাৰয়ৰ ভিতৰত অব্যয়ীভাব বুলি এবিধ সমাস ( Adverbial compounds ) ভুক্ত আছে। আকৌ বহুব্ৰীহি সমাসৰ ভিতৰত দুবিধ পৃথক সমাস ভুক্ত থাকে, অৰ্থাৎ—

(১) নঞ্ সমাস ( Negative possessives )।

(২) দ্বিগু সমাস ( Numeral possessives )।

সমাস হলে সাধাৰণতঃ প্ৰথম পদৰ বিভক্তি লোপ হয় আৰু শেষৰ পদৰ লিঙ্গ যৌগিক শব্দৰো লিঙ্গ হয়।

## ১। তৎপুৰুষ সমাস

### ( Dependant determinatives )

৫০০। এই সমাসৰ প্ৰথম পদটো সংজ্ঞা-শব্দ বা সৰ্বনাম হয় আৰু কাৰক বা সম্বন্ধ পদৰ অৰ্থ আৰু কেতিয়াবা আকৃতি গ্ৰহণ কৰে। শেষৰ পদটো কৃদন্ত সংজ্ঞা বা সাধাৰণ সংজ্ঞা শব্দ হয়। শেষৰ শব্দটো বিশেষ্য হলে যৌগিক শব্দটোও বিশেষ্য হয় আৰু শেষৰ পদ বিশেষণ হলে সমস্যমান শব্দটোও বিশেষণ হয়।

(১) **দ্বিতীয়াতৎপুৰুষ সমাস** ( Accusative dependants ) : এই সমাসত সাধাৰণতঃ শেষৰ পদটো কৃদন্ত সংজ্ঞা হয়। যেনে, বতাহ-গিলা অৰ্থাৎ বতাহক গিলা ( lit. swallowing of air : a name of a mouza ); মুধা-ফুটা ( lit. piercing of the ridge of a house ; conspicuous, illustrious ); কাণ-খোৱা ( ear-eater ); বাখৰ-পতা ( set with stones ); মাল-যুঁজ বা মাল-যুঁজা ( fighting unarmed ; boxing ); কচু-ঘেঁটা ( churning like Kachu or arum ); লৰণু-চোৰ ( butter-stealer—Srikrsna ); মাছ-ৰোকা ( lit. fish-scrapper ; king-fisher ); তেজ-পিয়া ( lit. blood-sucker ; a kind of lizard ); সেপ-ঢোকা ( sallowing of spittle ); দা-ধৰা ( lit. holder of *Da* ; a class of body-guards of the Ahom Rajahs ); গুৱা-কটা ( one who cuts areca-nuts for the Gosain ); গোবৰ-খোঁচৰা ( the Hoopoo ); পদূলী-শুঙা ( lit. one smelling gate-ways—one frequenting other people's house without necessity ); ইত্যাদি।

(২) **তৃতীয়াতৎপুৰুষ সমাস** ( Instrumental dependants ) এই সমাসতো শেষৰ শব্দটো সাধাৰণতঃ কৃদন্ত-সংজ্ঞা হয়। যেনে, ভৰি-মৰা ( অৰ্থাৎ ভৰিৰে মৰা thrashed with feet ); হাতে-কটা ( hand-spun );

বৰশী-মাৰা মাছ ( fish caugh with rod and line ); জুই-পোৰা ( burnt by fire ); বটালী-কটা ( cut with a chisel ); হাল-চহা ( tilled with plough ); ইত্যাদি।

"মাছে-গৰকা আঞ্জা খাবা।
শাহু-গৰকা বোৱাৰী বাবা" ॥, ইত্যাদি।

(৩) **চতুর্থীতৎপুৰুষ সমাস** ( Dative dependants ) : এই সমাসত উভয় পদে সংজ্ঞা-শব্দ হয়। যেনে, দীপ-কাঠী ( দীপলৈ কাঠী ( lit. stick for the light or lamp—match-stick ); ডেকা-চাং ( অৰ্থাৎ ডেকালৈ চাং ( a chang or house for bachelors ); হোম-খৰি ( firewood for sacrificial fire ); ভকত-সেৱা ( entertainment to the Bhakats ); গোপাল-ভোগ ) গোপাললৈ ভোগ luncheon for the cowherds ); শলা-কানি ( rag for the wick ); গোৰখীয়া-ভাৰ ( a load of persents to the cowherd boys in a marriage procession ); তামোল-গামচা ( a long strip of cloth for carrying areca-nuts etc. in a bundle for ready use ); পিক-দান ( a spittoon ); পিঠা-গুৰি ( pounded rice for making cake ); বিধান-ধান ( seed-paddy ); গুৰু-ঘাত ( the opening music or beating of drum in honour of the preceptor ); গুৰি-বঠা ( oar for the helm ); জল-ভীতি ( hydrophobia ); জালী-গাঁত ( an under-ground oven for boiling sugar-cane juice ); টনি-জৰী ( rope for a particular part of a loom ); টাং-গুটি ( a ball for a certain game ); মহী-চুঙ্গা ( ink-pot ); পাৰ-ঘাট ( a ferry ); দলি-মাৰি বা -বাৰি ( a mallet ); ইত্যাদি।

(৪) **পঞ্চমীতৎপুৰুষ সমাস** ( Ablative dependants ) : এই সমাসত দ্বিতীয় পদটো সাধাৰণ বা কৃদন্ত সংজ্ঞা হয়। যেনে, পাতাল-গাজনি ( পাতালৰ পৰা গাজনি, a rumbling under-ground sound ); ভুঁই-খোৰা ( ভুঁইৰ পৰা খোৰা, pestle, a large sprout from the ground ); গছ-সৰা ( গছৰ পৰা সৰা, fallen off from the tree ); পাতাল-ফুটা split or rent under-ground ); কাণ-বাগৰা ( কাণৰ পৰা বাগৰা, lit, rolled from one ear to another=hearsay ); পানী-গছা ( পানীৰ পৰা গছা, water spout ); ইত্যাদি।

(৫) **ষষ্ঠীতৎপুৰুষ সমাস** ( Genitive dependants ) : এই সমাসত উভয় পদে সংজ্ঞা-শব্দ হয় ; যেনে, পানী-জোলা ( পানীৰ জোলা, blister ) ; গড়-খাবৈ ( গড়ৰ খাবৈ, lit. ditch around a fort ; a moat ) ; পেড়া-খাট ( a chest with a bedstead ) ; ফেহুঁজালি ( ফেঁহুৰ জালি, lit. crowing of Fenhu, a kind of bird,—dawn ) ; ব-চুঙা ( a tube for winding round warp-thread ) ; হাত-বাউলি ( হাতৰ বাউলি, waving of the hand ) ; জুহাল ( জুইৰ শাল, fire-place ) ; ৰাজ-বাট ( high way ) ; মূৰ-ফুৰণি ( মূৰৰ ফুৰণি, lit. whirling of brain ; swoon ) ; ম'হ বা মৈহ-খুঁটি ( a place for keeping buffaloes ) ; ইটা-খলি ( brick-yard ) ; পানী-যুৱলি বা জিয়লি ( edge of water ) ; তুলা-পাত ( তুলাৰ পাত, lit. leaf of cotton, paper ) ; নগা-ঢাৰি ( mat made by the Nagas ) ; ইত্যাদি ।

(৬) **সপ্তমীতৎপুৰুষ সমাস** ( Locative dependants )

দ্বিতীয় পদটো প্ৰায়ে কৃদন্ত-বিশেষণ হয় । যেনে, মৌ-সনা ( মৌত সনা, mixed with honey ) ; কপাল-ফোঁটা ( কপালত ফোঁটা, having a spot on the forehead ) ; ঘৰ-ওপজা ( ঘৰত ওপজা, home-born ) ; গছ-পকা ( গছত পকা, ripe on the tree ) ; আকাশ-বন্তি ( আকাশত বন্তি, lit. lamp in the sky ) ; খৰিকা-দিয়া ( খৰিকাত দিয়া, roasted on a spit ) ; ইত্যাদি ।

৫০১ । মূল ( **Derivation** )

আদি প্ৰাকৃত বা বৈদিক যুগৰ পৰাই এই সমাসৰ চলতি আছে । কিন্তু শেষৰ ( সংস্কৃতৰ ) কালত হে বৈয়াকৰণিক সকলে এই সমাসৰ তৎপুৰুষ বুলি নামকৰণ কৰিছে । বৈদিকত প্ৰথম পদটো সংজ্ঞা বা সৰ্বনাম শব্দ হয় আৰু সি অৰ্থ আৰু আকৃতিত কাৰক হয় । কৰ্ম, কৰণ, অপাদান আৰু অধিকৰণ অৰ্থত শেষৰ পদটো কৃদন্ত-সংজ্ঞা হয় আৰু সম্প্ৰদান বা সম্বন্ধ অৰ্থত সি সদাই সংজ্ঞা-শব্দ হয় । শেষৰ পদ বিশেষ্য হলে সমাসো বিশেষ্য হয় আৰু সি বিশেষণ হলে সমাসো বিশেষণ হয় । অসমীয়াত এই নিয়ম প্ৰায়ে ৰক্ষিত হৈছে ।

(ক) **দ্বিতীয়া-তৎপুৰুষ সমাস :** শেষৰ পদটো সদাই কৃদন্ত-সংজ্ঞা হয় । যেনে, দেৱ-মাদন ( ঋক্, exhilarating the gods ) ; গৰাগীৰ্ণ ( অথ. বে.,

having swallowed poison ); ভূৰি-দাৱন্ ( ঋক্, giving much ); অশ্ব-হয় ( ঋক্, urging on steeds ); গো-ঘ্ন ( ঋক্, cow-slaying )। তেনেকৈ অসমীয়া—কমলি-ধৰা ( lit. attendant holding the blanket : blanket-bearer ); শেন-চোৱা ( a falconer ); পিপৰা-গুচুৱা ( lit. removing of ants : a well-known old Assamese drama ); চোৰ-ধৰা ( lit. catching of the thief : another old Assamese drama ); ইত্যাদি। পালিতো হয়, যেনে—অপায়-গতো ( =অপায়ন্ গতো= gone to hell )।

(খ) **তৃতীয়াতৎপুৰুষ সমাস :** বৈদিকত এই সমাসতো শেষৰ পদটো কৃদন্ত সংজ্ঞা হয়। যেনে, অগ্নি-দগ্ধ ( ঋক্, burnt with fire ); অৰিত্ৰ-পাৰণ ( ঋক্, crossing with oars ); দেৱত্ত ( =দেৱদত্ত : ঋক্, given by the gods )। সেইদৰে অসমীয়া—নাওৰা-সিচা ( baled out with a boat-like trough : name of a river )। পালিতো তেনে; যেনে, ইস্সৰ-কথন ( =ইস্সৰেণ কথন্=spoken by Issara )।

(১) **অলুক সমাস :** বৈদিক আৰু সংস্কৃতত কেতিয়াবা প্ৰথম পদটোৰ বিভক্তিৰ লোপ নহয়। তেনে সমাসক সংস্কৃতত অলুক সমাস বোলে। যেনে, তৃতীয়াতৎপুৰুষ—গিৰা-বৃধ্ ( ঋক্, rejoicing in song ); বাচা-স্তেন ( ঋক্, theft by speech, secretly injuring by words ); শুনেষিত ( ঋক্, driven by dogs ); বিদ্মনাপস্ ( ঋক্, working অপস্ with বিদ্মনা ), ইত্যাদি। সেইদৰে অসমীয়াতো কেতিয়াবা বিভক্তি লোপ নহয়। যেনে, হাতে-ৰোৱা ( planted with the hand ), কাণে-শুনা ( heard with the ear )।

(গ) **চতুৰ্থীতৎপুৰুষ সমাস :** বৈদিক আৰু সংস্কৃতত উভয় পদে সাধাৰণতঃ সংজ্ঞা-শব্দ হয়। যেনে, ব্ৰহ্মৱাজ-সত্য ( ঋক্, ( faithful to the ordainers of hymns ); বিশ্ব-শম্ভু ( ঋক্, salutary for all )। অসমীয়াতো তেনে।

(ঘ) **পঞ্চমীতৎপুৰুষ সমাস :** বৈদিক আৰু সংস্কৃতত শেষৰ পদ প্ৰায়ে কৃদন্ত-সংজ্ঞা হয়। যেনে, গো-জা ( ঋক্, produced from cows )। অলুক্ সমাস—যেনে, দিৱো-জা ( ঋক্, produced from heaven ); দিৱো-ৰুচ

১। See. Macd. Ved. Gramm. § 187 ( 2a ).

( ঋক্, shining from the sky )। অসমীয়া : যেনে, খেলৰ-আলগ ( খেলৰ পৰা আলগ excluded from Khel )। বিৰল। পালিতো হয় ; যেনে, চোৰ-ভয়ন ( =চোৰস্মা ভয়ন্=fear from a thief )।

(ঙ) **ষষ্ঠীতৎপুৰুষ সমাস :** বৈদিক আৰু সংস্কৃতত উভয় পদে সাধাৰণতঃ সংজ্ঞা-শব্দ হয়। যেনে, ৰাজ-পুত্রঃ ( অথ. বে. king's son ) ; বিশ্-পতিঃ ( ঋক্, lord of the clan )। অসমীয়াতো তেনে। কেতিয়াবা অলুক সমাস হয় ; যেনে, জাস্-পতিঃ ( ঋক্, lord of a family ); গ্নাস্-পতিঃ ( ঋক্, husband of a divine woman ) ; দিৱো-দাসঃ ( ঋক্, servant of heaven ) ; শুনঃ-শেপঃ ( ঋক্, dog's tail )। অসমীয়াতো তেনে ; যেনে, কূটৰ-ঘৰৰ কূটি ( a designer of family of roguish designers ) ; বঢ়াৰ-পো ( son of the বঢ়া : nickname of Madhav Dev ) ; তেলৰ-ভাৰ ( lit. a load of oil : Preliminary presents to a bride carried in procession with music ) ; "নদীৰ হানা। পাইকৰ-খানা॥" ( the point of attack of a river and the holding of a service-tenant ( are both uncertain ). "গৰুচোৰৰ-গঙ্গা-স্নান।" ( the bathing of a cattle-lifter in the Ganges )। পালিতো তেনে ; যেনে, ৰাজ-পুৰিসো (=ৰঞ্ঞো পুৰিসো=men of the king )।

(চ) **সপ্তমীতৎপুৰুষ সমাস :** বৈদিক আৰু সংস্কৃতত শেষৰ পদটো সাধাৰণতঃ কৃদন্ত-সংজ্ঞা বা বিশেষণ হয়। যেনে, অহৰ্-জাতঃ ( অথ. বে., born in the day ) ; উদ-প্লুত ( অথ. বে., swimming in water ) ; পুৰু-ভূ ( ঋক্, being in many places )। অসমীয়াতো তেনে। অলুক সমাস ; যেনে ৰথে-ষ্ঠা ( ঋক্., standing on a car ) ; গোষু-যুধ্ ( ঋক্., fighting in kine )। অসমীয়াতো হয় ; যেনে, "পৰত-আশ। বনত-বাস॥" ( Hoping in others is like living in a jungle )। "পৰ্বতত-কাচ-কণী" ( turtle-eggs in the mountain ) ; তেলত-ভজা ( fried in oil ) ; ইত্যাদি। পালিতো তেনে। যেনে, সন্সাৰ-দুক্খন্ (=সন্সাৰে দুক্খন্=misery in the world )।

## ১। কর্মধাৰয় সমাস

### ( Descriptive determinatives )

৫০২। **কৰ্মধাৰয় সমাস** ( Descriptive or appositional determinatives ): সি সমাসত সমস্যমান পদবিলাকে বিশেষ্য আৰু বিশেষণৰ ভাৱ গ্ৰহণ কৰে নাইবা অভেদ সম্বন্ধত একাৰ্থ-প্ৰতিপাদক হয় তাক কৰ্মধাৰয় সমাস বোলে। এই সমাসত প্ৰথম পদটোৱে শেষৰ পদটোক সংজ্ঞা-শব্দ হলে বিশেষণ স্বৰূপে আৰু কৃদন্ত-সংজ্ঞা হলে ক্ৰিয়াবিশেষণ স্বৰূপে প্ৰকাশ কৰে। প্ৰথম পদৰ লগত দ্বিতীয় পদৰ সম্বন্ধ অন্বয়বোধক বা একাৰ্থ-প্ৰতিপাদক ( appositional ), গুণবাচক ( attributive ) বা ক্ৰিয়াবিশেষণ-বোধক ( adverbial ) হয়। ইয়াক তিনি ৰকমে প্ৰকাশ কৰিব পাৰি :—

(১) সংজ্ঞা-শব্দৰ দ্বাৰা ( by a substantive )—

(ক) শেষৰ পদটো সংজ্ঞা শব্দ হলে প্ৰথমটো গুণবাচক বিশেষণ স্বৰূপে ব্যৱহৃত হয়। যেনে, ঘোৰা-বাঁক ( ঘোৰাৰ দৰে ওখ যি বাঁক, a fabulous water-demon eating fish, সি ঘোৰা-বাঁক = as tall as a বাঁক, i.e, very tall ); জোন-বিৰি ( জোনৰ দৰে যি বিৰি সি জোন-বিৰি = a crescent-shaped ornament worn in a necklace ); বেজী-দাঁত ) বেজীৰ দৰে জোঙা যি দাঁত সি বেজী-দাঁত = sharp-pointed tooth like a needle ); পিতল-চকু ( পিতলৰ দৰে যি চকু সি পিতল-চকু = yellow eye ); ধাৰা-চাপৰ ( ধাৰাৰ বা সোঁতৰ দৰে যি চাপৰ সি ধাৰা-চাপৰ = a severe blow with open hand ); ভেট-গুটি ( ভেটৰ গুটিৰ দৰে সৰু যি গুটি সি ভেট-গুটি = a ball as small as the seed of water-lily )। সেইদৰে টাং-গুটি ( a ball for playing the game of Táng with ); বাঘ-জৰী ( bridle : reins of a horse attached to a car ); বাঘ-জালী ( a hiding place for persons laying snares for birds ); উকলি-পুঙা ( as light as a float used in fishing : hence, unsteady and worthless : a vagrant ); ইত্যাদি।

(খ) শেষৰ পদটো কৃদন্ত বিশেষণ বা সংজ্ঞা হলে প্ৰথমটো অভেদ সম্বন্ধত একাৰ্থ-প্ৰতিপাদক ( appositional ) হয়। যেনে, ৰিঠা-দগৰা ( ৰিঠা মাছ দগৰাৰ দৰে যি কাম সি ৰিঠা-দগৰা = beating like a Rithá fish );

বাঘ-ঢকা বা বাঘ-ঢেকা (বাঘে মৰা ঢকাৰ দৰে যি ঢকা সি বাঘ-ঢকা=a sudden stroke or push from behind like that of a tiger); আধা-খুন্দা (আধা বা অসম্পূর্ণকৈ খুন্দা যি চাউল সি আধা-খুন্দা=coarse rice-flour); চালনী-সৰকা (চালনীত সৰকা দি যি সৰকা সি চালনী-সৰকা=riddle or a kind of game); কঁকাল-ছিঙা বা ছিগা (কঁকাল ছিগাৰ দৰে যি খেলা সি কঁকাল-ছিগা=a kind of game); বাঘ-আঁছোৰা (বাঘৰ দৰে আঁছোৰে যি সি বাঘ-আঁছোৰা=a kind of thorny creeper); ইত্যাদি।

(গ) শেষৰ পদটো বিশেষণ হলেও একাৰ্থ-প্ৰতিপাদক (appositional) হয়। যেনে, কুকুৰ-নেচীয়া বা কুকুৰ-লেজীয়া (কুকুৰৰ নেজৰ দৰে নেজ যাৰ সি কুকুৰ-নেচীয়া=a kind of leopard); বেঙ্গেনা-বুলীয়া বা বাঙনা-বুলীয়া (বেঙেনাৰ নিচিনা বোল বা বৰণ যাৰ সি বেঙেনা-বুলীয়া=violet); কপাহ-গুটীয়া (কপাহৰ গুটিৰ দৰে যি মেঘ সি কপাহগুটীয়া=a variety of cloud : membos)। সেইদৰে—শাঁও-বৰণীয়া (slightly dark in complexion); লাউমূৰা (a man having his head shaped like a bottle-gourd); ইত্যাদি।

(২) বিশেষণৰ দ্বাৰা (by an adjective)—

শেষৰ পদটো সংজ্ঞা-শব্দ হলে প্ৰথমটো গুণবাচক হয়। যেনে, বেজীয়া-ঘোঁক (বেজীৰ দৰে ঠোঁট যি ঘোঁকৰ সি বেজীয়া-ঘোঁক=a kind of wading bird, স. ঘূকঃ=owl); নেজাল-তৰা বা লেজাল-তাৰা (নেজ-যুক্ত যি তৰা সি নেজাল-তৰা=lit. a star with a tail=a comet); কলা-ঘুমতি (কলা বা কাণে শুনা অৱস্থাৰ যি ঘুমতি সি কলা-ঘুমতি=a light sleep or nap); গোলাপী-জামু (গোলাপৰ বৰণীয়া যি জামু সি গোলাপী-জামু=rose-apple : a kind of fruit); খুদীয়া-বৰল (খুদৰ দৰে সৰু যি বৰল সি খুদীয়া-বৰল=a smaller species of wasp); মধুৰি-আম (মধুৰ দৰে মিঠা যি আম সি মধুৰি-আম=the guava); কাঠ-হাঁহি (কাঠৰ দৰে নিৰস যি হাঁহি সি কাঠ-হাঁহি=a grin); ক'লা-আজৰ (ক'লা পৰে যি আজৰত সি ক'লা-আজৰ=black-fever : Kala-azar); বৰ-গিৰী (ভাৰ্যাত কৈ বৰ যি গিৰী বা গৃহস্থ সি বৰ-গিৰী=wife's elder brother); পথালি-কোলা (পথালিকৈ লোৱা যি কোলা সি পথালি-কোলা=lit.

**breadth-wise lap : a particular mode of carrying a child on the two arms by a person)**; পোণ-পটি ( পোণ যি পটি বা বাট সি পোণ-পটি, **lit. straight road : straight-forwardness**); তকৰা-কদম ( তকৰা বা ক্ষুদ্ৰ যি কদম সি তকৰা-কদম, a kind of tree); আগ-চালি ( আগ বা সন্মুখৰ যি চালি সি আগ-চালি, a verandah); ইত্যাদি।

(৩) ক্ৰিয়া-বিশেষণৰ দ্বাৰা (by an adverb): অব্যয়ীভাৱ সমাস (Adverbial compound):—

এই সমাসত প্ৰথম পদটো ক্ৰিয়া-বিশেষণ, অব্যয় বা উপসৰ্গ হলেও গুণবাচক হয়। সংস্কৃতত এই সমাসৰ নাম অব্যয়ীভাব।

**উদাহৰণ :** সু-খবৰ ( সু বা উত্তম যি খবৰ সি সু-খবৰ=good news); কু-সপন ( কু বা বেয়া যি সপন সি কু-সপন, evil dream); আতি-গুৰি ( অতি আদি যি গুৰি সি আতি-গুৰি, origin); পুনচ্-বিয়া ( পুনৰ বা আকৌ যি বিয়া সি পুনচ্-বিয়া, the ceremony performed on a girl attaining puberty); পুনৰ্নৱা ( পুনৰ বা আকৌ নৱ যি শাক সি পুনৰ্নৱা, the hog-weed); আও-বাট ( আও বা বেয়া যি বাট সি আওবাট, wrong way); আভুৱা ( অা বা ন+ভুৱা বা জ্ঞান যাৰ সি আভুৱা, unacquainted or stupid); উপবিহ ( উপ বা উপৰীয়া যি বিহ সি উপবিহ, a narcotic poison); বিগঢ়ী ( বি বা বেয়া গঢ় যাৰ সি বিগঢ়ী, ugly); বিজাতৰীয়া ( বি বা বেয়া জাতৰ যি সি বিজাতৰীয়া, **degraded in caste : degenerated**); বিজুটি ( বি বা নাই জুটি যাৰ সি বিজুটি, want of convenience); বিসঙ্গতি বা বেসঙ্গতি ( বি বা নাই সঙ্গতি বা সুবিধা যাৰ সি বিসঙ্গতি, inconvenience); বিবুদ্ধি ( বি বা নাই বুদ্ধি যাৰ সি বিবুদ্ধি, perplexity); উপৰ-চকুৱা ( ওপৰৰ ফালে চকু যাৰ সি উপৰ-চকুৱা, a kind of fish); ইত্যাদি।

## ৫০৩। মূল (Derivation)

আদি প্ৰাকৃত বা বৈদিকত এই সমাসৰ ব্যৱহাৰ নিচেই কম আছিল। ইয়াৰ নামকৰণ সংস্কৃতৰ শেষৰ যুগত হে হৈছিল। আদিতে পদ দুটাৰ ভিতৰত শেষৰটো সংজ্ঞা-শব্দ হৈছিল; কিন্তু কেতিয়াবা কৃদন্ত বা সাধাৰণ বিশেষণো হৈছিল। দ্বিতীয় পদটোৰ লগত প্ৰথম পদৰ সম্বন্ধ

একাৰ্থ-প্ৰতিপাদক বা গুণবাচক আছিল[১]। ইয়াক তিনি ৰকমে প্ৰকাশ কৰা হৈছিল।

(১) দুয়োটা সংজ্ঞা-শব্দ হলে প্ৰথমটো দ্বিতীয়টোৰ গুণবাচক বিশেষণ স্বৰূপে ব্যৱহৃত হয়।

**সংস্কৃত আৰু বৈদিকৰ উদাহৰণ**ঃ—পুৰুষ-মৃগঃ ( বা. স. male antelope = man ); উলূক-যাতুঃ ( ঋক্., owl-demon = demon in the form of an owl ); পুৰুষ-ব্যাঘ্ৰঃ ( বা. স. man-tiger = a kind of demon ); ধাৰবাক ( ঋক্., sounding like a stream )। অসমীয়াতো তেনে ; যেনে, ঘোৰা-বাঁক্।

পালিতো তেনে ; যেনে, ৰবি-হন্স ( a sun-duck ); তক্কসিল ( Taxilla )।

(২) প্ৰথম পদ বিশেষণ আৰু দ্বিতীয়টো সংজ্ঞা-শব্দ হলে প্ৰথমটো গুণবাচক হয় অৰ্থাৎ প্ৰথমটো বিধেয় ( predicate ) আৰু শেষৰটো অনুবাদ্য বা উদ্দেশ্য ( subject ) হয়। যেনে, সংস্কৃত বা বৈদিক—নৱজ্বাৰ ( ঋক্., new-pain )। অসমীয়াতো তেনে ; যেনে, কলা-আজৰ ( black-fever ); ক'লা-পানী ( lit. black-water = transportation )।

পালিতো তেনে ; যেনে, লোহিত-চন্দনন্ ( = লোহিতন্ চন্দনন্ = red sandal-wood ); মহা-গহপ্পতি ( = great house-master )।

(৩) কেতিয়াবা প্ৰথম পদটো উপসৰ্গ, অব্যয় ( বা ক্ৰিয়া বিশেষণ ) হয়। যেনে, সংস্কৃত বা বৈদিক,—পুনৰ্-নৱ ( ঋক্., renewing itself ); পুৰো-যাৱন্ ( ঋক্., going before ); সায়ম্-ভৱ ( অ. বে., becoming evening ); সুৱসনম্ ( fair garment ); সম্-ৱৎসৰঃ ( ঋক্., full year )। অসমীয়াতো তেনে ; যেনে,—"সুফুল ফুলিছে পিন্ধোতা নাই ( Beautiful flowers have bloomed but none to wear them ); পালিতো তেনে ; যেনে, অভিক্খু ( not a priest ); ৱিমুখো ( an ugly face ); কুঅসনন্ ( bad food ); সুগন্ধো ( good smell ); কুপুৰিসা বা কাপুৰ্সা ( bad men ); কুদাসা ( bad slaves ); তিৰ-পব্বতন্ ( beyond the mountains )।

১ Macd. Vedic Gramm. §183.

## ২। দ্বন্দ্ব সমাস
## (Co-ordinative or Collective compounds)

৫০৪। **দ্বন্দ্ব সমাস** ( Co-ordinative compounds )

দ্বন্দ্বৰ অৰ্থ যোৰা ( pair or couple )। সাধাৰণতঃ দুটা বা ততোধিক সংজ্ঞা-শব্দ আৰু কেতিয়াবা তেনে বিশেষণ-শব্দ সংযোজক অব্যয় 'আৰু'ৰ দ্বাৰা যুক্ত হলে যৌগিক শব্দটোৰ দ্বন্দ্ব সমাস ( Co-ordinative or collective compound ) হয়। সংযোজক অব্যয় 'আৰু' লোপ হয়। যেনে, গায়ন-বায়ন ( অৰ্থাৎ গায়ন আৰু বায়ন, singer and drummer = a band of musicians ) ; ঢাৰি-পাটী ( ঢাৰি আৰু পাটী, mat and fine mat = a bed ) ; তামোল-ছালি ( তামোল আৰু ছালি areca-nut and bark of a certain tree = a preparation of areca-nut, pan, lime and bark of a certain tree ) ; গৰু-ম'হ ( গৰু আৰু ম'হ, cow and buffalo = cattle ) ; হাঁহ-পাৰ ( হাঁহ আৰু পাৰ, duck and pigeon = poultry ) ; তেল-টেঙ্গা ( তেল আৰু টেঙ্গা, oil and acid = a mixture of such things ) ; চূণ-খাৰ ( চূণ আৰু খাৰ, lime and soda = pungent taste like that of lime and soda ) ; পালী-পহৰী ( পালী আৰু পহৰী, persons working by turn and watchmen = guard ) ; ৰান্ধন-বাঢ়ন ( ৰান্ধন আৰু বাঢ়ন, cooking and distribution = cookery ) ; কথন-মথন ( কথন আৰু মথন, speaking and churning = conversation ) ; "নাক-চুলি কাঁটো" ( নাক আৰু চুলি কাঁটো, I cut nose and hair = expose and humiliate one ) ; অভাল-ভাল ( অভাল আৰু ভাল, want of health and health = death ) ; আই-বোপাই ( আই আৰু বোপাই, mother and father = parents ) ; ছা-ছলি ( ছা আৰু ছলি, স. ছা = an infant, a child and স. ছল্লি = offspring, progeny. Hence infant and offspring = children ) ; বোৱাৰী-বেটী ( বোৱাৰী আৰু বেটী, daughter-in-law and daughter = womanfolk ) ; লৰা-ছোৱালী ( ল'ৰা আৰু ছোৱালী, boy and girl = children ) ; কাপোৰ-কানি ( কাপোৰ আৰু কানি, cloth and rag = clothing ) ; ধুন-পেঁচ ( ধুন আৰু পেঁচ, decoration and embellishment = decoration of

one's body); অন্ন-জল (অন্ন আৰু জল, food and drink=life, longevity); নাতি-পুতি (নাতি আৰু পুতি, grandson and son=descendants, posterity); তিৰী-ছলি (তিৰী আৰু ছলি, woman or wife and children=family); (মাহ-চাউল (মাহ আৰু চাউল, pulse and rice=an offering of eatables presented to a deity and then distributed in a religious gathering); ইত্যাদি।

(ক) **একশেষ দ্বন্দ্ব** (Elliptical Dvandva): কেতিয়াবা কেইবাটা নামৰ একেটা ৰাখি তাত বহুবচনৰ প্ৰত্যয় যোগ কৰি আটাই কেইটাকে নিৰ্দেশ কৰা হয়। এনে দ্বন্দ্ব সমাসক একশেষ দ্বন্দ্ব বোলে। একশেষৰ অৰ্থ শেষ এটা (remainder of one)। যেনে, ৰামহঁত (অৰ্থাৎ ৰাম, হৰি, গোবিন্দ আদি, Ram and others)।

৫০৫। **মূল (Derivation)**

সংস্কৃতত এই সমাসৰ চলতি বৰ বেচি। বৈদিকত সচৰাচৰ যোৰা যোৰা নাম যোগ কৰিবলৈ দ্বন্দ্ব সমাস কৰা হৈছিল[১]। যেনে, মিত্ৰা-বৰুণা (ঋক্., Mitra and Varuna); দ্যাৱা-পৃথিৱী (ঋক্., heaven and earth); সূৰ্যা-চন্দ্ৰমসা (ঋক্., sun and moon); ইত্যাদি। পালিতো তেনে[২]; যেনে, সমণ-ব্ৰহ্মণা (সমণ চ ব্ৰহ্মণ চ, a Buddhist priest and a Brahmin); সাৰিপুত্ত-মোগ্‌গল্লনা (সাৰিপুত্ত চ মোগ্‌গল্লন চ, Sariputta and Moggalana); হত্থি-অস্‌সন্ (হত্থি চ অস্‌সা চ, elephants and horses)। অসমীয়াতো তেনে; যেনে, মাছ-কাছ (fish and turtle); ডাড়ি-গোঁফ (beard and whiskers)।

(ক) বৈদিক যুগতে কেতিয়াবা দ্বন্দ্ব সমাসৰ উভয় নাম উল্লেখ নকৰি কেৱল প্ৰথমটো ৰখাৰ নিয়ম চলিছিল আৰু দ্বিতীয়টো সাধাৰণতঃ পৰিত্যাগ কৰা হৈছিল। সংস্কৃতত তেনে ৰক্ষিত শব্দটোক সাধাৰণতঃ দ্বিবচনত আৰু বৈদিকত বহুবচনত থোৱা হৈছিল। যেনে, স. পিতৰৌ, বৈ. পিতৰা (ঋক্., father and mother); স. দ্যাৱৌ, বৈ. দ্যাৱা (ঋ. heaven and earth)। সংস্কৃতত এই সমাসৰ নাম একশেষ দ্বন্দ্ব।

১। Macd. Vedic Gramm. § 286

২। কাচ্চায়ন, Pali Gramm. § 185

পালিত সাধাৰণতঃ শেষৰ শব্দটো লোপ নহয়, কিন্তু সমাসটো বহুবচনান্ত হয়। যেনে, অজেলেকন্ বা অজেলকা (অজ চ এলকো চ, a goat and a ram)।

অসমীয়াত একশেষ দ্বন্দ্বত সদাই বহুবচন হয়। যেনে, ৰামহঁত ( Ram and others )।

(খ) বিশেষণৰ দ্বন্দ্ব সমাস হলে সংস্কৃত আৰু বৈদিকত শব্দ দুটাই বিপৰীত ভাব বুজায়। যেনে, উৎকুল-নিকুল ( বা. স., going uphill and downhill )। অসমীয়াতো তেনে ; যেনে, ওখ-চাপৰ ( high and low : tall and short ); নাজল-নাথল ( neither water nor land ); উচা-নীচা ( high and low )। বিশেষণ শব্দ দুটাই যদি বৰণ বুজায় তেন্তে সমাসত সিহঁতৰ অৰ্থ এটা মিশ্ৰ বৰ্ণ হয়। যেনে, নীল-লোহিত ( ঋক্., blue and red = dark red )। অসমীয়াতো তেনে হয় ; যেনে, ৰঙা-মুগা ( reddish yellow ); তেল-ক'লা ( shining black ); ক'লা-কজলা (dark purple )।

## ৩। বহুব্ৰীহি সমাস
### ( Possessive compounds )

৫০৬। **বহুব্ৰীহি সমাস** ( Possessive compounds ): বহুব্ৰীহিৰ অৰ্থ বহুত ধান থকা ( possessing much rice )। এই সমাস হলে সাধাৰণতঃ শব্দটো বিশেষণ বা বিধেয় ( predicate ) হয় আৰু কেতিয়াবা নিশ্চিত সম্বন্ধ-বাচক শব্দ হয়। তাৰ অৰ্থ সম্বন্ধ-বাচক সৰ্বনামৰ দ্বাৰা প্ৰকাশ কৰিব পাৰি। শেষৰ শব্দটো সংজ্ঞা-শব্দ ; কিন্তু সি সাধাৰণতঃ তদ্ধিত ( আ, ঈ, বা ঈয়া ) প্ৰত্যয়ান্ত হৈ বিশেষণ হয়। সমাসৰ পদ দুটাই নিজ নিজ অৰ্থ প্ৰকাশ নকৰি আন এটা অৰ্থ বুজায়। এই সমাস দুবিধ :— কৰ্মধাৰয়-বহুব্ৰীহি আৰু তৎপুৰুষ-বহুব্ৰীহি।

৫০৭। **কৰ্মধাৰয়-বহুব্ৰীহি** ( Karmadhárava possessive )—এই সমাসত প্ৰথম পদটো গুণবাচক বিশেষণ, একাৰ্থবোধক সংজ্ঞা বা অব্যয় হয়। সাধাৰণতঃ তুলনা অৰ্থত এই সমাস হয়। যেনে, কামী-হাড় ( কামীৰ দৰে যি হাড় সি কামী-হাড়, bone like split bamboo used in tying wall cross-wise = a rib ); ঢেঁকীয়াপতীয়া ( ঢেঁকীয়াৰ পাতৰ দৰে আঁচ যাৰ গাত সি ঢেঁকীয়া-পতীয়া, that which has stripes like the leaves of a fern = a species of tiger ); পিতল-চকুৱা

( পিতলৰ দৰে চকু যাৰ সি পিতল-চকুৱা, one who has got eyes like brass = brown-eyed ); নাহৰ-ফুটুকী ( নাহৰৰ ফুলৰ দৰে ফুট যাৰ সি নাহৰ-ফুটুকী, that which has spots like the Nageswar flower = a species of leopard ); তেল-টুপি ( তেল-টুপি ঘঁহাৰ দৰে নিমজ গা যাৰ সি তেল-টুপি, that which looks spruce as though smeared with oil = the sand-marten ); সাত-সৰী ( সাত সাৰী যাৰ সি সাতসৰী, that which has seven strings = a necklace of seven strings ); আমা-ডিমা ( আমা যি ডিমা সি আমাডিমা, the egg which has just been laid = quite young ); অৰাইজ ( অ বা নাই ৰাজ্য য'ত = wilderness ); গজমূৰা ( গজৰ বা হাতীৰ মূৰৰ দৰে আঘাত পায় যাৰ মূৰে সি গজমূৰা, elephant-headed = unfortunate man; harbinger of evil ); ইত্যাদি।

## ৫০৮। তৎপুৰুষ-বহুব্ৰীহি ( Tatpurusa possessive )

এই সমাসত প্ৰথম পদটো সম্বন্ধ-পদৰ আৰু কেতিয়াবা অধিকৰণৰ অৰ্থ প্ৰকাশ কৰে। যেনে, তিতা-ফুল ( তিতাগছৰ যি ফুল সি তিতা-ফুল, the flower of Bahaka, a kind of bitter plant ); থল-গিৰী ( থলৰ যি গিৰী সি থল-গিৰী, owner or guard of the place = an evil spirit ); দেওবৰ ( দেওবাৰে উপজিছে যি, one who was born on a Sunday = a name ); ইত্যাদি।

## ৫০৯। মূল ( Derivation )

এই সমাসৰ মূল সংস্কৃত আৰু বৈদিক বহুব্ৰীহি সমাস। কৰ্ম্মধাৰয় বহুব্ৰীহিত প্ৰথম পদটো গুণবাচক বিশেষণ বা একাৰ্থ-প্ৰতিপাদক সংজ্ঞা বা অব্যয় হয়[১]। যেনে, উগ্ৰ-বাহু ( powerful-armed ); অশ্ব-পৰ্ণ ( horse-winged, i.e. whose wings are horses ); সুপৰ্ণ ( beautiful-winged )। তৎপুৰুষ-বহুব্ৰীহিত প্ৰথম পদটো সম্বন্ধ-পদ আৰু কেতিয়াবা অধিকৰণ হয়। যেনে,—ৰাজস্কাম ( having a desire for wealth );

---

১। Macd V. Gramm., § 189.

দিৱি-যোনি ( having origin in heaven )। পালিতো তেনে[1] ; যেনে, ছিন্ন-হত্থো ( ছিন্নো হত্থো, that which has cut the hand = the hand-cutting ) ; সম্পন্ন-সস্সো ( সম্পন্নানি সস্সানি, where grain has abounded = the grain abounding ) ; ধৰ-বিন্দু ( water drops )।

অসমীয়াতো তেনে।

৫১০। নঞ্ সমাস (Privative Bahuvrihi or Negative possessives)

নাই অৰ্থত 'ন'ৰ পাচত সংজ্ঞা-শব্দৰ আৰু কদাচিত বিশেষণৰ যোগ হলে যি বহুব্ৰীহি সমাস হয় তাৰ নাম নঞ-সমাস। 'ন' বা 'নাই'ৰ ঠাইত সাধাৰণতঃ 'অ' বা 'অনা' উপসৰ্গ আদিতে যোগ হয়। যেনে, অনাহক ( নাই হক যাৰ, that which has no claim = groundless, claimless ) ; অখাজ ( ন বা নহয় খাদ্য যি, that which is not eatable = prohibited food, said generally of fish ) ; অনা-ধোৱা ( নাই ধোৱা যাক, that which has not been washed = one who is not bathed immediately after birth ) ; অনাভুৱা ( নাই ভুৱা যাৰ, one who has no knowledge = stupid, dull ) ; অকামিলা ( নহয় কামিলা যি, good for nothing = unskilful, worthless ) ; নাটনি ( নাই আটনি যাৰ that which is not sufficient = insufficient, deficit ) ; ইত্যাদি।

৫১১। মূল ( Derivation )

বৈদিক যুগৰ পৰা এই সমাসৰ চলতি আছে। সচৰাচৰ অ, অন, নি উপসৰ্গ প্ৰথম পদ স্বৰূপে যোগ হয়। যেনে, অনপত্য ( অ. বে. childless = childlessness ) ; নিকিম্বিষ ( deliverance from sin )। পালিতো হয় ; যেনে, নভিক্খু বা অভিক্খু ( not a priest ) ; নঅৰিয় বা অৰিয়ো ( not an Aryan )। অসমীয়াতো তেনে।

৫১২। দ্বিগু সমাস ( Numeral possessive compounds ) : দুই বা তদূৰ্ধ্ব সংখ্যাবাচক শব্দ প্ৰথম পদ হলে আৰু সমষ্টি অৰ্থ বুজালে বহুব্ৰীহি সমাসক দ্বিগু সমাস ( Numeral possessive or determinative
37 compound ) বোলা যায়। যেনে, সাতাম-পুৰুষ ( সাতো পুৰুষ যি, seven generations collectively ) ; চাৰালি ( চাৰি আলি য'ত, crossing of

১। Kachch Pali Gramm. § 286.

four roads ); তিনি-সুঁতি ( তিনি সুঁতিৰ মুখ ৰ'ত, junction of three streams ); সাত-বিহু ( সাতদিন ব্যাপি বি বিহু, seven Bihus=a festival ); বাৰতি-কাল ( বাৰতি যি কাল, twelve ages=all ages, always ); পঁচৰঙী ( পাঁচ ৰঙ যাৰ, a cloth of five colour=a kind of coloured *endi* or *muga* cloth )।

৫১৩। **মূল ( Derivation )**

ইয়াৰ মূল সংস্কৃত দ্বিগু সমাস। বৈদিক যুগতে দুইৰ পৰা উৰ্ধ্ব সংখ্যাবাচক শব্দ প্ৰথম পদ হলে আৰু সমষ্টি অৰ্থ প্ৰকাশ কৰিলে সমাসটো ক্লীবলিঙ্গ একবচন হৈছিল[১]। যেনে, ত্ৰিযুগ ( period of three lives ); দশাঙ্গুল ( length of ten fingers )।

পালিতো এই সমাস আছিল। কিন্তু পালিত সংস্কৃতৰ লিঙ্গ সদাই ৰক্ষিত নহৈছিল[২]। যেনে স. ত্ৰিলোক ( ক্লীব লি. ), পালি—ত্ৰিলোকি ( স্ত্ৰী. ) ( three worlds collectively )। সেইদৰে চতু-দিসন্ ( ক্লী., the four places ); স. ত্ৰিনয়ন ( পু. লি. ), পালি ত্তি-নয়ন্ ( the three eyes ); পালি পনিচ-বৱন্ ( ক্লী., five oxen )। অসমীয়াত পালিৰ দৰে ক্লীবলিঙ্গ হয়। কদাচিত পুংলিঙ্গ বা সাধাৰণ লিঙ্গ হয়। যেনে, বাৰ-ভূঞা ( the twelve Bhuyans collectively )।

অন্ত

১। Macd. Vedic Gramm., § 189.

২। Kachch. Pali. Gramm., § 284.

# শব্দ-সূচী

## দফা মতে নম্বৰ

### অ

## আ

## ই



## ঈ



## উ

ঊ



ঋ



এ

## ঐ



## ও

## ঔ



## ক

## গ

## ছ

## জ

## ঝ

## ট



## ঠ



## ড

## ন

## প

## ভ

## ম

য

## ৰ

## ষ



## স

## হ

---

# পৰিশিষ্ট

## 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' সম্পৰ্কে কেইটিমান অভিমত

### জয়ন্তী, ২ জানুৱাৰী, ১৯৩৮

মই নৰিয়াত পৰি থাকি ডিব্ৰুগড়লৈ আহোতে বাটত গুৱাহাটী ৰেল ষ্টেচনত মেধি ডাঙৰীয়াৰ মানুহ এজনে কিতাপখন মোৰ হাতত দি যায়হি। লেলেতিয়া নৰিয়াত পৰি থকাৰ নিমিত্তে ইমান দিনে কিতাপখন মই পঢ়িব পৰা নাছিলো। সম্প্ৰতি পঢ়ি শেষ কৰিছোঁ। কিতাপখনৰ আকৃতি, কাকত আৰু ছপা ভাল ভাল বিলাতী কিতাপৰ দৰেই। ভিতৰত থকা আলচৰ বিষয়-বস্তু আৰু প্ৰণালীও তেনেকুৱাই। মুঠতে বিদেশী বা দেশী যেই সেই পণ্ডিতৰ হাতত কিতাপখন বুকু ফিন্দাই তুলি দিবলৈ অলপো শংকা নহয়।

কিতাপখনৰ প্ৰত্যেক পাততে গ্ৰন্থকাৰৰ পাণ্ডিত্য ফুটি ওলাইছে। ইংৰাজীতে লেখা Introduction ডোখৰ বহুমূলীয়া সমল, ভাৰপৰা শিকিবলৈ, জানিবলৈ আৰু জানি থকা জ্ঞান বহলাই লবলৈ বিস্তৰ বস্তু পোৱা যায়। মই পঢ়ি গৈ থাকোতে মেধি ডাঙৰীয়াৰ প্ৰতি মোৰ অন্তৰৰপৰা ওলোৱা শলাগৰ ধাৰ ছিগা নাছিল। Introduction আৰু পিছত কিতাপৰ গাৰ আচল বস্তু অসমীয়াত লিখা ব্যাকৰণৰ অংশতো গ্ৰন্থকাৰে তেওঁৰ পাণ্ডিত্যৰ প্ৰচুৰ চিনাকি দিছে। কোনো কোনো ঠাইত অৱশ্যে তেওঁৰে সৈতে মোৰ মতৰ মিল হোৱা নাই, সেইটো নকলেও হব। তথাপি তেওঁৰ ব্যাখ্যা, উদাহৰণ আৰু গৱেষণাই তেওঁৰ লিখাৰ ফালে মোৰ গভীৰ শ্ৰদ্ধা আকৰ্ষণ কৰিছে। বাস্তৱিকতে, অসমীয়া ভাষাতত্ত্ব আৰু ব্যাকৰণ সম্পৰ্কে গ্ৰন্থকাৰৰ এই কীৰ্তি ইংৰাজীৰে কবলৈ গলে monumental; এইখন যে লেখত লবলগীয়া এখন গ্ৰন্থ তাত সন্দেহ নাই।

লক্ষ্মীনাথ বেজবৰুৱা

### MAN IN INDIA

Vol. XVIII No. 1 : January-March, 1938, page 80

So far as we know, this is the first exhaustive scientific grammar of the Assamese Language written in the Assamese tongue. In an elaborate introduction of 124 pages the author discusses the origin and antiquity of the Assamese Language, the different component elements in the language and culture of the Assamese people, and the history and characteristics

of Assamese literature. Although in the light of more intensive research some of the conclusions or inferences arrived at by the author, such as the racial affinities of the Kolitas, may perhaps require to be revised. The present volume will long remain the standard grammar of the Assamese language. It is indeed a valuable contribution to Indian linguistics.

*(Rai Bahadur) Sarat Chandra Roy*

## ORIENTAL LITERARY DIGEST

Vol. I, No. 9 : March 1938, page 12-13

The present work is due to the labours of a busy civil servant in the midst of his manifold official activities and as such is a monument to the industry and application of a bygone generation of civilians. Whatever faults there are in this work are offset by the amount of properly arranged raw material in the Assamese field for a better linguistic approach to this branch of Indo-Aryan.

The Introduction which is in English gives a short account of Assamese grammar and origin of the language. The first section deals with the origin of the language and the second with the different elements in its vocabulary; the third and fourth are devoted to the history of Assamese literature. The main part of the work is in Assamese and deals solely with a descriptive and at times historical grammar of the language.

The usefulness of the book is beyond question as it is a careful collection of all available Assamese material, but is limited by the author's own admission of his ignorance of modern research in Indo-Aryan Linguistics. The documentation in the Introduction shows that the author has spent the best part of his life with the older generation of scholars. References to I-A are to MAX MULLER'S books while there is absolutely no mention of the fundamental work in the I-A field by Bloch, Chatterji or Turner. Despite these limitations and lack of proper training on the part of the author this work has a unique value on two counts at least :—(a) it is the most comprehensive descriptive grammar of Assamese upto now published and (b) it is the sincerest effort of pure selfless love accomplished under difficult circumstances. We congratulate the author on the first count and offer him our unstinted homage on the second. Such selfless work in the cause of the motherland is worth its weight in gold in spite of other limitations. May it open the eyes of the younger generation and those who have the requisite training but not the enthusiastic interest !

*S. M. Katre*

*Sir E. A. Gait*, writes :

Park Hill.
Ealing, W. 5,
7.2.37

"..............I will only say that it is evident that you have devoted immense labour to your task and have produced a very valuable work. I only wish such a book has been in existence when I went to Assam.

"I was especially interested in your account of the affinities of the language and the influence on it of other forms of speech. I did not notice any reference to the characteristic change of the vowel of the negative to agree with that of the verb e.g., *na gal, na jam, ni dile, nu sunile* etc., though no doubt it has been mentioned somewhere. Nor did I see reference to the perfect participle *pleai*................."

*Mr. G. Geary*, Secretary to *Sir George Grierson* writes :

Camberley, Surrey,
27.4.1937

"..............He, however, asks me to tell you that Sir Edward Gait very kindly showed him a copy of the work some time ago, and though he was then also unable to study it as it deserves, he was greatly interested in it, and would congratulate you on its successful completion. Such a work has long been wanted."

*Dr. J. H. Hutton, I.C.S.*
Professor, Cambridge writes :

Dalau R.S.O.
Radnor, Cambridge,
31.1.1937

"Very many thanks for so kindly sending me your Assamese Grammar with its very interesting introduction. Most of the matter I am quite unqualified to criticise, but I am doubtful whether the hypothesis of an immigration via Tibet and the Himalayas (p.v.) is sound. The country is too difficult. It would be easier to postulate an extension eastward from the Punjab of the earliest wave of Indo-Aryan invaders. Another possible hypothesis would be that the population constituted a branch of the early Caucasian drift to the east which is found by many writers to have affected the population of the hills and islands of S.E. Asia, and that the language was adopted later as result of contact with the earliest of the 'Outer Band' of the speakers of Indo-European tongues. Such a hypothesis might account for the apparent longheadedness of the Assamese as contrasted with the roundheadedness of most of the 'Outer Band' popula-

